ড° নির্মলপ্রভা বৰদলৈৰ

# গীত আৰু কবিতাসমগ্ৰ



সম্পাদনা ঃ ড° মনোৰমা শৰ্মা



সদৌ অসম লেখিকা সমাৰোহ সমিতি

DR. NIRMALPRABHA BORDOLOIR GEET ARU KABITA SAMAGRA, complete work of Dr Nirmalprabha Bordoloi in the field of poetry and song, compiled and edited by Dr. Monorama Sarma and published by Sahitya Prakash, Tribune Buildings, Guwahati - 781 003, on behalf of SODOW ASOM LEKHIKA SAMAROH SAMITY.

প্ৰকাশক ঃ
সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ হৈ



সাহিত্য প্ৰকাশ
ট্ৰিবিউন ভৱন, গুৱাহাটী - ৭৮১ ০০৩
অসম

সম্পাদনা সমিতি ঃ
ড° শীলা বৰঠাকুৰ
শ্ৰীঅন্নদা শইকীয়া
শ্ৰীপ্ৰতিমা বৰুৱা
শ্ৰীদৰ্পণা বৰা নেওগ
ড° মনোৰমা শৰ্মা, সম্পাদিকা

প্ৰথম প্ৰকাশ ঃ জানুৱাৰী ২০০৮ খ্ৰীঃ

মূল্য ঃ ২৮০.০০ টকা



মুদ্ৰক ঃ ট্ৰিবিউন প্ৰেছ, গুৱাহাটী - ৭৮১ ০০৩

# আগকথা

কুৰি শতিকাৰ শীৰ্ষস্থানীয় মহিলা কবি ড° নিৰ্মল প্ৰভা বৰদলৈক ব্যক্তিগতভাৱে কেতিয়া, ক'ত প্ৰথমবাৰ লগ পাইছিলো মনত পেলাব পৰা নাই যদিও তেওঁৰ ৰচিত গীত আৰু কবিতাৰ প্ৰতি বাৰুকৈয়ে আকৃষ্ট হৈছিলো। ১৯৭৪ চনত সদৌ অসম লেখিকা সমাৰোহ সমিতি গঠন হোৱাৰ পিছত তেওঁৰ কাষচপাৰ এটা সুযোগ ওলাল। তেওঁৰ মিঠা মৰমীয়াল স্বভাৱে, কবিতা কবিতা লগা কথাৰেঁৰে তেওঁৰ প্ৰতি মোক আকৰ্ষন কৰিবলৈ ধৰিলে আৰু তেওঁক ঘনাই লগপাবৰ মন গ'ল। সেয়ে গুৱাহাটীৰ চানমাৰিত থকা তেওঁৰ নিজা বাসভৱনলৈ যাবলৈ ধৰিলো। বিশেষকৈ আমাৰ বিভিন্ন কবিসভা তথা কবি সন্মিলনবোৰত তেওঁৰ উপস্থিতিয়ে মোক কেৱল উৎসাহিত বা উৎফুল্লিত কৰিয়েই এৰা নাছিল তেওঁৰ কাব্যিকতা আৰু পাণ্ডিত্যয়ো মুগ্ধ কৰি ৰাখিছিল। অৱশেষত ১৯৯৮ চনৰ পৰা তেওঁৰ জন্ম দিবস ২০ জুনৰ দিনটো বেলতলা শাখা লেখিকা সমাৰোহ সমিতিৰ উদ্যোগত প্ৰেৰণা দিবস ৰূপে পালন কৰিবলৈ লোৱাৰ পিছৰ পৰা আমি তেওঁৰ অধিক ওচৰচাপি গ'লো আৰু তেওঁ আমাৰ নিচেই আপোন মৰমীয়াল বাইদেউ এগৰাকী হৈ পৰিল। তেওঁৰ কবিপ্ৰাণৰ মৰ্মিতা, প্ৰাচুৰ্য আৰু বাগ্মিতাই আমাক এনেদৰে আকৰ্ষণ আৰু মুগ্ধ কৰি ৰাখিলে যে কেতিয়াবা কিবা কাৰণত আমাৰ মাজত উপস্থিত থাকিব নোৱাৰিলে আমাৰ মান-অভিমান আনকি অন্যায় দাবীকো তেওঁ হাঁহিমুখে মানি ল'বলৈ ধৰিলে, মৰমতে।

নিৰ্মলপ্ৰভা এতিয়া আৰু নাই। প্ৰেৰণা দিবস আমি পাতি আহিছো আৰু পাতিয়েই থাকিম। তেওঁৰ জন্মৰ এই পবিত্ৰদিনটোত কেৱল তেওঁৰ অৱদানৰ প্ৰতি কৃতজ্ঞতা জনোৱাই নহয়, জীৱনক জয় কৰাৰ তেওঁ যি মন্ত্ৰ দি থৈ গৈছে তাকো সৰোগত কৰিম, শ্ৰদ্ধাৰে। তেওঁৰ পৰা পোৱা প্ৰেৰণাৰ বলতে সদৌ অসম লেখিকা সমাৰোহ সমিতিয়ে ড° নিৰ্মলপ্ৰভা বৰদলৈৰ 'গীত আৰু কবিতা সমগ্ৰ' নামেৰে এখনি গ্ৰন্থ যুগুত কৰিছে। এই গ্ৰন্থত 'ফুলৰ এই মেলাতে' নামৰ গীতৰ সংকলন, নখন কবিতাপুথি, অনুবাদ কবিতা আৰু শিশু কবিতাও সন্নিবিষ্ট কৰা হৈছে। গ্ৰন্থখনিৰ সম্পাদনাৰ দায়িত্ব বহন কৰিছে ড° মনোৰমা শৰ্মাই। লেখিকা সমাৰোহ সমিতিৰ আগন্তুক মৰাণ অধিবেশনত উক্ত গ্ৰন্থখনি উন্মোচন কৰি সৰস্বতী নিৰ্মলপ্ৰভালৈ শ্ৰদ্ধাঞ্জলি জনাবলৈ স্থিৰ কৰা হৈছে। এই সন্দৰ্ভত উদ্যোক্তা আৰু সম্পাদিকা গৰাকীলৈ আমাৰ শুভেচ্ছা জনাইছো।

প্ৰধানকৈ কবি আৰু গীতিকাৰ ৰূপে খ্যাত নিৰ্মলপ্ৰভা বৰদলৈৰ বিচিত্ৰ ভাবানুভূতি বিভিন্ন দিশেৰে বিচ্ছুৰিত হৈ পৰিছে। এনে লাগে যেন তেওঁৰ জীৱনটোৱেই গীতিময় এটি সুন্দৰতম কবিতা, গাই গাই শেষ কৰিব নোৱাৰা অনন্ত সুৰৰ উন্মিলন। প্ৰেম, প্ৰকৃতি স্মৃতি, নিঃসঙ্গতা, স্বদেশ আৰু স্বজাতিৰ প্ৰতি আনুগত্য আৰু নাৰী মনঃস্তত্বৰ সুক্ষ্ম বিচাৰে তেওঁৰ গীত কবিতাত অপৰূপ ৰূপ দান কৰিছে। প্ৰকাশিত গ্ৰন্থবোৰৰ মাজত গীত আৰু কবিতাৰ উপৰিও আছে গল্প, উপন্যাস, শিশু সাহিত্য আৰু আছে দেৱী, শিৱ, সূৰ্য, অসমৰ লোক সংস্কৃতি আদি গৱেষনামূলক গ্ৰন্থ। তেওঁৰ সাহিত্যত অতুলনীয় ব্যঞ্জনাৰ লগতে বিদ্যায়তনিক দিশটোও মনকৰিবলগীয়া।

নবৈখন গ্ৰন্থেৰে অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰি থৈ যোৱা নিৰ্মলপ্ৰভা বৰদলৈৰ দৰে পণ্ডিত ইতিহাসতে বিৰল। সংখ্যাৰ দিশৰ পৰাই তেওঁৰ সাহিত্য চহকী এনে নহয়, বৰং মৌলিক চিন্তা, স্বকীয় প্ৰকাশভঙ্গী, ভাষাৰ ব্যঞ্জনা, প্ৰাণময় বিশ্লেষণ আৰু কোমল কোমল শব্দৰ প্ৰয়োগে সাহিত্যৰ দুৰ্বোধ্যতা আঁতৰোৱাৰ লগতে লেখিকাগৰাকীক পঢ়ুৱৈ সমাজৰ ওচৰ চপাই আনিছে। তেওঁৰ সৃষ্টিৰ মৰ্মস্পৰ্শী আবেদনে মন তৰঙ্গত যি উচ্ছাসৰ ধ্বনি তোলে সি যেন একক অনন্য অনুভৱ, যাৰ মধুময়

শীতল সৌৰভে সুগন্ধি বিলাই অযুত প্ৰাণত।

নিৰ্মলপ্ৰভা বৰদলৈ প্ৰেৰণাময়ী এইবাবেই যে তেওঁৰ সৃষ্টিত আছে প্ৰেৰণাৰ উৎস, যি প্ৰেৰণাই জীৱনৰ নিষ্ঠুৰতাক আওকান কৰিবলৈ শিকায়, দুঃখ সাগৰত উটি-বুৰি নেযাবলৈ আৰু যন্ত্ৰণা জৰ্জৰিতজনক জীৱনক প্ৰত্যাহ্বানৰূপে গ্ৰহণ কৰিবলৈ মন্ত্ৰ দিয়ে। জীৱনৰ চাকনৈয়াত উটি-বুৰিও যে তাক সুন্দৰ, মধুৰ আৰু অৰ্থপূৰ্ণ কৰি তুলিব পাৰি, সাধনালব্ধ চেতনাৰে জীৱনলৈ শান্তিৰ নিজৰা বোৱাই আনিব পাৰি তেনে এক জীৱনৰ চানেকিয়েই আমাৰ নিৰ্মলপ্ৰভা বৰদলৈ। নিষ্ঠুৰতাই কাতৰ কৰি তুলিলেও দুৰ্বলতাক তেওঁ ক্ষন্তেকলৈও প্ৰশ্ৰয় দিয়া নাই। জীৱন সংগ্ৰামৰ পথ দুৰ্বিসহ, বিপদ-সঙ্কুল হ'লেও বেদনাঅশ্ৰুক একাকাৰ কৰি জীৱনৰ সত্যক তেওঁ উপলব্ধি কৰিছে নীৰৱে, সাহস আৰু আত্মপ্ৰত্যয়েৰে। যিজনে জীৱনৰ আলিয়ে-গলিয়ে বিভ্ৰান্তিত হাবাথুৰি খাই ফুৰিছে, ক্ষত-বিক্ষত বেদনাত দগ্ধ হৈ জীৱনৰ মোহ ত্যাগ কৰিছে, পথভ্ৰান্ত হৈ মৃত্যুৰ ক্ষণ গণিছে— তেওঁকো দিছে শান্তি সুধাৰ এটুপি মৌমিঠা সম্ভাষণ, জীয়াই থকাৰ সাহস আৰু প্ৰেৰণা।

জীৱনৰ দুৰ্বিসহ যন্ত্ৰণাৰ পৰা পৰিত্ৰাণ পাবলৈ তেওঁ আশ্ৰয় বিচাৰে নিজৰ মনৰ ভিতৰৰে কবিতাৰ পাহিত। দুঃখ শোকক শিল্পকলালৈ ৰূপান্তৰিত কৰিবলৈ কঠোৰ সাধনাৰে তেওঁ জীৱন যুঁজত অৱতীৰ্ণ হৈছে। জীৱন ৰণাঙ্গনত ফুল ফুলাবলৈ তেওঁ মহৎ আয়োজন কৰিছে— এইদৰে

"অন্য নামেৰে নেমাতিবা মোক
মোৰ নাম আজি সাধনা
মৰুভূক মই সিক্ত কৰিম
জীৱনৰ এয়ে কামনা।"

নিৰ্মলপ্ৰভাৰ কবিতাত বিষণ্ণ বেদনাৰ ধ্বনি থাকিলেও প্ৰতিশ্ৰুতি আৰু আত্মবিশ্বাসৰ প্ৰখৰ উত্তাপো আছে, যাৰদ্বাৰা মষিমুৰ কৰিব পাৰি অকল্যাণ আৰু এন্ধাৰক। নিজৰ বুকুতে কাণ থৈ তেওঁ শুনে সেই দুৰ্জেয় শক্তিৰ ভাষা, প্ৰাপ্ত হয় উমি উমি জ্বলি থকা জুইকুৰা নিৰ্বাপিত কৰাৰ মন্ত্ৰ, নিজৰ হৃদয়তে কাণ থৈ তেওঁ সহস্ৰ প্ৰশ্নৰো উত্তৰ পায়। --

"প্ৰেৰণাৰ ফুল নিজেই সিঁচিবা
মন হ'লে ভাৰাক্ৰান্ত
শীতৰ ৰিক্ত ডালতে গোপনে
থাকে বসন্তৰ মন্ত্ৰ।"

জীৱন সংগ্ৰাম কৰিব জনা নিৰ্মলপ্ৰভাই ক্ষন্তেকলৈও প্ৰশ্ৰয় দিয়া নাই দুৰ্বলতাক, আনন্দ-অশ্ৰুক একাকাৰ কৰি তেওঁ যেন জীৱনৰ সত্যতাক উপলব্ধি কৰিছে নীৰৱে, কিন্তু দুৰ্জেয় সাহসেৰে। তেওঁ জীৱনক জয় কৰিব পৰা মন্ত্ৰেৰে বিশাল নাৰী সমাজক জীৱন যুঁজত হাৰ নেমানিবলৈ, ৰিক্ত হ'লেও তিক্ত নহ'বলৈ আৰু আত্মসমৰ্পন নকৰিবলৈ আহ্বান জনাইছে।

নিৰ্মলপ্ৰভাই চকুৰ পানীৰে ধুই নিকা কৰিব খোজে যাত্ৰাপথ। জীৱন নদীৰ গানে তেওঁক আগবঢ়াই লৈ যায় নিৰ্দ্দিষ্ট পথেদি যাৰ গতি দুৰ্বাৰ আৰু অপৰাজেয়। সেয়ে তেওঁৰ বিশাল সৃষ্টিৰ কল্লোল ধ্বনিত, শোকে গঁথা থোকাথুকি শব্দৰ বিননিত আমি বিচাৰি পাওঁ তেওঁৰ মন প্ৰাণ আৰু সত্তাক।

নিৰ্মলপ্ৰভাই কয়— মৰুৰ মাজতে অন্ত পৰা, এখনি প্ৰবাহিনী নদীৰ কথা, জীৱন নদীৰ অশান্ত ঢৌৰ খলকনিৰ কথা, কিন্তু সেই নদীখনৰ বেদনাৰ কথা আৰু শূণ্যতাক পূৰ্ণতালৈ ৰূপান্তৰ কৰাৰ মহত্তম

যাত্ৰাৰ কথা।

সন্দেহ নাই-- নিৰ্মলপ্ৰভা বৰদলৈৰ ৰচিত ভালেমান গীতমাতে মহাপ্ৰাণৰ মন্ত্ৰ বহন কৰিছে। তথাপিও তাত নাই কোনো ভ্ৰান্তি আৰু অলসতা। আছে কেৱল গভীৰ প্ৰত্যয় আৰু জীৱনৰ পণ। সেই গতিয়ে বাধা নামানে, মাথো আগবাঢ়ে আৰু আগবাঢ়ে। ইয়েই তেওঁৰ মৰণ বিজয়ী সাধনা, যাৰবাবে তেওঁৰ সৃষ্টিও হৈছে যুগমীয়া।

জীৱনৰ প্ৰমূল্য সম্পৰ্কে উচ্চ ধাৰণাৰে নিৰ্মলপ্ৰভাই জীৱনটোক অৰ্থবহ কৰি তুলিব খোজে। সেই বাটেৰে খোজ পেলাওতে তেওঁ দেখিছিল আকাশৰ ৰং, বৈ যোৱা শিহৰণ, জোনাকৰ নিৰ্মলতা, বতাহৰ মাদকতা আৰু প্ৰকৃতিৰ অপৰূপ ৰূপ লাৱণ্য। এনে অপৰূপ ৰূপ-সম্ভাৰৰ মাজত তেওঁ যেন হেৰুৱাব খোজা জীৱনটোক পুনৰ ঘূৰাই পালে, নতুনকৈ আৱিষ্কাৰ কৰিলে আৰু তাৰ মাজতে বিচাৰি পালে জীয়াই থকাৰ অৱলম্বন।

'কাব্যিক ভাষাৰ ব্যঞ্জনাৰে নিৰ্মলপ্ৰভাই এঠাইত কৈছে-- সৰু সৰু আলি পদুলিয়েদি আগবাঢ়িলেও সেন্দূৰী আলিত উঠিবগৈ পাৰি, ঠেক বাটেৰে গৈ থাকিলেও বিৰাটিক সাৱটিব পাৰি, জীৱনৰ মহত্বও উপলব্ধি কৰিব পাৰি। তেওঁ এবুৰি শুভ কামনাৰে জীৱনৰ শৰাইখন ওপচাই পেলাব খোজে। তাকে কৰোতে যদি ভাগৰি পৰে তেওঁ আশ্ৰয় ল'ব খোজে আকাশৰ অনন্ত নীলাত। তেওঁ কয় জীৱন মানেইতো হাঁহি আৰু অশ্ৰুৰ খেল। এই কথাষাৰ বুজাত যদি পলম হয় জীৱনৰ লক্ষ্যও হৈ পৰে ধূলি-ধূসৰিত। সেয়ে তেওঁ জীৱনৰ কোনো ক্ষণতে বিভ্ৰান্ত হোৱা নাই, থমকিও ৰোৱা নাই। অনাসক্ত হৈ মৃত্যুকো আহ্বান জনোৱা নাই।

ভাৰতীয় দৰ্শনৰ আধ্যাত্মবাদত বিশ্বাসী নিৰ্মলপ্ৰভাই জীৱন নামৰ অনন্ত তৃষ্ণাক কাব্যিক ৰূপ দিছে-- "তৃষাৰ নৈ" নামেৰে। তেওঁ কয় মানুহৰ অনন্ত তৃষ্ণাই খন্তেকীয়া জীৱনত তৃপ্তি লাভ কৰিব নোৱাৰে। সকলো পায়ো যেন তৃষ্ণা থাকি যায়। মাটিৰ মোহে তেওঁক শৃংখলিত কৰি ৰাখে এইখন ধৰাতে। অপূৰণ আশাকে বুকুত বান্ধি তৃষিত আত্মাই চিৰ হাঁহাকাৰ লৈ এইখন পৃথিৱীতে আৱদ্ধ হৈ থাকিব লাগে। সীমাৰ সিপাৰৰ জগতখনত দৃষ্টি ৰাখি তেওঁ কয় তৃষাৰ উপশম হ'ব পাৰে-- সেইখন জগততহে। সত্যৰ অন্বেষণ নকৰাজনৰ বাবে ই সাধ্যাতীত।

জীৱনসম্পৰ্কে নিৰ্মলপ্ৰভা বৰদলৈৰ ধাৰণা জটিল। তেওঁ কয় "জীৱন এক অনন্ত কবিতা-- বুজাৰ-নুবুজাৰ, জোনাকৰ, ধুমুহা, পোৱাৰ-নোপোৱাৰ, পাহি হেৰুওৱাৰ, কোমলতাৰ-কঠিনতাৰ, পোহৰৰ অন্ধকাৰৰ, নিঃসঙ্গতাৰ, অসহায়তাৰ, সত্য-উচ্চাৰণৰ, প্ৰতিজ্ঞাৰ, সৌন্দৰ্যৰ, স্বপ্নৰ, শোষণৰ, দক্ষতাৰ, কাতৰতাৰ, আৰ্তনাদৰ আৰু অশ্ৰুৰ......।" কবি গৰাকীয়ে জীৱন সম্পৰ্কে লাভ কৰা এই অভিজ্ঞতাবোৰ যেন বীণৰ কেইবাডালো তাঁৰত উচ্ছ্বাস ধ্বনিত, সমন্বয় সুৰত বাজি উঠিছে।

· নিৰ্মলপ্ৰভাৰ শীতল সান্নিধ্যই আমাক সদায় মোহিত কৰি ৰাখিছিল। দীঘলীয়াকৈ কথাপাতি থাকিলেও অকণো আমনি নোপোৱা, প্ৰতিটো কথাৰে পৰিপাটি উত্তৰ দি আমাক সন্তুষ্ট কৰা, বিদুষী পণ্ডিতাগৰাকীৰ অহঙ্কাৰহীন সৌজন্যবোধ, শৰীৰৰ কান্তি আৰু ব্যক্তিত্বই আমাক বহুত কিবা দি থৈ গ'ল। সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ সৈতে তেওঁৰ সম্পৰ্ক আছিল আত্মিক, এগৰাকী পৰামৰ্শদাত্ৰী আৰু আমাৰ যাত্ৰাপথৰ সঙ্গী। তেওঁৰ সৈতে অন্তৰঙ্গ হোৱা মুহূৰ্তবোৰ আন্তৰিকতাৰে উপভোগ কৰিছিলো। মোক সকলোতকৈ আকৰ্ষণ কৰিছিল তেওঁৰ বাগ্মীতাই। টোপ-টোপ মৌমিঠা শব্দৰ আলফুল প্ৰয়োগ আৰু বিশেষকৈ ভাষণ আৰম্ভ কৰাৰ লগে লগে সাউৎকৰে বিষয়বস্তুৰ গভীৰতালৈ প্ৰৱেশ কৰা তেওঁৰ অভিনৱ কৌশলে বক্তৃতাৰ গতানুগতিকতা আঁতৰাই শ্ৰোতাক বাৰ্নকৈয়ে মন্ত্ৰমুগ্ধ কৰি ৰাখিছিল। প্ৰাণ-প্ৰাচুৰ্যৰে ভৰা এই স্বতঃস্ফূৰ্ততাই নিৰ্মলপ্ৰভাক বাগ্‌দেৱী তথা বাগ্মী কৰি

তুলিছে।

অন্তৰ ঐশ্বৰ্যৰে ভৰপূৰ কবি প্ৰাণা নিৰ্মলপ্ৰভা বৰদলৈ এগৰাকী জিজ্ঞাসু, অসাধাৰণ আৰু বিৰল প্ৰতিভাৰ নাৰী। তেওঁৰ মৃত্যুয়ে অসমীয়া সাহিত্যৰ এটা যুগৰ অন্ত পেলালে। দৰ্শন শাস্ত্ৰৰ মূল কথাটোৰেই হৈছে মানুহক যিমানেই দুঃখভাগৰে জুৰুলা নকৰক জীৱনক জীয়াই ৰাখিব পাৰিব লাগিব, কাৰণ জীৱন যে 'বৰ অনুপম'। ইয়াতে আস্থা ৰাখি প্ৰেম আৰু ভগবান বিশ্বাসেৰে শক্তিৰূপীনি আদ্যাশক্তিৰ ধ্যান-ধাৰণা বুকুত লৈ নিৰ্মলপ্ৰভা স্বৰ্গগামী হ'ল। জীৱনৰ অৰ্থ বিচাৰি ফুৰা এক তপস্বিনী, সূৰ্যমুখী ফুলৰ দৰে সূৰ্যলৈ চাই থকাৰ অঙ্গীকাৰ, জীৱনক নিবিড়ভাৱে উপলব্ধি কৰি অজস্ৰ ফুল-ফুলোৱাৰ হেঁপাহে তেওঁক মহিমাময়ী কৰি তুলিছে।

শেষৰবাৰ তেওঁ আমালৈ শুভেচ্ছাৰে লেখিছিল-- "সৰ্বভূততে বিলীন হৈ থকা নাৰীশক্তিৰ জাগ্ৰত ৰূপৰ মুৰ্চ্চনা সদৌ অসম লেখিকা সমাৰোহ সমিতি যি 'তোৰে মোৰে আলোকৰ যাত্ৰা' মন্ত্ৰ সৰোগত কৰি নাৰীৰ সুপ্ত তথা অনন্য শক্তিক এটি গতিবেগলৈ ৰূপান্তৰিত কৰিবলৈ সক্ষম হৈছে সেই সৃষ্টিকামী মহাশক্তিক মই আন্তৰিক প্ৰণাম জনাইছোঁ।"

নিৰ্মলপ্ৰভা জীয়াই আছে তেওঁৰ সৃষ্টিৰ মাজত, তেওঁ জীয়াই থাকিব চিৰ যুগমীয়াহৈ আমাৰো মাজত, প্ৰাণত আৰু নিবিড়তাত।

এই চমু লেখনিত নিৰ্মলপ্ৰভাৰ দৰে ব্যক্তিত্বসম্পন্না, বিদ্যা-বিশাৰদা, পণ্ডিতা, মহীয়সী নাৰী এগৰাকীৰ লেখনিৰে প্ৰস্তুত কৰা গ্ৰন্থ এখনৰ 'আগকথা' লেখাটো মোৰ বাবে সম্ভৱ নহয়। তেওঁৰ বৰ্ণাঢ্য প্ৰতিভাৰ সকলো দিশ সামৰি লোৱাটোও যে সাধ্যাতীত। আনুষ্ঠানিক দায়িত্ব লগতে ড° মনোৰমা শৰ্মাৰ কথাযাৰ ৰাখিবলৈহে চেষ্টা কৰিছো।

শেষত গ্ৰন্থখনি প্ৰকাশ কৰাৰ দায়িত্ব সাহিত্য প্ৰকাশে গ্ৰহণ কৰাৰ বাবে প্ৰতিষ্ঠানটিৰ শলাগ লৈছোঁ।

**ড° শীলা বৰঠাকুৰ**
প্ৰতিষ্ঠাপক সভানেত্ৰী
সদৌ অসম লেখিকা
সমাৰোহ সমিতি,
তেজপুৰ, অসম

১৯/১০/০৭

# সম্পাদিকাৰ নিবেদন

আধুনিক অসমীয়া গীতিসাহিত্য আৰু কবিতাৰ পৰা আৰম্ভ কৰি প্ৰাচ্যতত্ত্ব, লোকসংস্কৃতি, শিশু সাহিত্য, নাটক, সমালোচনা, উপন্যাস সাহিত্যৰ আগশাৰীৰ লেখিকা, বিশিষ্ট পণ্ডিত, গৱেষিকা, অসম সাহিত্য সভাৰ প্ৰাক্তন সভানেত্ৰী, গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰাক্তন জৱাহৰলাল নেহৰু আসনৰ অধ্যাপিকা সাহিত্য অকাডেমী বঁটাপ্ৰাপ্ত, জ্ঞান তপস্বিনী প্ৰয়াত ড° নিৰ্মলপ্ৰভা বৰদলৈ সাম্প্ৰতিক কালৰ অসমীয়া ভাষাৰে নহয়, ভাৰতীয় ভাষাসমূহৰ ভিতৰৰো এগৰাকী অগ্ৰণী কবি আৰু গীতিকাৰ। এই গৰাকী কবি গীতিকাৰৰ কাপেৰে নিগৰি ওলোৱা প্ৰকৃতিৰ পৰশসনা নিভাঁজ অসমীয়া শব্দবোৰ প্ৰতিজন পাঠকৰ অন্তৰত তৰপে তৰপে লাগি ধৰে। অসমীয়া ভাষাজননীৰ মধুভাষীনি ৰূপৰ আবেশেৰে বন্ধা-শব্দৰ এই adhession সৰ্বকালৰ অসমীয়া সাহিত্যানুৰাগী পাঠকৰ অন্তৰলৈ পৰিব্যাপ্ত হৈ থাকিব। অসমীয়া জনমানসত সেয়ে এই গৰাকী কবি-গীতিকাৰৰ কাব্যসৃষ্টিৰ তুলনা নাই।

বৰ্ণাঢ্য ব্যক্তিত্বৰ অধিকাৰী, সাহিত্য সৃষ্টিৰ তাড়নাত প্ৰতিপল সাধনাব্ৰতী ড° নিৰ্মল প্ৰভা বৰদলৈৰ গীত, কবিতা আৰু বিষয়বস্তুৰ গভীৰতালৈ অৱগাহন কৰা বক্তৃতাই হেজাৰজনক দিলে জীৱনৰ প্ৰতি ইতিবোধ (Positive attitude), সময়ৰ উচিত মূল্যাংকন আৰু সমাজৰ প্ৰতি এক সুশৃংখলিত দায়বদ্ধতাৰ বাৰ্তা। সৰ্বোপৰি দিলে জীৱনৰ প্ৰেৰণা-- সেয়ে তেওঁৰ জন্মদিন (২০ জুন) হ'ল প্ৰেৰণা দিৱস।

ভাৰতবৰ্ষৰ সৰ্ববৃহৎ মহিলা সাহিত্যসেৱী সংগঠন সদৌ অসম লেখিকা সমাৰোহ সমিতিয়ে অন্যান্য কাৰ্যসূচী লোৱাৰ উপৰিও জন্মলগ্নৰে পৰা অসমৰ স্বনামধন্যা লেখিকাৰ সাহিত্য সৃষ্টিৰ প্ৰকাশৰ ক্ষেত্ৰত আগভাগ লৈ আহিছে। ইতিমধ্যে 'পদ্মশ্ৰী নলিনীবালাদেৱীৰ ৰচনা সম্ভাৰ' প্ৰকাশ কৰি সমিতিয়ে এক অনবদ্য অৱদানেৰে অসমীয়া ভাষা জননীক পুষ্পাৰ্ঘ নিবেদিছে। একে প্ৰচেষ্টাৰে সমিতিয়ে সুদীৰ্ঘ দিন ধৰি ড° নিৰ্মলপ্ৰভা বৰদলৈৰ গীত আৰু সমগ্ৰ কবিতাক সামৰি এখন সংকলন গ্ৰন্থ প্ৰকাশ কৰাৰ আঁচনি যুগুতাই থৈছিল।

সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ ১৪ মে' ২০০৬ নলবাৰীত অনুষ্ঠিত কাৰ্যনিৰ্বাহক সভাত 'ড° নিৰ্মলপ্ৰভা বৰদলৈৰ গীত আৰু কবিতা সমগ্ৰ' প্ৰকাশৰ সিদ্ধান্ত গ্ৰহণ কৰা হয় আৰু সমিতিৰ নিৰ্দেশমৰ্মে এই অভাজনে পুথিখন সম্পাদনাৰ দায়িত্ব নতশিৰে গ্ৰহণ কৰোঁ। কবি গীতিকাৰ নিৰ্মলপ্ৰভা বৰদলৈৰ সাহিত্যকৃতিৰ বিস্তৃত সুগভীৰ অধ্যয়নৰ অৱকাশৰ প্ৰতি লক্ষ্য ৰাখি অসমীয়া সাহিত্যৰ হীৰামণি মুকুতা খটোৱা দুৰ্লভ কবিতাৰ পুথিকেইখন, আলোচনী, বাতৰি কাকতত সিঁচৰতি হৈ থকা মহাৰ্ঘ কবিতাবোৰ আৰু কবিগৰাকীৰ অমূল্য গীতৰ পুথিকেইখন থানথিত লগোৱাৰ নিঃকিন প্ৰয়াস কৰিলোঁ যাতে — বৰ্তমান আৰু ভৱিষ্যতৰ প্ৰজন্মই ঠাইতে পোৱাকৈ কবিগৰাকীৰ গীত আৰু কবিতাৰ স্বাদ গ্ৰহণ কৰিব পাৰে। গৌৰৱৰ কথা আমাৰ সমাজ জীৱনত আজি এনেকুৱা একোটি ক্ষেত্ৰ নাই-- য'ত নিৰ্মলপ্ৰভা বৰদলৈৰ এটি গীত অথবা কবিতাৰ উপমা দিবলৈ নাই।

পুথিখনৰ সূচীপত্ৰ নিৰ্বাচনৰ ক্ষেত্ৰত সম্পাদনা সমিতিৰ সিদ্ধান্তক্ৰমে কামত আগবঢ়া হৈছে। অনুবাদ গীত আৰু অনুবাদ কবিতা পুথিকেইখনো সন্নিবিষ্ট কৰিবলৈ পাই সন্তুষ্টি লভিছোঁ। এই গৰাকী মহীয়সী কবিৰ গীত আৰু কবিতাৰ সমগ্ৰতাৰ সীমা স্পৰ্শ কৰাৰ অপাৰগতা অকাতৰে স্বীকাৰ কৰিছোঁ।

সাহিত্যনুৰাগী পাঠকৰ পৰা অপ্ৰকাশিত হৈ ৰোৱা কবিতাৰ সম্ভেদ পালে — বিনয়েৰে পৰৱৰ্ত্তী সংস্কৰণত প্ৰকাশ কৰাৰ প্ৰতিশ্ৰুতি দিলোঁ।

এই সংকলনখনি যুগুত কৰোতে সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ বৰ্ত্তমানৰ সভানেত্ৰী মহোদয়া প্ৰমুখ্যে সকলো সদস্যা, সম্পাদনা সমিতি বিশেষকৈ সমিতিৰ প্ৰতিষ্ঠাপক সভানেত্ৰী ড° শীলা বৰঠাকুৰ মহোদয়াই সততে যি দিহা পৰামৰ্শ আৰু প্ৰেৰণা দিলে আৰু অতি প্ৰাসঙ্গিকভাবে যি মূল্যবান 'আগকথা' লেখি দিলে তাৰ বাবে কৃতজ্ঞ হৈ ৰ'লোঁ।

গ্ৰন্থখন প্ৰকাশৰ প্ৰতিটো স্তৰতে সাহস যোগাই আমাক ধন্যা কৰিছে ড° বৰদলৈৰ সুযোগ্যা জীয়াৰী ড° স্বপ্না দেবী ভট্টাচাৰ্য আৰু সুযোগ্য জোঁৱাই শ্ৰীযুত ব্ৰজেন ভট্টাচাৰ্যদেৱে। দুয়োগৰাকীলৈকে অন্তৰৰ শলাগ আৰু কৃতজ্ঞতা জনাই থ'লোঁ।

গ্ৰন্থখনৰ মূল আঁচনিখন যুগুত কৰা সময়ত বিভিন্ন দিহা পৰামৰ্শৰে অকুণ্ঠ সহায় আগবঢ়োৱাৰ বাবে অধ্যাপক পৱন কুমাৰ বৰুৱা মহোদয়, ড° ৰাতুল শৰ্মা আৰু সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ বৰ্ত্তমানৰ প্ৰধান সম্পাদিকা প্ৰতিমা বৰুৱা মহোদয়াক আন্তৰিক কৃতজ্ঞতা জনালোঁ।

পুনশ্চ— সমিতিৰ বৰ্ত্তমানৰ সভানেত্ৰী শ্ৰীযুতা অন্নদা শইকীয়া মহোদয়া, বিশিষ্ট লেখিকা আৰু সুৰকাৰ শ্ৰীযুতা তুলতুল বৰুৱা মহোদয়া আৰু সম্পাদনা সমিতিৰ সদস্যা দৰ্পনা বৰা নেওগৰ দিহা-পৰামৰ্শ আৰু সহায় ধন্যবাদেৰে সোঁৱৰিলোঁ।

অসমৰ আগশাৰীৰ প্ৰকাশন গোষ্ঠী 'সাহিত্য প্ৰকাশে' সদৌ অসম লেখিকা সমাৰোহৰ হৈ অতি নিষ্ঠা আৰু আন্তৰিকতাৰে কামখিনি কৰি দিয়াৰ বাবে ছপাশাল-- ত্ৰিবিউন প্ৰেছৰ স্বত্বাধিকাৰীত্ৰয় শ্ৰীযুত তুলসী গোবিন্দ বৰুৱা, শ্ৰীযুত প্ৰফুল্ল গোবিন্দ বৰুৱা আৰু শ্ৰীযুত সুৰজিত গোবিন্দ বৰুৱা প্ৰমুখ্যে সমূহ কৰ্মকৰ্তালৈ সম্পাদনা সমিতিৰ তৰফৰ পৰা সশ্ৰদ্ধ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

বিনম্ৰতাৰে স্বীকাৰ কৰিছোঁ-- এই গ্ৰন্থখন সম্পাদনাৰ গুৰুদায়িত্ব পালন কৰাৰ যোগ্যতা মোৰ নাছিল। সমিতিৰ নিৰ্দেশমতে এই কাম কৰোতে মোৰ ব্যক্তিগত সীমাবদ্ধতাৰ বাবে থাকি যোৱা অনিচ্ছাকৃত ভুল-ত্ৰুটীৰ বাবে সকলো সাহিত্যানুৰাগীৰ ওচৰত ক্ষমা প্ৰাৰ্থনা জনালোঁ।

সদৌ শেষত পাঠক সমাজৰ কৰকমলত মহীয়সী 'ড° নিৰ্মলপ্ৰভা বৰদলৈৰ গীত আৰু কবিতা সমগ্ৰ' অৰ্পন কৰি আশা কৰিলোঁ-- শব্দৰ সাধনা কৰা কবি গৰাকী শব্দৰ মাজতে সৰ্বকাল জীয়াই থাকিব। ৰবি ঠাকুৰৰ ভাষাত ক'বলৈ গ'লে--

"মানুষের শূণ্য ভরাবর জন্য তার মনর মানুষকে নানাভাবে নানা রসে জাগিয়ে রাখবার জন্য আছে তার শিল্প তার সাধনা, তার সাহিত্য।"

আশাকৰো-- অসমীয়া ভাষা সাহিত্যৰ বেদীত আগবঢ়োৱা আমাৰ এইভাগ পুষ্পাৰ্ঘই গৱেষণা কক্ষৰ পৰা আঘোণৰ পথাৰলৈকে যুগে যুগে সুৰভি বিলাব।

মনোৰমা শৰ্মা

সম্পাদিকা

'ড° নিৰ্মলপ্ৰভা বৰদলৈৰ

গীত আৰু কবিতা সমগ্ৰ'

# গীত আৰু মোৰ মনৰ কথা

ড° নিৰ্মলপ্ৰভা বৰদলৈ

"কাণের ভেতর দিয়া মরমে পশিল গো, আকুল করিল গো প্রাণ" --- সেয়ে কি প্ৰাণ?? তীৰত খুন্দিয়াই থকা সাগৰৰ ঢউৰ দৰে যিকোনো গভীৰ আবেগে প্ৰকাশৰ বাট বিচাৰি যেতিয়া বুকুত খুন্দিয়াই থাকে সেইবোৰৰ কি নাম? সেইবোৰ নোগোৱা গান, নোকোৱা কথা। কিন্তু তাৰো জানো নেথাকে নিজস্ব এক সুৰ?

বতাহৰ মৰ্মৰ ধ্বনি, চৰাইৰ কণ্ঠৰ ধ্বনি, উদাস প্ৰান্তৰৰ সুৰৰ যি স্বপ্ৰকাশ হয়, তাত কথাৰ প্ৰয়োজন থাকেনে?? মানুহেও কিছুমান বিশেষ বিশেষ প্ৰহৰত বিননিৰেই, হাঁহিৰ ধ্বনিৰেই, অথবা নীৰৱ অৰ্থময় দৃষ্টিৰেই ভাব ব্যক্ত কৰিব পাৰে। সেইবুলি অৱশ্যেই মানুহে কথা নোকোৱাকৈ নেথাকে। জীৱনত কথাৰ ভূমিকাও অনন্য। এইটোও নিশ্চয় লক্ষ্যণীয় যে মানুহেইহে কেৱল তথাকথিত অৰ্থত কথা ক'ব পাৰে।

যিবোৰ কথা ইঙ্গিতেৰে, ব্যঞ্জনাৰে, চিত্ৰকল্পেৰে অৰ্থপূৰ্ণভাৱে প্ৰকাশ কৰা হয় সেইবোৰৰ কাব্যিক মূল্য পোনপটীয়া কথাতকৈ নিশ্চয় বেচি। কিন্তু বৰ বেচি গধুৰ নোহোৱাকৈ, নিৰ্ব্বাচিত যথাৰ্থ যথাৰ্থ শব্দেৰে লিখা, একোটা বিশেষ বাৰ্তা বহন কৰা ছন্দময় কথাত যদি সঙ্গতি ৰক্ষা কৰি তাল-মান-যুক্ত সুৰৰ সংযোগ ঘটোৱা যায় তেন্তে সোণত সুৰগা চৰোৱা গীত এটি নিশ্চয় হ'ব পাৰে। কবিতাৰ আবেদন মগজুলৈ হ'লেও গীতৰ আবেদন প্ৰধানতঃ হৃদয়লৈহে হ'ব লাগিব।

প্ৰাণৰ পাপৰি মেল খালেই কথা বিকশি উঠে। কথা ওঁঠে নকয়, কয় অন্তৰে। কথা মনৰ ভাবৰ ধ্বনি-প্ৰতিধ্বনিহে। কথাই উত্তাপ দিয়ে, কথাই উত্তেজিত কৰে, কথাই শান্ত কৰে, কথাই সমাহিত কৰে। কথা লৈ লৈ কথা। কথাই বিশালতা দিয়ে, উদাৰতা দিয়ে। দিয়ে, জীৱন, মহাজীৱনৰ বিচিত্ৰ মৰ্মস্পৰ্শী বাৰ্তা। কথাৰ দ্বাৰাই শুনোতাৰ মনত জাগ্ৰহ হয় চেতনা, জাগ্ৰত হয় বিচিত্ৰ অনুভূতি, উপলব্ধি।

কথা যেতিয়া সুৰৰ লগত, সুৰ যেতিয়া কথাৰ লগত অন্তৰ্লীন হয় আৰু ই এক ৰসোত্তীৰ্ণ কলাৰ ৰূপ ধাৰণ কৰে তাকেই হয়তো গীত বা গান বোলে। ই মৰ্মত প্ৰবেশ কৰিবও লাগিব, গাওঁতা-শুনোতাৰ অন্তৰ মথিত কৰি সমব্যথীও কৰিব লাগিব।

পৃথিৱীত যিমান ভাষা আছে, সিমান ভাষাত হয়তো গানো আছে। কাৰণ প্ৰকাশ বিচৰাই আবেগৰ ধৰ্ম। লোকস্তৰত লোক-সাহিত্য, লোক-সঙ্গীত, লোক-কলা ৰূপে, ক্লাছিকেল স্তৰত সংযত, সংহত উচ্চ আৰ্টৰূপে থকা নানা গীত আমি সেই সেই যুগত পাই আহিছো। ভাৰতীয় সঙ্গীতৰ বিচিত্ৰতা, বিশালতা আৰু গভীৰতাই মানৱক সদায় তন্ময় কৰি, অভিভূত কৰি আহিছে।

ভাৰতীয় সঙ্গীতৰ এই মনোমোহা ঐশ্বৰ্যৰ মূল উৎস হ'ল ভাৰতৰ বৈচিত্ৰপূৰ্ণ জলবায়ু, অৰণ্য-পৰ্বত, নদী, সাগৰ সৃষ্টি কৰা আৰণ্যিক, কৃষিকেন্দ্ৰীক, বিভিন্ন জীৱিকাৰ লোকৰ বসবাস আৰু তেওঁবিলাকৰ বিচিত্ৰ জীৱন গাঁথা। ভাৰতৰ পূব প্ৰান্তৰ অসম প্ৰাকৃতিক সৌন্দৰ্যেৰে বাৰে বহনীয়া আৰু লোক-সংস্কৃতিৰে বাৰে বৰণীয়া। অসম বিভিন্ন লোকসুৰেৰে চিৰদিন মুখৰিত। জন প্ৰবজন, জন গাঁথনি আৰু ৰাজনৈতিক উত্থান-পতনৰ ইতিহাসেও সংস্কৃতি সমৃদ্ধশালী কৰিছে। অসমৰ বিচিত্ৰ লোকগীতবোৰ বিদৰে মোহনীয়া, পাহাৰ-ভৈয়ামৰ জাতি-জনজাতিৰ গীত আৰু বাদ্যৰ সুৰ যেনেকৈ নিজা বৈশিষ্টৰে পৰিপূৰ্ণ, সেইদৰে পাৰম্পৰিক মিশ্ৰনেও সজীৱ অজস্ৰ পৰশা সুৰৰ সৃষ্টি কৰি আহিছে। ভাৰতীয় শাস্ত্ৰীয় সঙ্গীতৰ ধাৰাও অবিচ্ছিন্ন ৰূপত অসমত প্ৰাচীন কালৰে পৰা চলি অহাৰ কথা কুমাৰ ভাস্কৰ বৰ্মনৰ ৰাজসভাৰ ইতিহাসেই কয় (খৃষ্টীয় সপ্তম, অষ্টম শতিকা)। তেনেকৈয়ে সুদূৰ প্ৰাচ্যৰ লগতো প্ৰাচীন কালৰে পৰা সাংস্কৃতিক সম্বন্ধ থকাত তেনেবোৰ ঠাইতো বিশেষকৈ লোক কলাই

অসমৰ থলুৱা কলাৰ লগত সংমিশ্ৰণ হৈ নতুন ৰূপ একোটা দিছিল। এনেবোৰ ক্ষেত্ৰত বিহুৰ নৃত্য-গীত, বাদ্য, দেওধনী নৃত্য আদি জ্বল জ্বল-পট্ পট্ উদাহৰণ। অসমলৈ যিমান প্ৰব্ৰজন ঘটিছিল সাংস্কৃতিক সম্পদো সিমানে আহিছিল। প্ৰাকবৈষ্ণৱ যুগৰে পৰা অসমত প্ৰচলিত ওজাপালি নৃত্য-গীত, ধ্ৰুপদী ধাৰাৰে অন্তৰ্গত।

অসমৰ লোক-গীতসমূহৰ কথা আৰু সুৰত আঞ্চলিক বৈশিষ্ট্য আৰু সৌন্দৰ্য উল্লেখযোগ্য। মানৱীয় প্ৰবৃত্তিগত হৃদয়ানুভূতি এইবোৰত বিদ্যমান। ইয়াৰ উপৰিও কিছুমান লোকগীতৰ কথাত সামাজিক, ৰাজনৈতিক, ঐতিহাসিক কথাৰো প্ৰতিচ্ছবি আছে।

এই লোকগীতবোৰৰ ভিতৰত ধাইনাম, নিচুকণি গীত, আইনাম, বিয়ানাম, মালিতা বৰাগী গীত, টোকাৰী গীত আদি সকলোবোৰ গীত পৰে। শাস্ত্ৰীয় আৰু অৰ্দ্ধশাস্ত্ৰীয় (ক্লাছিকেল আৰু ছেমি ক্লাছিকেল) যিখিনি পৰম্পৰাগত গীত অসমত আছে সেইখিনিও অতি গুৰুত্বপূৰ্ণ শাস্ত্ৰীয়, অৰ্দ্ধশাস্ত্ৰীয় গীতবোৰৰ কথাভাগ ঘাইকৈ মহাকাব্য দুখন আৰু পদ্মপুৰাণৰ পৰা লোৱা হৈছিল। প্ৰাকশঙ্কৰী আৰু শঙ্কৰী যুগৰ বৈষ্ণৱ, অনা বৈষ্ণৱ কবিসকলেই আছিল এইবোৰ স্ৰষ্টা। মনকৰ, দুৰ্গাবৰ, সুকবি নাৰায়ণৰ নাম এইক্ষেত্ৰত জ্বাকত-জিলিকা।

শ্ৰীশ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীশ্ৰীমাধৱদেৱ আৰু এই গুৰু দুজনাৰ দ্বাৰা ৰচিত আৰু সুৰ সংযোজিত গীত-মাতখিনিয়ে অসমৰ সাংস্কৃতিক সম্পদক সোণৰ কলচি পিন্ধালে। বৰগীত আৰু নাটৰ গীতৰ উপৰিও কীৰ্ত্তন-দশম-নামঘোষাকে প্ৰমুখ্য কৰি অপূৰ্ব ভক্তিৰসসিক্ত গীতখিনি অতি উচ্চস্তৰৰ, বৈচিত্ৰপূৰ্ণ আৰু মৌবৰষা।

বহুতো অখ্যাত অনামী লৌকিক কবিৰ (সময় নিৰ্ণয় আৰু সংশ্লিষ্ট সুৰে অসমৰ সঙ্গীতৰ জগত সমৃদ্ধিশালী কৰি আহিছে। আহোম স্বৰ্গদেউ ৰুদ্ৰসিংহ নৃপতিয়ে মৃন্ময়ী দুৰ্গা প্ৰতিমাৰ পূজা অসমত আড়ম্বৰে পতাৰ সূচনা কৰাৰ উপৰিও শক্তিদেৱী দুৰ্গাৰ বন্দনা গীত ৰচনা কৰাৰ কথা নিশ্চয় উল্লেখযোগ্য।

এই বিস্তাৰযুগৰ সময়খিনিৰ পাছতে অসমত ইংৰাজ শাসনৰ সূচনা হৈছিল। সেই সময়ত বঙ্গদেশৰ লগত অসমৰ সাংস্কৃতিক সম্বন্ধ ঘনিষ্ট হৈছিল। ফলস্বৰূপে অসমীয়া গীতৰ কথা আৰু সুৰত বঙ্গদেশৰ যাত্ৰা গীতৰ সুৰৰ প্ৰভাৱ যথেষ্ট ৰূপত পৰিছিল। এনে সময়তে সৰ্বভাৰতীয় ক্লাছিকেল সুৰৰ প্ৰভাৱো অসমত অধিক হৈ পৰে। সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ গীতত চম্পা, ঠুংৰী ইত্যাদিৰ উল্লেখ লক্ষণীয়। "অ মোৰ আপোনাৰ দেশ" গীতটিত ইংৰাজী সুৰৰ আভাসো মন কৰিবলগীয়া।

কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ প্ৰভাৱ অসমীয়া সঙ্গীতত ক্ৰমান্বয়ে ব্যাপক হৈ পৰে। উদাহৰণস্বৰূপে কবি অম্বিকাগিৰি ৰায়চৌধুৰী আৰু গীতিকবি পাৰ্বতীপ্ৰসাদ বৰুৱাৰ গীতৰ সুৰলৈ আঙুলিয়াব পাৰি। নজৰুল গীতৰ আৰু শ্যামাসঙ্গীতৰ প্ৰভাৱো নাই ঘটা বুলি ক'ব নোৱাৰি।

নৱ জাগৰণ বিশেষকৈ ৰোমান্টিক দৃষ্টিভঙ্গীৰ হৈ সময়ছোৱাত মানুহে অসমৰ গাঁৱে-ভূঁঞে সিঁচৰিত হৈ থকা বিবিধ লোকগীতৰ সুৰকো মূল্য দিবলৈ শিকে।

দেশজুৰি হোৱা স্বাধীনতা আন্দোলন বিভিন্ন তৰঙ্গই বিভিন্ন স্তৰত দেশ প্ৰেমৰ আবেগেৰে জনমানসক জাগ্ৰত তথা উদ্দীপ্ত কৰাত আবেগিক প্ৰকাশৰ অজস্ৰ গীত-মাতৰ জন্ম হয়। হৃদয় আলোড়িত কৰা স্বদেশপ্ৰেমৰ গীতবোৰে অসমৰ সঙ্গীতৰ জগতত নতুন দিগন্তৰ সংযোজন কৰে। লক্ষ্মীনাথ বেজবৰুৱা, নবীন চন্দ্ৰ বৰদলৈ, অম্বিকাগিৰি ৰায়চৌধুৰী, উমেশচন্দ্ৰ চৌধুৰী, ৰাধানাথ ফুকন, নলিনীবালা দেৱী, পদ্মধৰ চলিহা, মিত্ৰদেৱ মহন্ত, জ্যোতিপ্ৰসাদ আগৰৱালা, বিষ্ণুপ্ৰসাদ ৰাভা, পাৰ্বতীপ্ৰসাদ বৰুৱা, কমলানন্দ ভট্টাচাৰ্য, আনন্দিৰাম দাস, দৰ্প নাথ শৰ্মা, পুৰুষোত্তম দাস, নব বৰুৱা, পৰাগধৰ চলিহা, ডঃ ভূপেন হাজৰিকা, ৰুদ্ৰ বৰুৱা, নৱকান্ত বৰুৱা, কেশৱ মহন্ত, তফজ্জুল আলি প্ৰমুখ্যে গীতিকাৰ-সুৰকাৰ সকলৰ অসমীয়া গীতি সাহিত্যলৈ দিয়া অবদানে অসমীয়া আধুনিক গীতৰ এক বিস্তৃত বিশিষ্ট ধাৰা প্ৰৱাহিত কৰিলে। অসমীয়া আধুনিক গীতৰ ক্ৰম বিকাশত ওপৰত উল্লেখিত স্বনামধন্য ব্যক্তিসকলৰ লগতে বহুতো অন্য গীতিকাৰ সুৰকাৰৰ বৰঙণিও নিশ্চয় আছে। সাধ্যানুসাৰে

জাকত জিলিকা কেইজনমানৰ নামহে উল্লেখ কৰিব পাৰিছো। অসমীয়া গীতৰ ক্ৰম বিকাশৰ সামগ্ৰিক বিশ্লেষণ এতিয়াও হোৱা নাই।

জ্যোতিপ্ৰসাদ, বিষ্ণুপ্ৰসাদ, পাৰ্বতীপ্ৰসাদৰ সঙ্গীতে অভিনৱ যুগ সৃষ্টিয়েই কৰিলে বুলি ক'ব পাৰি। আনন্দিৰাম দাস, নৱ বৰুৱা, পৰাগ চলিহা, ৰুদ্ৰ বৰুৱাৰ গীত আৰু সুৰে "বনগীত"ৰ এক নতুন ধাৰা প্ৰবাহিত কৰিছিল। অপূৰ্ব কণ্ঠৰ অধিকাৰী, বৰেণ্য শিল্পী ডঃ ভূপেন হাজৰিকাৰ গীত, সুৰ আৰু কণ্ঠ প্ৰক্ষেপনে সৃষ্টি কৰিলে এক অন্যপূৰ্ব যুগ। এই অনন্য ধাৰাত ভাৰতীয় সুৰৰ লগত পাশ্চাত্য ধাৰৰ সুৰৰ অভিনৱ সমন্বয় লক্ষ্য কৰা গ'ল। সৰ্বদিশ সামৰা কথাৰ বিচিত্ৰতাই প্ৰকৃত অৰ্থত আধুনিক গীতক গণ শিল্পৰূপে ৰচনা কৰিলে।

শাস্ত্ৰীয় আৰু লোকগীতৰ সুৰৰ মিশ্ৰনেৰে অন্তৰস্পৰ্শী সুৰ সৃষ্টিকাৰী বৰেণ্য সুৰকাৰ, গীতিকাৰ মুকুল বৰুৱাই অসমীয়া আধুনিক গীতলৈ বিশিষ্ট অৱদান দি গৈছে। এইক্ষেত্ৰত স্বনামধন্য চিত্ৰ পৰিচালক, সুৰকাৰ ব্ৰজেন বৰুৱাৰ নাম স্মৰণীয়। হেমেন হাজৰিকা, জিতেন দেৱ, বীৰেন দত্ত, খগেন মহন্ত, জয়ন্ত হাজৰিকাৰ সুৰ সৃষ্টিয়ে অসমীয়া সঙ্গীত জগতলৈ এক নতুন মাদকতা আনি দিলে। অকালতে কালে কাঢ়ি নিয়া অতি প্ৰতিভাৱান জয়ন্ত হাজৰিকাৰ সঙ্গীতৰ আবেদনত নতুন প্ৰজন্ম এতিয়াও মুগ্ধ। একে সময়ৰ ৰমেন বৰুৱা, ৰাজেশ্বৰ বৰদলৈ, জিতু তপন আৰু ভবেন বৰঠাকুৰৰ সুৰ সৃষ্টিও বেচ মোহনীয়া। প্ৰশান্ত বৰদলৈ, অজিত সিংহ, প্ৰভাত শৰ্মা, প্ৰণবীৰাম বৰুৱা, যজ্ঞ বেজবৰুৱা, ৰমেন বৰুৱা, ৰমেন চৌধুৰী, অনুপম চৌধুৰী, হীৰেণ গোহাঁই, চাদুল্লা, জগদীশ বৰুৱা, জে.পি. দাস, হেমন্ত গোস্বামী, দিলীপ চৌধুৰী, বিপুল বৰুৱা, কুল বৰুৱা, অতুল মেধি, অসীম হাজৰিকাৰ নাম আধুনিক গীতৰ সুৰ সৃষ্টিৰ ইতিহাসত স্মৰণীয় হৈ ৰ'ব।

দুই চাৰিটা চমকপ্ৰদ সুৰ সৃষ্টি কৰি নীৰৱ হৈ পৰা অথবা আমাৰ অজানিতে সুন্দৰ, অৰ্থবহ সুৰ সৃষ্টি কৰি থকা সুৰকাৰ, গীতিকাৰ আৰু কণ্ঠশিল্পীও অসমত নিশ্চয় আছিল বা এতিয়াও আছে। সেইসকলৰ প্ৰতিভাক আমি অভিনন্দিত কৰিব নজনাৰ অক্ষমতাক স্বীকাৰ কৰিছো। তেনেকৈয়ে কণ্ঠশিল্পীৰ দৰেই আধুনিক গীতৰ গীতিকাৰৰো সকলোৰে নাম মই জনাটো সম্ভৱ হৈ উঠা নাই। আধুনিক গীতিকাৰসকলৰ ভিতৰত যিসকলে ছাপ ৰাখিবলৈ সক্ষম হৈছে সেই সকলৰ নাম ৰেডিঅ', টিভিৰ যোগেদি সঘনাই প্ৰচাৰ হৈ থাকে। এতিয়া পাতলকৈ প্ৰচাৰ হৈ থাকিলেও এটা সময়ত পুৰুষোত্তম দাস, শ্যামাচৰণ বৈশ্য, পদ্ম বৰকটকী, নীলিমা দত্ত, আলিমুন নিচা পিয়াৰ, লক্ষহীৰা দাস, ভগগিৰি ৰায়চৌধুৰী, নগেন বৰা, যতীন বৰা, অনুৰাধা দাস আদিৰ বৰ্ণাঢ্য গীতে সময় ভৰাই ৰাখিছিল।

আজি দহ-বাৰ বছৰমানৰ পৰা আধুনিক গীতৰ কথাত প্ৰাধান্য নিদিয়াটো লক্ষ কৰা গৈছে। ফলত আধুনিক অসমীয়া গীতৰ মৰ্যদা, শক্তি, সৌন্দৰ্য বহুতখিনি হ্ৰাস পাইছে। শ্ৰোতাৰ অন্তৰত ছাপ বহুৱাবলৈও অসমৰ্থ হৈছে। ইয়াৰ কাৰণ হৈছে দলীয় মানসিকতা(Groupism), স্বাৰ্থপৰতা, অদূৰদৰ্শিতা, কবিত্ব শক্তি ৰহিতসকলেও নিজক কবি বুলি জাহিৰ কৰাৰ আগ্ৰহ ইত্যাদি ইত্যাদি।

লিখিলেই গান নহয়। লিখিলেই কবিতাও নহয়। প্ৰথম কথা লিখাখিনিৰ কাব্যিক গুণ থাকিব লাগিব। আধুনিক গীতত কথাই প্ৰধান ভূমিকা লয়। শাস্ত্ৰীয় ৰাগ প্ৰধান গীতত আলাপ, বিস্তাৰ, আৰোহণ, অৱৰোহণ ইত্যাদিৰে ৰাগটোৱেই প্ৰধান ভূমিকাত থাকে, কথা গৌণ।

গীত লিখাৰ পাছত গীত আগত লৈ সুৰ দিয়া নিয়মটোৱেই প্ৰচলিত আছিল যদিও আজি কিছু দশকৰ পৰা সুৰৰ ওপৰত গীত লিখাটো এটা ফেশ্যন হৈ পৰিছে। সুৰকাৰে সুৰ লৈ গীতিকাৰ ওচৰলৈ আহে। চিনেমা হলে চিনেমাৰ চিকুৱেন্স বুজাই দিয়ে। গীতিকাৰে সুৰটো শুনি সুৰে বিচৰামতে গীত লিখিব লাগে।

প্ৰথম আচহুৱা যেন লাগিছিল এই কথাটো। পাছত দেখিলো বুজা-বুজি (গীতিকাৰ সুৰকাৰৰ মাজত) থাকিলে এই নতুন নিয়মত গীত লিখিলেও গীত ভালেই হয়। কাৰণ চিত্ৰ মনত থাকোতেই মোৰ গীত সৃষ্টিৰ

কাম আৰম্ভ হৈছিল সুৰ, কথা আৰু কণ্ঠ এই তিনিওৰে সমন্বয়ত। অৰ্থাৎ সুৰতেই গান ৰচিছিলো। শিৱসাগৰ কলেজত মই আই, এ, পঢ়ি থাকোতেও মই গোৱা গানবোৰৰ কথা আৰু সুৰ একেলগে দিয়া। তাৰে এটা গীত প্ৰতিযোগিতাবোৰত মই নিজে গাওঁতেও সদায় প্ৰথম হৈছিলো আৰু আনে গালেও সৌ সিদিনালৈকে প্ৰথম হৈছিল। অথচ গানটো মোৰ হাতত নাই। প্ৰথম শাৰীটো মাত্ৰ মনত আছে-- "দুৰলৈ নাযাবি নাৱৰীয়া" এই অভ্যাসটো মই ৰখা হ'লে বেয়া নাছিল। গুৱাহাটীৰ সন্দিকৈ কলেজত বি.এ. পঢ়িবলৈ আহি গুৱাহাটীৰ আধুনিক গীতৰ পয়োভৰ দেখি মই সঙ্কুচিত হ'লো। মই আনে লিখা, আনে সুৰ দিয়া গানহে কলেজৰ বাহিৰে-ভিতৰে গাবলৈ ধৰিলো আৰু বহুত পুৰস্কাৰেৰে সন্মানিত হৈছিলো। মই আই. এ. পঢ়ি থাকোতেই শিৱসাগৰৰ দদাইদেউ সুগায়ক প্ৰফুল্ল বৰুৱা এম. পি. দেৱে মোৰ নাম দিছিল 'বাঁহী'। সেই সময়ত নিজে গাবলৈ লিখা কিমান গীত যে ক'ত হেৰাল! স্মৃতিৰ বাহিৰে তাৰ আৰু একো স্বাক্ষৰ নাই। বি. এ., এম. এ. পঢ়া সময়ছোৱাত বাংলা গানৰো বৰ আদৰ আছিল। আমি ৰেকৰ্ডৰ পৰা শিকি শিকি সেইবোৰ গাইছিলো।

মই বি. বৰুৱা কলেজত ১৯৫৮ চনত কামত সোমালো। ১৯৬০ চন মানত লাচিত বৰফুকন ছবিখনৰ কাৰণে শ্ৰদ্ধেয় ব্ৰজ দা (ব্ৰজেন বৰুৱা) মোৰ উজান বজাৰৰ ভাড়া ঘৰটোলৈ আহি সুৰৰ ওপৰত শীৰ্ষ গানটো লিখোৱাই মোৰ হীনমন্যতা আঁতৰাই দিলে। সেই ছবিখনৰ সঙ্গীতকাৰ আছিল কলা শিল্পৰ ভোটাতৰা স্বৰূপ ব্ৰজেন বৰুৱা আৰু আনজন খ্যাতনামা গীতিকাৰ ক্ষীৰদা বিষয়া। ছবিৰ পৰিচালক আছিল বৰেণ্য শিল্পী কমল নাৰায়ণ চৌধুৰী।

কিমান কথাছবিৰ কাৰণে গীত লিখিলো, কোন কোন সঙ্গীত পৰিচালক আছিল, কেতিয়া সেই ছবিবোৰৰ ওলাল, কোনে কোনে কণ্ঠ দান কৰিলে সেই কথাবোৰৰ সঠিক লেখ দিবলৈ মই অপাৰগ। কিছুমান ছবিয়ে মুক্তিয়েই নেপালে। কিছুমান ছবিৰ গীতৰ কেছেটেই নোলাল। কোন ক'ত লটিঘটি, ডঃ বেজবৰুৱা, বিভ্ৰাট, আশ্ৰ, মহিমাময়ী, বনৰীয়া ফুল, ধৰ্মকাই, দেৱতা, মৰম নদীৰ গাভৰু ঘাট এনেকৈ কেইখনমানৰ কথাহে মনত আছে। মিচিং বঙালীসুৰীয়া, কথাছবিৰ কাৰণেও গান লিখিছিলোঁ। তেনেকৈ বহুত থিয়েটাৰ, বহুত অপেৰাৰ কাৰণেও। ৰেডিঅ'ৰ অজস্ৰ সঙ্গীতালেখ্যবোৰতো আছেই। ৰাইজৰ একান্ত অনুৰাগৰ কাৰণেই মই গীত লিখিবলৈ বাধ্য হৈছিলো। আৰু এনেকৈয়ে গান প্ৰায় ডেৰহাজাৰ মান হ'লগৈ। এই হিচাবো মোক শ্ৰদ্ধেয় মুকুল ককাইদেৱে কৰি দিছিল। মোৰ একো খবৰ নেথাকে। লিখো আৰু তাতে শেষ। সাঁচি নোথোৱা ভুলটোৰ কাৰণেই গানবোৰ প্ৰকৃত অৰ্থত সংগ্ৰহ কৰিব পৰা নাই। কি যে অসহায় অৱস্থা হ'ল এতিয়া! এই ভুলটোৰ কাৰণে নিজকেই ক্ষমা কৰিব নোৱাৰো। যেয়ে কয়, তেওঁকে গান লিখি দিওঁ যদিও তেওঁৰ কণ্ঠৰ 'টাইপটো' মই সদায় আগতে চাই লওঁ। কাৰোবাৰ কণ্ঠ শাস্ত্ৰীয় সুৰ গাবৰ কাৰণে উপযুক্ত, কাৰোবাৰ কণ্ঠ লোকগীতৰ কাৰণে, কিছুমানৰ কণ্ঠ আধুনিক 'মডেলেশ্যন' থকা। সকলোৰে কণ্ঠত সকলো গীত সফল সুৰ কেতিয়াও খাপ নেখায়। যাৰ যি কণ্ঠ তেনে কণ্ঠত ৰজিতা খোৱাকৈ গীত দিবলৈ চেষ্টা কৰিছিলো। আৰু দুটা কামৰ আৰম্ভণি মই স্বজ্ঞানে কৰিছিলো-- সেয়া হৈছে পুৰুষৰ কণ্ঠৰ কাৰণে পুৰুষ সুলভ গীত আৰু মহিলাৰ কণ্ঠৰ কাৰণে নাৰীৰ মনৰ বতৰা থকা গীত। যি কাৰণে এনে ধৰণৰ গীত লিখাৰ কথা মনলৈ আহিছিল সেই কথাটো হ'ল বিশিষ্ট শিল্পী, শিলঙৰ কমল হাজৰিকাৰ গীত এটি দীপালি বৰঠাকুৰে বাণীবদ্ধ কৰিছিল। গীতটো আছিল "চেনাই মই যাওঁ দেই, বিছুতে আহিমগৈ, তেতিয়া কৈ যাম কথা, হাঁহি মুখে থাকিবা চকুলো নুটুকিবা, আইৰেনো মনতে বেজাৰেনো নিদিবা" এই গীতটো দেখাতেই পুৰুষ কণ্ঠই গাবৰ কাৰণে লেখা গীত। ছোৱালীয়ে গোৱা দেখি মোৰ বৰ অসহ্য লাগিল। মই ভাবিলো কথাটো কোনেও ভালকৈ মন কৰা নাই। নহ'লে এই আসোৱাহ নৰয়। মই ভাবিলো নাৰীৰ কাৰণে নাৰীৰ গান আৰু পুৰুষৰ কাৰণে পুৰুষৰ গান লিখা ভাল। চিত্ৰ প্ৰধান বা দাৰ্শনিক কথা থকা গভীৰৰ গান উভয়ৰে কাৰণেই হ'ব। 'সোণৰ খাৰু নেলাগে মোক' গানটোৰ আৰম্ভণি তেনেকৈয়ে হ'ল। (এই গানটোও সুৰৰ ওপৰতে লিখা)। একে সময়তে পুৰুষৰ কণ্ঠৰ কাৰণে ৰচনা কৰিছিলো 'মই এই মাটিৰে ল'ৰা',

'ধুমুহাত মই থৈ যাওঁ মোৰ গতি', 'মোৰ নাম অনিৰুদ্ধ, এক অপৰূপ সৌন্দৰ্যস্বপ্নই মোক কৰি থৈছে মুগ্ধ'– এনে ধৰণৰ গীত। অসমীয়া আধুনিক গীতৰ ধাৰাটোত মই এনে ধৰণেৰেই নীৰৱে সংযোজন এটা কৰিছিলোঁ। ইয়াৰ প্ৰতিক্ৰিয়া বৰ সুন্দৰ হৈছিল। ছোৱালীবিলাকে সোণৰ খাৰু ধৰণৰ গীত বিচাৰি মোক হায়ৰাণ কৰিছিল। "মই যে এজনী নতুন বোৱাৰী" "সোণোৱালী বুটা বছা অসমীয়া পাট", "সন্ধিয়াৰ আকাশত বগলী উৰে", "মই অভিসাৰী ৰাধা", "সখি কিয় শ্যাম কাণুৰ বাজে মুৰুলী" ইত্যাদি ইত্যাদি গীত বৰ আনন্দেৰে শিল্পী সকলৰ অনুৰোধতে লিখি দিছিলো। দ্বিতীয় কথাটো কৰিছিলো প্ৰতিটো গীতত একোটি সূক্ষ্ম বাৰ্ত্তা দিয়াৰ কথাৰে। "মই এই মাটিৰে ল'ৰা" গীতটোৱেই তাৰ উদাহৰণ। গীতৰ যোগেদি মই সমাজৰ কিছুমান সংস্কাৰ কৰিবলৈও বিচাৰিছিলো। প্ৰেমৰ বিভিন্ন অনুভূতিৰ গীত ঠিকেই লাগে। সেইবুলি অনবৰত জোন, তৰা, তুমি, আমি কৰি আলাসত ভাঁহি থাকিলে হ'ব জানো?? মানুহক সমাজ সচেতন কৰাটো সাহিত্যৰে কাম আৰু গীতো তেনেকৈ সাহিত্য। মোৰ গীত যিসকল শিল্পীৰ কণ্ঠেৰে প্ৰাণ পাই উঠিল সেই আটাইসকল শিল্পীৰ নাম দিবলৈ মোৰ সাধ্য ক'ত??

সত্যৰ খাতিৰতে কৈছো যে অসমীয়া শিল্পীসকলৰ শতকৰা আশীভাগেই মোৰ গীতত কণ্ঠদান কৰি মোক ধন্য কৰিছে। শ্ৰদ্ধেয় ভূপেন হাজৰিকা, দিলীপ শৰ্মা, বীৰেন্দ্ৰ নাথ দত্ত, সুদক্ষিণা শৰ্মা, দেবেন শৰ্মা, মুকুল বৰুৱা, জয়ন্ত হাজৰিকা, মিহিৰ বৰদলৈ, অপূৰ্ব দাস, পুলক বেনাৰ্জী, জ্যোতিষ ভট্টাচাৰ্য, দিলীপ চৌধুৰী, দীপালি বৰঠাকুৰ, মৃদুলা দাস, অনিমা বৰঠাকুৰ, অনিমা ভট্টাচাৰ্য চক্ৰবৰ্ত্তী, নীলিমা খাটুন, খগেন মহন্ত, অৰ্চনা মহন্ত, কুল বৰুৱা, অতুল মেধি, ৰমেন বৰুৱা, দ্বীপেন বৰুৱা, অনিমা চৌধুৰী, দেবযানী খনিকৰ, দেবযানী দাস, ডলী ঘোষ, বাণীকন্যা ঘোষাল, ৰঞ্জন দাস, সঙ্গীতা বৰঠাকুৰ, মালবিকা বৰা, মনজ্যোৎস্না গোস্বামী, মধুস্মিতা ভট্টাচাৰ্য, জিতেন ডেকা, মিতালী দে, বিউটি শৰ্মা বৰুৱা, মনীষা হাজৰিকা, জে.পি. দাস, হীৰা দাস, মীৰা চহৰীয়া, চাৰু গোহাঁই, হীৰেণ গোহাঁই, ৰাজেন গোহাঁই, সান্ত্বনা বৰুৱা, প্ৰশান্ত বৰদলৈ, নমিতা গোস্বামী, সমৰ হাজৰিকা, ময়ুখ হাজৰিকা, বন্দনা শৰ্মা, নিখিলেশ বৰুৱা, শান্তা উজীৰ প্ৰমুখ্যে অসমৰ শিল্পীসকলৰ উপৰিও অসমৰ বাহিৰৰ শ্যামল মিত্ৰ, মান্না দে, আৰতি মুখাৰ্জী, হৈমন্তী শুক্লা, উষা মঙ্গেশকাৰ প্ৰমুখ্যে বঙ্গদেশ, উৰিষ্যা আৰু অন্য ঠাইৰ শিল্পীয়ে কথাছবিৰ নেপথ্যত আৰু ৰেকৰ্ডত কণ্ঠ দান কৰি মোৰ সৃষ্টি কৃতাৰ্থ কৰিছে। খ্যাত অখ্যাত নাম জনা নজনা সকলো শিল্পীলৈ মোৰ হিয়াভৰা কৃতজ্ঞতা জনাই ক'ব খুজিছোঁ।

কণ্ঠ সুধাৰে কৰিলা অমৰ
মোৰ যে প্ৰতিটি লেখা
কালৰ কষটি শিলত যেনিবা
সোণৰ একোটি ৰেখা।।

শ্ৰীময়ী
গীতানগৰ, গুৱাহাটী-২১

ড° নিৰ্মলপ্ৰভা বৰদলৈ

# মোৰ সৃষ্টিসমূহৰ নেপথ্যৰ কিছু কথা

ড° নিৰ্মল প্ৰভা বৰদলৈ

১৯৫৭ চনত মোৰ প্ৰথম কাব্য সংকলন 'বন ফৰিঙৰ ৰং' প্ৰকাশিত হয়। এই কবিতাখিনিত মোৰ সেই সময়ৰ যুগসন্ধিৰ মানসতা প্ৰকাশ পাইছিল। সেই কবিতাবোৰ মোৰ এতিয়াৰ কবিতাৰ আংগিকৰ দৰে নাছিল। অৱশ্যে মুক্ত ছন্দই আছিল। এই কবিতাবোৰ পঢ়ি মামা, এম.পি.হেম বৰুৱাই বৰ প্ৰশংসা কৰিছিল আৰু ইয়াৰ ইংৰাজী অনুবাদক কেইবাটাও সৰ্বভাৰতী সংকলনত তেখেতে স্থান দিছিল। কবিতাবোৰ যুগসন্ধিৰ ক্লান্তি, উদ্বাস্তু সমস্যাক লৈ সৃষ্টি হোৱা উদ্বেগ, যান্ত্ৰিক যুগৰ অভিশাপ ইত্যাদিৰে তেতিয়াই সমাজ-সচেতন আছিল। Sensitive কবিসকলৰ মনৰ বাহিৰৰ পৃথিৱীখনৰ পতন, ভণ্ডামি, কূটনীতিৰ খেলা বা প্ৰকৃতিৰ পৰা আঁতৰি অহা কাৰুণ্যই তীব্ৰভাৱেই প্ৰতিক্ৰিয়া কৰে। যান্ত্ৰিক যুগৰ যন্ত্ৰণা অসমত তেতিয়া অনুভূত হৈছিল। বংগদেশৰ প্ৰখ্যাত কবি জীৱনানন্দ দাসৰ কবিতাই সেই সময়ত মোক বৰকৈ মুগ্ধ কৰিছিল। ইংৰাজী কবিতাও অজস্ৰ পঢ়িছিলো। বিশেষকৈ ৰিল্কে, ডাইলেঁও থমাছ, ৱাল্টাৰ উয়িটমেন, ডম মৰেইছ আদিৰ কবিতা।

'চিল চিল চিলা বাগী চিল মিলা' নামৰ প্ৰথম ৰাষ্ট্ৰপতি পুৰস্কাৰপ্ৰাপ্ত শিশু গ্ৰন্থখন মই এম.এ. পঢ়ি থাকোঁতে ছাত্ৰীবাৰীত লিখা। তেতিয়াই নতুন অসমীয়া কাকতত শ্ৰদ্ধেয় কীৰ্তিনাথ হাজৰিকাদেৱৰ স্নেহশীল তত্ত্বাৱধানত ছোৱা-ছোৱাকৈ প্ৰকাশ পাইছিল। কিতাপ আকাৰে প্ৰকাশ হ'ল ১৯৫৮ চনত। প্ৰকাশ কৰিলে মালিগাঁৱৰ শ্ৰীগুৰু প্ৰেছে। কিতাপখন প্ৰকাশ হোৱাৰ দিনাই চিয়াহী কেঁচা হৈ থাকোঁতেই মোৰ সহোদৰ ভাতৃস্বৰূপ নগাঁৱৰ প্ৰয়াত বীৰেণ শৰ্মাই পাঁচ কপি নে তিনি কপি নি শ্বিলঙত ডি.পি.আই. অফিচত কিতাপ গ্ৰহণৰ একেবাৰে শেষৰ দিনা কাণে-কাণ মাৰি গৈ জমা দিছিলগৈ।

এই কিতাপখনত অসমত প্ৰচলিত খেল-ধেমালিবোৰ উপন্যাসৰ আংগিকৰ কৌশলেৰে শিশুবোৰৰ কাৰণে লিখি উলিয়াইছিলো। এটা কথা উল্লেখ কৰি থ'বই লাগিব যে শিৱসাগৰত মইনা পাৰিজাত মই বি.এ. পঢ়ি থকা সময়ৰে পৰা গঠন কৰিছিলো। তেতিয়া উজনি অসমত শিশু সংস্থাটোৰ নাম আছিল 'মইনা মেল'। ইয়াৰ কেন্দ্ৰীয় ঘাই অফিচ আছিল যোৰহাটত। গুৱাহাটীত আছিল একে শিশু সংগঠন 'পাৰিজাত কানন'। গুৱাহাটীত বি.এ. পঢ়িবলৈ আহি শ্ৰদ্ধেয়া নলিনী দেৱী আইতাৰ উজানবজাৰৰ ঘৰত (পিতৃ গৃহত) 'মইনা মেল' আৰু 'পাৰিজাত কানন' লগ লগাই নাম দিয়া হ'ল 'মইনা পাৰিজাত'। মইনা পাৰিজাতৰ প্ৰধান ৰূপ দিওঁতা আছিল কবি নলিনীবালা দেৱী। চিল চিল চিলা বাগী চিল মিলা কিতাপখনে ৰাষ্ট্ৰপতিৰ প্ৰথম পুৰস্কাৰ পোৱাত শিশু সাহিত্যলৈও এটা ডাঙৰ অৱদান হ'ল বুলি আটায়ে একেমুখে ক'লে।

'বন ফৰিঙৰ ৰঙ'ৰ পাছত মোৰ কবিতাৰ দ্বিতীয় সংকলন আছিল 'সমীপেষু'। 'সমীপেষু' নামৰ কবিতা সংকলনটো শ্ৰীপবিত্ৰ ডেকাৰ দ্বাৰা প্ৰকাশিত হৈছিল। এই কবিতাৰ আংগিক বন ফৰিঙৰ ৰং কবিতাতকৈ ক্ৰমান্বয়ে বেলেগ হৈ আহিছিল। এই সংকলনৰ কবিতাবোৰৰ বেছিভাগেই তীক্ষ্ণভাৱেই সমাজ-সচেতন আছিল আৰু ভণ্ডামিৰ পৰা সমাজখন উদ্ধাৰ কৰাৰ এক তীব্ৰ আকাংক্ষা আছিল। 'সমীপেষু'ৰ বেটুপাতত আছিল কেকটাছ অৰ্থাৎ এজোপা কাঁইটীয়া, সৰু গছৰ ছবি। আনহাতে 'বন ফৰিঙৰ ৰঙ'ৰ বেটুপাতত আছিল এখিলা টেঁকীয়াপাতৰ ছবি। দুয়োটাই Symbolic। সেই গ্ৰন্থ দুখন আমাৰ প্ৰেছ ইষ্টাৰ্ণ প্ৰিন্টাৰ্ছতে ছপা হৈছিল। তৃতীয় কাব্য সংকলন হ'ল 'অন্তৰংগ'। এই কিতাপখন মালিগাঁৱৰ দত্ত বৰুৱাৰ দ্বাৰা প্ৰকাশিত হৈছিল। ইয়াৰ বেটুপাতটো বৰ সুন্দৰ হৈছিল। আইডিয়াটো মই দিছিলোঁ, আঁকিছিল চিত্ৰশিল্পী চন্দন

চুতীয়াই। কিতাপখনৰ ভিতৰতো পাতে-পাতে জাপানী ছবিৰ আৰ্হিৰ ৰেখাচিত্ৰ আছিল। 'অন্তৰংগ'ৰ কবিতাবোৰ প্ৰেমৰ কবিতা। কোনো অপাৰ্থিৱ প্ৰেমৰ নহয়, পাৰ্থিৱ প্ৰেমৰেই। অসমীয়াৰ নাৰীৰ পাৰ্থিৱ প্ৰেমৰ কবিতা সংকলন বোধকৰোঁ আগতে ওলোৱা নাছিল। প্ৰেম এক পোহৰহে। ই এক অদৃশ্য শক্তিহে, ই পংকিলতা নহয়। প্ৰেম এক স্বৰ্গীয় অনুভূতি। মানুহক ভাল পাব পৰাটো এক উচ্চতম অনুভূতিহে। ই কাকো অনিষ্ঠ নকৰে যেতিয়া ইয়াক পাপ বুলি ভবাটো ভুল। মোৰ অভিধানত প্ৰেমৰ সংজ্ঞা লালসা নহয়। ই সংযত, সংহত এক আধ্যাত্মিক উপলব্ধি। বেটুপাতৰ ছবিখন বৰ অৰ্থব্যঞ্জক। প্ৰথম দৃষ্টিত ই এখন সোণালী নৈ। যিখন নৈ আকাশী পোহৰেৰে উদ্ভাসিত হৈছে। দ্বিতীয় দৃষ্টিত নৈ খনতে দুখন মুখ দেখা যায়।

চতুৰ্থ কাব্য সংকলন হ'ল 'দিনৰ পিছত দিন'। এই কিতাপখন প্ৰসিদ্ধ সমালোচক ভবেন বৰুৱাৰ এক অতি সুন্দৰ পাতনিৰে সমৃদ্ধ হৈ প্ৰকাশ হৈ ওলাইছিল। প্ৰকাশ কৰিছিল গুৱাহাটীৰ বাণী প্ৰকাশে। মোৰ কবিতাৰ অনুৰাগী পাঠক অজস্ৰ আৰু সমালোচনাও বহুতে কৰিছে যদিও এতিয়ালৈকে মোৰ কবিতাৰ মূল সুৰ যথাৰ্থতে বুজি পোৱা মানুহ মাত্ৰ ভবেন বৰুৱাহে। তেওঁৰ সুগভীৰ অন্তৰ্দৃষ্টিয়ে সৃষ্টিৰ ৰহস্যময় সকলো তৰপ ভেদ কৰি যায় আৰু পৰম সত্য ধৰা পেলায়। তেওঁৰ এই আচৰিত দক্ষতাৰ মই চিৰকালেই শলাগ লৈছোঁ। 'দিনৰ পাছত দিন'ৰ পাতনিখন অসমীয়া আধুনিক কবিতা বুজিবলৈ এক অতি প্ৰয়োজনীয় পাতনি। এই 'দিনৰ পাছত দিন' গ্ৰন্থখনে অসম সাহিত্য সভাৰ প্ৰতিযোগিতাত অসমীয়া কবিতাৰ শ্ৰেষ্ঠ বঁটা লাভ কৰে।

ইয়াৰ পিছৰ কাব্য সংকলন হ'ল 'সুদীৰ্ঘ দিন আৰু ঋতু'। এই গ্ৰন্থখন মোৰ ভাই শ্ৰীপ্ৰদীপ বৰদলৈয়ে ইষ্টাৰ্ণ প্ৰিন্টাৰ্ছৰ পৰা প্ৰকাশ কৰিছে। এই গ্ৰন্থখনে ১৯৮৩ চনত সাহিত্য একাডেমি বঁটা লাভ কৰিছিল। এই গ্ৰন্থৰ পাতনিত উল্লেখ কৰা হৈছে যে অসমৰ এক অস্বাভাৱিক প্ৰহৰত, বিশেষকৈ অসম আন্দোলনৰ পটভূমিত এই কবিতাসমূহ লিখা হৈছিল। সুদীৰ্ঘ দিনক সামাজিক আৰু মনস্তাত্বিক প্ৰতিক্ৰিয়াশীল উপলব্ধিবোৰৰ প্ৰকাশ দিয়া হৈছে আৰু ঋতুত সন্নিবিষ্ট কবিতাবোৰ বিভিন্ন ঋতুৰ একো একোটা ইম্প্ৰেছন। এই গ্ৰন্থখনে সাহিত্য একাডেমি বঁটা পোৱাৰ পাছত বহুতো ভাৰতীয় ভাষালৈ অনূদিত হৈছে। তাৰ ভিতৰত বাংলা, গুজৰাটী, পাঞ্জাবী, উৰিয়া প্ৰধান।

ষষ্ঠ কাব্য সংলন হ'ল-- 'শব্দৰ ইপাৰে শব্দৰ সিপাৰে'। এইখন প্ৰকাশ কৰিছে গ্ৰন্থপীঠে। শব্দৰ ইপাৰে বিচিত্ৰ জগৎ, শব্দৰ সিপাৰে অনিৰ্ণেয় উপলব্ধি, -- এয়ে কবিতা সংকলনখনৰ মূল কথা।

৬।ৰ পিছত আহিল-- 'অমিতাভ শব্দ'। এই কাব্য সংকলনখন প্ৰকাশ কৰিছে পাণবজাৰৰ জ্যোতিপ্ৰকাশনে। শব্দৰ আশ্চৰ্যজনক শক্তিৰ উপলব্ধি এই কবিতাৰ মূল উপজীব্য।

'নিৰ্বাচিত কবিতা' নামৰ গ্ৰন্থখন প্ৰকাশ কৰিলে ইমপ্ৰিন্ট নামৰ প্ৰতিষ্ঠানটোৱে। মই সেই সময়ত গুৰুতৰভাৱে অসুস্থ থকাত এই সংকলন প্ৰস্তুত কৰোঁতে সক্ৰিয়ভাৱে সহায় কৰিব নোৱাৰিলো। আনকি ইয়াত এখন পাতনিও সংযুক্ত কৰা নহ'ল।

'The Dawn' নামৰ ইংৰাজী কাব্য সংকলন এখন দিল্লীৰ প্ৰকাশক এজনে নি আজিলৈকে উলিয়াই দিয়া নাই। চিঠি দিও উত্তৰ নোপোৱা হ'লো। মোৰ কবিতা ইতিমধ্যে পৃথিৱীৰ বহুত ভাষালৈ অনূদিত হৈছে। ইংৰাজীত অনূদিত হ'লে আখৰকেইটাকে বুজি পাওঁ, কিন্তু বহুত ভাষাৰ আখৰ বুজিবৰে সাধ্য নাই। লগত দিয়া ইংৰাজী চিঠিখনৰপৰাহে গম পাওঁ যে সেই আলোচনীত বা সেই এন্থ'লজিত মোৰ কবিতা অন্তৰ্ভুক্ত হৈছে। মালয়েছিয়াৰ কুৱালালামপুৰৰ পৰা প্ৰকাশিত এন্থ'লজি অব্ ৱৰ্ল্ড পয়েট্ৰিত মোৰ

কবিতা চাৰিটা নে ছটা অন্তৰ্ভুক্ত হৈছে।

নতুনকৈ লিখা কবিতাখিনি গোটালে আৰু দুখনমান সংকলন হ'ব। কেতিয়াকৈবা প্ৰকাশ কৰিব পাৰোঁ ক'ব পৰা নাই।

**অসমৰ লোক-সংস্কৃতি ঃ** কবিতা লিখাৰ উপৰিও মই সাহিত্য-সংস্কৃতি সম্বন্ধীয় বিভিন্ন কিতাপ লিখাৰ প্ৰেৰণা অন্তৰৰ পৰাই পাইছিলো।

বি.এ. ক্লাছত মোৰ নৃতত্ত্ব (এনথ্ৰ'পলজি) থকা কাৰণে, হয়তো স্বাভাৱিকভাৱে 'অসমৰ সমাজ জীৱনৰ (বিশেষকৈ অসমৰ কৃষিজীৱী সমাজৰ) অৰ্থপূৰ্ণ আৰু সৌন্দৰ্যময় সাংস্কৃতিক দিশবোৰ পৰ্যালোচনা কৰি কিছু প্ৰবন্ধ লিখিছিলো। এই প্ৰবন্ধবোৰে সমাজৰ বিভিন্ন দিশৰ মানুহৰপৰা বৰ আদৰ পাইছিল। বিশেষকৈ পৰম শ্ৰদ্ধেয় কীৰ্তিনাথ হাজৰিকা দাদাই মোৰ ভাষাৰ আৰু উপস্থাপনৰ বৰ প্ৰশংসা কৰিছিল। ইয়াৰ উপৰিও পৰম শ্ৰদ্ধেয় গুৰু বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে এম.এ ক্লাছত পঢ়ুৱাই থকা সময়ত তেখেতৰ 'অসমৰ লোক-সংস্কৃতি' নামৰ গ্ৰন্থত অন্তৰ্ভুক্ত নকৰা বিষয়সমূহ মোক লিখাৰ কথা কৈ আছিল। ক্লাছতে কৈছিল-- "এইটো নিৰ্মলাই লিখিব, সেইটো নিৰ্মলাই লিখিব" এনেকৈ। তেখেতৰ আন্তৰিক ইচ্ছা অনুসৰিয়েই তেখেতে উনুকিয়াই দিয়া বিষয়বোৰৰ বিষয়ে লিখিবলৈ আৰম্ভ কৰিলো।

কিতাপখনে বৰ সুন্দৰ স্বীকৃতি পালে। বি.এ. ক্লাছৰ পৰা এম. ফিল. ক্লাছলৈকে এইখন পাঠ্যপুথি হ'ল আৰু এতিয়াও হৈয়েই আছে।

**কবিতাৰ কথা ঃ** এই গ্ৰন্থখন মই কলেজ আৰু বিশ্ববিদ্যালয়ৰ ল'ৰা-ছোৱালীৰ কামত অহাকৈ লিখিছিলো। এনেয়েও বেছিভাগ মানুহে কবিতা বুজিবলৈ বৰ টান পায়-- কবিতাৰ নেপথ্যৰ কথাবোৰ নাজানে কাৰণেই। পাশ্চাত্যৰ প্ৰভাৱত গঢ় লোৱা আধুনিক কবিতাবোৰ, আংগিকৰ পৰীক্ষা-নিৰীক্ষাবোৰ, আধুনিক কবিতাৰ থুলমূল ইতিহাস সাহিত্যানুৰাগী পাঠকে এনেয়েও জনা উচিত।

**অসমৰ লোক-কবিতা ঃ** অসমৰ লোক-সংস্কৃতিৰ দৰেই অসমৰ লোক-কবিতাও বৰ আকৰ্ষণীয়। লোক-কবিতাৰ বিভিন্ন বিভাগৰ একো-একোটা পৰিচয়হে ইয়াত দাঙি ধৰা হৈছে।

**সাহিত্য আৰু সংস্কৃতি ঃ** এইখন সাহিত্য আৰু সংস্কৃতি সম্বন্ধীয় প্ৰবন্ধ সংকলন। এনেকুৱা ধৰণৰ আৰু কেইবাখনো প্ৰবন্ধ সংকলন কৰিব পৰা যায়। মোৰ লেখাবোৰ গোটাবহে পৰা নাই।

**কবিতা দেশী-বিদেশী ঃ** বিশ্বৰ বিভিন্ন দেশ-বিদেশৰ কবিতাৰ সোৱাদ অসমীয়া পাঠকে পাওক আৰু এই বিষয়ে জ্ঞাত হওক, -- এয়ে আছিল এই কিতাপখন ৰচনা কৰাৰ মূল উদ্দেশ্য। এই কিতাপখন আৰু বহলাব পাৰি। চকুৰ গুৰুতৰ অসুখ নোহোৱা হ'লে মই আৰু বহলালোহেঁতেন।

**অসমীয়া চুটি গল্প ঃ** নেশ্যনেল বুক ট্ৰাষ্টৰ অনুৰোধক্ৰমে এই গল্প সংকলনখন যুগুত কৰিছিলো। এই কিতাপখন বুক ট্ৰাষ্টৰ দ্বাৰাই ভাৰতীয় বহু ভাষালৈ ইতিমধ্যেই ভাঙনি হৈছে।

**Assamese Short Story :** এই কিতাপখন 'Authors Guild of India'ৰ (দিল্লী) অনুৰোধক্ৰমে সংগ্ৰহ কৰিছিলো, সম্পাদনা কৰিছিলো আৰু কিতাপখন ৰিলিজ কৰিছিল ভাৰতৰ তদানীন্তন উপৰাষ্ট্ৰপতি এম. হিদায়াতুল্লাই। কিতাপখনে বৰ ভাল স্বীকৃতি পাইছে।

**কাৰ্বি সমাজ আৰু সংস্কৃতিৰ এচেৰেঙা ঃ** এই কিতাপখন অসম সাহিত্য সভাৰ অনুৰোধক্ৰমে লিখি উলিয়াইছিলো।

**কবিতা আৰু প্ৰকৃতি ঃ** মোৰ Ph.D থেছিছখন এইটো বিষয়কে লৈ ইংৰাজীতে লিখা। ইংৰাজী

থেছিছখন এতিয়ালৈকে প্ৰকাশ কৰিবলৈ দিয়াই হোৱা নাই। অলপ সৰু কৰিম বুলি ভাবি থাকোঁতেই সময় গৈছে। যিহেতু থেছিছখন ইংৰাজীত লিখা আছিল, তাৰ অসমীয়া এটা এডিশ্যন হওক বুলিয়েই 'কবিতা আৰু প্ৰকৃতি' লিখিছিলো।

**দেৱী :** 'দেৱী' লিখাৰ মূল প্ৰেৰণা কিন্তু ৰহস্যময়। কোনোবা যেন অদৃশ্য, অলৌকিক শক্তিহে যেন মোৰ গাত এই সময়ত ভৰ কৰিছিল। নহ'লে ইমান কষ্ট মই কেনেকৈ কৰিছিলো। 'দেৱী'ৰ এতিয়ালৈকে ষষ্ঠ তাঙৰণ ওলাল। ইয়াৰ ইংৰাজী, বাংলা, হিন্দী অনুবাদো হ'ল। এই গ্ৰন্থখনে সৰ্বভাৰতীয় উচ্চ স্বীকৃতি লাভ কৰিছে।

**আধুনিক কবিতা :** এই গ্ৰন্থখনো এম. এ. পঢ়া ছাত্ৰ-ছাত্ৰীসকলৰ বিশেষ কামত অহাকৈ প্ৰস্তুত কৰা হৈছিল। লগতে অসম সাহিত্য সভাৰ কবি সন্মিলনৰ (১৯৭৬) সভানেত্ৰীৰ অভিভাষণো সন্নিৱিষ্ট কৰা হৈছে।

**বৰগীতৰ কথা :** গুৰু দুজনাৰ বৰগীতৰ ইতিহাস আৰু সাহিত্যিক সৌন্দৰ্যৰ বিচাৰ কৰি ইয়াৰ লগতে বৰগীতখিনি সন্নিৱিষ্ট কৰা হৈছে।

**ৰবীন্দ্ৰ নাথৰ গীত আৰু কবিতা :** ৰবীন্দ্ৰ নাথৰ গান আৰু কবিতাৰ বহুতো অনুবাদ মই কৰিছোঁ। ৰবীন্দ্ৰ নাথ ঠাকুৰৰ শতবাৰ্ষিকীৰ সময়ত আকাশবাণী গুৱাহাটীৰ অনুৰোধক্ৰমে বহুতো গান প্ৰখ্যাত শিল্পীসকলে গাবৰ কাৰণে অসমীয়ালৈ অনুবাদ কৰি দিছিলো। সেই গীতবোৰ এতিয়াও আকাশবাণীতে আছে। এই পুথিখনো গুৱাহাটী বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি হৈছে।

**গোপন সাধনা ৰাতি সেৱা :** অসমৰ গুপ্ত সম্প্ৰদায় এটাৰ সাধন-প্ৰণালীৰ লগত জড়িত কিছুমান গোপন গীত-মাত আৰু সাধন প্ৰক্ৰিয়াৰ কথা ইয়াত বৰ্ণিত হৈছে। এই গীত-মাত সংগ্ৰহ কৰোঁতে মোৰ অবৰ্ণনীয় কষ্ট হৈছে। কাৰণ প্ৰকাশ হোৱাটো গোপন সম্প্ৰদায়ৰ মানুহে নিবিচাৰে। গ্ৰন্থখন যন্ত্ৰস্থ।

**শিৱ :** 'দেৱী'ৰ দৰেই এইখনো অতি কষ্ট কৰি সংগ্ৰহ কৰা এই বিষয়ৰ তথ্য আৰু তত্ত্বৰ মৌলিক বিচাৰ। 'দেৱী' যেনেকৈ কোনো শাক্ত ধৰ্মীয় গ্ৰন্থ নহয়, 'শিৱ'ও তেনেকৈ কোনো শৈব ধৰ্ম প্ৰচাৰৰ গ্ৰন্থ নহয়। অসমৰ বুকুৰেদি প্ৰবাহিত হোৱা শৈৱ আৰু শাক্ত সংস্কৃতিৰ এই দুটা ধাৰাৰ বিষয়ে তন্ন তন্ন বিচাৰ দুইখন গ্ৰন্থত কৰা হৈছে। 'দেৱী'ৰ দৰে 'শিৱ'ও বিশ্ববিদ্যালয়ৰ পাঠ্যক্ৰমত অন্তৰ্ভুক্ত হৈছে।

## নাটক, অপেৰা, কাব্য নাটক ইত্যাদি

**মেঘদূত :** ই এখন কাব্য নাটক। ক্লাছ নাইনত পঢ়ি থাকোঁতে মোৰ শিক্ষাগুৰু প্ৰয়াত পূৰ্ণেশ্বৰ দিহিঙীয়া ছাৰৰ লগত লগলাগি সংস্কৃতৰ পৰা 'মেঘদূত' কাব্যখন অসমীয়ালৈ অনুবাদ কৰিছিলো। তাৰপৰাই কাব্য নাটকৰূপে আন এটা ৰূপ দিয়া গ'ল।

**উৰ্বশী :** মহাভাৰতৰ এটা কাহিনী মতে ইন্দ্ৰৰ ৰাজসভাত অৰ্জুনৰ লগত দেখাদেখি হৈ উৰ্বশী অৰ্জুনৰ প্ৰণয়াকাংক্ষী হোৱাত কি অৱস্থাৰ সৃষ্টি হৈছিল এই অপেৰাখনত বৰ্ণোৱা হৈছে। এই অপেৰাখন প্ৰথম সন্দিকৈ কলেজৰ ছাত্ৰীসকলে গুৱাহাটীত মঞ্চস্থ কৰিছিল।

**তৃতীয় অংকঃ** এইখন এখন মঞ্চ নাটক। প্ৰতীকধৰ্মিতাৰে লিখা নাটক। সামাজিক, ৰাজনৈতিক সংকটৰ পৰা অসমক ৰক্ষা কৰিবলৈ কিছু সমাধানৰ ইংগিত এই নাটকত দিয়া হৈছে।

**অগ্নিগৰ্ভা :** এইখনো মঞ্চ নাটক। অসম আন্দোলনৰ সময়ত তিনিচুকীয়া, যোৰহাটকে আদি কৰি

বহুতো ঠাইত মঞ্চস্থ হৈছিল।

**বেউলা ঃ** বেউলা এখন কাব্য নাটক। গুৱাহাটীৰ সন্দিকৈ কলেজৰ ছাত্ৰীসকলৰ অনুৰোধক্ৰমে এই নাট লিখা হৈছিল। পাছত ভ্ৰাম্যমাণৰ যোগেদি বহুতো ঠাইত প্ৰয়াত নবীন বৰাৰ দ্বাৰা অভিনয় কৰোৱা হৈছিল। এই নাটকৰ এতিয়া মোৰ হাতত কপি নাই। ভ্ৰাম্যমাণৰ কোনোবা মঞ্চত বিচাৰিলে হয়তো ওলাব পাৰে।

**ফুলকোঁৱৰ ঃ** ইও এখন কাব্যনাট, অপেৰা ধৰণৰ। আকাশবাণী গুৱাহাটীযোগে বহুতবাৰ প্ৰচাৰিত হৈছে।

**মহাকাল ঃ** আকাশবাণীৰ কাৰণে লিখা ই এখন পূৰ্ণাংগ নাট। শ্ৰদ্ধেয় সত্যপ্ৰসাদ বৰুৱা ডাঙৰীয়াৰদ্বাৰা পৰিচালিত হোৱা এই নাটক উচ্চ শ্ৰেণীৰ বহুতো নাট্যশিল্পীয়ে ষাঠি-সত্তৰৰ দশকত অভিনয় কৰিছিল আৰু প্ৰচাৰিত হৈছিল।

**অশ্বঘোষ ঃ** ই এখন অপেৰা। মোৰ এজন বিশিষ্ট বন্ধু মাখন দেৱানৰ একান্ত অনুৰোধক্ৰমে এই নাটকখন মঞ্চৰ কাৰণে লিখি দিছিলোঁ --- ১৯৬৪-৬৫ চন মানতে। মাখন দেৱানৰ পৰিচালনাত সৰ্বাংগসুন্দৰ ৰূপত ছায়াকৌশলেৰে, নৃত্য-গীতেৰে ভৰপুৰ হৈ মঞ্চস্থ হোৱাৰ পাছত এই নাটকখন গুৱাহাটীৰ ৰবীন্দ্ৰ ভৱনত কেইবাবাৰো মঞ্চস্থ হোৱাৰ উপৰিও শ্বিলং, তেজপুৰ, ডিব্ৰুগড়, নগাওঁ আদিৰ মঞ্চতো বৰ সফলতাৰে অভিনীত হৈছিল। অৱশ্যে তেতিয়া এই নাটৰ নাম আছিল 'তীৰ্থযাত্ৰী'। মধ্যযুগীয় পৰিৱেশ আনিবৰ কাৰণে এই অপেৰাত ছেমিক্লাছিকেল সুৰ দিছিল প্ৰখ্যাত সুৰকাৰ, কণ্ঠশিল্পী শ্ৰীপুলক বেনাৰ্জীয়ে। বিখ্যাত সাহিত্যিক-সাংবাদিক শ্ৰীহোমমেন বৰগোহাঞিয়ে এই নাটকৰ বিষয়ে অতি প্ৰশংসা কৰি কাগজত লিখিছিল এনেকৈ-- "বহুত বছৰৰ মূৰত প্ৰখৰ ৰ'দ, ধূলি-ধুমুহাঁৰ মাজত যেন এজাক মন শীতল কৰা বৰষুণ আহিল।"

**ৰজা ঃ** শিশুৰ কাৰণে লিখা ই এখন বৰ জনপ্ৰিয় অপেৰা। গুৱাহাটীৰ নিউ আৰ্ট প্লেয়াৰ্ছে এই নাটক অতি কৃতকাৰ্যতাৰে বহুতবাৰ গুৱাহাটীৰ ৰবীন্দ্ৰ ভৱনত মঞ্চস্থ কৰিছিল।

**বন্ধু ঃ** এইখনো শিশুৰ কাৰণে লিখা অপেৰা। অসমৰ বিভিন্ন ঠাইত এই নাটখন মঞ্চস্থ হৈছিল। টিভিৰ যোগেদিও প্ৰচাৰিত হৈছিল।

**সোণবৰণী আই ঃ** এইখন এখন নৃত্যনাটিকা। ভ্ৰাম্যমাণ থিয়েটাৰৰ দ্বাৰা ই মঞ্চস্থ হৈছিল। যিমানদূৰ সম্ভৱ কোনোবা এখন ভ্ৰাম্যমাণৰ ডেঞ্চ ডাইৰেক্টৰ, শিল্পী শ্ৰীযতীন গোস্বামীৰ দ্বাৰা এই নৃত্য নাট্যৰ সুৰ আৰু নৃত্যৰ সংযোজনা কৰা হৈছিল।

**পুতলা নাচ ঃ** শিশুৰ কাৰণে লিখা ই এখন অপেৰা। কেইবাঠাইতো মঞ্চস্থ হৈছিল।

**মেঘমল্লাৰ ঃ** এই কাব্য নাটকখন ৰেডিঅ' যোগে কেইবাবাৰো প্ৰচাৰিত হৈছে।

**বিহুৰে বিৰিণা পাত ঃ** এইখনো আকাশবাণীযোগে প্ৰচাৰিত অপেৰা।

**নবীন চন্দ্ৰ বৰদলৈ ঃ** ই এখন পূৰ্ণদৈৰ্ঘৰ ৰেডিঅ' ফিচাৰ। নবীন চন্দ্ৰ বৰদলৈৰ শতবাৰ্ষিকীৰ সময়ত এই ফিচাৰখন লিখা হৈছিল আৰু আকাশবাণীৰ দ্বাৰা প্ৰচাৰিত হৈছিল।

**চন্দ্ৰকুমাৰ আগৰৱালা ঃ** ইও এখন চন্দ্ৰকুমাৰ আগৰৱালাৰ শতবাৰ্ষিকীৰ সময়ত লিখা পূৰ্ণদৈৰ্ঘৰ ফিচাৰ। আকাশবাণীযোগে প্ৰচাৰিত হৈছিল।

**অসমৰ জনজাতীয় গীত-মাত ঃ** আকাশবাণীৰদ্বাৰা নেশ্যনেল প্ৰ'গ্ৰেমত প্ৰচাৰিত সংগীতালেখ্য।

**মাজুলী ঃ** এইখনো আকাশবাণীৰ দ্বাৰা নেশ্যনেল প্ৰ'গ্ৰেমত প্ৰচাৰিত সংগীতালেখ্য।

**আই ঃ** 'আই' আকাশবাণীৰ নেশ্যনেল প্ৰ'গ্ৰেমত প্ৰচাৰিত হোৱা সংগীতালেখ্য।

**অসমীয়া ওমলা গীত ঃ** ইংৰাজী স্কুলত চলা নাৰ্ছাৰি ৰাইমছৰ দৰে অসমীয়া ভাষাৰ স্কুলত শিকাবৰ কাৰণে অসমীয়া নাৰ্ছাৰি ৰাইমছৰ এই পুথিখন লিখা হৈছিল। ল'ৰা-ছোৱালীৰ কল্পনা বাঢ়িবৰ অসমৰ পৰিৱেশৰ লগত খাব খোৱাকৈ বিভিন্ন ছন্দত এই গীতবোৰ লিখা হৈছিল। পুথিখনে অতি জনপ্ৰিয়তা লাভ কৰিছে।

**কথা সৰিত সাগৰ ঃ** সংস্কৃত 'কথা সৰিত সাগৰ'ৰ কাহিনীসমূহৰ ভাবানুবাদ। এই গ্ৰন্থখন শিশুৰ কাৰণে লিখা হৈছে।

**সুৰদি মাত ঃ** নাৰ্ছাৰিৰ পিছতে শিশুৰ কাৰণে অসমীয়া বৰ্ণমালা শিকিব পৰাকৈ প্ৰথম খণ্ড আৰু দ্বিতীয় খণ্ড হিচাপে দুটা খণ্ডত, ছন্দত এই পুথিখন লিখা হৈছিল।

**সুৰীয়া মাত ঃ** শিশুৰ কাৰণে লিখা গীতৰ পুথি।

**শিশু গীতিনাট্য সংকলন ঃ** অসম প্ৰকাশন পৰিষদৰদ্বাৰা প্ৰকাশিত এই গ্ৰন্থত কেইবাজনো কবি-নাটাকাৰৰ শিশু উপযোগী গীতিনাট্যৰ সংকলন কৰা হৈছে।

**চিল চিল চিলা বাগী চিল মিলা ঃ** পৰম্পৰাগতভাৱে চলি অহা অসমৰ খেল ধেমালিবিলাক উপন্যাস আকাৰে শিশুৰ কাৰণে ৰচিত হৈছে। এই কিতাপখনে ৰাষ্ট্ৰপতিৰ প্ৰথম পুৰস্কাৰ লাভ কৰিছিল।

**Five freedom fighters:** স্বাধীনতা আন্দোলনত আৰু দেশৰ মংগলৰ কাৰণে প্ৰাণ আহুতি দিয়া পাঁচগৰাকী ছহিদৰ বিষয়ে ইংৰাজীত লিখা গ্ৰন্থ। অধ্যাপক প্ৰদীপ আচাৰ্য সহলেখক।

**শালিকী ৰটৌ-টৌ ঃ** শিশুৰ কাৰণে লিখা ই এখন কবিতা সংকলন।

**মন উৰণীয়া ঃ** শিশুৰ কাৰণে লিখা গল্পৰ ই এখন সংকলন।

**মানুহ ঃ** শিশুৰ কাৰণে নাটকীয়ভাৱে মানুহৰ দেহৰ প্ৰতিটো অংগ-প্ৰত্যংগৰ (উদাহৰণস্বৰূপে হাত, চকু, মুখ ইত্যাদি) বিষয়ে লিখা একাংকিকা দৃশ্যৰ এখন সংকলন।

**সেউজী সেউজীঃ** শিশুৰ কাৰণে লিখা কেইবাটাও দৃশ্যৰ এখন নাটক।

**হায় নাৰিকল পিঠা ঃ** শিশুৰ কাৰণে লিখা তিনিখন নাটকৰ সংকলন।

**ঝিকি-মিকিৰ কথা ঃ** এইখনো সৰু ল'ৰা-ছোৱালীৰ কাৰণে লিখা সঁচা অভিজ্ঞতাৰ কাহিনী।

**সোণবৰণী আইঃ** দেশপ্ৰেমমূলক গীতৰ সংকলন।

**সূৰুযমুখী ঃ** গীতৰ সংকলন।

**Rajani Kanta Bordoloi ঃ** সাহিত্য একাডেমিৰ দ্বাৰা প্ৰকাশিত ইংৰাজীত লিখা এখন মনোগ্ৰাফ।

**Raghunath Choudhary ঃ** ইংৰাজীত লিখিত আন এখন মনোগ্ৰাফ।

**তুলসী দাস ঃ** নেশ্যনেল বুক ট্ৰাষ্টৰ দ্বাৰা প্ৰকাশিত 'তুলসী দাস' নামৰ ইংৰাজী কিতাপৰ অনুবাদ।

**মীৰা বাঈ ঃ** নেশ্যনেল বুট ট্ৰাষ্টৰ দ্বাৰা প্ৰকাশিত 'মীৰা বাঈ' নামৰ ইংৰাজী কিতাপৰ অনুবাদ।

**বিন্দু আৰু সিন্ধু ঃ** 'বুন্দ অউৰ সমুন্দৰ' নামৰ হিন্দী গ্ৰন্থৰ অসমীয়া অনুবাদ।

**আমাৰ লাগতিয়াল গছ-গছনি ঃ** নেশ্যনেল বুক ট্ৰাষ্টৰপৰা প্ৰকাশিত শিশুৰ কাৰণে লিখা অনুবাদ গ্ৰন্থ।

**এছিয়াৰ সাধু কথা ঃ** নেশ্যনেল বুক ট্ৰাষ্টৰ অনুৰোধত অনুবাদ কৰা গ্ৰন্থ।

**উৰিষ্যাৰ লোক-সংস্কৃতি ঃ** নেশ্যনেল বুক ট্ৰাষ্টৰ অনুৰোধত অনুদিত গ্ৰন্থ।

**অমৰত্বৰ আভাস ঃ** ছোভিয়েট ইউনিয়নৰ 'Immortality' নামৰ কবিতা সংকলনৰ অনুবাদ।

**নামঘোষা ঃ** শ্ৰীশ্ৰীমাধৱদেৱ বিৰচিত 'নামঘোষা'খন সম্পূৰ্ণকৈ বাংলালৈ অনুবাদ কৰা গ্ৰন্থ।

**ডাকঘৰ ঃ** কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ 'ডাকঘৰ' নামৰ নাটকৰ অনুবাদ আৰু সাহিত্য একাডেমিৰ দ্বাৰা প্ৰকাশিত।

**শব্দৰ আকাশ ঃ** জ্ঞানপীঠ বঁটা বিজয়ী সীতাকান্ত মহাপাত্ৰৰ 'শব্দেৰ আকাশ' নামৰ কবিতা সংকলনৰ অনুবাদ।

**কবিতা মঞ্জুৰী ঃ** গুৱাহাটী বিশ্ববিদ্যালয়ৰ তিনি বছৰীয়া বি. এ. পাঠ্যক্ৰমৰ কাৰণে যুগুত কৰা আৰু সম্পাদনা কৰা গ্ৰন্থ।

**এশ বছৰৰ অসমীয়া কবিতা ঃ** 'এশ বছৰৰ অসমীয়া কবিতা' নামৰ সৰ্বভাৰতীয় ছেমিনাৰৰ কাৰণে যিবিলাক প্ৰবন্ধ পাঠ কৰা হৈছিল তাৰ সংকলন।

**অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিত আৰ্যভিন্ন উপাদান ঃ** 'অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিত আৰ্যভিন্ন উপাদান' নামৰ সৰ্বভাৰতীয় ছেমিনাৰত পাঠ কৰা প্ৰবন্ধসমূহৰ সংগ্ৰহ আৰু সম্পাদনা।

**পাঞ্চালী বিবাহ ঃ** বিশ্ববিদ্যালয় অনুদান আয়োগে আগবঢ়োৱা টকাৰে বিশ্ববিদ্যালয়ৰ মুৰব্বী অধ্যাপিকা হৈ থাকোঁতে যি project কৰিছিলো তাৰ ভিতৰত এখন সাঁচিপতীয়া পুথিৰ সম্পাদনা।

**সূৰ্য ঃ** 'দেৱী' আৰু 'শিৱ'ৰ দৰেই প্ৰাচ্যতত্ত্ব সম্পৰ্কীয় অধ্যয়ন। অসমত যি সৌৰ সংস্কৃতি চলিছিল সেই বিষয়ে এই গ্ৰন্থত সামগ্ৰিক অধ্যয়ন কৰা হৈছে।

**সেউজী বননি ঃ** লংপ্লেয়িং গ্ৰাম'ফোন ৰেকড'। ড° ভূপেন হাজৰিকাৰ সৈতে লগলাগি কৰা। সাহিত্যখিনিৰ ৰচনা মোৰ দ্বাৰা হৈছে। সুৰৰ ৰচনা ড° ভূপেন হাজৰিকাৰ। প্ৰযোজনা শ্ৰীদুৰ্গাপ্ৰসাদ নেওগৰ (চিফ কনজাৰভেটৰ অৱ্ ফৰেষ্ট)

**ভ্ৰমণ কাহিনী ঃ** চেৰীফুলৰ দেশ জাপান আৰু বিস্ময়কৰ চীন।

**শুভবাৰ্তা ঃ** ই এটা কেছেট। সমগ্ৰ বাইবেল চৈধ্যটা গীতত লিখি দিয়া হৈছে। ডনবস্ক' স্কুলৰ ফাদাৰ লুকাছৰ দ্বাৰা প্ৰকাশিত আৰু প্ৰচাৰিত।

**প্ৰাৰ্থনা ঃ** বাইবেলৰ স্তোত্ৰবোৰৰ ভাব লৈ প্ৰাৰ্থনাৰূপে অসমীয়াত ৰচনা কৰা গীত। ডনবস্ক' স্কুলৰ ফাদাৰ লুকাছৰ দ্বাৰা এই কেছেট প্ৰকাশিত আৰু প্ৰচাৰিত।

**স্বাধীনতা সংগ্ৰামৰ গীত-মাত আৰু কবিতা ঃ** সাহিত্য একাডেমিৰ অনুৰোধক্ৰমে এই গ্ৰন্থখন সংগ্ৰহ আৰু সম্পানদা কৰি দিয়া হৈছে।

**তাও টৈ চিঙ ঃ 'তাও টৈ চিঙ' নামৰ এখন চীনা ভাষাৰ অমূল্য গ্ৰন্থৰ কাব্যিক অনুবাদ।**

**নতুন ওমলা গীত ঃ ১৯৯৯ চনত প্ৰকাশিত শিশুৰ বাবে নতুনকৈ লিখা ওমলা গীতৰ পুথি।**

**ফুলৰ এই মেলাতে ঃ ২০০২ চনত প্ৰকাশিত বিভিন্ন সময়ত ৰচনা কৰা ৫০০ জনপ্ৰিয় গীতৰ**

সংকলন।

**নীলা বাইদেউৰ শিশু সাহিত্য সংগ্ৰহ ঃ** নিজে লিখা শিশু সাহিত্যৰ সম্পূৰ্ণ সংকলন--নিৰ্মলপ্ৰভা বৰদলৈৰ শিশু সাহিত্য সম্ভাৰ/২০০৫ চন

**নিৰ্মলপ্ৰভাৰ নাটক সংকলন ঃ** (যন্ত্ৰস্থ)।

## সংক্ষিপ্ত জীৱন বৃত্ত

নাম ঃ ড° নিৰ্মল প্ৰভা বৰদলৈ

পিতৃৰ নাম ঃ ঁধৰ্মেশ্বৰ শৰ্মা বৰদলৈ

মাতৃৰ নাম ঃ ঁমুক্তাবালা বৰদলৈ

জন্ম তাৰিখ ঃ ২০ জুন, ১৯৩৩ চন

জন্ম স্থান ঃ শিৱসাগৰ

ঠিকনা ঃ 'শ্ৰীময়ী', গীতানগৰ
জু-নাৰেঙ্গী ৰ'ড, গুৱাহাটী-৭৮১০২১

শিক্ষা গ্ৰহণ ঃ প্ৰাথমিক ঃ ২নং প্ৰাইমাৰী বিদ্যালয়, শিৱসাগৰ
মাধ্যমিক ঃ ফুলেশ্বৰী হাইস্কুল; শিৱসাগৰ
আই এ ঃ জয়সাগৰ কলেজ; শিৱসাগৰ
বি.এ. ঃ সন্দিকৈ ছোৱালী কলেজ, গুৱাহাটী
এম.এ আৰু পি. এইচ.ডি গুৱাহাটী বিশ্ববিদ্যালয়।

চাকৰি ঃ অধ্যাপিকা, ভোলা বৰুৱা কলেজ, গুৱাহাটী
অৱসৰপ্ৰাপ্ত জৱাহৰলাল নেহৰু অধ্যাপক,
গুৱাহাটী বিশ্ববিদ্যালয়, গুৱাহাটী-১৪
জাতীয় প্ৰবক্তা (বিশ্ববিদ্যালয় অনুদান আয়োগ, নতুন দিল্লী)

বঁটা আৰু সন্মান ঃ ১৯৮৩ চনৰ সাহিত্য একাডেমীৰ কবিতাৰ বঁটা (সুদীৰ্ঘ দিন আৰু ঋতু)
সাহিত্য একাডেমীৰ মিট দা অথৰ, ১৯৯৫ চন, কলিকতা
সভাপতি, অসম সাহিত্য সভাৰ দুধনৈ অধিবেশন ১৯৯১
শিশু সাহিত্যৰ ৰাষ্ট্ৰপতি বঁটা, ১৯৫৮ (চিল চিল চিলা ৰাগি চিল মিলা)।
অসম সাহিত্য সভাৰ ১৯৮৬ চনৰ শ্ৰেষ্ঠ Indology (ভাৰততত্ত্ব) কৰ্মৰ বঁটা (দেৱী)
সাহিত্য একাডেমীৰ ১৯৮৮-৯৮ বৰ্ষৰ কাৰ্য নিৰ্বাহক সদস্যা
প্ৰবীণা শইকীয়া বঁটা, ২০০২ চন।
অসম সংস্কৃত সমাজৰ সৰস্বতী উপাধি লাভ
পাঁচবছৰ নেচনেল বুক ট্ৰাষ্টৰ উপদেষ্টা সমিতিৰ সদস্যা
কলিকতাৰ ইষ্টাৰ্ণ জ'ন কালচাৰেল কনফাৰেন্সৰ পাঁচ বছৰ গবৰ্ণিং বডিৰ
অসম চৰকাৰৰ কনকলতা বঁটা, গুৱাহাটী।

মৃত্যুৰ তাৰিখ ঃ ১ জুন, ২০০৪ চন।

# সূচীপত্ৰ

## প্ৰথম খণ্ড (স্বৰচিত গীত)

ড° নিৰ্মলপ্ৰভা বৰদলৈৰ গীত–

### ফুলৰ এই মেলাতে ঃ

**অ-অলপ হাঁহি অলপ অশ্ৰু অলপ নুবুজা ভাবৰ**



**আ-আগলি বতাহে কঁপালে কলৰে পাত**

**খ-খেলো আঁহা**



**গ-গধূলি আহিল তৰা জিলিকিল**



**চ-চিৰ চেনেহী মোৰ ভাষা জননী**



**ছ-ছায়া ঘন সৰুলৰে পাত**



**জ-জীৱন জীৱন ৰব অনুপম**

ট-টুপ টুপ নিয়ৰ সৰে



ঢ-ঢোল বায় ক'ত



ত-তোমাৰ বাতৰি কি

## ফ-ফাগুনৰে বা বলে লিহিৰি লিহিৰি বনতে



## ব-বৰ্ষাৰ ঋতু ভাল পাওঁ মই প্ৰতিশ্ৰুতি আছে তাত



## ভ-ভাৰত আমাৰ মাতৃৰ মাতৃ



## ম-মোৰ মিনতি তৰা হয় যদি

## য-যাউতি যুগৰ চিৰ প্ৰবাহ লৈ



## ৰ-ৰূপালী সোণালী থাপনা পাতিলো

### হ-হে অনুপম হে প্ৰিয়তম



## শুভ বাৰ্তা



## দ্বিতীয় খণ্ড (অনুবাদ গীত)

### কবিগুৰু ৰবীন্দ্ৰনাথৰ গীতৰ অনুবাদ ঃ

## তৃতীয় খণ্ড (স্বৰচিত কবিতা)

### বন ফৰিঙৰ ৰং ঃ



### সমীপেষু ঃ

অন্তৰংগ ঃ



দিনৰ পিছত দিন ঃ

## সুদীৰ্ঘ দিন আৰু ঋতু ঃ

**বাট চ'ৰাৰ কবিতা ঃ**



**সুদীৰ্ঘ দিনৰ কবিতা ঃ**

আৰু ঋতু ঃ



শব্দৰ ইপাৰে শব্দৰ সিপাৰে ঃ

**অমিতাভ শব্দ ঃ**



**বসন্ত— বৰ্ষা— শৰত ঃ**



**বসন্তৰ এদিন ঃ**

## আবৃত্তিমূলক কবিতা ঃ



# চতুৰ্থ খণ্ড (অনুবাদ কবিতা)

## অমৰত্বৰ আভাস ঃ

## পঞ্চম খণ্ড (শিশু কবিতা সম্ভাৰ)

### শিশু কবিতা সম্ভাৰ

**গীত আৰু পদ্য**



### শিশু গীতি নাট্য



**অন্যান্য**

## উৎসৰ্গা

**মুকুল বৰুৱা**
জন্ম ঃ ১৯ নৱেম্বৰ, ১৯২৬ চন
মৃত্যু ঃ ১৪ জুলাই, ১৯৯৭ চন

সুৰৰ জগতৰ এক মুকুটবিহীন সম্রাট,
যুগজয়ী সুৰকাৰ, গীতিকাৰ গায়ক,
বোলছবিৰ সঙ্গীত পৰিচালক,
সুদক্ষ অভিনেতা,
স্বকীয় বৈশিষ্ট্যেৰে চিৰউজ্জ্বল,
প্ৰাণোচ্ছল ব্যক্তিত্বৰ মুকুল ককাইদেউৰ
পূণ্য স্মৃতিত এই গীতৰ অৰ্ঘ্য আন্তৰিক
শ্ৰদ্ধাৰে উচৰ্গা কৰিলো।

—নিৰ্মলপ্ৰভা বৰদলৈ

## অসহায় জীৱনে

অসহায় জীৱনে
আজি কি কাৰণে
কান্দিছে গোপনে
কিয়নো গোপনে
কিনো হেৰাল
ক'তে লুকাল
জীৱনৰে জুৰি
ধূলি হৈ শুকাল
তেজতে আছেনে?
ফুলতে আছেনে?
আকাশতে·আছেনে?
বতাহত আছেনে?
ৰাতি জয়াল পোহৰ নুমাল
পথটি পাবলৈ আৰু কত কাল?
তেজতে আছেনে?
ফুলতে আছেনে?
আকাশত আছেনে?
বতাহত আছেনে?
অসহায় জীৱনে।

**

## অশ্ৰুৰে ভাষা যদি থাকে

অশ্ৰুৰে ভাষা যদি থাকে
থৈ গ'লো
নীড়াহাৰা পখীৰ সুৰত
থৈ গ'লো
বেদনাৰ ৰং যদি থাকে
সিঁচি দিলোঁ
এজাৰৰ হেজাৰ ফুলত
কজলা কজলা
সউ ডাবৰবোৰত।।
এটি সুৰ মই যি হ'ব খোজে
অসীম আকাশ জোৰা
এই বাসনাৰ গতি যিয়ে ৰোধে
থৈ গ'লো তাক
ছন্দময় খোজৰ তলত।।
হৃদয়ৰ নদী মৰুত পৰিলে
ফল্গু ৰূপেৰে ৰ'ব
কাঁইটতে মোৰ জীৱন সদায়
ৰঙা এটি ফুল হ'ব
এই বাসনাৰ গতি যিয়ে ৰোধে
থৈ গ'লো তাক থৈ গ'লো
ছন্দময় খোজৰ তলত।।

**

# অ' মাই ডার্লিং নে পটেশ্বৰী

অ' মাই ডার্লিং নে পটেশ্বৰী
তোমালৈ মোৰ মৰম কিমান, থাকো কেনে কৰি
অফিচৰ ফাইল থাকে অফিচতে পৰি।
বিহু উপহাৰ দিম এখন মিনি শাৰী
মেখেলা চাদৰ পিন্ধি নহ'বাচোন বুঢ়ী।।
ব্লাউজ মিনি শাৰী মিনি
পিন্ধিবা দেই টানি টুনি।
তেহে পাহৰিম দোকানৰ কিউ
চাউলৰ নাটনি।
দেশ যদি যায় ভাগি খণ্ড খণ্ড কৰি
যাব দিয়া তুমি ৰ'বা মোহিনী ৰূপ ধৰি।।
ল'ৰাৰ মাক মোৰ বুঢ়ী
সোতোৰা গালত মেক-আপ কৰি
স্কিন টাইত ড্রেচ কৰি
আহা লৰৰি আহা লৰৰি।।
ব্রেকত হ'লেও চিনেমা চাম
লোকৰ ধাৰ কৰি
নাখাই হ'লেও চিনেমা চাম
লোকৰ ধাৰ কৰি
নাখাই হ'লেও পিন্ধিম আমি
বাকী বুকা কৰি।।
চুলিত কলপ সানি লৈও
ফুৰিম হাতত ধৰি।
টকা মাৰি কিনি গাড়ী
থাকিম আমি মজা মাৰি
তেতিয়াহে আমি পুৰাব পাৰিম
বৰ মানুহৰ শাৰী
দুৰ্নীতিৰ সোঁতত দেশ গ'লেও উটিবুৰি
যক দিয়া আমাৰ দেশৰ এয়েই প্রগতি।।

**

# অ' চেনাই মোৰ ভৈয়ামৰ

(যুগ্ম গীত)

ছোৱালী ঃ অ চেনাই মোৰ ভৈয়ামৰ
ল'ৰা ঃ অ মইনাজান পাহাৰৰ
ছোৱালী ঃ অ ডেকাটি পাহাৰৰ
ল'ৰা ঃ অ লগৰী ভৈয়ামৰ
ছোৱালী ঃ পাহাৰৰ মইনা
যাব পাহাৰলৈ
বিৰিণাৰ বুকুতে মৌ মাত এৰি থৈ
আৰু কি আহিব ঘূৰি
উৰি উৰি
গীতৰে লগৰী মনৰে লগৰী
কোঁৱা মোৰ মইনাজান
কথালৈ দিবা কাণ
কলিজাত একুৰা জুই
ল'ৰা ঃ পৰ্বতত সুগৰী
কান্দিব লাহৰী
হৰিণা কান্দিব বনত
হ'লে এৰা এৰি
কিয় যাম পাহৰি
ৰ'বা সোণ বুকুৰে মাজত
অ বিহাৰ আঁচলেৰে
মচা চকুপানী
জ্বলিব মোৰো গাত
বিৰহৰ অগনি
বেলি চাই শপতে
কৰিছো তোমাকে
তুমিহে লাহৰী
জীৱনৰ লগৰী
ল'ৰা ঃ পাহাৰৰ জুৰিটি পিৰীতি সাৰটি
মিলিব ভৈয়ামৰ জানত
ছোৱালী ঃ টলমল পানীৰে এখনি নৈ হৈ
যাব বৈ যুগৰে বুকুত
যুগ্ম ঃ পিৰীতি নামেৰে তিনিটা আখৰে
কোনে কাটি গ'ল শিলত
নজহে নপমে মৰিচা নপৰে
জিলিকে বুকুৰ বিলত।।

**

## অ' ৰাধা, যতবাৰ ভাবিছো তোমাক

অ' ৰাধা, যতবাৰ ভাবিছো তোমাক
মোক অবাক কৰিছা তত
এই প্ৰেম পালা তুমি ক'ত?
ৰাধা কিয় তোমাৰ অত অনুৰাগ?
শ্যাম ৰঙত আছে পিছে কত কি যে ফাঁক
অ' ৰাধা, অ' ৰাধা যতবাৰ ভাবিছো
তোমাক।।
জানো, বাঁহী বিনে
মোৰ ৰাধাই একো নেজানে
জানো, মোৰ নাম
জপে ৰাধাই, জানো সততে
বিচৰা সেই প্ৰেম নহয় অপৰাধ।।
ৰাধাৰোতো আছে মন
পৰম অনুৰাগ
ৰাধা যে সাধিকা মোৰ
সেয়ে অনুৰাগ
অ' ৰাধা .........ৰাধা।।

★★

## অ' ৰিহিনা ৰিহিনা ৰিণ্

অ' ৰিহিনা ৰিহিনা ৰিণ্
দূৰৰ গাঁৱত
মাদল বাজিল
আহিল পূজাৰ দিন।।
কহুঁৱা ফুলাৰ দিন
শেৱালী ফুলাৰ দিন
ৰূপ জিলমিল নামিছে জোনাক
মায়াময় ৰাতি দিন।।
থউকি বাথউ মন
ৰঙা, হালধীয়া কি শাৰী পিন্ধো
কোন ধৰণৰ কি খোপা বান্ধো
ভৰিত নেপুৰ ৰুণ্ জুণ্ জুণ্
কাণে কাণে কথা গুণ গুণ গুণ
হাতত চুৰী কত বৰণীয়া
ৰিন্ জিন্ ৰিন্ জিন্।।
সখী, বহিলে পূজাৰ মেলা
চকুত কাজল নেলাগে আঁকিব
খবকৈ মেলালে ওলা
পূজাৰ বাজানা বাজিলেই সৌৱা
তাক্ ধিনা ধিন্ ধিন্।।

★★

## অ' ফুল অ' ফুল নুফুল কিয় ?

অ' ফুল অ' ফুল নুফুল কিয় ?
বগলী এ সবাহলৈ নগলি কিয় ?
মা
গছবোৰে বাৰু দিন ৰাতি ধৰি
কিয় হৈ থাকে থিয়
নবহে নোশোৱে একোকে নকৰে
কথাকো নেপাতে কিয় ?
ফুলবোৰে খালি মূৰ দুপিয়ায়
ঠেহ যে লাগিছে ঠিক বুজা যায়
সিহঁতৰ মাকে
ঠেহনো নাভাঙেহি কিয়
নবহে নোশোৱে একোকে নকৰে
কথাকো নেপাতে কিয় ?
পেহী ঔ পেহা
আমলখি কেঁহা
টেকেলি পেটা গোবিন্দাই
জাল বাওঁগৈ আহাঁ
আহাঁ আহাঁ আহাঁ
বননিতে বহাঁ
অ' খেলো আমি আহাঁ
কি ?
অলং দলং পৰিছে
ৰজা-ৰাণী আহিছে
কপৌ কু কু কু কু
অ' ফুল অ ফুল নুফুল কিয়।

★★

## অশ্রু সৰে নিৰবধি

অশ্রু সৰে নিৰবধি
উজাগৰী ৰাতি
মনত পৰে
তোমাৰ নয়ন দুটি।।
কৈছিলা, প্ৰেম মানে
এটি শিহৰণে
দিছিলা, এখন আকাশ
মোক সঙ্গোপনে
ক'ত সেই হাঁয় প্ৰতিশ্ৰুতি
জীৱন শীৰ্ণ নদী।।
তুমি দিয়া অৰূপ পোহৰ
আজি অন্ধকাৰ
তুমি অনা জীৱন সুবাস
নাই হাঁহাকাৰ
নীড়াহাৰা পখীৰ দৰে
ক্লান্ত আজি গতি।।

★★

# অসম সাহিত্য সভাৰ পতাকা

(১)

অসম সাহিত্য সভাৰ পতাকা
তোমাক নমস্কাৰ
তোমাৰ সেৱা কৰিবৰ বাবে
প্ৰাণত অঙ্গীকাৰ
অসমৰ ভাষা
সকলো আপোন
সাহিত্য নিজৰে ৰূপ
তাকে বিকশাই তুলিম
কৰিম সুন্দৰ অপৰূপ।
আমাৰ অস্তিত্বৰ প্ৰতীক তুমিয়ে
পতাকা নমস্কাৰ।।
তোমাক প্ৰণাম কৰিছো আমি
নীল আকাশলে চাই
বিশ্ব বন্দিতা হোৱা যেন তুমি
নিজা শক্তিৰে আই।।
তোমাৰ মহিমা আকাশে বতাহে
ফুলে ফুলে ফুলে
হওক জয় জয় জয়কাৰ।।

(২)

চিৰচেনেহী মোৰ ভাষা জননীৰ প্ৰতীক স্বৰূপা
হে
পতাকা তুমি উচ্চতকৈ উচ্চ হৈ তোমাৰ শিৰ
শীৰ্ষত
ৰাখা, অসমৰ গৌৰৱময় ঐতিহ্য, সংহতিপূৰ্ণ
বৰ্তমানক তুমি অহৰহ প্ৰদৰ্শন কৰা। ভৱিষ্যতৰ
কাৰণে প্ৰেৰণাৰ মূৰ্ত প্ৰতীক হোৱা।
পতাকাই বাণী কৰিছে বহন অসম এখন দেশ
বহুত মাত বহুত ভাষাৰ ঐক্যৰ অভিলেখ
সমন্বয়ৰ সংস্কৃতি ই যে পতাকা
মৈত্ৰী মন্ত্ৰ মিত্ৰতাৰ।।

**

# অত ৰং আছে এই পৃথিৱীত

অত ৰং আছে এই পৃথিৱীত
তথাপি হৃদয় ৰিক্ত
মোৰ চকুলোৰে এই মৰুভূমি
নহ'ল শ্যামল সিক্ত।।
প্ৰখৰ তাপেৰে তপ্ত মাথোন
এখনি আকাশ আছে
উৰিছো উৰিছো মাথোন উৰিছো
ভগা ডেউকাৰে তাতে
দুদাল অকণি ঘাঁহেৰে সজা
নীড়ৰ স্বপ্ন দগ্ধ।
কাল ধুমুহাই ডেউকা কঁপাই
মৰুৰ তৃষ্ণাত কণ্ঠ শুকায়।।
বৰষা কোমল মাটিৰ সুৰভি
নিবিড় বনৰ ছায়া
দল ঘাঁহনিৰ সেউজীয়া ৰং
ৰূপ জিলমিল মায়া
সেয়া আজি মাথো চুৰ্ণ সপোন
কণ্ঠ কাকলি স্তব্ধ।

**

# অ’ মোৰ বুকুৰ আপোন আই

অ’ মোৰ বুকুৰ
 আপোন আই
 তোমাৰ তুলনা নাই
তুলসী তলত
 প্ৰাণৰ প্ৰণাম
 চিৰদিন থৈছো জ্বলাই।।
জিৰি জিৰি জিৰি
 বৈ যোৱা এই নদীৰ সুৰত
 যেন প্ৰতি লহৰত
 আইৰ মিঠা মাত
 গুণ গুণায়।।
বনৰ ফুলৰ
সুৰভিত যেন
 আইৰ সুবাস মই পাওঁ
জোনাক জিলিকা
 এই মাটিৰ বুকুত
 যেন আইৰ শোভাৰূপ
 জিকেমিকাই
 মন উজ্বলাই।

**

# অলপ হাঁহি অলপ অশ্ৰু

অলপ হাঁহি অলপ অশ্ৰু
 অলপ নুবুজা ডাৱৰ
এয়ে পৃথিৱীৰ সেউজী দুবৰি
যাউতি যুগীয়া সাঁথৰ।।
এই মাটিতেই ৰচিম স্বৰ্গ
 অশ্ৰু দুহাতে মচি
মাটিৰ মাটিয়া ৰহন গুচাম
 প্ৰাণৰ পাপৰি সিঁচি
শক্তিৰ সেতু বান্ধিম থাকিলে
 ভয় বেদনাৰ সাগৰ।।
জীয়াই থকাত আছে শিহৰণ
 মৃত্যু মানেই শেষ
পুনৰ জনম আছে বা নাই
 নাজানো সিখন দেশ
মাথো পণ আছে ৰক্তবীজৰ
 সংঘাতে নানে ভাগৰ।।

**

# অসম অসম বৰ মনোৰম

অসম অসম বৰ মনোৰম
স্নিগ্ধ সেউজী শোভা
মুগ্ধ নয়ন তৃপ্ত নয়ন
মোৰ দেশ অপৰূপা
অসমৰ কথা অমিয়া ওপচা
চেনেহতে যেন পমা
অসমৰ সুৰ কি যে সুমধুৰ
মাটিৰ সুৰভি সনা
এই মাটিতেই জীৱন মৰণ
জনমে জনমে গঁথা।।
শতবাৰ মই তোমাৰ মুখকে
ৰ লাগি থাকো চাই
শতবাৰ মই প্ৰণতি জনাওঁ
তোমাকে অসমী আই
তোমাক সেৱা কৰিবৰ বাবে
দেখুৱাই দিয়া দিশ।।

**

# অতনু আকাশী পখী

অতনু আকাশী পখী
শ্ৰান্তিবিহীন কাকলিৰে নিতে
মউ দিব খোজে বাকি
জিৰণিবেলাৰ মধুৰ লগৰী
নোহোৱা মাথোন তুমি
সুন্দৰতৰ জীৱন গঢ়াত
দিছা শুভ বৰগুণি
জনজীৱনৰ হৃদয়ে হৃদয়ে
অৰূপ তৰংগ আঁকি।।
মণি মৰকত বাখৰ পতোৱা
জ্ঞানৰ ৰশ্মি দীপ্ত
কাৰাগাৰত আছিল বন্দী
দুৱাৰ নাছিল মুক্ত।।
দৃষ্টি প্ৰসাৰ, কৃষ্টি প্ৰসাৰ সংস্কাৰ কামিতাৰে
সুৰেৰে, ভাওৰে, ৰূপক, কথাৰে, বিদ্যুৎ বাতৰিৰে
সেই বন্দী পোহৰ
সহস্ৰ ধাৰাৰে
দিছা বিয়পাই
শত সুষমাৰে
তুমিয়েই আকাশী পখী।।
সজল মেঘৰ সম্ভাৱনা
তোমাৰ কণ্ঠত আছে
মৰণ জিনা জীৱন মন্ত্ৰ
সিঁচিবা সদায় পিছে
মহাজীৱনৰ চেতনা জগাবা
অসুন্দৰতা ঢাকি।।

(আকাশবাণীৰ কাৰণে বিশেষভাৱে ৰচিত হোৱা গীত)

**

# অসম কলাক্ষেত্র

## (সমবেত গীত)

অসম কলাক্ষেত্র
অনুষ্ঠান পবিত্র
মহৎ উদ্দেশ্যাৰে
প্ৰথম এনে কেন্দ্ৰ।।
অসম কলাক্ষেত্ৰ, প্ৰাচীনত গুৰুত্ব
সংৰক্ষণ পৰম্পৰাত হে
সুৰে তালে লয়ে শুদ্ধ আবেগেৰে
কৰে চৰ্চা অবিৰত হে।
চৰ্চা ৰাখে অবিৰত।।
আমি অসমীয়া কি যে মোহনীয়া
কত যে আছে সংস্কৃতি
জাতি উপজাতিৰ বাৰে ৰহনীয়া
নাচে গীতে বিভূতি
সুৰে অনুপম কথা মনোৰম
ৰক্ষা কৰা আমাৰ কেন্দ্ৰ।।
ৰাখিলে সুকীৰ্ত্তি নকৰোঁ বিকৃতি
অসমৰ অনুপম কলাৰহে
অস্তিত্ব আমাৰে ৰক্ষা হ'ব তেহে
গৌৰৱ ৰক্ষা হওক আমাৰহে।।

(অসম কলাক্ষেত্ৰ, (গুৱাহাটী)ৰ বাবে বিশেষভাৱে ৰচিত সমবেত গীত)

**

# অ' অ' সোণোৱালী এই পথাৰ

পখিলী- অ' অ' সোণোৱালী এই পথাৰ কিনো
মোহনীয়া
সোণ- আয়ে, তাতোকৈও পখিলীৰে মাতটি ধুনীয়া।
পখিলী- তোৰ আৰু আন কাম নাই? (কথাত)
সোণ- আছে অ' কলিজা
কথাটো শুনি যা
পখিলী- নুশুনো নুশুনো
ঘৰলৈ গুচি যা।
সোণ- আয়ে-
আহোঁ বননিয়ে যাওঁ বননিয়ে
নেলাগে ঘোঁৰা অ' দোলা
কিনো কথাযাৰি কলি অ' লাহৰী
আমঠু পৰি যায় ক'লা।।
পখিলী- ইস্!
মোকে নিব খোজ তই যে পিলিঙা
দিব কি পাৰিবি বাৰু?
সোণ- ফুলৰে ঘৰতে
ফুলৰ পাটি পাৰি
ফুলৰে সজাই দিম গাৰু।।
সোণ- অ' সোণ পখিলী
পখিলী- ওঁহো, মই ফুলৰে পখিলী
নহয় মোৰ কলিজা
কথাযাৰ শুনি যা
সোণ- তই সোণৰহে পখিলী বুজিলি?

**

## অন্য নামেৰে নামাতিবা আৰু

অন্য নামেৰে নামাতিবা আৰু
মোৰ নাম আজি সাধনা
বসন্ত ঋতুৰ পাছে পাছে অহা
শ্যামল সজল নয়না
মই যেন এয়া বৰষা ঋতুৰ
ভৰপূৰ এক নদী
টলমল মল মোৰ যৌৱন
সৃষ্টিৰ প্ৰস্তুতি
সিক্ত কৰিম কঠিন ধৰণী
নাই যে অন্য বাসনা।।
মোৰ কণ্ঠত জীৱনৰ সুৰ
প্ৰবাহিত মোৰ গতি
অনন্ত কালৰ যেন এটি সুৰ
বৈ যাওঁক নিৰৱধি
মৰুভূক মই সিক্ত কৰিম
জীৱনৰ এয়ে কামনা।

**

## অ' নদী ভীৰু ভীৰু কিয় গতি

অ' নদী ভীৰু ভীৰু কিয় গতি
নখে মাটি লেখা যেন কইনা
তৃষাত মৰহে পাৰৰ
নল বিৰিণা।।

তয়েই মাথো
দিব পাৰ
শুকান মাটিক ভাষা

তোৰেই পাৰত
গজি উঠে
সোণোৱালী আশা
ইকুল ভাঙি সিকুল তয়েই
গঢ়িলি কতনো।।
নদী অ' তোৰ বুকুত
কিয় ঢউ নাই
সময় পাছোৱাই জানো
তোক নকঁপায়?
তই নদী আন আজি
টলমল বান
পলস পৰা মাটিত ফুলক
জীৱনৰ গান
বন্ধ্যাযুগৰ
বন্ধ্যা মাটিৰ আঁতৰা যাতনা।

**

## অ' অ' ......... হে হে হে হে হেয়্যা

অ' অ'.......... হে হে হে হে হেয়্যা
লাগিছে লাগিছে গাত ৰঙৰে দোলা
উৎসৱৰ জলমল আহিলে বেলা
পূব ভাৰতীৰে মনে মোহনীয়া
চিৰ সেউজীয়া আমি অসমীয়া
জীয়ৰী, জীয়ৰী বোৱাৰী ল'ৰা
ৰঙৰে লাগিলে দোলা।।
কোন দুৰণিত অ' কেতিয়া এৰিলো গাওঁ
অসমীৰে বুকুতে আইৰ মৰমে পাওঁ।
এইখনি শাৰদী অ' কৌন ধুৰে জনম দে
মাইগৰে বান্ধ লৈ হায়ৰে আসাম দেশ
কেবে ছাৰিলি আহাৰে কথে নিজ দেশ
তাতেকৈৰে বান্ধিল আহাৰে আসাম দেশ
বাহুতে বাহু দি অ' ধন
জীৱনে গঢ়িছো অ' ধন
বিহুৰে ছেৱতে ঝুমুৰে নাচিছো–
পিন্ধিছো চেনেহৰ বুটা গথা
বিনাতৰ সুতাৰে মালা।। অ' ............।।

★★

## অ' শ্যাম বৰণীয়া আই

অ' শ্যাম বৰণীয়া আই
অ' গৰিমাময়ী মোৰ আই
পনীয়া সোনৰো দেশ মোৰ আই
তোমাৰ তুলনা নাই।।
সোনৰে এখনি নৈ
বুকুৰ মাজতে লৈ
গোপনে নিজানে
আছিলা নীৰৱে
শ শ বছৰে আই
পনীয়া সোণৰে দেশ তুমি আই
তোমাৰ তুলনা নাই।।
এশ বছৰৰ আগে
তুমি দেখুৱালা, তোমাৰ ঐশ্বৰ্য
অপূৰ্ব হৰ্ষ জাগে
মহাগৌৰৱ ৰত্ন গৰ্ভা আই
বিশ্বত দ্বিতীয় আই মোৰ অসম
(এই) ঐশ্বৰ্যৰ তুলনা নাই।।

যিজনে কৰিলে এই আৱিস্কাৰ
তেওঁৰ স্মৃতিত শত নমস্কাৰ
প্ৰণাম প্ৰণাম শত সহযোগীক
অতুলন/আৱিস্কাৰ
সোনোৱালী নৈ বৈ যাওঁক
খিয়াতি অপাৰ বৈ বৈ যাওঁক
শত বৰ্ষৰ
অপাৰ হৰ্ষৰ
আজি পাৰ ভৰি যায়
পনীয়া সোনৰ আৱিস্কাৰৰ
পূৰ্ণ শতবৰ্ষ
অসম গৌৰৱ বিশ্ববিয়পা
প্ৰাণত কি যে হৰ্ষ।।
আমাৰ প্ৰাণত কি যে হৰ্ষ
কৰোঁ আনন্দ, কৰোঁ আনন্দ
কৰোঁ আনন্দ নৃত্য
বিশ্বমোহিনী অসম জননী
ৰত্নগৰ্ভা তীৰ্থ
আমাৰ প্ৰাণত কি যে হৰ্ষ
পূৰ্ণ শতবৰ্ষ।

(অসম অইলৰ শতবৰ্ষ পূৰ্ণ উৎসৱৰ বাবে ৰচনা কৰা সমবেত গীত)

**

## অপৰূপ লগনতে

অপৰূপ লগনতে
তোমাৰ চকুত আকাশ
আবেশতে ফুলি উঠে
মনৰ বনত পলাশ।।
জোনাকৰ দৰে
যদি কৰি আছে
সোনালী সুৰৰ চৰাই
সুৰভিৰ দৰে
যদি উৰি যায়
নিবিড় বনক ধিয়াই
জিৰিজিৰি
নিজৰা হৈ
নিজক কৰিম প্ৰকাশ।।
বৰষাৰ ৰাতি
অনুপমা মোৰ
তোমাৰ গীতকে গাওঁ
তোমাৰ ছবিকে চাওঁ
কিয় যে এই শিহৰণ
মধুময় এই আলোড়ন
সুৰে সুৰে
মাথো দি গ'লো আভাষ।।

**

অ বৃক্ষ, বড় বৃক্ষৰে, গগনে মেলে দাল

বৃক্ষ হৈয়া দূষিত বায়ু, ৰোধে সৰ্বকাল।।
শাল, শিচমুল, সৰল, চেগুনৰে দিয়া আছ ছায়া,
ক্লান্ত, শ্ৰান্ত মান্সিৰে শান্ত কৰা কায়া।।
যন্ত্ৰ শিল্প স্থানে স্থানে দূষিত হৈল বাতাস
তিল তিল কৰে মৰণ আনে ছানিয়া আকাশ।।
দূষিত বায়ু শুদ্ধ কৰে গাছে সৰ্বক্ষ,
বৃক্ষ তুই ভগবান, দি আছ জীৱন
বৃক্ষ না হইলে হইবে জীৱন্তে মৰণ।।

(লংপ্ৰেয়িং 'সেউজী কননি' আলেখ্যৰ গীত)

**

## অপৰূপা তুমি

অপৰূপা তুমি
কি যে অপৰূপা
তোমাৰ ৰূপকে
চাই অপৰূপা
ৰূপায়িত যত লেখা
আমাৰ চকুৰ
দীপ্তিৰে ৰচো
তোমাৰ পূজাৰ শিখা।।
আমাৰ প্ৰাণৰ
মৰু তৃষ্ণাই
চাতকৰ দৰে
আকাশ কঁপায়
নেপাই একেটি আশা
উজাৰি তোমাক
মাতিবৰ বাবে
পাম কেতিয়াকে ভাষা।

**

## অ বান আহিল

অ বান আহিল, বান আহিল, বান আহিল বান
অ বান আহিল, বান আহিল ভাদ মাহৰ বান।।
অ, শইচ যত উটুৱাই নিলে
অ ঘৰৰ চালো উটুৱাই নিলে
গৰু মহো উটি যোৱা বান
অ নাই ত্ৰাণ, নাই ত্ৰাণ, নাই, নাই ত্ৰাণ।।
অ, আহাৰতো বান
ভাদতো হয় বান
কিয় হয় বাৰে বাৰে বান??
অন্য কণ্ঠত-- নৈ হ'ল বাম
বালি খহি, মাটি খহি বাম
বৰ লুইত হ'ল চোঁৰা
তেনেই তৰাং
অন্য কণ্ঠ-- গছ নাই খহিবই মাটি,
শিপা নাই, কোনে ৰাখে মাটি?
বান হ'ল হৈ, জুৰি, জান
অ বান আহিল, বান আহিল বান।।

('সেউজী কলি')

★★

## অমূল্য যীচুৰ দৰে

(মূলভাব: I need thee, precious jesusঅৰ পৰা)

অমূল্য যীচুৰ দৰে
বন্ধু মোকে লাগে
দুখত যি সান্ত্বনা দিয়ে
সমবেদনাৰে।
তোমাৰ দৰে হিয়াই কৰে
আনক অনুভৱে।
মোৰ দুখ দৈন্যৰ ভাগ ল'বলৈ
যীচুক মোকে লাগে।।
দুখত যি .........
য'ত পাপৰ চেকা যীচু
তোমাৰ তেজে ধুব
তেতিয়া মোৰ পাপী আত্মা
পুনৰ শুদ্ধ হ'ব।।
দুখত যি ...........

★★

## আকৌ নতুন প্ৰভাত হ'ব

আকৌ নতুন প্ৰভাত হ'ব
কাল ৰাতি এই নাথাকিব
নিউ নিউ কৰা ফেঁচাৰ চিঞৰ
শিয়ালৰ ৰাও ধ্বংস হ'ব।।
আকৌ নতুন প্ৰভাত হ'ব
কাল ৰাতি এই নাথাকিব
জয়াল ৰাতিৰ বিভীষিকাবোৰ
সাহ জুই দেখি পলাই যাব।।
আকৌ নতুন প্ৰভাত হ'ব
অমানিশা এই আঁতৰিব
অন্ধকাৰৰ ডাইনী-ভূতৰ
বক্ষ পোহৰে বিদাৰিব।।
আকৌ নতুন প্ৰভাত হ'ব
দীপ্ত সূৰ্য জিলিকিব
তাৰ ৰশ্মিয়ে নিথৰ যুগক
নতুন গতি আনি দিব।

★★

## আৰু কত দুখ দিয়া প্ৰভু

আৰু কত দুখ দিয়া প্ৰভু
কত দুখ আৰু দিয়া
কত দূৰ নজনা বাটে
যাতনাৰ বাটে নিয়া
এবাৰ করুণা কৰা হে হৰি মোক
চৰণে শৰণ দিয়া
প্ৰভু মোক চৰণে শৰণ দিয়া।।

তপত খোলাত ভাজিছা গোঁসাই
জুয়ে যেন দাহে পোৰে
চুলিৰ সাঁকো কিমান বগাম
চকুলো দুধাৰি সৰে
দুখৰ সাগৰ প্ৰভু পাৰ কৰা
মোৰ অবিচাৰ আঁতৰোৱা।
প্ৰভু মোৰ অবিচাৰ আঁতৰোৱা।
আৰু কত দুখ দিয়া।।

তুমি দয়াময় বুলি শুনি আছোঁ
অত শোক কিয় পাওঁ
তুমিয়েই পোহৰ এন্ধাৰতো কিয়
হাবাথুৰি আমি খাওঁ
কাকুতি মিনতি প্ৰভু নেজানো মই
ইবাৰো উধাৰি নিয়া
প্ৰভু মোক ইবাৰ উধাৰি নিয়া
আৰু কত দুখ দিয়া.......।

★★

# আকাশী গঙ্গা ওখ আকাশৰ

আকাশী গঙ্গা ওখ আকাশৰ
মাটিৰ গঙ্গা বুকুৰ
শত প্ৰতিঘাতে দিলেহি চিনাই
সুন্দৰক ওচৰৰ।।
মনৰ চকুৰে দেখো মোহনীয়া
নদী আছে কতবোৰ
বুকুৰ আপোন নৈ জুৰিয়েই
তৃষ্ণা কৰিব দূৰ
কিয় ভুল কৰো বিচাৰি বিচাৰি
দূৰ সুদূৰৰ সুৰ
কাষতেই আছে জনমে জনমে
শান্তিৰ শত সুৰ।।
মাটিৰ বুকুতে জীৱনৰ ৰং
প্ৰাণ পলাশৰ পাহি
মাটিৰ বুকুতে জ্বলমল মল
জীৱন জিলিকা হাঁহি
আকাশ নহয় মাটিহে আপোন
দুদিনীয়া জীৱনৰ।।

**

# আগলি বতাহে কঁপালে কলৰে পাত

আগলি বতাহে কঁপালে কলৰে পাত
মন উৰণীয়া হেৰালে বাটৰে আঁত।
বুজোঁ কি নুবুজোঁ
চিনাকি ফুলিবে মাত
মেলোঁ কি নেমেলোঁ
আকাশ চুবলৈ হাত
হেৰালে বাটৰে আঁত
আগলি বতাহে কঁপালে কলৰে পাত।।
এটি ফুল মাথো
মনৰে ডালতে কঁপে
এটি মাথো পখী
এই উৰে উৰে।।
কিনো ফুল সিটি
কিনো পখী সিটি
জিৰাব কিহৰে ছাঁত
হেৰালে বাটৰে আঁত
আগলি বতাহে কঁপালে কলৰে পাত।।

**

# আলফুলে লাহেকৈ

আলফুলে লাহেকৈ
জিলমিল লগাকৈ
   চকুত নথবা চকু
চকুৰে জুইৰে পুৰিব নোখোজো
   মোৰে কুমলীয়া বুকু।।
মনে মনে নিদিবা তুমি
অচিনা ফুলৰে ৰাগি
মৰমৰে চগাটি উৰি
জুইতে পুৰিব পখী
   ওমলা লগৰী নকৰিবা মোক
ভাগিব চনকা বুকু
নিবিড় ৰাতি বাঁহীৰে সুৰৰ
শিহৰণ নহ'বা তুমি
সুৰে সুৰে কপিব যে মন
অজানা পুলক জাগি
টলমল কৰিবযে বাধাৰ নদী
ভাগিব চনকা বুকু।।

**

# আকাশ আজি মোৰ নাই নাই

আকাশ আজি মোৰ নাই নাই
জোনাক নাই, পোহৰ নাই
ডেউকা পুৰি যায়, পুৰি যায় পুৰি যায়।।
দুটি বিহগ উৰিছিলো পাখিতে পাখি থৈ
ক'ত সপোনে দেখিছিলো, আলফুল মন লৈ
ভাবিছিলো উৰি যাম, দিগন্ত পাৰ হৈ।
এই বনতে উৰিছিলো, জোনাকৰ মউ লৈ
দুবৰিতে বহিছিলো, চকুতে চকু থৈ
আজি ক'ত লুকুৱাওঁ চকুলো মোৰ
নদী মৰু হৈ কিয় যায়
কি অভিশাপত হাঁয়
নিঠুৰ দেৱতাৰ বিচাৰ নাই
বিচাৰ নাই বিচাৰ নাই।।

**

# আজি প্ৰাণৰ মেলা পাতিছোঁ

আজি প্ৰাণৰ মেলা পাতিছোঁ
নতুন নাটক মেলিছোঁ
সুৰৰ বন্তি নাচৰ শিখা
আকাশ ধিয়াই জ্বলিছোঁ।
আজি নতুন শপত লৈছোঁ
হৃদয় ভৰাই ৰাখিছোঁ
হাতে হাতে ধৰি যোৱাৰ
সেন্দুৰীয়া পথ গঢ়াৰ
অঙ্গীকাৰ কৰিছো।।
আজি আইৰ চৰণ চুইছো
নতুন কুসুম ফুলাই
অঞ্জলি দিম বুলি ভাবিছো
দশ-দেৱতা 'গণ দেৱতা'
তোমাৰ আশীষ মাগিছো।।

**

# আমি শক্তি

আমি শক্তি
শক্তি আমি
আমি অঙ্গীকাৰ
সূৰ্য অনাৰ
প্ৰতিজ্ঞাৰে
ভাঙিম ৰুদ্ধদ্বাৰ।।

সিক্ত নকৰো
চকুৰ পানীৰে আমাৰ জীৱনক
ৰিক্ত নকৰো
মূল্যবান (এই) আমাৰ জীৱনক
আমি যাত্ৰী
যাত্ৰী আমি শূণ্য পূৰ্ণতাৰ।।

বন্ধন আমাৰ প্ৰীতিতে
বিশ্বাস আমাৰ নিষ্ঠাতে
আশা আনন্দ প্ৰেৰণাৰে
মুক্তিৰ অঙ্গীকাৰ
যাত্ৰা দুৰ্নিবাৰ।।

**

## আমিতো নহওঁ অন্ধ

আমিতো নহওঁ অন্ধ
চকুৰ আগতে
দেখি আছোঁ আছোঁ
দুষ্কৃতিকাৰী ভণ্ড।
কৰ্ম সংস্কৃতি
　দলিয়াই দিলি
মানৱতা
　চিনিয়ে নেপালি
দুৰ্নীতিৰ পোহাৰ মেলিলি
পাপৰ বোকাত
পতিত হৈ
সকলো কৰি ভ্ৰষ্ট
সহ্য কৰি
থাকো কেনেকৈ
　বিবেক নহয় সুপ্ত।।
অসমীয়া বুলি
আছেনে কোনোবা
　খেলে খেলে বিভক্ত
অত অত্যাচাৰ
অত ব্যভিচাৰ
　ধৰাই নকৰে সহ্য
প্ৰৱঞ্চনাকাৰী
　ক'লে পলাবি অক্ষম মদমত্ত?
তোৰে শিৰে শিৰে
　বজ্ৰপাত হানি দেশক কৰিম মুক্ত।

**

## আই মই শুনিছোঁ আঘোনতে বোলে

আই মই শুনিছোঁ　　আঘোণতে বোলে
পাতিছ তই মোৰ বিয়া
শুনি মোৰ চকুলো　　সৰিছে দুধাৰি
বেজাৰত ভাগিছে হিয়া।।
কেনেকৈ এৰিমে　　তোকে মোৰ আই অ'
কেনেকৈ এৰিমে গাওঁ
লোকৰ ঘৰ　　লোকৰ গাওঁ
তেনেই আচহুৱা
কিজানিবা কেনেবা পাওঁ।।
শাহুৰে মাততে থাকে থেকেচনি
বাকীবোৰেও হেনো দেখে দোষখিনি
ভয়তে কঁপে মোৰ হিয়া
ওপজাৰ লগৰী, নৈ বিল ঘাট এই
তাত যে একো নাইকিয়া
পাতিছ তই মোৰ বিয়া।।
পুৱা গধূলিৰ কত　　যে ৰেহৰূপ
চালো এই গাঁৱতে মই
জোনাক মোহনীয়া　　ভাওনা ধুনীয়া
লগৰীক কাষতে লই
প্ৰতিটো ধূলিয়ে　　সাৱটিছে ভৰি
বেদনাত দহিছে হিয়া।।

**

## আগলি কলাপাত লৰে কি চৰে

আগলি কলাপাত
লৰে কি চৰে
নতুন বছৰটো
এই আহে, আহে।।
এটি চৰাই আহি
ইয়াতে পৰিছিল
অশ্ৰু হাঁহিৰ কত
গানবোৰ গাইছিল
আজি যাবগে উৰি।
নিয়ৰ জিলিকা পথে
আহিলা তুমি
আশাৰ মুকুতা মণি
পথে পথে সিঁচি।।
সেউজী সপোন কত
জিলমিল কৰে
মনৰ ময়ুৰে আজি
কত চালি ধৰে
জোনৰ জোনাক যেন
সৰি সৰি পৰে
আহিল নতুন সময়
মনটি উৰিলে
মায়াময় ৰাতিতে।।

★★

## আগ ফাগুনৰ বা ছাটি

আগ ফাগুনৰ
বা ছাটি
কেনি আহি কেনি যায়,
উৰু উৰু
মন পখিলা
দিলে আহি উৰুৱাই
পদূলি মুখতে
কপডৌৰ কুৰুলি
যেন মদনৰে মাত,
উৰুঙা পছোৱাই
বনজুই জ্বলালে
সৰিয়হ ফুটিছে গাত
খেলি মেলি মন
সাতো বৰণীয়া
ফাকুগুড়ি ছটিয়াই।।
কোন তৰাটিৰ
হাত বাউলি
মেঘৰ আঁৰে আঁৰে
কোন বাঁহীটিৰ
মন হৰা সেই
আনমনা সুৰ বাজে
খেলি মেলি
মন পখিলা
ফাকুগুড়ি ছটিয়াই।।
কোন তৰাটিৰ
হাত বাউলি
মেঘৰ আঁৰে আঁৰে
কোন বাঁহীটিৰ
মন হৰা সেই
আনমনা সুৰ বাজে
খেলি মেলি
মন পখিলা
ফাকুগুড়ি ছটিয়াই।।

★★

# আজিৰ এই ক্ষণ ভৰি ৰক মন

আজিৰ এই ক্ষণ, ভৰি ৰক মন
প্ৰাণৰ নিবিড় সুৰেৰে
কথাৰে নহয়, গীতেৰে নহয়
হৃদয়ৰ অনুভৱেৰে।।
পৰিবেশ আজি কি যে অপৰূপ
ফাগুনৰ ৰং ৰূপেৰে
হৃদয় পাত্ৰ ভৰপুৰ আজি
গভীৰ জীৱন মায়াৰে
জীৱনৰ নদী হ'ল উচ্ছল
বনৰ জুৰিৰ গতিৰে।।
প্ৰেমৰ পথত ইমান সুৰভি
ইমানে হাঁহিৰ ৰং
ছায়া ৰ'দালিয়ে আঁকে আলপনা
মধুকৰ গুঞ্জন
পূৰ্ণ কৰিম প্ৰতিটো প্ৰহৰ
পৰম পোৱাৰ

★★

# আমি জানিব লাগে

(সমবেত গীত)

আমি জানিব লাগে
আমাৰ কিনো স্থিতি
আমি জানিব লাগে
আমাৰ কেনিনো গতি।।
সম অধিকাৰ
চাওঁ ক'ত আছে
মুখৰ কথাত
ভ্ৰান্তি নুগুচে
গৱেষণাৰ পোহৰ পেলাই
অজ্ঞতাক দিওঁ যতি।।
বঞ্চনাতে
ক'ত যুগ গ'ল
একৈশ শতিকা
আহি থিয় হ'ল
ন বিচাৰেৰে ন পোহৰেৰে
চাওঁ যাওঁ নিজা ছবি।।
(নাৰীৰ সম অধিকাৰৰ গীত)

★★

# আজি তোমাক দেখা পালো মই

আজি তোমাক দেখা পালো মই
বহুত দিনৰ মূৰত
শেৱালীৰ যেন শিহৰণ পালো
শীতৰ উদাস বনত।।
ভয় নাই একো
চমকি নুঠিবা
কেনেকুৱা মোৰ
লাগিলে শুনিবা
ৰৰযুণ যেন এছাটি পৰিল
তীব্ৰ ৰ'দৰ পাছত।।
ৰাতিৰ নদীৰ সোঁতেদি গৈ
মোৰেই মৰম জোনাক হৈ
তোমাক এবাৰ যদি চুই আহে
এবাৰ হাঁহিবা লাজত।।

★★

# আজি ৰূপালী লগ্ন স্বপ্ন পূৰ্ণতাৰ

আজি ৰূপালী লগ্ন স্বপ্ন পূৰ্ণতাৰ
আজি সোণালী ইতিহাস সাংবাদিকতাৰ
আজি যে মনত মধুৰ ফাগুণ
এটি দুটি আখৰ গাঁথি গাঁথি খবৰ
ওঁঠতে মৰহা ভাষা দেখোন
উৰণীয়া বাতৰিক অনন্ত কালৰ বাবে
ধৰি থৈ ৰচে কোনে
ধুনীয়া সপোন।।
বিজুলী শিখাৰ দৰে
চঞ্চল বাতৰিৰে
প্ৰাণে প্ৰাণে দিয়ে কোনে
নতুন উত্তাপ
দু'টা যুগ ধৰি আজি
জনমত তোলে গঢ়ি
বিলাই পুৱাতে নিতে
উত্তপ্ত সংবাদ
সেয়ে একক ইতিহাস দেশতে নতুন
আসাম ট্ৰিবুন।।
ক্ষণে ক্ষণে শিহৰিত
হয়তোবা উত্তেজিত
হয়তোবা আশা সিঁচি কৰিছে নিশ্চিত।
ন্যায়ৰ বিচাৰ মেলি
ধ্বনি প্ৰতিধ্বনি তুলি
দেশত জগাই আছে আশা
অফুৰন্ত
সেয়ে এক ইতিহাস......।

(আসাম ট্ৰিবুনৰ ৰূপালী জয়ন্তীৰ কাৰণে ৰচিত)

★★

# আজি বিহু বিহু

আজি বিহু বিহু
> বিহু বিহু

কালি বিহু বিহু
> বিহু বিহু
> বিহুৰে বলিয়া
> গা মন নাচিছে চা

ভনী ঃ বিহুনো কাক কয়
> কোৱা বাইদেউজনী
> বিহু কি নাচোনে?
> বিহু কি পিন্ধনে
>> বিহু কি খাৱনে?
>> বিহু কি বিহুৱানখনি?

বায়েক ঃ অ বিহু?
> বিহু বিহু বুলি, অমিয়া মাতকে
> কুলিয়ে মাতেহি
> তগৰ কপৌ ফুলত
> পখিলা পৰেহি
>> গছে গছে কুঁহিপাত
>> ন কপোৰ যেনহে গাত।
>
> আমিও পিন্ধি লওঁ, নবছৰৰে
> বিহুৰে বিহুৱান, ৰঙৰে কিৰিলি
> ৰাগীয়াল মনতে
> লাগি যায় পিৰীতি।

বিহুটি নাচোন
বিহুটি পিন্ধনে
বিহুটি খাৱনে
মিলি হয় বিহুটি শুনা
নতুনে শকতি
পাওঁ তাতে গতি।
বিহু থাকে বনত
বিহু থাকে পণত ঐ
আমাৰ নতুন পণত
বিহু থাকে গামোচাত
বিহু থাকে জেতুকাত
বিহু থাকে সেৱাটি কৰাত
> মাহ আৰু হালধিৰে
> গাটো ঐ ধোৱাত

জলপানৰ কাঁহী লৈ
সকলোটি মিল হৈ
> বিধে বিধে চিৰা পিঠা খোৱাত
> পিঠা পনা
> লাডু মিঠৈ খোৱাত।।

★★

## আজি বিশ্বমানৱ একত্ৰিত

আজি বিশ্বামনৱ একত্ৰিত
মুখত মন্ত্ৰ "সো অহং"
বন্দোজ্যোতি
বন্দো বিৰাট
বন্দে মাতৰম্।।
এই পৱিত্ৰ ভাৰতবৰ্ষ
মহান আত্মা আমাৰ হৰ্ষ
মৈত্ৰী আমাৰ মহাআদৰ্শ
বন্দো শক্তি,
বন্দো শান্তি
বন্দে মাতৰম্।।
বন্দো আজি কৰ্মযোগ
কৰ্মেৰে হয় ধৰা স্বৰ্গ
শুভকৰ্মত জীৱন মোক্ষ কৰ্ম্ম শক্তি
স্বাগতম্
ছিন্ন কৰোঁ
দীৰ্ণ কৰোঁ
অন্ধকাৰৰ অন্ধ বক্ষ
মুখত মন্ত্ৰ সো অহং
বন্দো শক্তি
বন্দো বিৰাট
বন্দে মাতৰম্।।

**

## আজি কৰিছো জীৱন পণ

আজি কৰিছো জীৱন পণ
আজি কৰিছো মৰণ পণ
মৰণক আমি জিনিব লাগিব
কৰিছো চৰম পণ
কৰিছো লাচিত পণ
ঝন্ ঝন্ ঝন্ ঝন্।
শঙ্খ বজোৱা ঘণ্টা বজোৱা
ৰণ শিঙা তুলি প্ৰহৰ সজোৱা
কবচ কাপোৰ দিয়াহি পিন্ধাই
কোটি সন্তান যাওঁ আগুৱাই
দেশত সন্ধিক্ষণ
ঝন্ ঝন্ ঝন্ ঝন্।
সংহতি আমাৰ শক্তি
সাহস আমাৰ শক্তি
নাই ভেদাভেদ নাই বিভেদ
পতাকা স্বদেশ প্ৰেম
তাণ্ডৱ নাচি
চূৰ্ণ কৰিম
এই ভয়াবহ ক্ষণ।।

**

# আমাৰ গীতৰ সুৰে

আমাৰ গীতৰ সুৰে
নেলাগে চুমিব আকাশৰ তৰা
মাথো চুই যাওক এই ধৰণীক
বিষাদে মলিন কৰা।
নিফুট ভাষাৰ সুৰভি পৱন
দিশে দিশে বৈ বৈ
এই ধৰণীৰ প্ৰতিটি ধূলিক
মাথো যাওক কৈ কৈ
ব্যথাৰ চকুলো যিমানে সৰিলে
সিমানে পাপৰি হৈ
পূৱাৰ সুৰুযক আদৰি আনিম
শত বাধা পাৰ হৈ
হেজাৰ প্ৰাণৰ পদুম ফুলিব
হেঙুলীয়া হ'ব ধৰা
বিষাদে মলিন কৰা।।

★★

# আজি পলাশ ডালত বৈ

আজি পলাশ ডালত বৈ
মনৰ ৰহণ গৈ
আছে আছে দুলি আছে
এটি হাঁহি হৈ।।
অ' কুলি বৈ
নিবিনাবি আৰু আজি
কুউ কুউ কুউ কৈ
আহিল আজি
মনৰ মানুহ নিবিড় সপোন লৈ।
সজল দিনৰ
কাজল ডাৱৰ উৰি গ'ল আজি
সৰি পৰা পাত হৈ
আজি বকুল ফুলৰ
মাথোন সুবাস
এটি শিহৰণ হৈ
দেহে মনে মোৰ
বিয়পি পৰিছে ঐ
মউ মৰমৰ
নিজৰা জৰিছে
জ্বিব জ্বিৰ্ জিব্ জিব্ কৈ।।

★★

# আকাশত সউ আছেহি উমলি

আকাশত সউ আছেহি উমলি
মেঘৰ কজলা ৰং
কৃষ্ণচূড়াৰ ৰঙা ফুল সৰি
ওপচে সেউজী বন।।
সেউজীয়া বন জিলমিল কৰা
ৰ'দৰ সোণালী হাঁহি
বৈ আহি যেন ডালে ডালে হ'ল
সোণাৰুৰ সোণালী পাহি
এধানি এটি পখিলাৰ দৰে
হ'ল উৰণীয়া মন।
বনৰ ফুলৰ সুৰভিৰ দৰে
উটি উটি যেন যাম
ঝণ্ জুন্ জুন্ নিজৰাৰ দৰে
এটি মিঠা গীত গাম
জহৰ দিনৰ বকুল ফুলৰ
শিহৰণ যেন হ'ম।

**

# আমি পৰী উৰি উৰি

আমি পৰী
উৰি উৰি
জিলমিল পাখি মেলি যাওঁ
ফুৰ্ ফুৰ্ বতাহত
জিলমিল জোনাকত
ঢউ মেলি ঢউ খেলি কেনি উৰি যাওঁ
বৰ সুখ পাওঁ।।

আমি পৰী
জিঞ্জাৰে পাখি মেলি
ফুলে ফুলে পৰি পৰি
মৌ লৈ যাওঁ
সপোনৰে দেশলৈ
আলফুল হাঁহি লৈ যাওঁ
বনৰীয়া জুৰি হৈ
ৰ'দ হৈ নিয়ৰতে
ঝল্মল্ কৰি ভাল পাওঁ।।

**

## আহাঁচো আঁহা কাষতে বহা

আহাঁচো আঁহা কাষতে বহা
কোঁৱাচো কোঁৱা চেনাই
কি বুলি মাতিবা চেনাইটি অ'
কি কথা পাতিবা জীউটি অ'
যৌৱন অথলে যায়।
নাহাঁহা নামাতা কথাও নোকোৱা কিয়?
লাজ কৰিছা?
এৰাচো ভেমটি দিয়াচো হাত মিলাই।
(উঃ কি বিপদ!)
বুজানে নুবুজা ফাগুনৰে গান?
দিবানে নিদিয়া সময়ৰে দান?
আহাচোঁ কাষলৈ তুমি কি কাঠ?
ধৰাচোঁ হাততে কিহৰনো লাজ?
তেজতে উঠিছে বান।
নাহাঁহা নামাতা কথাও নোকোৱা কিয়?
বেয়া পাইছা?
উচ্ছল দেহটি লোৱাচোঁ সাৱটি লোৱা
(ছিঃ তুমি বৰ নিলাজ)।।
(কথাছবিৰ গীত)

★★

## আই তোৰ কৰুণ বেশ দেখি

আই তোৰ কৰুণ বেশ দেখি
আই বুকু ছাটি ফুটি কৰে
আই তোৰ কেঁচুৱাই ভোকতে কান্দে
আই দেখি চকুপানী সৰে
তোৰ চকুলো মচিব লাগে
তোক জেউতি দিবলৈ লাগে
তোক ৰূপ টলমল বাৰিষা দিনৰ
নদী যেন কৰিব লাগে
আই তোৰ গা চুই কৰিলো পণ
আজি অন্তৰে অন্তৰে
মাতৃ কল্যাণৰ হকে
শিশু মঙ্গলৰে হকে
যুঁজি যাম অকাতৰে।।
(বেতাৰৰ শিশু-মাতৃকল্যাণৰ দিৱসৰ বাবে ৰচা গীত)

★★

# আমি ধাত্ৰী

আমি ধাত্ৰী
রোগ-বেদনা-কাতৰ মানৱৰ
আমি ধাত্ৰী
নৰ-নাৰায়ণ, সেৱাৰ ব্ৰতৰ।।
এই পৃথিৱীত কিমান অশ্ৰু
কিমান ৰোগৰ দহন
আৰ্তজনৰ কত হাঁহাকাৰ
ৰুগ্ন শিশুৰ ৰোদন
আমাৰ সেৱাৰে যদি কিঞ্চিৎ
যাচিব পাৰো জীৱন
সেই সেৱাতেই আমাৰ আনন্দ
সফলতা জীৱনৰ।।
পথৰ শেযত নাই ভগৱান
পথৰ দুকাষেই আছে
মানৱ সেৱাই সেৱা ঈশ্বৰৰ
পৰম ধৰ্ম তাতে
এই মন্ত্ৰই আমাৰ জীৱন
জীৱন উচৰ্গো তাতে
এই সেৱাতেই আমাৰ আনন্দ
সফলতা জীৱনৰ।।
(ৰেডক্ৰচৰ ধাত্ৰী দিৱসৰ কাৰণে লেখা গীত)

**

# আমি অস্তাচলৰ সজাগ প্ৰহৰী

আমি অস্তাচলৰ সজাগ প্ৰহৰী
পশ্চিম প্ৰান্তবাসী
গোৱালপাৰাৰ বাৰেবৰণীয়া
কৃষ্টিৰ অধিবাসী।।
কত তৰঙ্গৰ সঙ্গম ৰূপ
বড়ো, ৰাভা, চাওঁতাল
চিফুং, থৰকা, মাদল, দোতাৰা
ডবা, কাঁহ, ভোৰতাল
উদাস আকুল ভটিয়ালী সুৰ
সুগভীৰ মৰ্মস্পৰ্শী।।
গৌৰীপুৰৰ গভীৰ বনৰ
হস্তীকন্যাৰ ৰূপত
দূৰৰ দেশৰ মাহুত বন্ধু
কান্দে নিবিড় মোহত
অ কান্দে নৌকাই বাইসৰে
"কেমল কৰিয়া ছাড়িয়া যাইবৰে
মন নিল কেনৰে"
লাজুক গোপন সুবাস উৰে
বিদায় বেলাৰ অশ্ৰু সৰে
"ছাড়িয়া নাযাইস্‌ৰে"।।

**

# আজি ঘৰত নেথাকো

আজি ঘৰত নেথাকো
মনক বান্ধি নেৰাখো
সেউজী বনত ৰ'দালিৰ মেলা বহিছে
চোৰা সখী সউফালে
কঁহুৱা বন হালে জালে
জিকাফুলত সোণোৱালী ৰহণ নাচিছে
ৰঙামাটিত্ কৃষ্ণচূড়াৰ ছায়া সৰিছে।।
এটি কলি দুটি পাত
বতাহতে নাচি থাক
ৰিহিনাৰিন্ দূৰত সেয়া
মাদল বাজিছে
মোৰ ভৰি নাচিছে
মোৰ দেহা নাচিছে
ওহোঁ মন নাচিছে।।
আমাৰ গাঁৱৰ মূৰৰে
জিৰ্ জিৰ্ জিৰ্ জুৰিয়ে
ৰূপোৱালী পানীতো যে
মৌ ভৰিছে
জুৰিকে সাৱটি ল'ম
আলফুল কথা হ'ম
বিৰিণাই জুমি চাই
লাজ কৰিছে।।

★★

# আমাৰ প্ৰাণত এতিয়া কেৱল গঢ়াৰ অঙ্গীকাৰ

সমবেত কণ্ঠ ঃ আমাৰ প্ৰাণত এতিয়া কেৱল
গঢ়াৰ অঙ্গীকাৰ
জাগিছে আজি নাৰীৰ প্ৰাণত
গতি দুৰ্নিবাৰ।।
পুৰণি আদৰ্শৰ দল ঃ আমি অসমা আমি সুষমা
সীতা অহল্যা শান্তি
সেৱাত মগন আমি যেন এক
তুলসী তলৰ বন্তি
ত্যাগৰ তিলক পিন্ধো কপালত
যাত্ৰা মগ্নতাৰ গঢ়াৰ অঙ্গীকাৰ।।
দ্বিতীয় দল ঃ আমি শক্তি আমি যুক্তি
সমতা বিচাৰি যাওঁ
নাৰী আজি অবলা নহয়
চেতনাৰ গীত গাওঁ
বন্দীকাৰাৰ শিকলি ছিঙো
পূৰ্ণ সূৰ্য নমাই আনো
দৃপ্ত কণ্ঠে গাই যাওঁ আজি
এই যুগত নাৰী পুৰুষৰ
সমান অধিকাৰ গতি দুৰ্নিবাৰ।।
তৃতীয় দল ঃ আমি যুক্তি নৱদৃষ্টি
গভীৰৰ আমি বাৰ্তা
নাৰী পুৰুষৰ উৰ্দ্ধৰ ভাব
আমি মানুহৰ যাত্ৰা
আমাৰ চিনাকি কেৱল মানুহ
বিশ্বৰ ঘৰে ঘৰে
আমাক দিয়া কেৱল দিয়া
মানুহৰ অধিকাৰ
মানুহৰ অধিকাৰ।।
(মিতালী সংঘৰ দ্বাৰা পৰিবেশিত)

★★

## আজি হাঁহিৰ মজলিচ এই

আজি হাঁহিৰ মজলিচ এই
গোৱা গোৱা গান;
আজি পাহৰি যোৱা দুখ অভিমান।
এই মজলিচ পাতিছোঁ আমি
গাই মিঠা গান
ৰুণু জুনু পায়েল বাজে মজগুল গান।।
বাঃ বাঃ বাঃ
অ' আজি ফাগুন বনত মোৰ ফুলে ফুলে
কাক দিম ফুল নেজানো
নেজানো বিলকুল।
তোমাক লাগে নাই নাই নাই
ফুলৰ মৰম জানা জানো হায়
ইমান দৰদ আহা জুখি চাম
ভয় লাগে নেকি নাই বেচি দাম।।
দুনিয়াত বহু দুখ মিছাতে বেছি সুখ
চকুলোৰ নাই দাম জীৱনৰ গোপা গান
দুখ যায় হাঁহিৰে দুখ যায় নিচাৰে
মহব্বত যদি সঁচা দুই দিলৰে;
আজি মনৰ পিয়লা লোৱা ওপচাই
শুনা কালিৰ ভাবনা থোৱা আঁতৰাই
আহা থোৱা আঁতৰাই অভিমান
আহা আজি মজা কৰি কৰা পাণ।।

**

## আঘোণৰে পথাৰৰে ধান সোনোৱালী

আঘোনৰে পথাৰৰে ধান সোণোৱালী
জিকিমিকি ৰ'দাঙ্গিয়ে যায় তাতে খেলি:
কণ কণ নিয়ৰবোৰে নাচে বাটৰ ধূলি
উলাহতে পকাধানে কয় হালিজালি
হাতে হাতে কাচিখন লৈ লৈ
ওলাই আঁহা খৰৌকৈ
বাংগালী দাৱনী
হাঁহিৰে শুৱনী
কৰাহি পথাৰৰ আলি।।
বুকু আমাৰ নাচে নাচে
অ কাঁচিৰ লাচে লাচে
ধানৰ ভৰত কঁপি উঠে
বিৰিয়া কাঙ্কৰে
সোনগুটি, চপাই আনো
মনৰ ভঁৰাল খুলি
উলাহে নধৰে হিয়া
গীতত পৰাণ ঢালি
আঘোনৰে পথাৰৰে
ধান সোনোৱালী.....।
('জোনাকী' আলেখ্যৰ গীত)

**

# আজি সউ ধাননিত ৰ'দ-ছায়াৰ

আজি সউ ধাননিত ৰ'দ-ছায়াৰ
লুকাভাকুৰ খেলা
নীলা আকাশত উটুৱালে কোনে
বগা মেঘৰ ভেলা।।

আজি, ভোমোৰাই পাহৰিলে মৌ খাবলৈ
উৰি ফুৰে পোহৰৰ ৰাগিত
আজি, কিহৰ বাবে পাতে মেলা চাকৈ-চকোৱাই
সউ, নীলা নদীৰ পানীত।।

বাঙ্ধে. নাযাওঁ আজি ঘৰলৈ ভাই
নাযাওঁ ঘৰলৈ
বাঙ্ধে, আকাশ ভাঙি বাহিৰখনক
নাযাওঁ ঘৰলৈ
বাঙ্ধে, আকাশ ভাঙি বাহিৰখনক
সুমুৱাম মনলৈ
যেন জোৱাৰ পানীত ফেনৰ ৰাশি
বতাহত আজি ফুলিছে হাঁহি
আজি বিনা কামত বজাই বাঁহী
কটাম গোটেই বেলা
সউ ধাননিত ৰ'দ-ছায়াৰ
লুকা-ভাকু খেলা।।

★★

# আই তোৰ মুখে চাই

আই, তোৰে মুখে চাই
চকুতে টোপনি নাই
কেনেকৈ হ'ল, তোৰ এই বিলৈ
বুকু দেই পুৰি যায়
অপৰাধ নলবি আই
মুৰুখমতীয়া তোৰেই সন্তান আই
আন্ধাৰ নিচিনা
পোহৰ নজনা
জীৱন নিচিনা হাঁয়
সন্তান তোৰেই আই
এতিয়া বুজিছোঁ
লগ্ন উকলি যায়
পণ আই কৰিছোঁ
চকুলো মচিমেই
মাটিতে সেৱা জনাই।।

★★

## আমাৰে পাপ

(মূলভাৱঃ What a friend we have in Jesus অৱলম্বনে)

আমাৰে পাপ, আমাৰে দুখ
যিজনে বহন কৰে।
তেনে পৰম মিত্ৰ আমাৰ
নাই যে যীচুৰ দৰে।।
এনুৱা বিশ্বাসী বন্ধু ক'ত পামে আমি;
আমাৰে হৃদয়ৰে শোকৰ সমভাগী।
যীচুৱে সকলো জানে আমাৰ দুৰ্বলতা
প্ৰাৰ্থনাৰে নিজক নিয়া ঈশ্বৰৰ কাষলে।।
আমাৰে পাপ............

আপোন দোষত শাস্তিৰো যে হেৰায় অধিকাৰ
যাতনাকে বব লাগে নাই যে পাৰাপাৰ।
দুখৰ বোজা আঁতৰায় প্ৰাৰ্থনাই অকলে
প্ৰাৰ্থনাৰে নিজক নিয়া ঈশ্বৰৰ কাষলে।।
আমাৰে পাপ.............

ঘৃণা কৰে যদি কেঁৱে ত্যাগ যদি কৰে
ঈশ্বৰক জনাবা তুমি ভক্তি প্ৰাৰ্থনাৰে।
ঈশ্বৰে আশ্ৰয় তোমাক দিব দুবাহুৰে
প্ৰাৰ্থনাৰে নিজক নিয়া ঈশ্বৰৰ কাষলে।।
আমাৰে পাপ.................

★★

## আগুৱাই নিয়াহে

(মূলভাৱঃ Lead, Kindly Light অৱলম্বনে)

আগুৱাই নিয়াহে
পোহৰৰে দাতা।
ঘোৰ অন্ধকাৰত দিয়া
পোহৰৰে দিশা।।

ঘৰৰ পৰা ইমান দূৰত
নিশা অন্ধকাৰ
হাতত ধৰি নিয়া প্ৰভু
তোমাৰ দয়াই সাৰ
এখোজ যাব পৰা কৰি
জীৱন ধন্য কৰা।।
আগুৱাই নিয়াহে.............

বিচৰা নাছিলোঁ প্ৰভু
তোমাৰ করুণা
কৰাতো নাছিলোঁ প্ৰভু
তোমাৰ প্ৰাৰ্থনা
অহঙ্কাৰত ভাবিছিলোঁ
নিজেই পাম দিশা।।
আগুৱাই নিয়াহে ................

ৰমকজমক দিনবোৰৰ
মোহতে আছিলোঁ
সংশয়তো অহঙ্কাৰত
বুৰ গৈ আছিলোঁ
কৰুণা নহ'লে তোমাৰ
আমাৰ জীৱন বৃথা।।
আগুৱাই নিয়াহে ...............

জলাহ, পিতনি ভৰা
আৰু ওখ পৰ্বততে,
বিপদভৰা দুৰ্গম
এই আন্ধাৰ নিশাতে,
পথৰ শেষ নোহোৱালৈ
আগুৱাইয়ে নিয়া।।
আগুৱাই নিয়াহে ............

প্ৰভাতৰে পৰী আহি
মিচিকাই হাঁহিব
তোমাৰ কৰুণাৰে
দিন উজ্বলি উঠিব
মাগিছোঁ কাতৰে
প্ৰভু কৰাহে দয়া।
আগুৱাই নিয়াহে ...............

★★

## আকাশ মোক বাটটি চিনাই দিয়া

আকাশ মোক বাটটি চিনাই দিয়া
কেনি যাব লাগে কৈ দিয়া।।

সৰগতে আছে আই মোৰে
মোক যেন মাতিছে মৰমেৰে।।

মৰম ইয়াত কোনো কৰোতা নাই
চকুলো দেখিলেও মোচোতা নাই

নাজানো কি দোষ আছে মোৰে
কাষলে নেমাতে চেনেহৰে।

আইৰ বুকুত হেনো একো নাই ভয়
দায় দোষ কৰিলেও বুকুতেই লয়
আই মোৰ আছা ক'ত লৈ যোৱা
লগৰীকো তুমি মৰম দিয়া।।

★★

## আকাশ মেঘেৰে সউ

আকাশ মেঘেৰে সউ
        ভৰে ভৰে
জিপ্ জিপ্ জিপ্ জিপ্
        বৰষুণ বৰষুণ
        পৰে পৰে।।
চন্দন বনৰ বা
        কেনি জানো বলে
গছ-বন লৰে চৰে
সুৰুয লুকাই পৰে
        আকাশ মেঘেৰে সউ
        ভৰি পৰে।।
গুৰু গুৰু গুৰু গুৰু
        শবদেই শবদ্
মাটি যেন কঁপি উঠে
        মেঘৰ ভয়ত
কোন দিশে, কেনি বাৰু
        ডাৱৰ লৱৰে
আকাশ আন্ধাৰে ঢাকি
        ধৰে, ধৰে।।

**

## আই মোৰ বাটো চিকুণাইছোঁ

আই মোৰ বাটো চিকুণাইছোঁ
আই মোৰ পথো চিকুণাইছোঁ
        আই মোৰ ৰুইছোঁ আশাৰে পুলি
আই মোৰ কপালৰ ঘামেৰে
আই মোৰ আপদাল কৰিছোঁ
আই মোৰ সোণ-ৰূপ উঠিব ফুলি।।
আই মোৰ লুইতৰ দুয়ো পাৰ
আই মোৰ হ'ব বিনন্দীয়া
আই মোৰ এইখন অসমত
আই মোৰ সোণফুল ফুলিব
আই মোৰ সোণালী হ'ব আইৰ বেশ।।
আই মোৰ সাগৰৰ তলিৰে
আই মোৰ হীৰা কি মুকুতা
আই মোৰ জলকে তবকে কৰে
আই মোৰ আইৰে মুখলৈ
আই মোৰ চাবকে নোৱাৰি
আই মোৰ চকু ছাটে মাৰি ধৰে।।

**

## আহিলে পূজাৰে বেলা

আহিলে পূজাৰে বেলা
মিনি তই কৰিছ কি
সাজি কাচি
মেলালৈ ওলা।।
বুধুৰ ডিঙিত ৰঙা ৰুমাল
গাত নতুন চোলা
মনত তাৰ উখল মাখল
বহিল পূজাৰ মেলা
মিনি তই কৰিছ কি
সাজি কাচি
মেলালৈ ওলা।।
দুৰ্গা দেৱীৰ মুখত হাঁহি
অসুৰ বধিব
জয়, জয় কৰে সবে
মাদল বাজিব
আকাশত ওলালে জোন
তোৰ থাকক চুলি মেলা
মিনি ওলা ওলা।।

★★

## আঁহত, এজাৰ, পলাশ পাত

(বিহুসুৰীয়া গীত)

আঁহত, এজাৰ, পলাশ পাত
আমি নাচো জৰিৰ ছাঁত
চ'তৰ বিহু লাগিছে গাত।।
ল'ৰা- হাবিৰ আঁৰে আঁৰে ঐ
সুহুৰি মাৰিলোঁ
তুমি বৈ আছিলা তাঁত
চতিয়নাত উঠি ঐ
বাঁহীটি বজালোঁ
আয়ে, নিদিলা এযাৰি মাত।।
ছোৱালী- বাঁহৰে গৰকা
বাঁহৰে তাঁতশাল
কাঠৰে টোলোঠা, মাকো
আনিছো বিহুৱান
দি যাম বিহুৱান
বিহুটি পিৰীতিৰ সাকোঁ।
ল'ৰা- বাঁহৰ চাকে সাজি গৰুৰ গা ধুৱালো
তৰাৰে পঘাডাল দিলো
চামৰ কাঠে কাটি বৰ ঘৰ সাজিলো
চেনেহীক কথাষাৰ ক'লো
আয়ে এই বিহুতে
পলুৱাম লাচতে
নাচৰে ছেৱতে
কৈ দিয়া, কৈ দিয়া
দি যোৱা চেনেহৰ মাত
ছোৱালী- জেতুকা বোলোৱা
হাতেৰে যাচিলো
থুৰীয়া তামোল-পাণ খোৱা
আইকে বোপাইকে
সুধি লৈ চেনাই ঐ
দিনবাৰ চাবলৈ কোৱা।।
ঐ চিৰা, সান্দহ পিঠা খাম
লগৰ ল'ৰাই কিৰিলি পাৰি গায়—
গুৰু, গাখীৰ লগত আন
ভীমকলৰ দোনাবোৰ সাজু।।

★★

# আমি গাওঁ সৃষ্টিৰ মন্ত্ৰ

আমি গাওঁ সৃষ্টিৰ মন্ত্ৰ
সৃষ্টি সুফলা কৰা মন্ত্ৰ।।
শিল্প যুগৰ আমি
ন ন শিল্পী হৈ
জীৱনক মহীয়ান কৰো
সৃষ্টিৰ কৌশল
জানি বুজি শিকি লৈ
পৃথিৱীক শ্ৰীময়ী কৰোঁ
সেই শুভ সপোনত মন মগ্ন
আমাৰ সৃষ্টি সুফলা কৰা স্বপ্ন।।
শস্যৰ সুমিষ্ট গন্ধ
উলাহৰ ইয়ে দিয়ে ছন্দ
শস্যেৰে ভৰপূৰ কৰিব লাগিব দেশ
তাতেই জীৱন হ'ব ধন্য
শুভ সপোনত মন মগ্ন
সৃষ্টি সুফলা কৰা স্বপ্ন।।

(কৃষি বিশ্ববিদ্যালয়ৰ কাৰণে বিশেষভাৱে ৰচিত গীত)

**

# ইমান নিবিড়, ইমান মদিৰ

ইমান নিবিড় ইমান মদিৰ
এই সুন্দৰ নিশা
অভিমান কৰি নাথাকিবা প্ৰিয়া
চকুত চকুটি থোৱা।।
কত যে ৰাতিৰ পাপৰি সৰিল
নিজান নিয়ৰ পৰি
কত যে দিনৰ বেলিটি বুৰিল
মৰকত কাতৰে পৰি
পৰম লগন বেচি নাহে প্ৰিয়
হৃদয়ে হৃদয়ে পোৱা।।
নয়নৰ মউ নিগৰি নিগৰি
নিশাটি মধুৰ হওক
প্ৰহৰে প্ৰহৰে ফুলি থাওক ফুল
মন মউমাখি হওক
মধু সপোনৰ বোলেৰে জীৱন
কৰি ল'ম মোহনীয়া।।

**

## ইমান দীঘল জীৱনৰ বাট

ইমান দীঘল জীৱনৰ বাট
ঠাই ক'ত জিৰাবৰ?
এখানি কোমল ছায়া আছে জানো
সেই ছায়া মৰমৰ।।
ইমান তৃষ্ণা কণ্ঠত থাকে
নদী ক'ত জীৱনৰ?
অজান মনৰ গহনত থকা
সেই নৈ মৰমৰ।
ইমান জড়তা, ক'ত আছে বাৰু?
জীৱনৰ জাগৰণ
সকলো চোৱা, সকলো পোৱা
ইয়াতেই জীৱনৰ।।

**

## ইমান ফুলৰ সুবাসে মাতেহি

ইমান ফুলৰ সুবাসে মাতেহি
ইমান তৰাৰ গানে
দুবাৰ দলিৰ সিপাৰত আঁকে
আলপনা ঘনে ঘনে।
ইমান পখীৰ মুখৰ কূজন
অত ভোমোৰাৰ গুঞ্জন
থাকোতেও মোৰ পৰাণত কিয়
উচুপে কৰুণ ক্ৰন্দন
কোন মায়াবী হেৰোৱা লগনে
অসীম তৃষ্ণা আনে।।
মোৰ বন্ধ দুৱাৰ মাথো কঁপি উঠে
ভিতৰত মই তন্ময়
এপাহ ফুলৰ ৰং সুৰভিত
হিয়া মোৰ মায়াময়
স্নেহৰ দীপালি নেপাতিবা সখী
সুৰুঙাবে কয় জোনে।।

**

## ইমান তৃষ্ণা ইমান হাঁহাকাৰ

ইমান তৃষ্ণা ইমান হাঁহাকাৰ
তৃপ্তিবিহীন শত শত বাসনাৰ
মৰুৰ মাজতে মৰিচিকা খেদে
নাই যাৰ পাৰাপাৰ।।
কি যেন বিচাৰো কি যেন বিচাৰো
সুৰ যেন এটি উটি উটি আহে
কোন এক অজানাৰ
বুজোঁ বুজোঁ কৰো নুবুজোঁ একোকে
দৃষ্টি অন্ধকাৰ।।
কুহেলিকা খেদি গৈ আছোঁ গৈ
কোনে যেন মোক মাতে বৈ বৈ
মোৰ হৃদয়ৰ উত্তাল সোঁত
দুৰন্ত দুৰ্নিবাৰ।

**

## ইপাৰৰে চপলতা ওৰণিৰে লুকুৱাওঁ

ইপাৰৰে চপলতা ওপণিৰে লুকুৱাওঁ
বিয়াৰ শেষৰ চকুলোৰে
মই আজি গীত গাওঁ।।
নতুনৰ পদূলিতে আমডালি সপোনৰে
গৃহলক্ষ্মী হ'লোঁ আমি সীমন্তিনী সেন্দূৰৰে
জীয়াৰী কালৰে য'ত
অথিৰতা উটুৱাওঁ
শান্তিৰ বাৰতা বিলাওঁ।।
ন চাকিৰে শিখা জ্বলি
পোহৰকে দিম ঢাকি
ৰঙচুৱা চোতালতে
শেৱালীবোৰ সৰিব
যূতিফুলৰ পাহি হৈ
মোৰ মনে হাঁহিব
বুকুভৰা আশাবোৰ
বাটে বাটে সিচি যাওঁ
ইপাৰৰে চপলতা
ওৰণিৰে লুকুৱাওঁ
বিয়া শেষৰ চকুলোৰে
মই আজি গীত গাওঁ।।

**

# ইমান ইমান পানী

(কোৰাছ)

সৰু ল'ৰা-ছোৱালী ঃ ইমান ইমান পানী
গঙ্গা ৰাণী
ইমান ইমান বোকা
চাহাব দাদা

ডাঙৰ মানুহ ঃ কেনি গ'ল মোৰ সেই
সোণোৱালী দিন
নাই, নাই কতো নাই
অতীতৰ চিন
সেউজীয়া চিন
ইম্মান যে মিঠা
অতীতৰে কথা
ইম্মান যে মিঠা
সৰুকালৰ কথা
বুকু পুৰি যায়
বাজে বেজাৰৰে বীণ
সেই যে আছিলে
সৰু গাওঁ এখনি
চোতালত দেও দি
খেলিছিলো আমি
সেই যে আছিলে
সৰু গাওঁ এখনি
বিহুৰে দিনতে
ঢোলৰ মাতে শুনি
কেনি গ'ল সেইদিন
বয় চকুপানী।।

সৰু ল'ৰা-ছোৱালী ঃ ইমান ইমান পানী .........।

ডাঙৰ ঃ যন্ত্ৰৰ দানবে
গিলি থলে শান্তি
দিহিঙে দিপাঙে
আজি মাথো ক্লান্তি
নৈ যেন কতো নাই
মাথো মৰুভূমি
কেনি গ'ল সেইদিন
বয় চকুপানী।।

★★

# ইমান ধুনীয়া

ইমান ধুনীয়া
শ্যাম বৰণীয়া
এইখন অসম দেশ
আমাৰ নিজৰ দেশ।
এই দেশ আমাৰেই
আমাৰেই আমাৰেই
এই সেউজীয়া গছ-লতা
মনোমোহা
আমাৰেই অপৰূপা।।
চিৰ সেউজীয়া ভূমি
আমাৰেই
অতীজৰে পৰা ইযে
আমাৰেই
শ্যাম বৰণীয়া আই
আমাৰেই
অসম কি যে অনুপম
আমাৰেই।
এইখন আমাৰেই দেশ
এইখন আমাৰেই দেশ
এইখন নিজৰেই দেশ
স্বদেশ স্বদেশ
আমাৰ অসম দেশ।।

★★

## একাবেঁকা কৰি বৈ যোৱা এই নদী

একা বেঁকা কৰি বৈ যোৱা এই নদী
বন গীত এটি আছে যেন পৰি
কতকাল নিৰবধি
কোন গাভৰুৰ প্ৰথম সপোন
বননিত পৰি ৰ'ল
বিৰিণা কঁহুৱাৰ আঁৰে আঁৰে এয়া
নদী হৈ বৈ গ'ল
লাজে জিলমিল মুখৰ বৰণ
চকিত চপল গতি
প্ৰথম প্ৰেমৰ ভাষাৰ নিচিনা
পানীৰ গভীৰ ৰং
টলমল যেন কৰে চকুদুটি
আবেগত উন্মন
কত শিহৰণে নাচিছে বুকুত
হৈ ঢউ এটি দুটি।।

**

## এতিয়া গভীৰ নিশা

এতিয়া গভীৰ নিশা
ইমান তমসা
বাটৰ নেপাওঁ দিশা
মই অভিসাৰী ৰাধা
কৃষ্ণ, অ' মোৰ কৃষ্ণ তুমি
ইমান অধীৰ উতলা কৰি
আৰু নবজাবা বাঁহী
বাট যে দূৰণি তোমাৰ বাঁহীৰ মাত শুনি শুনি
কণ্টকময় পথে পথে থ'লো
লাজ সংশয় দ্বিধা
মই অভিসাৰী ৰাধা।।
কদম তলত মোহন মুৰুলী
ঘৰৰ এৰিলোঁ মায়া
খোজ আগবাঢ়ে যমুনা আঁতৰে
নেখেলিবা ছঁয়ামযা
মোহন কানাই আহাঁ আগবাঢ়ি
দিয়া আঁতৰাই বাধা
মই অভিসাৰী ৰাধা।

**

## এই কৰুণতাৰ শেষ ক'ত শেষ ক'ত

এই কৰুণতাৰ শেষ ক'ত
সংগ্ৰামতেই যদি শেষ হয়
জীৱন আছেনো ক'ত
এই কৰুণতাৰ .................
জীৱন মানেই বেলিৰ পোহৰ
জীৱন মানেই গতি
জীৱন মানেই মৃত্যু নহয়
জীৱন বোৱতী নদী
এই নদীৰ স্থিতি আজি কোৱা ক'ত
এই কৰুণতাৰ শেষ ক'ত
মৃত্যু নেওচি যাব যদি পাৰ
দুৰ্বাৰ পথে পথে
মৰুত হেৰুৱা নৈয়ে পুনৰ
পাব বাট হেৰুৱাতে
এই সংগ্ৰামতেই যদি শেষ হয়
জীৱন আছেনো ক'ত
এই কৰুণতাৰ শেষ ক'ত শেষ ক'ত।।

**

## একো নাই, শূন্য হায়

একো নাই
শূন্য হায়
জুইত জ্বলিল
ৰ'দত পুৰিল
শ্যামল বৰণ
কোমল জীৱন
যুগৰ জীৱন
ক'ত যৌৱন
দুহাততে একো নাই
আকাশতে ছায়া নাই
প্ৰাণৰ মৰম মাটিৰ মৰম
হেৰাল ক'তে লুকাল ক'তে
একো নাই শূন্য হায়।
কিয় নাই, আজি নাই
এদিনতো আছিল, সকলো আছিল
জীৱনৰ ৰঙ বিয়পি আছিল
কিয় আজি হায়
ক'তো পথ নাই
একো নাই, শূন্য হায়
কি কৰিম, মাথোন কান্দিম?
ভঙা কাঁচ মাথো গচকি ফুৰিম?
জ্বলিবৰ হ'লে জ্বলায়ে যাম
আমাৰ জুইৰেই পথ উজ্বলাম
কোনটো বাট আমি দেখুৱাম
জীৱনৰ বাট আমিয়ে চিনাম।।

**

# এয়া ফাগুনৰে দিন

এয়া ফাগুনৰে দিন
ৰঙা পাপৰিতে চিন
ফুলেনে মনৰে ফুল
হৈ মিঠা এটি ভুল?
ফুলিছে এপাহি ফুল
শিমলু বুলীয়া হৈ
উৰিছে সুৰভি তাৰ
এটি প্ৰজাপতি হৈ
ফাগুনৰ দুপাহি ফুল
মলয়াতে দিছে দোল।।
মনে কি বিচাৰে নেজানো
অজানা তৃষাকে লৈ
দূৰ আকাশৰে নীলাত
উৰে যে পখীটি হৈ
ফাগুনৰে দুপাহি ফুল
মলয়াতে দিছে দোল।।
মনে কি বিচাৰে বুজিছোঁ
মোৰ পলাশৰে বনত
তোমাৰ পখীটি আহি
এটি মিঠা দিব গালত।।

★★

# এই সোণাৰু ফুলৰ

এই সোণাৰু ফুলৰ
হাঁহি ওপচা দিনত
যাবানে ওলাই সখী
আবেলি পৰত?
হাতত সদায় কাম
তথাপি আহাঁচোন চাম
এবাৰ নয়ন ভৰাই
সেই অৰণ্যক।
সজাত বন্দী যেন
আমাৰ জীৱন
মুক্তিৰ স্বাদ নাই
নাই যে ৰহণ।।
বনৰ সেউজী ৰঙে
ফুলৰ সোণালী গানে
শিহৰণ দিব দিব
এই জীৱনক।।

★★

## এই হাঁহি মোৰ বাবে

এই হাঁহি মোৰ বাবে
ফুলৰ পাহি হৈ,
কথা তোমাৰেই
নিজম পৰতে ৰাতিৰ বাঁহী হৈ
মোৰ মন চুবগৈ।।
মৰমৰ সোণ পৰশে
জিলমিল এই পোহৰে
সপোনৰ এই লগনে
হৃদয়ৰ গভীৰতাৰে
আলফুল হৈ ৰ'বগৈ।।
জীৱন মধুৰ কিহেৰে
অনুপম মুহূৰ্তৰে
উপহাৰ সময়ৰে
ল'লো আদৰেৰে
শিহৰণ সিয়ে দিবগৈ।।

**

## এই লগনত ক'লোঁ প্ৰতিশ্ৰুতি দিলোঁ

এই লগনত ক'লো প্ৰতিশ্ৰুতি দিলোঁ
আলফুলে ল'লো হাততে হাত থ'লোঁ
মই তোমাৰেই তোমাৰেই।।
আকাশ বতাহ সাক্ষী
পাহাৰ নিজৰা সাক্ষী
জনমে মৰণে তোমাৰেই।।
ইমান মধুৰ এই মৰম দিলোঁ
ইমান নিবিড় এই মৰম দিলোঁ
মই তোমাৰেই তোমাৰেই।।
পূৰ্ণতা যে নাম জীৱনৰ
পূৰ্ণ কৰিমেই প্ৰতিটো প্ৰহৰ।।
জীৱন জুৰি ৰ'ম জোনাকে হৈ
মৰণতো ৰ'ম ছায়াকে হৈ
মই তোমাৰেই তোমাৰেই।
আমাৰ নিয়তি আমিয়েই হ'ম
জীৱনৰে হাঁহি কোলাতে ল'ম
মই তোমাৰেই তোমাৰেই।।

**

## এই অপৰূপ লগনত হাত

এই অপৰূপ লগনত হাত
তোমাৰ হাতত থ'লোঁ
মই তোমাৰেই মই তোমাৰেই
এই প্ৰতিশ্ৰুতি দিলোঁ।।
আকাশ বতাহ সাক্ষী ৰ'ল আজি
সাক্ষী ৰ'ল এই নদী
বনৰ চৰাইৰ কণ্ঠত দিলো
আমাৰ মিলন গীতি
জীৱনে মৰণে ছাঁ হৈ ৰ'ম
গানে গানে কৈ থ'লোঁ।।
মই নেথাকিলে মোৰেই কথাটি
সাজৰ তৰাই ক'ব
মোৰ মৰমৰ গভীৰ সুৰভি
বতাহে বতাহে ৰ'ব
ইমান মদিৰ ইমান নিবিড়
মৰম তোমাক দিলোঁ।।

**

## একেখনি ফুলনিৰ আমি অত ফুল

একেখনি ফুলনিৰ
আমি অত ফুল
একেখনি আকাশৰ
আমি তৰা থুল
আহাঁ, একেলগে থাকো
জিলেমিলাই।
ডাৱৰে ঢাকে যদি
তৰাৰ থুলক
মোৰো পাহি সৰি পৰে
তাৰেই দুখত
আহাঁ মিলি থাকো একেলগে
আমি ণাই ভাই।।
তেওঁ যদি ডিগাক
মই যে দিচাং
তেওঁ যদি ভোগদৈ
তুমি যে খোৱাং
সৰু সৰু নৈ মিলি
বৰ লুইত হৈ
বৈ যাম বৈ যাম দূৰ দূৰলৈ
একোটি শকতি হৈ
তিৰেবিৰাই।।

**

## একে একে দুই হ'লে

মাক— একে একে দুই হ'লে
দুয়ে দুয়ে কি?
ল'ৰা-ছোৱালী— চাৰি
অ'ৰ পাছত আ হ'লে
ইৰ পাছত কি?
ল'ৰা-ছোৱালী-- ঈ
মাক— চৰাইটো সেউজীয়া ঠোঁটটো ৰঙা
শিকালেই কথা কয়
নামটো কি জানা?
ল'ৰা-ছোৱালী-- ভাটৌ
মাক— ৰাতিপুৱা পুৱাতে কি উঠে ফুলি?
ল'ৰা-ছোৱালী-- বেলি, বেলি, বেলি।।
মাক— মিছা মাছৰ ঠেঙ চুটি
মিছা কথা কৈ
কি গীত আছে বাৰু বগলীক লৈ?
ল'ৰা-ছোৱালী-- বগলী এ সবাহলে
নগলি কিয়?
গৈছিলোঁ গৈছিলোঁ
বাটতে বৰষুণে পালে
এঘৰৰ ঘৰতে
সোমাব খোজোতে চেংদৈ কুকুৰে
খালে
ছেই কুকুৰ ছেই, নাহিবি জপনা দেই
বাঁহৰ মুঢ়া, বগৰীৰৰ গুড়া
ক'ৰ পৰা আহিলা চকু
চেলোৱা বুঢ়া
মাক— চকু চেলোৱা বুঢ়ী
ল'ৰা-ছোৱালী-হিঃ হিঃ হিঃ হিঃ হিঃ।।

**

## এখন গাঁৱত এটা শিয়াল আছিল

ডাঙৰ মানুহ ঃ এখন গাঁৱত এটা
শিয়াল আছিল
তাৰ লগতে এটা
বান্দৰো আছিল
এদিন শিয়ালে ক'লেঃ
শিয়াল ঃ আহা সখী পাতো
সখী পাতি দুয়ো আমি
সুখে-দুখে থাকো।
বান্দৰ ঃ "বাৰু
খেক্ খেক্ খেক্"
ডাঙৰ মানুহ ঃ সখী পাতি দুয়ো হাঁহে
ঢেক্ ঢেক্ ঢেক্।।
এদিন এখন বিয়া
সেই গাঁৱেদি
গৈছিল দুৰলৈ
ঢোল, পেঁপা দি
ধিনিকি ধিন্দাও দাও
দাও দাও দাও
পেঁ পেঁ কোঁ পোঁ
খিত তাওঁ
শিয়ালে ক'লেঃ
শিয়াল ঃ "সখী
খেক্ খেক্ কোঁৱা
মই কম
কে কে, হোঁৱা হোঁৱা।।
ডাঙৰ মানুহ ঃ কোৱামতে কাম হ'ল
খেক্ খেক্, কোঁৱা
ভয় খাই বিয়াখন
পলাই গ'ল চোৱা।।
এৰি গ'ল চিৰা দৈ,
এৰি গ'ল গুড়
এৰি গ'ল নাৰিকলৰ
পিঠা লাডুবোৰ

এৰি গ'ল কল আৰু
এৰিলে কঠাল
এৰি গ'ল গাড়ী ঘোঁৰা
ঢোল, পেঁপা, তাল।।

বান্দৰ ঃ আহা আ হা আ হা
কত কিযে খোৱা
বহু দিনলৈ হ'ব
সখী চোৱা, চোৱা।।
মজাচে পেটুৱা
পেট ভৰি খা
কেনে মজা খাবলৈ
চিৰা পিঠা মিঠা।।
বান্দৰে বুলিলে
সখী বুধি এটা দিওঁ
গছৰ ওপৰলৈ খোৱাবোৰ নিও
নহ'লে পাবহি আহি
আন কোনোবাই
তোমালৈ দিম সখী
খোৱা পঠিয়াই

ডাঙৰ মানুহ ঃ শিয়ালে হাঁহি হাঁহি
খোৱাবোৰ নিলে
বান্দৰে বগাই নি
ওপৰত থলে
গছত উঠি বান্দৰে
চিৰা দৈ খালে
শুদা শুদা টেকেলি
পঠিয়াই দিলে
লাডু খালে, পিঠা খালে
কলবোৰ খালে
বাকলিকে কল বুলি
পঠিয়াই দিলে।।

বান্দৰ ঃ সখী গৈছে ধৰিবা, ধৰিবা, ধৰিবা

ডাঙৰ মানুহ ঃ শিয়ালে ফেঁকুৰি ক'লে

শিয়াল ঃ কি হ'ল? শুদা শুদা টেকেলিহে দিলা
অ' সখী, কল বুলি বাকলিহে দিলা।।

বান্দৰ ঃ হয় নেকি ঐ তেনেহ'লে
খালে মাটিয়েই
মাটিতেই তিনিটা ভুকু
মাৰা আজিয়েই।।

ডাঙৰ মানুহ ঃ শিয়ালে বেজাৰতে
গুচি গ'লগৈ
কোঁদোৰ বাঁহ এটা
ৰাখি থাকিলেগৈ
বান্দৰে বিচাৰি গৈ
ওলাল তাতেই

বান্দৰ ঃ কি ৰাখিছা সখী।
কোঁৱা মোক দেই।

শিয়াল ঃ নাই নুচুবা ইয়াক
ৰজাৰ এয়া ঢবা

বান্দৰ ঃ বজাওঁ দিয়া চোন
এবাৰ বজাম মই
লাহেকৈ চাবা।।

ডাঙৰ মানুহ ঃ কোঁদোৰ বাঁহত দিলে
বান্দৰে গৈ হাত
কোঁদোৰে খণ্ডতে দিলে
বহুৱাই দাঁত।
বিষতে বপুৰা
ঠাইতে মৰিলে
ঠগ কৰা বান্দৰে
ঠিক মজা পালে।

শিয়াল ঃ কে কে হোৱা। কে কে হোৱা
বান্দৰক কেনেকৈ
মজা দিলো চোৱা।।

★★

## এই কুঁৱলিৰ আঁৰত সোণালী

এই কুঁৱলিৰ আঁৰত সোণালী
ধানৰ ৰ'দালি ৰং
মুকলি মুকলি লাগে চউদিশে
হ'ল উৰণীয়া মন।।
দাৱনি হাতৰ কাঁচি লৈ যেন
লখিমি চপাম আমি
বিৰিয়াত লোৱা ধানৰ থোকৰ
হ'ব জিৰ্ জিৰ্ ধ্বনি
যেন হালধীয়া পখিলাটি হৈ
ৰ'দ চুহি চুহি ল'ম।।
বনৰীয়া ফুলৰ সুৰভিৰ দৰে
উটি উটি যেন যাম
পথাৰৰ যেন নৰাৰ বুকুত
এটি বিহুগীত গাম
এই উজ্বল ৰ'দৰ বতৰ
যেন সপোনৰ ক্ষণ।।

★★

## এপাহ ফুলিব ফুল এপাহ সৰিল

এপাহ ফুলিব ফুল
এপাহ সৰিল
এটি নতুন বেলি
আনটি ডুবিল।।
স্বাগতম স্বাগতম
নতুন প্ৰহৰ
বিদায় বিদায় মোৰ
পুৰণি প্ৰহৰ
অশ্ৰু হাঁহিৰ ফুল
কিমান ফুলিল
প্ৰতিদিনেই বেলি
কত উজ্বলিল
'হেপী নিউ ইয়েৰ ১৯৯৭'
আনা আমালৈ
সুখৰ হেভেন
এপাহি ফুলিল ফুল
এপাহ সৰিল
উঠিল নতুন বেলি
পুৰণি বুৰিল।।
প্ৰাণেৰে পূৰ্ণ কৰা
নতুন সময়
হাঁহিৰে আদৰি আনা
নতুন বিজয়
স্বাগত
এটি নতুন চৰাই
উৰিল।

★★

## এক নতুন সূৰ্য দেখিবৰ বাবে

এক নতুন সূৰ্য দেখিবৰ বাবে
আছোঁ এতিয়া জাগি
ৰাতিৰ প্ৰহৰী হৈ
এক নতুন পঙ্কজ ফুলাবৰ বাবে
আনিছোঁ বতাহ আমি
পঙ্ক বিদাৰি থৈ
এক প্ৰভাতী মন্ত্ৰ কৰিছে ৰচনা
ৰাতিৰ বেদনাবোৰে
উচুপি নিচুকি গৈ
এক নতুন সুবাস কৰিছে কামনা
ৰুদ্ধ সত্বাবোৰে
আকাশলে মুখ থৈ
পূবৰ আকাশ হেঙুলীয়া হোৱা
লগ্ন আহিছে
এই সপোনকে লৈ।।
জন্ম বেদনাত থাকে যন্ত্ৰণা
ৰক্তৰে ইতিহাস
এই সত্যতে প্ৰেৰণাৰ বীজ
নেথাকে শঙ্কা ত্ৰাস
প্ৰাণৰ গঙ্গা আজি উত্তাল
প্লাৱন আনেহে লাগে
শত সীমা ভাঙি থৈ।

**

## এই পৃথিৱী কি যে সুন্দৰ

এই পৃথিৱী কি যে সুন্দৰ
একে মানৱতা, কি যে মনোহৰ
সমবেত যেন গান
একেই মানুহ, ভাষাহে বেলেগ
একে সুখ দুখ, বাসনা অলেখ
সকলোতে একে প্ৰাণ।।
সোহৰৰ দেশ মানুহেই গঢ়ে
শান্তিৰ কাম মানুহেই কৰে
উঠিছে, উঠিছে, উঠিব
মুখত মন্ত্ৰ শুভ শান্তি বস্তি
সমস্বৰে গাওঁ গান
সমবেত হওঁক প্ৰাণ।।
অমৃতৰ সন্তান আমি
মৃত্যুক আমি যামেই জিনি
কত তৰপৰ মৰুপক
ধ্বংসযজ্ঞ কোনে পাতে, মানুহে নাপাতে
মানবীয় কাম মানুহৰ
সেয়েহে ৰাখিব মান।।

**

## এইটো প্ৰহৰ শূণ্য প্ৰহৰ

এইটো প্ৰহৰ শূণ্য প্ৰহৰ
শীৰ্ণ, শূন্য হাত
সঙ্কট আজি প্ৰতি পদে পদে
ধুৰঁলী-কুঁৰলী বাট
কেৱল জ্বলিছে এতিয়া চকুত
তীখা, তীক্ষ্ণ জ্যোতি
সেই পোহৰতে যাম আগবাঢ়ি
ক্লান্ত নকৰি গতি
সুদীৰ্ঘ পথৰ শেষত পামেই
হেৰোৱা পথৰ আঁত
পথ দুৰ্গম আমি অগণন
চূৰ্ণ কৰিম বাধা
নতুন দিনৰ সৃষ্টি কৰিম
নাই নাই একো দ্বিধা
শূণ্য যদিও দুহাত আমাৰ
শূণ্য নহয় মন।

**

## এদিন সুধিলোঁ পাহাৰ চুড়াক

এদিন সুধিলোঁ পাহাৰ চুড়াক
লক্ষ্য জীৱনৰ কি
আসক্তি বিহীন স্থিৰ মহানতা
সেয়ে নেকি, তুমি যি?
এদিন সুধিলোঁ ধুমুহাক মই
গতিয়েই জীৱন বোলে
গতি কোন পিনে কোনে কৈ দিব
আকাশে গহীনে ক'লে
অসহায় দুখত টুকিলোঁ চকুলো
ঘাঁহত মুখনি দি।।
কোনে আহি মোক কৈ গ'ল যেন
এটি সৰি পৰা ফুল
অৰ্থ বিচাৰি বঢ়োৱা মিছায়ে
জীৱনৰ শত ভুল
এটি এটি দিন তোলা ফুল কৰি
চকুলোৰে জীপ দি।।

**

## একোকে নেথাকে বৈ

একোকে নেথাকে বৈ
যায় গুচি যায় গৈ
সোণোবালী পানী
ৰূপোবালী পানী
একোকে নেথাকে বৈ
নহয় নহয় সময় নহয়
উৰি যোৱা পখীটি
নহয় নহয় সময় নহয়
বৈ যোৱা নদীটি
সময় চাগৈ
সময় চাগৈ
বাজি থকা নুশুনা বাঁহী
তাৰেই সুৰত ফুলিছে ফুল
তাৰেই সুৰত কতনা ভুল
আয়ৈ দেহি বাজি থকা নুশুনা বাঁহী
পাতটি সৰিছে আকৌ যে ফুলিব
ফুলটি সৰিছে আকৌ যে ফুলিব
এন্ধাৰ শেষ হ'ল
ন জোন ওলাব
জীৱনৰ পখীয়ে
কত গীত জুৰিব হাঁহিব, নাচিব
নতুন দিনকে ওলগে জনাব
দুখকে পাহৰি
সাহসে বান্ধিব
দুয়োটি হাতেৰে
জীৱনডাঁৰ মাৰিব।।

**

## এখন নদী আছে

এখন নদী আছে
নাম অশ্রুমতী
কেতিয়াযে বৈ যায়
নাজানে তাৰ গতি।।
সেই নদী বৈ যায়
বিচাৰি সাগৰ
ধূলিয়ে মাথোন দিয়ে
উদাস উত্তৰ
পৰিচয় হোৱা আছে
বহুতো সাঁথৰ
নাই তাৰ ইতি।।

এই নদীত উটি যায়
থউকি বাথউ
সপোন ভঙাৰ সাধু
হৈ কত ঢউ
নীলা বিষ পালো মাথো
বিচাৰোতে মউ
সেয়ে নিৰবধি।।

**

## এটা কণ্ঠ ঃ মই এটি নাচ দিম
### মনিপুৰৰ

এটা কণ্ঠ ঃ নাচ আছে, গীত আছে
অৰুণাচলৰ
এটা কণ্ঠ ঃ বেম্ব নাচ আছে
দিম মিজোৰামৰ
বিতোপন নংক্ৰেম
মেঘালয়ৰ
দেখিছানে নাই
বিতোপন নাচ
আছে মেঘালয়ৰ
এটা কণ্ঠ ঃ ত্ৰিপুৰাৰ বৌ নাচ
কি যে মনোহৰ
এটা কণ্ঠ ঃ যুদ্ধ নৃত্য-কিমান
তেজাল চোৱা
নাগালেণ্ডৰ
সমবেত ঃ আমি সকলোৱে
মিলিজুলি
এক ভাৰতৰ
সাহ দিম
ৰং দিম
নব বৰষৰ
অকণিহঁতৰ
এইটো যে উপহাৰ
Happy New Year
Welcome '94'

★★

## এধানি এধানি আমি

এধানি এধানি আমি
শিশু অগণন
আকাশৰ পিনে চাই
ফুলিবৰ মন
এপাহি পদুম হৈ
ফুলিবৰ মন
জীৱন জীৱন যেন
বৰ অনুপম
পৰিবেশ আনি দিয়া
নিজকেই গঢ়া
সকলো ক্ষেত্ৰতে আমি
আগ্ৰাৰক বধোঁ
সুন্দৰ সুঠাম কৰা
আমাৰ জীৱন
জীৱন জীৱন যেন
বৰ অনুপম্।

পোহৰৰ প্ৰাৰ্থনাত
মগ্ন নয়ন
পোহৰ আনিম আমি
কৰিছোঁ এই পণ
জীৱন জীৱন যেন
বৰ অনুপম।
পৰিৱেশ আনি দিয়া
নিজকেই গঢ়া
সকলো ক্ষেত্ৰতে আমি
আন্ধাৰক বধোঁ
সুন্দৰ সুঠাম কৰা
আমাৰ জীৱন
জীৱন জীৱন যেন
বৰ অনুপম।
পোহৰৰ প্ৰাৰ্থনাক
মগ্ন নয়ন
পোহৰ আনিম আমি
কৰিছোঁ এই পণ
জীৱন জীৱন যেন
বৰ অনুপম।
পৰ্বত জিনিম
সাগৰ জিনিম
শুভ, সৎ শক্তিৰে
বিশ্ব শান্তি
ঘূৰাই আনিম
সমবেত আমাৰ শক্তিৰে।
(আন্তঃৰাষ্ট্ৰীয় শিশু দিৱস উপলক্ষ্যে আকাশবাণীৰ বাবে ৰচিত)

**

## এই ফুল দিলোঁ তোমাকেই

এই ফুল দিলোঁ তোমাকেই
স্বপ্নেৰে মৰমৰে
ক'ত ফাগুনৰ অভিসাৰ
থমকিলে বেদনাৰে
সুৰে সুৰে কৈ গ'লোঁ
আলফুলে দি গ'লোঁ
অপৰূপ এই ভালপোৱা
গানে গানে থৈ গ'লোঁ
দুহাততে দি গ'লোঁ
এই ফুল এই মোহনীয়া
মধু ঋতু আহে আজি জানো
আলসুৱা পলাশৰে।

**

# কেতেকে বান্ধি দেলাই

কেতেকে বান্ধি দেলাই
হিলকি বিলকি খপা হায়ৰে
কেতেকে নজৰি লাগায়
বৃন্দাবন ৰস লাগায়।
ননদীয়া বান্ধি দেলাই হিলকি
দেওৰাত নজৰি লাগায় বৃন্দাবন

সৰু পথাৰে ধান বুনেছি
সীতা পাখুৰ খাই মোৰে হায় হায়
অ' দাদা দেন খেদাই
এমন সুন্দৰ হাৰ দোলছে গলায়।

ত্ৰা না না নাৰে নাৰে
ত্ৰানা না না না মোৰে হায়ৰে। অ' দাদা .......
কনাৰ বান্ধব হৰধিৰে ঝিঙ্গা ফুল অ'
নাকৰে বান্ধব লাল কমল ফুল ধীৰে গমকে
ৰূপডৰে বান্ধব হৰধিৰে.........।

★★

# কি নাম দি মাতিম, মাতিম তোমাক

(যুগ্ম গীত)

কি নাম দি মাতিম, মাতিম তোমাক
নিবিড় গোপন কি যে মায়া,
যি নামৰে সোণ পৰশত
স্বৰ্ণালী হয় হিয়া।
যি নাম দি মাতা সেয়েই মিঠা
জীৱন মৰুত তুমি ছায়া
চম্পা বনৰ সুবাস লাগি
উন্মনা মন হিয়া।।
মন আজি মোৰ যায় হ'বলৈ
পলাশৰ এটি ফুল বনতে সউ
মন আজি মোৰ যায় হ'বলৈ
পলাতক এটি ভুল বিচাৰি মউ।
প্ৰজাপতি মন হয় উন্মন
সুৰে সুৰে উৰণীয়া।।
স্বপ্ন দিলা দুই নয়নত
ছন্দ জীৱনত গোপনে মোৰ
তুমি দিলা মউ শিহৰণ
ৰিক্ত হৃদয়ত সিঁচিলা সুৰ।
মনৰে ময়ুৰ, স্বপ্ন বিভোৰ
ৰঙে ৰঙে মোহনীয়া।।

(ড° বেজবৰুৱা কথাছবিৰ গীত)

**

# কথা আছিল মুক্তা হোৱাৰ

কথা আছিল
মুক্তা হোৱাৰ
অশ্ৰু বিন্দুবোৰ
কথা আছিল
পূৰ্ণ কৰাৰ
শূণ্য পাত্ৰবোৰ।।
স্বপ্ন আছিল
ধৰাৰ ধূলি
স্বৰ্ণ বৰ্ণ হ'ব
স্বপ্ন আছিল
পৃথিৱী জুৰি
এটি পৰিচয় ৰ'ব।।
স্বপ্ন আছিল
নিৰ্জনতা
সুৰেৰে মুখৰ হ'ব
স্বপ্নৰ চিত্ৰ মাথোন জ্বলিছে
উৰিছে কুকহাবোৰ।।
লক্ষ্য আছিল সৰগখনি
মাটিত আনি পতা
লক্ষ্য আছিল জোন, জোনাকীক
একেলগে কথা
লক্ষ্যভ্ৰষ্টৰ পঙ্কিলতাই
আনিছে আন্ধাৰ ঘোৰ
কথা আছিল মুক্তা হোৱাৰ
অশ্ৰুবিন্দুবোৰ।।

**

## কিনো লীলা প্ৰভু

কিনো লীলা প্ৰভু কিনো লীলা
নিচিনি নিজকে, নিচিনি পৰকে
কিনো লীলা প্ৰভু কিনো লীলা
কিনো মায়া জাল পাতি দিলা।।
কিনো লীলা প্ৰভু কিনো লীলা।
ভাৱনাৰ শেষতো ভাৱনা পাতিলা
গাওঁতা অকলে হ'লা
একেখন নাৱতে তুলি দি সবাকে
গুৰিয়াল লুকাইয়ে ৰ'লা।
কিনো লীলা প্ৰভু কিনো লীলা।।
জুমৰো মাজতো অকলশৰীয়া
অকলে আহোঁ যাওঁ
নিজৰে মুখকে নেদেখা এবাৰো
আনৰ মুখলৈ চাওঁ
কিনো লীলা প্ৰভু কিনো লীলা।।

**

## কাজললতা তোমাৰ নাম শীতলতা নাই

কাজললতা তোমাৰ নাম
শীতলতা নাই
কাজল সনা চকুৰে যে
জুই চটিয়ায়।।
খোজত বোলে পদুম ফুলে
নাই দেখা নাই
আঁচলৰ বায়ে মাথো মন উৰুৱায়
শুকান পাতৰ দৰে হওঁ অসহায়।।
কথাত বোলে বৰষে মউ
নাই শুনা নাই,
প্ৰাণৰ ভাষা চাগে তুমি
শিকা নাই
প্ৰীতিৰ বাতৰি দিম
তাতো নিৰুপায়।।

**

# কিযে অনুপম এইযে মৰম

কি যে অনুপম
এইযে মৰম
লগ পাই যেন থাকিম
চকুত চকু থ'লে
ৰাঁই জাঁই লাগে
বুকুত যে সাৱটি ধৰিম।।

তোমাৰো এনে মন
হয় জানো বাৰু
সঁচা জানো ভালপোৱা
অজানা ৰাগিতে
নিজকে উটালা
এতিয়া কঁপিছে হিয়া
ইছাটি বিছাটি
কিয় লাগে বাৰু
শপত দি তোমাকে সুধিম।
কিযে শিহৰণ
দেহতে মনতে
হ'ম যেন পলাশৰ ফুল
পিৰীতি ইয়াকে
কয়নেকি বাৰু
হ'ম যেন মিঠাকৈ ভুল
ফাগুণৰ বতাহৰ
দোলনি লাগিছে
আলাসত দোলা দি ফুৰিম।।

**

# কিজানিবা শৰতে

কিজানিবা শৰততে
কিজানিবা ফাগুনতে
কিজানিবা বৰষাতে
জিলমিল জোনাকতে
তুমি আহিবা চাগে
সেই মিঠা হাঁহিটিৰে
তুমি মাতিবা মোকে
অপৰূপ শিহৰণত
মোৰ কঁপিব মনে।।
কতদিন্ ৰ'ব মোৰ এই হাঁহাকাৰ
বেদনাৰ চকুলোৰ নাই পাৰাপাৰ
শূণ্য পাত্ৰ লৈ ৰ'ম মই ৰ'ম মই আৰু
জানো তুমি আহিবা বুলি
জ্বলাই থৈছো দীপ মোৰ হিয়াতে।।
বুজি তুমি পোৱা
হিয়াৰ বেদনা
কত দিন ৰ'বা হৈ আনমনা,
অত প্ৰতিশ্ৰুতি জোনাকৰ দৰে
ভৰা বাৰিষাৰ ঢাকিছে ডাৱৰে
জানো তুমি
আহিবা বুলি
শেৱালী সিঁচিছোঁ
মই মোৰ দুবৰিতে।।

**

## কহুঁৱাৰ ফুল ফুলিছে

কহুঁৱাৰ ফুল ফুলিছে
নিয়ৰৰ কণা সৰিছে
পূজা পূজা লাগেচোন মন উচাটন
দূৰৰ গাঁৱত মাদল বাজে
টিহিটি টিহিটি সুৰ কঁপে
ছেৱে ছেৱে নাচে মন হিয়া উচাটন
সেউজীয়া ৰঙৰ শাৰী
জবা ৰঙা তাতে পাৰী
জোনাকীয়ে ফুটি মণিৰ
সাতশৰী আঁৰে
কৃষ্ণচূড়াৰ ফুলাম জাপি
নীলা নৈয়ে সপোন আঁকি
মাটিৰ বুকুত কিযে মিঠা মিঠা
মূৰ্তিটি গঢ়ে।।
খোপাত হাঁহে চন্দ্ৰকলা
ভৰিত নেপুৰ নিয়ৰ মালা
মোৰে আইৰ কত যে ৰূপ
দেখোঁ ক্ষণে ক্ষণে।।

**

## কিয়নো পাতিলি ৰণ তই চীনা ঐ

কিয়নো পাতিলি ৰণ তই চীনা ঐ
কিয়নো পাতিলি ৰণ
কাললৈ খিয়াতি থলি তই কিয়নো
কাললৈ খিয়াতি থ'লি
কুটুমৰ তেজেৰে বন্তি জ্বলালি
কুটুমক শতৰুশালি।।

শান্তিৰ ধিয়ানত কিয় আউল লগালি
বৰফত লগালি জুই
মানুহ হৈ দানৱৰ বেশ কিয় ললি
ভাৰতৰ মাটি চুই।।

মাতৃৰ বুকুৰে সন্তান কাঢ়িলি
পত্নীৰ বুকুৰে পতি
শিশুৰ বুকুৰে পিতৃক কাঢ়ি লৈ
যমদূত সাজিছ আজি
ৰাইজৰ বিননিত গছৰ পাত সৰিলে
বৈ বৈ কান্দিছে জিলী
তোৰে মানৱতা হেলাৰঙে দিলি
দুৰ্যোধন ৰজাৰে আৰ্হি ললি তই
মাটিৰে লোভতে পৰি
সত্যৰে বলতে জয়ৰে নিচান ঐ
ভাৰতত থাকিব উৰি।।
(চীনা যুদ্ধৰ পটভূমিত)

**

## কন্দুৱাই তুমি মোক নেযাবা

কন্দুৱাই তুমি মোক নেযাবা
অ' দূৰলৈ এৰি তুমি নাযাবা
পদূলি মূৰত বৈ কত বাট চালো মই
কোনদিনা বিহুলে আহিবা
উৰুকাৰ ৰাতি মাথো পালাহি
উদূলি মুদুলি বিহুৰ আলহী
এযাৰ মনৰ কথা পাতোতে নেপাতোতেই
যোৱাৰ দিনটো আহি পালেহি
ওঁহো নেযাবা, নেযাবা তুমি নেযাবা
কন্দুৱাই তুমি মোক নেযাবা।।
আগলি ফাগুনী বা বলিব
পথাৰৰ ৰিঙা বুকু কঁপিব
ৰঙা ৰঙা শিমলু ফুলিব
তোমাক সুঁৱৰি মনে কান্দিব।।
তেতিয়াতো দূৰতেই ৰ'বাচোন
এতিয়াই দুটা দিন থাকাচোন
তাৰপাচত চকুপানী সামৰিম
আঙুলিত দিনবোৰ আকৌ লেখিম
তুমি নেযাবা, নেযাবা, নেযাবা
কন্দুৱাই তুমি মোক নেযাবা।।

**

## কাম চৰাইৰ ৰঙা ঠোঁট

কাম চৰাইৰ ৰঙা ঠোঁট
তাতে দিলে সেন্দুৰ ফোঁট
দেউতা অ', আই মোৰ অ'
দূৰলৈ নিদিবি মোক
জোনবাইৰ আগৰে তৰা
নেজানো আছে কোন দৰা
কেনেকৈ এৰিমে
নিজৰ ঘৰখন
লাগে মোৰ
ভাবিলেই শোক
আই অ', দূৰলৈ নিদিবি মোক।
আগলি কলাপাত লৰে
জীয়াৰি কালটো শেষ হৈ যাব
দুধাৰে চকুলো সৰে
সেওঁতাৰ সেন্দুৰে বাট পোহৰাব
এইবোৰ দিন ক'ত যে হেৰাব
দিনৰ তৰাৰ দৰে
উথলি উঠে যে শোক।।

**

## কত ভাব কত কথা ক'ব খোজোঁ

কত ভাব কত কথা ক'ব খোজোঁ
মোৰ গানেৰে
তুমি বুজানে??
কত ঢউ, উটি যায়, তোমাৰ ঘাটলৈ
তুমি জানানে??
অলিখিত কত চিঠি বতাহে পঢ়িলে
চকুলোৰে আলপনা
নিয়ৰে মচিলে
কত মোৰ হুমুনিয়া ডাৱৰে সাঁচিলে
গম পোৱানে?
অত ভাব আছে
ভাষা কিয় নাই
আকাশৰ ৰঙে মোৰ
দুচকু বোলালে
মাটিৰ মদিৰ মায়াই
হিয়া ওপচালে
কত ছবি, আঁকো তোমাৰ এই
ধৰাৰ ৰহণেৰে
তুমি জানানে??

**

## কিনো ৰূপত কিনো সাজত

কিনো ৰূপত কিনো সাজত
পিন্ধিছোঁ আজিৰে সাজে
সেন্দুৰৰে ৰঙা শিখা
জ্বলিলে শিৰতে
কাঁচি জোনৰ ৰেখা মোৰ
আকোঁ কপালতে
অ' মোৰে লাজে লাগে
(লগৰ লগৰী : সখী তোমাৰ
আজি ভাগ্য জাগে, আজি ভাগ্য জাগে)।।
কপালতে কপালী
ডিঙিত গলপতা
দহো আঙুলিত জ্বলে
হীৰা কি মুকুতা
কাণত এয়া লোকাপাৰ
হাতত মুঠি খাৰু
শিংখাপ, বনকৰা কত কি যে আৰু
ৰাণী ৰাণী আজি যেন লাগিছে চাগে
অ' মোৰে লাজ লাগে।।
(লগৰ লগৰী : সখী কিয়
ধৰে লাজে তোমাৰ ভাগ্য জাগে)।
লাজ নে কিবা এক নতুন আমনি
বাৰে বাৰে ঢাকিছেহি চকুৰ চাৱনি
মনৰ মাজত অচিন মধুৰ কঁপনি
হাঁহো হাঁহো কৰি কিয় সৰে চকুপানী
নতুন জীৱন
আদৰিছোঁ বুলি চাগে।

**

## কোন সেই ৰূপৱতী যায়

কোন সেই ৰূপৱতী যায়
  কোন সেই ৰূপৱতী যায় যায়
কপালত সূৰুয জ্বলাই
দুকাষৰ ধাননি কঁপাই
  সোণ গজা পথাৰৰ সৰু বণ্ডিয়াই
  কোন সেই ৰূপৱতী যায়।।
সউ নিয়ৰৰে থল
কাৰ, মেখেলাৰে ফুল
  কেঁচা ৰ'দৰ ৰহণ
  যেন শৰীৰৰে বৰণ
  পকাধান বুলীয়া ৰিহা জকেমকায়।।
সবল সুঠাম সৰুকণৰ
  হাতত এটি ক'লা ছাতি
ডিঙিত অঁৰা পাটৰ চেলেং
  লাজুক লাজুক চকু দুটি
  অ', সি আগে আগে যায়
  বাটটি চিনোৱাৰ ছলে
  ঘূৰি ঘূৰি চায়।।
  ঘূৰি ঘূৰি চায়।।
অচিন ফুলৰ মিঠা ৰাগি
  যেন উটি উটি আহে
হাতত নিয়া টিনৰ পেৰাৰ
  গোলাপ পাহিয়েও হাঁহে
  অ', তাই লাজত মৰি যায়
  কেউফালে চায়
ওৰণিখন আৰু টানি লাজ আঁতৰায়।

**

## কাজল মেঘৰ সজল ছায়াৰে

কাজল মেঘৰ
সজল ছায়াৰে
  নিৰ্জ্জন বনভূমি
কি অনুপম
এই তপোবন
  আমাৰ ৰম্যভূমি।।
আনন্দ মনেৰে
বিচৰণ কৰোঁ
  সন্ধ্যা, ললিতা, কান্তা
প্ৰকৃতিৰ আমি
তিনি বাই ভনী
  তিনিখনি আমি ঝৰ্ণা
  নিজৰা ৰূপেৰে ধন্যা
  মনোৰমা
  ৰূপ ধন্যা
কল্ কল্ সুৰে
নাচোনৰ ছেৱে
  শিলেৰে বাগৰি যাওঁ
  নিজান বনভূমি।।
ৰ'দালি আমাক
কৰে সোণোৱালী
  জোনাকে ৰূপালী কৰে
অচিনা ফুলৰ
কনবীয়া ৰাগি
সেউজীয়া ৰূপ চৰে
নিমাত, নিৰ্জন
কি মনোৰম
  আমাৰ ৰম্য ভূমি।।

**

# কেতিয়াবা মোৰ নিজকে ইমান

কেতিয়াবা মোৰ নিজকে ইমান
ইমান নিঃস্ব লাগে
পথৰ কাষৰ ৰঙা মদাৰৰ
পাহি এটি যেন কঁপে।।
কেতিয়াবা মোৰ নিজকে বৰ
বৰ অসহায় লাগে
মৰুৰ মাজত পথ শেষ হোৱা
নদী নদী যেন লাগে
যাৰ অশান্ত ঢউৰ কান্দোন
কেৱে নুশুনিব চাগে।।
এই পৃথিৱীৰ ৰং সুৰভিয়ে
মনক চুইহে যায়
যেন ফাগুনৰ বতাহ এছাটি
কেনি আহি কেনি যায়
মন অজন্তাৰ গভীৰ গুহাত
এন্ধাৰে নীৰৱে কান্দে।।

★★

# কিনো দিন পৰিলে

কিনো দিন পৰিলে
কিনো দিন পৰিলে
কিনো দিন পৰিলে আহি
ডকা চাকনৈয়াত
নাওঁ বুৰো বুৰো
গড়াও পৰিছে খহি।।
পশ্চিমৰ পছোৱা
অলিয়া বলিয়া
ঘৰৰ ছাল উৰুৱাই নিছে
শিমলু তুলা হৈ
উৰিছে বতাহত
নিজকে পাহৰাই দিছে
নিজৰে কাষতে
নিজে অচিনাকি
কুঁহিলাৰ দৰে যাওঁ ভাঁহি
ঘাট চিনিবৰে
হ'ল মোৰ বান্ধৈ ঐ
আছা কোন মাৰাহি বঠা
গজ মুকুতাৰ
বেহানি বুৰিব
দিয়াহি বানতে ভেটা
শেণৰে এজ্ঞাতে
জানিবা ইবেলি
যাম এই বানতে উটি।।

★★

## কৰাল বদনা ৰাক্ষসী বানে

কৰাল বদনা ৰাক্ষসী বানে
   কালফণা তুলি আহিছে
উটি গ'ল গ'ল একোকে নৰ'ল
   মৰণে দেও দি নাচিছে
   গুৰু ঐ জীৱই জীয়াতু ভুগিছে।
হাঁয় হাঁয় হাঁয় কি হ'ল বিলাই
   সকলো লুটিলে কালে
শইচ, ঘৰ-মাটি কালজিভা মেলি
   সকলোটি কালে খালে
   মোৰ গুৰু ঐ
   জীৱনৰে তেজ পি খাইছে।
যেন মৰিশালি চউদিশ জুৰি
   কাউৰী, শগুণ উৰিছে
অথিৰ অবিৰ লাগিছে গুৰু ঐ
   শোকৰ জুইয়ে দহিছে
   গুৰু ঐ
   অথিৰ অবিৰ লাগিছে।

**

## কথাৰে গীতেৰে হাঁয় নোৱাৰি বুজাব একো

কথাৰে গীতেৰে হাঁয়
নোৱাৰি বুজাব একো
   হৃদয়ৰ ভাষা
   আছে ক'ত পাওঁ ক'ত
   ৰিঙা ৰিঙা লাগে আজি

আছেনে ভাষাৰ নদী
যি দিব পাৰে গতি
   নুফুলা ওঁঠত এটি ফুলায় বকুল
পখীয়ে যি গীত জানে
ফাগুনৰ গানে গানে
   সেই সুৰ নাই কিয়
   পৰাণ আকুল
   ৰিঙা ৰিঙা লাগে আজি।।
হয়তো এদিন পাম
সেইদিনা গাই যাম
   বৰষাৰ দৰে তুমি আনিলে প্লাৱন
শুকান বনত মোৰ
শাৰদী নিয়ৰ হৈ
   আলফুলে তুমি আহি যাচিলে মৰম
   ৰিঙা ৰিঙা লাগে আজি।।

**

# কি মোক নেলাগে মৰম নেলাগে

(যুগ্ম গীত)

কি মোক নেলাগে মৰম নেলাগে?
যোৱাগে বুলিছা যাওঁ,
সৌ দূৰ দূৰণিত আপোন বিচাৰি
বিদায় মৰমী যাওঁ।
কি যে তুমি একোকে নুবুজা
নুবুজা নোকোৱা ভাষা,
নয়নমণিত অশ্রু হাঁহিত
পঢ়ি চোৱা সেই লিখা।
নুশুনা জানো গোপন হিয়াত
গভীৰ গীত কি গাওঁ,
সৌ দূৰ দূৰণিৰ পৰাতো নুশুনি
কাষলে আহাচোন চাওঁ।
মইতো আৰু মই হৈ নাই
মই যে তুমি হৈ গ'লোঁ,
তোমাৰ হিয়াত মোৰ সত্তা
সুৰে সুৰে আছে গঁথা।
পথে পথে আছে সুৰভি ৰহণ
নিবিড় গীতটি গাওঁ।।

('উপপথ' কথাছবিৰ গীত)

★★

# কি যে অনুপম, এই যে মিলন

কি যে অনুপম
এই যে মিলন
নতুনৰ সতে স্মৰণৰ
কি মনোৰম
এই আলিঙ্গন
সংকল্প আজি পূৰণৰ।।
স্বপ্ন আছিল
এদিন আছিল
সোণালী লগ্ন আহিব
সোণালী প্ৰহৰ
উজ্জ্বলি উঠিব
পদ্মাৰ পৰাগ উৰিব
সেই সপোনে
পাপৰি মেলিলে
সহযাত্ৰী আমি জীৱনৰ।।
লগ্ন আজি মিলনৰ।।
ইজনে সিজনৰ
কাষ চাপি কওঁ কলেজখনক
প্ৰণতি জনাওঁ
শুভ ইচ্ছা তোমাক যাচিছোঁ
গুৰুপ্ৰণামো আজি কৰিছোঁ।।
প্ৰাণ চঞ্চল নতুন তোমাক
জনালো আশীৰ্বাদ
পুৰণি সবেই ৰুলে গছ জোপা
সুঁৱৰিবা সবে তাক
পোহৰ বিচাৰি যাম আগবাঢ়ি
অঙ্গীকাৰ এই প্ৰহৰৰ।।

(শিৱসাগৰ কলেজৰ স্বৰ্ণজয়ন্তী উপলক্ষে)

★★

# কৃষ্ণ অ' মোৰ কৃষ্ণ তুমি

কৃষ্ণ অ' মোৰ কৃষ্ণ তুমি
ইমান আকুল উতলা সুৰেৰে
কিয় বজোৱানো বাঁহী?
সীমাৰ মাজতে অসীম তৃষ্ণাই
হাঁহাকাৰ কৰে তোমাক নেপাই
আহাঁ দেখা দিয়া আহি।।
কৃষ্ণ অ' মোৰ কৃষ্ণ তোমাক
দেখো যে আকাশী নীলাত
দেখো যে তোমাক ফুলৰ পাহিত
দেখো যে তোমাক জোনৰ হাঁহিত
দেখো যে শাৰদী শোভাত
দেখো যে আকাশী নীলাত।।
কৃষ্ণ অ' মোৰ কৃষ্ণ তোমাৰ
শুনোৱা বাঁহীটি মধুৰ
নদীৰ সুৰতে, চৰাইৰ মাততে
হও যে কিমান আতুৰ।
নেপুৰৰ ধ্বনি ৰুণ জুন জুন
যেন ভোমোৰাৰ গুণ গুণ গুণ
অপৰূপ মনমোহা শুনো সুৰ কল্পনাত
কৃষ্ণ অ' কৃষ্ণ মোৰ কৃষ্ণ শুনা
এপাহ খৰিকাজাই
গভীৰত যেন ফুলি আছে মোৰ
তোমাৰে চৰণ ধিয়াই
তুলি লোৱা থাপনাত।।

**

# কৃষ্ণাইৰ মূৰৰে বকুল

কৃষ্ণাইৰ মূৰৰে
বকুল ফুল এপাহি
নিয়ৰ পাই মুকলি হ'ল অ'
পুৱাতে মুকলি হ'ল
অ ধেনু লৈ যাবৰে হ'ল।
কৃষ্ণাইৰ মূৰৰে
বকুল ফুল পাহিৰে
পাহিচোন জাপ খাই গ'ল
অ সন্ধিয়া হ'বৰে হ'ল
দিনৰে দিনটো
বাঁহৰে বাঁহী বাই
ওঁঠ চিৰাচিৰে হ'ল
লবণু সানিবৰ হ'ল
মোৰ কৃষ্ণাই
লবণু.....................।।
মূৰৰে কিৰীটি
থোৱাহে সোলোকাই
হাতৰ মোহন বেনু থোৱা
জাগৰি-জুগৰি আহিছা কানাই অ'
কোলাতে টোপনি যোৱা
অ গোসাঁইকে
শুৱাবৰ হ'ল।।

**

## কত বসন্ত কৰিলোঁ অন্ত

কত বসন্ত কৰিলোঁ অন্ত
ভাবি মোৰ মন মৰি যায়
স্বৰ্ণ পাত্ৰ মই সুধাৰে ভৰালোঁ
মন মোৰ তৃষাত হেৰায়।।
কত স্বপ্ন মই কৰিলোঁ অন্ত
স্বপ্ন মোৰ বিফলেই যায়
কত কল্পনাক সাজিলোঁ
ইন্দ্ৰধনু মোৰ থিতাতে হেৰায়।
কত স্বপ্ন মই কৰিলোঁ অন্ত
মৃগতৃষ্ণা মোৰ বুকুতে শুকায়
কত নিৰলাত অকলে কান্দিলোঁ
কান্দোনৰো শেষ নাই।।

★★

## কন্যা কুমাৰী মই

কন্যা কুমাৰী মই
চিৰ অপেক্ষিতা
সুদূৰত চকু থৈ
এক আকুলতা।।
এহাতে বৰণ মালা
ইহাতত ধূপ
কেতিয়া আহিব সেই
লগ্ন অপৰূপ
অশ্ৰুৰে লিখিছে মাথো
ইয়াৰ বাৰতা।।
মৰুৰ বুকুত শেষ
তৃষাৰ লগন
অভিসাৰ সাজে লয়
ধূসৰ বৰণ
অহাৰ প্ৰতিশ্ৰুতি দি
কৰিছে লাঞ্চিতা।।

★★

## কিযে মিঠা মিঠা লাগে

কিযে মিঠা মিঠা লাগে
মোৰ মনৰ সপোনটি
শুনিবানে মাথো এবাৰ
মোৰ কাষতে থাকি।
জান্‌কী জান্‌কী নেমাতা কেলেই
অ' মান কৰিছা? শুনা শুনা—
তোমাক পালেই মই
সোণৰে কাৰেং সাজিম
আৰু বেৰত আঁকিম মই
সোণোৱালী ৰূপোৱালী পাখি লগা
ধুনীয়া ময়ুৰ চৰাই।
কদম ফুলিব মোৰ পদুলি আগত
নেপুৰৰ ৰুণুজুনু ঘৰৰে মাজত
বাঃ কেনে ধুনীয়া হ'ব জান্‌কী
শুনিছানে নাই? কিযে মিঠা............।।

('ৰতনলাল' কথাছবিৰ গীত)

★★

# কোন ক'ত লটি ঘটি কিনো ভৈল কাল

কোন ক'ত লটি ঘটি কিনো ভৈল কাল
খোজত নিমিলালে খোজ জীৱন বিফল।।
নতুন দিন আসি কত ৰং সানে
কাক হৈয়া ম'ৰা চালি ধৰো ক্ষণে ক্ষণে
শৰীৰৰ বেশভূষা কিনো অপৰূপ
আটিল সজ্জাত ফুটে দেহাৰ খাটি ৰূপ।
পুৰুষৰ অঙ্গ সজ্জা ধৰি আছে নাৰী
পুৰুষ শোভে নাৰীৰ বিচিত্ৰ ঠেও ধৰি
যি ঠাইত আবুৰ লাগে সি ঠাই উন্মুক্ত
আচহুৱা কাণ্ড যেন বহুৱা মঞ্চত
ব'ল ৰাধা ব'ল তই ঘৰলৈ ব'ল।।
দেবাঙ্গ ভূষণ দেহাত বিতত বানা
সুদীৰ্ঘ ৰক্তিম নখ যেন ৰক্ত পানা
ব'ল ৰাধা ব'ল তই ঘৰলৈ ব'ল।।
গীতত বিচিত্ৰ সুৰ নতুন ভঙ্গিমা
নতুন যুগৰ নাই পৰিসীমা
বৰগীত সত্ৰীয়া বিহুনাচ হুচৰি
অসমীয়া হ'লো বুলি ইমান নোৱাৰি
মুখ আমাৰ কৰো আহা নতুনৰ মুখা
তেৰেসে সম্ফল হৈব প্ৰগতিক শিকা।।

('লটিঘটি' বোলছবিৰ থিম ছং)

**

# কি কৰোঁ কি কৰোঁ নিৰুপায় হায়

কি কৰোঁ কি কৰোঁ নিৰুপায় হায়
আজুৰি কি চিঙো একো যে নাই
মন যে মোৰ পোৰে বনজুই ক'ত জ্বলে
কাক কম কোনে বুজে চকুলো মোৰ সৰে
হাতৰে মইনা উৰি গ'ল হায়
বুকু ফাটি ছিটি যায় মোৰ হায়।
সাঁচিলো কলিজাত ৰাঙলী ফুল
যচাতো নহ'ল তাতে, তাতে হ'ল ভুল
সেই ফুল সৰি যায় তুমি মোৰ হৈ নাই।।
নৈয়ে এৰা জীয়া সুঁতি যেন হায়
তুমি মোৰ হৈ নাই।
মন যে মোৰ পোৰে বন জুই কত জ্বলে
কাক কম কোনে বুজে চকুলো মোৰ সৰে।।

**

## কালৰ বুকুত নুমাল যদি জীৱনৰ চাকি

কালৰ বুকুত নুমাল যদি জীৱনৰ চাকি
নাকান্দিবি আই অ' মোৰ চকুপানী টুকি।
চকুতো ঐ কিনো জেউতি
বাহুতে ঐ কি শকতি
হেংদানত কিনো যাদু
ৰাখিছিলি ঢাকি লাচিত।।
দেশৰ হকে মোমাইক কাটি
ৰাখিলি তই যি খিয়াতি
শৰাইঘাটে যুগে যুগে
গাব তাৰে গীতি। আই ঐ --
অ' পথৰ বন্তি হৈ ৰ'ব
হেজাৰ প্ৰাণক পোহৰাব
জিলিকাব হাঁহি আনি।।

('লাচিত বৰফুকন' বোলছবিৰ গীত)

★★

## কি বাঁহী বজালা

কি বাঁহী বজালা
কি সুৰ শুনালা
কি ৰূপ দেখালা শ্যাম
কিনো অমৃতৰে
ৰসতে বুৰালা
আকুল কৰিলা প্ৰাণ।।
দেহা পমি গ'ল
মনটোহে ৰ'ল
মন পমি হ'ল সুৰ
জোনাকে এন্ধাৰে
এটি সুৰ বাজিছে
প্ৰাণকে কৰিছে জুৰ
চকুৰে মনিতে
কানুৰে মূৰতি
কানু মোৰ ধ্যান-জ্ঞান।
মইয়েই যশোদা
মইয়েই ৰাধিকা
মইয়েই দৈৱকী আই
মইয়েই মীৰাবাঈ
ফুৰো গীত গাই
কানুকে ভকতিত পাই
মদন মোহন
শ্যাম অনুপম
আকুল কৰিলে প্ৰাণ।।

★★

## কাষলৈ নিয়া

**(মূলভাৱঃ Nearer, my God ৰ পৰা)**

কাষলৈ নিয়া, কাষলৈ প্ৰভু
তোমাৰ কাষলৈ।
হলেওবা ক্ৰুচত, তথাপিও মোক
নিয়া ওপৰলৈ।।
কাষলৈ নিয়া............

হৃদয়ৰে সকলো গীতে
যেন ডেউকা মেলি।
উৰি যাব প্ৰভু উৰি যাব
তোমাৰে কাষলৈ বুলি।।
কাষলৈ নিয়া, ...............

পৰম পৱিত্ৰ তোমাৰ নামত
বুৰ মাৰিবলৈ দিয়া।
চকুৰ পানী মধুৰ হওক
শোকে মোক যাওক লৈ।

প্ৰভুৰে কাষলৈ কাষলৈ প্ৰভু।
তোমাৰে কাষলৈ।।
বন্ধুবিহীন, অকলশৰীয়া
হ'লেও অকলে যাম।
ধুমুহা গাজনিৰ আন্ধাৰ ৰাতি
হ'লেও অকলে যাম।
চকুৰ পানীৰে বাটটি তিয়াই
প্ৰভু যাম অকলেই।
আশাই নিব হাতত ধৰি
তোমাৰেই কাষলৈ বুলি।।

**

## কত নাম দি মাতিছো তোমাক

কত নাম দি মাতিছো তোমাক
শ্যামলী, শান্তিছাঁয়া,
সুৰঞ্জনা মোৰ অনুপমা তুমি
বনলতা, মধুমায়া।।
তোমাৰ মুখত উষাৰ দীপ্তি
অস্ত ৰবিৰ আভা
নিয়ৰ সিক্ত বননিৰ দৰে
সজীব, স্নিগ্ধ শোভা
কপালত আঁকা কাঁচি জোনে সউ
কিযে ছটিয়ায় মায়া।।
তোমাৰ দেহৰ মদিৰ সুৰভি
বন্য আহ্বান তাত
চমকি উঠিছে মন, যৌৱন
যুৰিছে দুয়োটি হাত
প্ৰাণাধিকা মোৰ, দেশ তুমি মাটি
জীৱন দি কৰিমে সেৱা।।

**

# কাইলৈ এটি ফুল ফুলিব

কাইলৈ এটি ফুল ফুলিব
পাহে পাহে পাহিবোৰ মেলি
নতুন দিনৰ নেপুৰ ৰুণ্ জুন্ জুন্

পুৰণি বছৰ যাওক
নাকান্দিবা
নতুন বছৰ আহক
আদৰিবা
নতুন নতুন আশা
গুন্ গুন্ গুন্।।

**

# কেনেকৈ মাতিলে মাতিবা

কেনেকৈ মাতিলে
মাতিবা
কোঁৱাচোন,
কেনেকৈ বুজালে
বুজিবা
কোঁৱাচোন
ভাষা নাই মোৰ
ভাষা নাই মোৰ
অসহায়তা এই
বুজাচোন।।
সদায় শুনিছোঁ
তুমি দয়াময়
সদায় শুনিছো তুমি কৃপাময়
জুইয়ে কেনেকৈ
দহিছে মোক চোৱাচোন।।
তুমি আছানে নাই
সন্দেহ আহে মনলৈ
যদি আছা কিয়
চপাই নোলোৱা কাষলৈ
চকুপানী কিয় মচি নিদিয়া কোঁৱাচোন।।

**

# কোনটো প্ৰহৰে হৃদয়ক দিয়ে গান?

(যুগ্ম কণ্ঠ)

পুৰুষ ঃ কোনটো প্ৰহৰে
হৃদয়ক দিয়ে গান?
মহিলা ঃ যিটো প্ৰহৰে
জীৱনক দিয়ে প্ৰাণ।
পুৰুষ ঃ বৰ্ষা মদিৰ নিজান ৰাতিৰ
প্ৰহৰে প্ৰহৰে গান
মহিলা ঃ উথলি উঠে নিশাৰ বুকুত
বুকুভৰা অভিমান
সজল ঋতুৰ কেমল বতাহে
দি যায় এই দান
মহিলা ঃ জোনাক নিবিড়
মায়াময় নিশা
চকুলো নীৰবে সৰে
পুৰুষ ঃ তোমাৰ কথা
পৰাণত আহি
তেতিয়াই দোলা দিয়ে
একেলগে ঃ সেই প্ৰহৰতে
উপচি পৰেহি গান
জীৱনক দিয়ে প্ৰাণ।

**

# কি কৰোঁ কি কৰোঁ নাজানো

কি কৰোঁ কি কৰোঁ নাজানো
কিয় যে এনে হ'ল নাজানো।

ক'তেনো থওঁ এই দুখ হায়
বুকু ভাগি যায়
মই নিৰুপায়
আকাশে-বতাহে নামাতে কিয়?

কাকনো কি, কওঁ মই হায়
নাজানো কিয়
আছোঁ জীয়াই
সুন্দৰ আছা ক'ত নামাতা কিয়?
('মৰম নদীৰ গাভৰু ঘাট' কথাছবিৰ গীত)

**

# খেলোঁ আহাঁ

শৰীৰসবল কৰিব লাগে
খেলোঁ আহাঁ খেলোঁ আহাঁ
মনক সতেজ কৰিব লাগে
খেলোঁ আহাঁ খেলোঁ আহাঁ।
হৃদয় উদাৰ কৰিব লাগে
খেলৰ কিমান শক্তি আছে
আহাঁ চোৱা..... আহাঁ চোৱা
যাৰ যি মন যায় খেলোঁ আহাঁ।

ওলাই আঁহা হাঁহিকে লৈ
ইমান যে আছে খেলা খেলিমৈগৈ
খেলাই শিকাই বুদ্ধি আমাক
আৰু মিলা প্ৰীতি
খেলাই শিকাই সম্প্ৰীতি
ভাগে ভয়-ভীতি
খেলাই দিয়ে মনক উলাহ
আহাঁ খেলোঁগৈ আহাঁ।

দৌৰ মৰা জাপ মৰা
আৰু সাঁতোৰা
ভলীবল ফুটবল পৰ্বত বগোৱা
নাওখেল হকীখেল আৰু বক্সিং
লং জাম্প হাই জাম্প আৰু ৰেষ্টলিং
যাৰ যি ভাল লাগে খেলি যোৱা
যাৰ যি ভাল লাগে খেলি যোৱা।

(৩৩তম ৰাষ্ট্ৰীয় ক্ৰীড়া উপলক্ষে)

★★

# গধূলি আহিল তৰা জিলিকিল

গধূলি আহিল
তৰা জিলিকিল
'এধানি নিয়ৰত
গধূলি গোপালে
উজ্বলি উঠিল।
জোনৰ পানচৈ
ঘাটতে চাপিল
চিকুণে চেনেহত
তোমাৰ কাষলে
মনটি উৰিল।
জোনাকৰে ৰাগি
বতাহত বিয়পিল
ফুলৰে পাহিতে
তোমাৰে হাঁহিটি
দেখা যেনে লাগিল।
ৰিণিকি ৰিণিকি
তোমাৰে মাতটি
ৰাতিৰে বাঁহীতে
দূৰণি সৰকি
শুনা যেন লাগিল।
মনৰে লিহিৰি
বনৰে সুহুৰি
বুজনি নেমানি
তোমাৰে কাষলে
উৰাযেন লাগিল।

**

# গৰ্জনেৰে সঁহাৰি দিওঁ

গৰ্জনেৰে সঁহাৰি দিওঁ
মই আহিছোঁ
ধুমুহাৰে সঁহাৰি দিওঁ
মই আহিছোঁ
মই আহো শেষ কৰিবলে'
এটা ঋতুত কল্প।।
যিটো ঋতুত চিৰাচিৰ হয়
বুকু মাটিৰ
বনজুই জ্বলি কুকুহা উৰে
রুদ্র গতিৰ
সেইটো সময় নাশ কৰিবলে'
মই চিৰ সঙ্কল্প
বন্যা ধৰালৈ লৈ আহোঁ মই
সেউজী ঘাঁহ
প্ৰখৰ ৰ'দত যেতিয়া যায়
সকলো জাহ
ময়েই বৰ্ষা
ময়েই প্ৰাক্তন
সময়ৰ ভাগে সৃষ্টি কৰা
মই এক অনিবাৰ্য।।

**

# গীতৰ এখনি শৰাই আনিছোঁ

গীতৰ এখনি শৰাই আনিছোঁ
প্ৰাণৰ এখনি শৰাই
হৃদয় ভৰাই
তুলসী তলতে
সজাব খুজিছোঁ
সুৰৰ চাকিটি জ্বলাই
পদূলিত দিওঁ আমডালি আমি
দুৱাৰে দুৱাৰে আমডালি আঁৰা
জীয়াৰী, বোৱাৰী আমি
শুভ লগনক আদৰি আনো
উৰুলি বাৰলী দি
মঙ্গল গীত গাই।।

**

# গুৰু গুৰু গাজিছে মেঘে

ল'ৰা ঃ গুৰু গুৰু গুৰু গাজিছে মেঘে
বৰ বৰষুণ আনিব চাগে
ছো ঃ কাজল বুলীয়া ডাৱৰে সউ
শুকান মাটিতে তুলিব ঢউ
ৰূপ ৰূপালী বাৰিষা লাগে
ল'ৰা ঃ আহিল আহিল বাৰিষা নামি
ছো ঃ উপচি উপচি পৰিছে পানী
ল'ৰা ঃ পথাৰৰ মাটি কোমল হ'ল
নাঙলৰ মুঠি ধৰোগৈ ব'ল
ছো ঃ সেউজী কঠিয়া পাৰিব লাগে।
ল'ৰা ঃ মাটি মৈ দিছো, ভুঁইলৈ যোৱা
ছো ঃ কঠিয়া তুলি লৈ ৰোৱনী ৰোৱা
একেলগে ঃ ৰুই দিলে আমি
আশাৰে পুলি
মাটিৰ মৰমে ধৰিব তুলি
মাটিৰ বুকুৰে জীয়াৰী, ল'ৰা
সেউজী শুৱনী কৰিছোঁ ধৰা
সোণালী পৃথিৱী আমাক লাগে।।



**

# চকুলৈ চালোঁ মই

চকুলৈ চালোঁ মই
মুখলৈ নেচালোঁ
        নিদিলোঁ এষাৰি মাত
কিনো জুইয়ে লাগে
মোৰেনো মনতে
        কিনো জুইয়ে লাগে গাত
কিয়নো ফুলিছা
পদুমৰ পাহি
        কোন সুৰুযলৈ বুলি
মৰম আলসুৰা
চিনিকে নেপালা
        শুকালে আশাৰে পুলি
লোকৰে বাৰীৰে
ইন্দ্ৰজিত মালতী
        চিনি লৈ কৰিলোঁ ভুল
তেজে তুমৰলি
কলিজাত সোমালে
        জোঙাকৈ নচঁচা হুল।।
কিনো জুইয়ে লাগে
মোৰনো মনতে কিনো জুইয়ে লাগে গাত।।

**

# চিৰচেনেহী মোৰ ভাষা জননী

চিৰচেনেহী মোৰ ভাষা জননীৰ প্ৰতীকি স্বৰূপা
হে পতাকা তুমি উচ্চতকৈ উচ্চ হৈ
তোমাৰ শিৰ শীৰ্যত ৰাখা,
অসমৰ গৌৰৱময় ঐতিহ্য,
সংহতিপূৰ্ণ বৰ্তমানক
তুমি অহৰহ প্ৰদৰ্শন কৰা।
ভৱিষ্যতৰ কাৰণে প্ৰেৰণাৰ মূৰ্ত হোৱা
পতাকাই বাণী কৰিছে বহন
অসম এখন দেশ
বহুত মাত বহুত ভাষাৰ
        ঐক্যৰ অভিলেখ
সমন্বয়ৰ সংস্কৃতি ই যে পতাকা
মৈত্ৰী মন্ত্ৰ মিত্ৰতাৰ।।

**

## চ'তৰে চাপৰিত বিহুৰে সুহুৰি

চ'তৰে চাপৰিত বিহুৰে সুহুৰি
ৰাই জাঁই কৰে মনে
নৈৰে যুঁৰলীত ৰ'দে গা ধুলেহি
কজলা শেলুবৈ বনে।।
ঘৰৰে মুধতে কপৌৰে কুৰুলি
সাইলাখ মদনৰ মাত
উৰুঙা পছোৱাই বনজুই জ্বলালে
সৰিয়হ ফুটিছে গাত
থেকেচি ভাঙি যাওঁ যঁতৰ ঐ চেৰেকী
শতৰু শালিছে কোনে।
চ'তৰে লাহি নৈ বিৰিণাৰ আঁৰতে
লুকায়ে লাজতে বয়
বুকুৰে মাজতে তোমালৈ চিতনি
পাওঁ কি নেপাওঁয়ে ভয়
মনৰে মাজতে জিলিকি উঠিছে
কেতেকী ফুলৰে ৰঙে।।

★★

## চেনাই ধনে মোৰ

অ' চেনাই ধনে মোৰ
নবজাবি পেঁপা তোৰ
উজান ভাটি কৰে মনে
শুনি তোৰ ঐ পেপাঁৰ সুৰ
চেনাই ধনে মোৰ।।
চ'তত ফুলে
কপৌ ফুল
খোপাত গুজি হ'লোঁ ভোল
বিহুৰ বাবে তঁৰা
ফুলত চকু নৰয় মোৰ
চেনাই ধনে মোৰ।।

তোৰেই কথা ভাবি গুণি
দুচকুৰে বয় পানী
তাঁতৰ ফুলত লাগে কেনা
মাকো পৰে সৰি সৰি
মনৰ বিহুৱানত ঐ
তোৰেই ছবি আঁকো ঐ
পিৰীতিৰে ফুল বাচি
ভমকা ফুলীয়া কৈ।।

★★

# চকুত সপোন থাকে

চকুত সপোন থাকে
মনত কিয় আমনি
মনত মৰম থাকে
চকুত কিয় কঁপনি
হিম চেঁচা বোলে হেনো
আকাশৰে ভৰ জোন
জোনৰ জোনাকেই
পোৰে হিয়া মন চোন
পখীৰ মাতত কিয়
শুনি নিজৰ বিননি।।
জীৱন জটিল কৰা
প্ৰেম যদি হয় ভুল
ভুলৰ বতাহ লাগি
ফুলে কিয় মনৰ ফুল
অবুজ কথাৰে মাথো
সেউজীয়া ধৰণী।।

★★

# চ'তৰে বিহুৰে গীত

চ'তৰে বিহুৰে গীত
এইবেলি কি??
ঢোলৰ পেপাঁৰ সুৰ
এইবেলি কি?
ৰংশিঙা, খংশিঙা
কৰি একেলগ
উতলাই তোল মন
অসুৰ কৰিবি ছল
ন সুৰ দি।।
চ'তৰ বিহুৰ নাচ
অ' মোৰ নাচনী
এইবেলি কি?
চোতালত গজে বন
মূৰ থিয় দি
সেন্দুৰী বাটেৰে বাধা
ধূলি কৰি যা
দেওধনী ঢোল আজি
বৰতীয়া গা
হেৰ, ভয় বাদ দি।
অ বিহুৱা
বিহুৰ হুচৰি আজি গাবি তই কি?
দেউতাৰ পদূলিত জয়ধ্বনি দি?
বাইজৰ চোতালত কৰ আজি পণ
ৰাখিব লাগিব জীৱন, নেওচি মৰণ
লুইতক বোধে কোনে
বালি ভেটা দি।

★★

# চ'তৰ বাৰে খৰত শিমলু ফুলিলে

চ'তৰ বাৰে খৰত শিমলু ফুলিলে
ওপৰে উৰিলে তুলা
কেতেকী ফুলিলে নাহৰ ঔ ফুলিলে
যঁতৰত নুঘুৰে শলা।।
চ'তে গৈয়ে, গৈয়ে অ ৰুণু জুনু
ফুলিলে ভেবেলী লতা ৰুণুজুনু
মনৰে কথাটি কাক কৈয়ে যামনো
শুনিলে লাগিব বেথা।
কৈনো থাকো মানে, অ ৰুণু জুনু
ওৰকে নপৰে অ ৰুণু জুনু
বহাগৰে বিহুৰে কথা ৰুণু জুণু
কাকে কৈয়ে যামনো
মনৰে গুপুতে কথা ৰুণুজুণু
শুনিলে লাগিব বেথা।
ঢোলৰ মাতে শুনি অ' ৰুণু জুণু
গচকত ভাঙি যাওঁ যঁতৰ ৰুণু জুণু
আহিছে ফুলৰে
আহিছে নাচৰে
আহিছে ৰঙৰে বতৰ।।
('ৰঙালী' আলোচনীৰ গীত)

★★

# চঞ্চলা ফাগুন

চঞ্চলা ফাগুন
তোমাৰ চকুত স্বপ্ন উতলা
দিশাহাৰা তৃষাচোন
মৰাপাতত মৰ্মৰ ধ্বনি
সচকিত অভিসাৰ
বনমঞ্জৰীৰ ৰক্তিম আভা
লজ্জা আনে কাৰ
আকুল কৰুণ কাকলিত থলা
জীৱনৰ গান কোন।
দেহৰ সুৰভি চঁপাফুলে বোৰে
বিহাৰ ৰাঙলী ৰং
ৰঙা পাপৰিৰে
ৰচা পথে পথে
পদধ্বনি ক্ষণে ক্ষণে
তোমাৰ গতিৰ
স্পন্দনত শুনো
দুপৰ ৰদালী ৰুণ
চঞ্চলা ফাগুন।।

★★

# চৰায়ে তুলিছে ছঅঁৰা পোৱালি

চৰায়ে তুলিছে ছঅঁৰা পোৱালি
গছৰ ডাল শুৱনি কৰি
ফুলিছে ৰূপালী কঁহুৱা
মনৰ বন শুৱনি কৰি।।
কলীয়া ডাৱৰৰ কজলা পাঁপৰি
আকাশতে উপচিলে
কণ্ কণ্ বনে চালে মূৰ তুলি
চোকা কাঁড় এদাতৰ দৰে
দূৰৰে ধুমুহা দূৰতে লুকালে
ডাৱৰ আঁতৰিলে উৰি।।

আকাল প্লাৱনে আনিছিলে বান
থাউনি হেৰুৱাওঁ বুলি
পিচে বানৰে পলসত হেজাৰকৈ গজিলে
পথাৰৰ সেউজী পুলি
নতুন বতাহত লহ-পহ কৰিছে
দেশৰে বননি ভৰি।।

★★

# চপলা, একাবেঁকা, একাবেঁকা এই নদী

চপলা, একাবেঁকা, একাবেঁকা এই নদী
উঠে ঢৌ, নাচে ঢৌ, সোঁতেদি
মৰমৰ এয়া নৈ
গোপনে যাব বৈ
আঁৰেদি।।
মৌচুমী, যদি নামি যায় এই নদী
ফুলি উঠে চাপৰিতে এটি ফুল
প্ৰণয়ৰ এই ফুল
আলফুল, আলফুল
পাহিটি।।
সুৰভিতে মধুমায়া
মনকৰে মোহনীয়া
উৰে মন স্বপ্নৰ পাৰেদি
জীৱনৰ মৰু সেউজীয়া কৰা
অপৰূপ এই সুঁতি।।
জিল্‌মিল্ ৰ'দ ছায়া
দেখি নাচে এই হিয়া
বৰষা ঋতুৰ যেন ময়ুৰটি
এই নদীৰেই
বৰষা ঢলে ভাঙে নিয়মৰ
গড়াটি।।

★★

## ছায়াঘন সৰলৰে পাত

ছায়াঘন সৰলৰে পাত
মায়াময় ৰূপালী জোনাক
জিৰ্‌জিৰ্ জুৰিৰে পাৰত
পামনে পামনে তোমাক?
কাবেৰীৰ পাৰে পাৰে
গঙ্গাৰ তীৰে তীৰে
বৰষা শৰততে
জীৱনৰ পথে পথে
মোৰ পণ বিচৰাৰে
যাত্ৰা বিচাৰাৰে
তোমাকেই বিচাৰে হাঁয়
পামনে তোমাক?
তোমাক নিচিনো কেনে?
তোমাক পোৱা নাই আগে
তোমাৰ কি শান্তি
প্ৰাণৰ আঁতৰে ক্লান্তি
মই যুগ তৃষাতুৰে
পামনে পামনে তোমাক?

★★

## ছৈ দিয়া গৰুৰ গাড়ীত

ছৈ দিয়া গৰুৰ গাড়ীত কা'ৰ বিয়া যায়
ফাগুন মাহৰ নিজম ৰাতি উঠে চমক খায়,
শুকান বাঁহৰ পা'তে ঢকা গাঁৱৰ কেঁচা আলি
দুকাষতে বনৰে ফুল ফুলে হালি-জালি
শিৰীষ গছৰ সুৰুঙাৰে জোনে জুমি চায়।
ছৈৰে ভিতৰতে আন এখন সৌ আন এখন
দেশ
মুখত হাঁহি ডিঙিত চাদৰ কাৰ নতুন বেশ
বিজয়ৰে উলাহবোৰে ৰজনে জনায়।
চেলেং অঁৰা ইখন গাড়ীত আছে কইনা তাত
লাজে-ভয়ে লেতু-সেতু নাই যে মুখৰ মাত
মাজে মাজে উচুপনি
এৰি অহা ঘৰখনি কঁপে ওৰণিৰে আগত
নিজা গাঁৱৰ নিজা নদীৰ চোতাল চিনাকি পথাৰ
ল'ৰালিৰে জীয়ৰীৰে সোঁৱৰণি হায়!

★★

## জোনাকৰ চৰাই উৰি আহিছিল

জোনাকৰ চৰাই উৰি আহিছিল
মোৰ পদূলিতে ৰ'ল
সাৱটি সজাত থ'ব খুজিছিলোঁ
এমুঠি কুঁৱলি হ'ল।।
বুটলিব খুজি চকুলো সৰিল
নিয়ৰৰে এটি ফুল
হ'ল যদি হ'ল নাই একো ভুল
মৌসনা এটি ভুল
মনৰ মনত চিৰদিন জুৰি
বন জুই জ্বলি ৰ'ল।।
বনৰীয়া ফুলৰ এধানি সুৰভি
দুহাততে লাগি ৰ'ল
পালোনে নেপালোঁ একো নুবুজিলোঁ
ছঁয়ামৰা কিযে হ'ল
দুচকুৰ পতা চিৰদিন জুৰি
মাথোন সেমেকি ৰ'ল।।

★★

## জীৱনে বিচাৰে কি

জীৱনে বিচাৰে কি
হৃদয়ত থকা নীল গভীৰতা
দুচকুত থকা নিবিড় মমতা
তাকেই বিচাৰে কি?
নদীয়ে জানে
সাগৰেই গতি এই লহৰৰ
প্ৰাণ প্ৰবাহৰ
শিল ভাঙি যায়
কত আঘাতৰ
যোৱাৰ প্ৰেৰণা থাকে ক'ত বাৰু?
মৰমে দিয়ে নেকি?
প্ৰভাতে প্ৰভাতে যি
ফুলি উঠে ফুল
পলাশ বনৰ
ফুলি উঠে ফুল কদম বনৰ
মনৰ বাতৰি
তাতেই পামনে
তাতেই পামনে কি।।

★★

## জীৱন দেৱতাক খুজি লৈছিলোঁ

জীৱন দেৱতাক খুজি লৈছিলোঁ
মাথোন চাৰিটা দিন
তাৰে দুটা দিন গ'ল প্ৰাৰ্থনাত
অপেক্ষাত দুটা দিন।।
জীৱন দেৱতাক খুজি লৈছিলোঁ
কণ্ঠ গাবলৈ গান
গীতেৰে কি কথা ক'ম ভাবোতেই
বেলা হ'ল অৱসান
ক'ত থৈ যাম মোৰ পৰিচয়
ক'ত থৈ যাম চিন।।
জীৱন দেৱতাক কৈছিলোঁ, দিয়া
ফুল ফুলোৱাৰ মন্ত্ৰ
মন্ত্ৰৰ কথা শুনিলোঁ কেৱল
নয়ন থাকিল অন্ধ
অন্ধকাৰ গুচাম কেনেকে
কৰুণ প্ৰাণৰ বীণ।।

**

## জীৱনত আছে মধু শিহৰণ

জীৱনত আছে মধু শিহৰণ
তোমাক পাইহে বুজিলোঁ
ফাগুণৰ আছে অন্ত ৰং ৰূপ
তোমাক দেখিহে জানিলোঁ।।
তোমাৰ বনত উৰেণে বাৰু
মোৰ মৰমৰ পখিলা
পখিলা নহয়, উৰিছে চাগৈ
গুণ গুণ বন ভোমোৰা।
ফুলৰে পাপৰি উপচি পৰিছে
আমাৰ মৌ নিজৰি নিজৰি
সুগভীৰ নৈ হৈ
সেই নদী খনি ছন্দে ছন্দে
সাগৰলৈ বৈ যায়
সি কথা হৃদয়ে আজি
দুয়ো আজিহে বুজিলোঁ।।

**

# জীৱন দেৱতা ক'ত থাকে কোৱা

জীৱন দেৱতা ক'ত থাকে কোৱা
সুদূৰৰ আকাশত?
প্ৰাচীন জীৰ্ণ মন্দিৰৰ কি
ছঁয়ামযা আন্ধাৰত?
জীৱন দেৱতা ক'ত আছে ক'ত
সজ্জিত পোহৰত?
আকাশে যাৰ সীমা চুই যায়
সুনীলিম সাগৰত
বিচাৰি ফুৰিছোঁ তেওঁকেই মই
ভিতৰত বাহিৰত।
এনে অনুভৱ কিয় বাৰু হয়
তেওঁৰেই নাম প্ৰেম
জীৱনক কৰে অপৰূপ তেৱে
পৰশমণিহে যেন
তেওঁৰেই শক্তি, তেওঁৰেই পোহৰ
থাকে তেওঁ হৃদয়ত।।

★★

# জোন বৈ যোৱা

ল'ৰা : জোন বৈ যোৱা
আজি পদূলিত
জোনাকী আশীষ লৈ
ছো : হে বসন্ত
ফুল ছটিওৱা
আমাৰ পথত বৈ।।
ল'ৰা : আমি দুয়ো নৈ
ছো : একেলগে বৈ
মাটিত পলস থ'ম
ল'ৰা : ন, সেউজীয়া
ছো : শইচেৰে ধৰা
ভৰপূৰ কৰি ল'ম
একেলগে : আমি যৌৱন
আমি জাগৰণ
নতুনৰ পণ লৈ
হে বসন্ত
ফুল ছটিওৱা
আমাৰ পথত বৈ
জীৱনৰ আজি
পৰম লগন
নতুনৰ পণ লৈ।।

★★

# জীৱন নামৰ ময়ুৰে যদি

জীৱন নামৰ ময়ুৰে যদি
মেঘ ছায়া দেখি, স্বপ্ন ৰচে
বৰ্ষা নামি নাহিলেও তাত
সজল দিনৰ ৰহণ আছে।।
প্ৰেমতো নহয় কাগজৰ ফুল
আশাতো নহয় ক্ষমাহীন ভুল
অলপ ডাৱৰ অলপ পোহৰৰ
দুখৰ ধৰাত সপোনৰো যে মূল্য আছে।।
হৃদয় পাত্ৰ ক'তেনো ভৰে
মনৰ ময়ুৰে মাথো ছালি ধৰে
মৰমৰ মায়াতে মাথো জিৰণিৰ ছায়া।।
জিৰণিৰ ছায়াতে জিৰণিৰ মায়া
তপ্ত প্ৰখৰ এই আকাশৰ তলতে আমাৰ
সপোনৰো যে মূল্য আছে।।

★★

# জীৱনৰ লগন কৰা অনুপম

জীৱনৰ লগন
কৰা অনুপম
প্ৰতিটি প্ৰহৰ তুমি পূৰ্ণ কৰা
হাঁহিৰ সুৰভিৰে
মনৰ সাহসেৰে
অশ্ৰু বিন্দুবোৰ মুক্তা কৰা।।
যাতনাৰে কাঁইটীয়া
এই পৃথিৱীতে
শূণ্য শূণ্য লগা
মৰুৰ বুকুতে
উচুপি উঠে জীৱনে
মিঠা মৰমেৰে
জীৱন সুবাসেৰে
হৃদয় পাত্ৰটি পূৰ্ণ কৰা
ধৰাৰ ধুলিকে তুমি
স্বৰ্ণ কৰা।।
নোপোৱা নোপোৱা পৰিবেশতে
অস্থিৰ অশান্ত এই যুগতে
উচুপি উঠে জীৱনে
আশাৰ পোহৰেৰে
অলপ বিশ্বাসেৰে
ৰিক্ত প্ৰহৰ তুমি পূৰ্ণ কৰা
জীৱন বোধেৰে মন সিক্ত কৰা
জীয়াই থকাৰ যাদু বিচাৰি লোৱা।।

★★

## জীৱনত হাঁহিবা কেতিয়া

জীৱনত হাঁহিবা কেতিয়া?
চকুলো মচিবা কেতিয়া?
আজিয়েই আজি আজি
আজিয়েই আজি আজি
হাঁহিৰে দুখকে জিনিবা
অশ্রুৰ দাম নাই জানিবা।
কি পালোঁ নেপালোঁ হাততে
ভাবিনো লাভ কি মিছাতে
জীৱন দুদিনীয়া যেতিয়া
বেদনা জোকাৰি পেলোৱা।।

★★

## জীয়াৰী জীৱন শিমলুৰে তুলা

জীয়াৰী জীৱন শিমলুৰে তুলা
নাজানি উৰি ক'ত পৰে
কাষত নে দূৰতে ভালত নে বেয়াতে
ভাবিলে চকুলো সৰে।
আই তই তুলিলি বুকুৰে উম দি
দুখনি পাখিৰে ছাঁত
ডেউকা গজালি উৰি যাবলৈকে
অজান আকাশৰে বাট
তোৰ দৰে আই কোনে ছাঁ দিব
শোকে খুন্দা মাৰি ধৰে।
লুকাই লুকাই চকুপানী টোকো
তয়ো ৰাতি হ'লে কান্দ
বুজিব নোৱাৰোঁ চেনেহ তোৰ আই মাই
তথাপি আয়োজন কৰ
জীয়াৰী কৰি আই কিয় সৰজিলি
লোকৰ ঘৰ শুৱনী কৰে।।

★★

## জয়তু জয়তু সোণালী লগ্ন

জয়তু জয়তু সোণালী লগ্ন
পূৰ্ণ সোণালী স্বপ্ন
শুভাশীষ দিয়া মন যেন থাকে
শুভ সাধনাত মগ্ন।।
নীৰব সাধনাৰ মহানতীৰ্থ
টি, চি বাণীৰ মন্দিৰ
একেটা সুৰৰ প্ৰাৰ্থনাত আমি
বেদীৰ বন্তি তিৰ্‌বিৰ্
গৌৰব চূড়া জিলিকি জিলিকা
ইতিহাস আছে পূৰ্ণ।।
কত মহীয়সী ইয়াৰে সৃষ্টি
টি, চিয়ে আৰ্জিছে সোণালী কৃষ্টি।।
প্ৰাণৰ শিখা ইয়াতে জ্বলালে
শিক্ষক শিক্ষয়িত্ৰী
ধন্য শিক্ষা, ধন্য দীক্ষা
পোহৰৰে হওক বৃষ্টি
আৰু উচ্চ কৰি তুলিম পতাকা
অসমক কৰি
ভাৰতক কৰি ধন্য।।

(টি, চি, স্কুলৰ সোণালী জয়ন্তীৰ গীত)

**

## জীৱন জীৱন বৰ অনুপম

জীৱন জীৱন বৰ অনুপম
মৰণ বিজয়ী সাধনা
জীৱন বিচাৰি যাওঁ আগবাঢ়ি
পোহৰক কৰি অৰ্চনা।।
সূৰ্য আদৰি আনিবৰ বাবে
তপস্যা কৰে ৰাতিয়ে
সুন্দৰ সময় বিকশি উঠাৰ
তপস্যা কৰোঁ আমিয়ে
কাঁইটত তেহে ফুলিব কেতেকী
প্ৰস্তুতি তেহে ধন্য।।
প্ৰগতি মানে সুন্দৰ গতি
দুস্কৃতি আঁতৰোৱা
শক্তি ৰূপেৰে কৰি যাওঁ আমি
শান্তিৰ আৰাধনা।।

**

## জননী, জননী

জননী, জননী
ইবাৰ নেৰিবা মোক
ভয়ে, দুখে, শঙ্কাই
আছে গ্ৰাস কৰি
আতুৰ হৈ আছে লোক।।
তুমি ব্ৰহ্মা, বিষ্ণু/তুমি নাৰায়ণী
তুমি মহেশ্বৰী/তুমি মা ৰুদ্ৰানী
সংহাৰ কৰা আই দুখ।।
তুমি মহালক্ষ্মী
তুমি বৰ দাত্ৰী
তুমি কাত্যায়নী আই
তোমাৰ সন্তানে
নেজানে একোকে
দোষ দায় ক্ষমিব পায়।
কাতৰ কৰিছোঁ, দুহাত যুৰিছোঁ
চৰণত দিয়া মোক ঠাই
গোসাঁনী জননী
ইবাৰ ক্ষেমিবা আই।।
আই ভগৱতী
নেজানো আই স্তুতি
নিজগুণে তুষ্ট হোৱা তুমি দশভূজা
কৰো আমি পূজা
কৰুণা দেখুৱাই যোৱা।।

★★

## জোনাক নিবিড় নিজম ৰাতি

জোনাক নিবিড় নিজম ৰাতি
মনত উদাস, উদাস ৰাগি
দূৰ সুদূৰ পথ
হৃদয় পথৰ ৰাগীতি ৰত
দূৰৰ বনত জোনৰ মায়া
মনৰ বনত তোমাৰ ছায়া
অজান গোপন সুবাস আহি
কঁপায় মনৰ কৰুণ পাহি
এই সপোন লগন
যেন তোমাৰ মৰম
নিশাৰ শেষৰ নিয়ৰ সৰে
অলস নয়ন সজল কৰে
জোনৰ চৰাই কেনি উৰে
গভীৰ ৰাতি অকলশৰে
তোমাৰ কথাই মনত পৰে।।

★★

## জয় জনতা জয় মানৱতা

জয় জনতা জয় মানৱতা
সমগ্ৰ হিন্দুস্থান
জয় জন্মভূমি মুক্তি যুজাৰু
শত শ্বহীদৰ প্ৰাণ।
হে শ্বহীদ উজ্বল অতীত
আমি বৰ্ত্তমান
ত্ৰিৰঙ্গ পতাকাৰ তলত শপত
ৰাখিম দেশৰ মান
কণ্টকপূৰ্ণ ভাঙি অৰণ্য
পাতিছো সেউজী পাম
ইয়াৰ সৃষ্টিত গান্ধী নেহেৰু
কত শ্বহীদৰ দান।
তাকে দেখি কত
ইৰ্ষা অসুৰে
জোৰেহি অগ্নিবাণ
গগণ স্পৰ্শী উঠিছে আমাৰ
প্ৰতিজ্ঞা ঐক্যতান
সংহতিৰ শক্তিৰে আমি
ভাৰতৰ সন্তান
এই মাটিয়ে স্বৰ্গ আমাৰ
এই মাটিয়েই প্ৰাণ।।

**

## জয় আই অসম

জয় আই অসম
জয় আই অসম
আকাশ চুম্বী ধ্বনি
দিক্ বিদিক্
তুলিছো নিনাদি ধ্বনি, ধ্বনি, প্ৰতিধ্বনি
শিৰে শিৰে বয়
তপ্ত শোণিত ৰক্তৰ শিহৰণ
ইতিহাসত
নোহোৱা নোপোজা এই মহা জাগৰণ
এটা জাতিৰ
আত্মা জাগিছে মৃত্যুক যাম জিনি
লক্ষ লক্ষ
জনতাৰ আজি এই মহা সংগ্ৰাম
ন্যায্য প্ৰাপ্তিৰ
কাৰণে আজি চূড়ান্ত বলিদান
অবিচাৰ নাশি
আনিব বিচাৰ অহিংসা অস্ত্ৰ হানি।

**

## জীৱন নহয় নিয়ৰ কণা

জীৱন নহয় নিয়ৰৰ কণা
দুবৰিত পৰি ৰোৱা
ইয়াৰ সাগৰ গভীৰ অসীম পৰিধি
আশাৰ জোনাকে ধোৱা।।
মন যে নহয় মাথোন কঁপনি
এধানি চঞ্চলতা
ইয়ে অলেখ তৰাৰ অযুত শিখাৰে
নীৰৱ দীপান্বিতা
হেঁপাহে ৰ'দালি হোৱা।।
সুৰতো নহয় গীতৰ দোলনি
কণ্ঠৰ মুখৰতা
ইয়ে বন-বেণু সুৰ নিজান মনৰ
হৃদয়ৰ আকুলতা
চেতনাত হেৰা পোৱা।।

**

## জীৱনৰ আছে গভীৰ অৰ্থ

জীৱনৰ আছে গভীৰ অৰ্থ
তোমাক দেখিহে বুজিলোঁ
আকাশত আছে ইমান নীলা
আজিহে মই দেখিলোঁ।।
নদীৰ গতিত অত ব্যাকুলতা
নয়নত মদিৰতা
চিনাকি আগৰ সকলোতে মই
নতুনৰ ৰূপ দেখিলোঁ।।
পখীৰ গীতত বুকুৰ মাজত
কি যে মোৰ লাগি যায়
অচিনা বতাহৰ সুৰভিয়ে যেন
মন নিয়ে উৰুৱাই
অজানিতে মোৰ কেউকাষে মই
অপৰূপ সুৰ শুনিলোঁ।।

**

# জীৱন মানেনো কি?

জীৱন মানেনো কি?
ভয় আতঙ্ক অশ্রু বেদনা
তাৰেই খেলানে ই?
জীৱন মানেনো কি?
দুখেই জীৱন নেকি?
সোণ বৰণীয়া আশা কল্পনা
পৰাজয় কৰে যি
দুখেই জীৱন নে কি??
জয়-পৰাজয় ভৰা ই জীৱন
তথাপিও অনুপম
এই মাটিতেই ৰচিম স্বৰ্গ
কৰিলোঁ জীৱন পণ
জীৱন মানেই শত শুভ কাম
জীৱন মানেই গতি
জীৱন যেন আন্ধাৰ নেওচা
পোহৰৰ বেলি এটি
জীৱন মানে যে'সি
মৰণ বিজয়ী সাধনা
কৰিম জীৱন দি।।

(কথাছবিৰ শীৰ্ষ গীত)

★★

## জীৱন আমাৰ ইমান জটিল

জীৱন আমাৰ ইমান জটিল
ভুল হয় পদে পদে
সহজ সুন্দৰ কৰিবলৈ লাগে
জোখ মাখ ঠিকে ঠিকে।।
তৰ্জ্জু লাগে ন্যায়ৰ তৰ্জ্জু
সমতা ৰাখিম তাৰে
অসমতাই নহ'লে আমাৰ
জীৱন দুৰ্ব্বহ কৰে
জীৱন সৰল কৰিবৰ বাবে
হিচাব জানিব লাগে।।
উচিত মূল্যৰ উচিত বস্তু
আটায়ে ইয়াক জানে
তাকেই ৰূপ দিবলৈ আমি
জোখমাখ ল'ব লাগে
জোখ মাখেহে আউল লগায়
তাকেহে জানিব লাগে।

('জোখ-মাখ' দিবসৰ কাৰণে লেখা গীত)

★★

## জীৱন দেৱতা তুমিয়েনে

জীৱন দেৱতা তুমিয়েনে
তুমিয়েনে বাৰু পোহৰ
আন্ধাৰ তেনে দিছা কিয় প্ৰভু
জীৱন কৰিছা সাঁথৰ?
দুখে দুয়ো ভৰি পুৰিছে গোসাঁই
দুখে দুয়ো ভৰি পোৰে
জীয়া জুই প্ৰভু বুকুত জ্বলিছে
চকুলো দুধাৰে সৰে
ইমান যাতনা কিয় পদে পদে
অন্যায় অবিচাৰ?
আৰু কত দুখ দিয়া প্ৰভু মোক
কত দুখ আৰু দিয়া
আৰু কত দূৰ নজনা বাটেদি
যাতনাৰ বাটেদি নিয়া
এবাৰ কৰুণা কৰা হৰি মোক
চৰণে শৰণ দিয়া।।

★★

## জান ঐ জান ঐ

জান ঐ– জান ঐ
ৰাতি সামাজিকত দেখিলো ধনকে
সাৰ পাই দেখিলো দিনত
বহাগৰ বিহুটি ৰমকে জমকে
ৰাই জাই দেহত নে মনত
কিনো পেঁপাটি বজালা চেনাইটি
নাচো নাচো লাগে মন।
ফুলে জিকেমিকে ৰ'দে জিকেমিকাই
বহাগৰ লিহিৰি বন।।
আই ঐ জান ঐ চৰাই বিনন্দীয়া
আই ঐ জান ঐ পাখিও ধুনীয়া
আই ঐ ৰ'দত তিৰে বিৰে কৰে
আই ঐ জান ঐ মোৰে মইনামতীক
আই ঐ জান ঐ কোনে সৰজিলে
চাই থাক চাই থাক কৰে,
মোৰ পিৰীতি তুমি মোৰ দেহাটি
তুমি মোৰ বুকুৰে ধন।।
পানীত জিকেমিকাই পানীৰে পৰুৱা
মনত জিকেমিকাই কোন,
মনতে আকাশত বেলি জিকেমিকাই
চেনেহৰ এনেহে গুণ
মোৰ পিৰীতি তুমি মোৰ দেহাটি
তুমি মোৰ আচলৰ ধন
মোৰ চেনাইটি পিৰীতিৰ পেঁপাটি
বজালা উতলা মন।।

**

## জিৰিজিৰি যে নিজৰাতে যে

জিৰিজিৰি যে নিজৰাতে যে
শুনো তোমাৰ যে মিঠা মাতে যে
শেৱালীৰে সুবাসতে যে
পাওঁ তোমাৰ যে সুৰভিকে যে
ৰ'দালিতে
জোনাকতে
দেখো তোমাক কত ৰূপতে
সোণোৱালী যে সোণাৰুতে যে
দেখো তোমাৰ যে হাঁহিটিকে যে।।
নিবিড় কিনো মায়াৰে
গভীৰ কিনো প্ৰেমেৰে
শ্যামল বন ছায়াৰে
মদিৰ কি সুষমাৰে
মুহিলা যে মোকে
হৃদয়তে
জীৱনৰে মন্ত্ৰ দিলাহি কত সুৰতে।।
অজানা কোন তৃষাৰে
প্ৰাণৰ সৰ্বস্বতাৰে
নৱ অঙ্গীকাৰেৰে
তোমাৰ সেউজী বেদীতে
নিবেদিলো মোক
সেউজীয়া যে মৰমৰে যে
অপৰূপ যে দেশ মোৰে যে।।

**

# জীৱন নাটৰ শেষ গীত গালোঁ

জীৱন নাটৰ
শেষ গীত গালোঁ
কল্যাণ খৰমান
নেজানো কতে কি
ক্ৰুটি বিচ্যুতি
মাথো গাই গ'লোঁ গান।।

সন্মানে পোহৰায় মুখ
হাঁহি ভৰে জ্বলমল
তাৰে পাচতেই শোকৰ সাগৰ
অশ্ৰুৰে টলমল
উলাহেৰে ভৰা,
শোকেৰে বেসুৰ
এয়ে, জীৱনৰ গান
আজি, কল্যাণ খৰমান।।

কত আশা ৰ'ল
গাবলে নহ'ল
কত যে কিমান গান
এই বিশ্বৰ
কত অনুভৱে মোতে পাইছিল প্ৰাণ
যদি ঘূৰি আহোঁ
গাই যাম বাৰু
সেয়ে হ'ব মোৰ দান
আজি, কল্যাণ খৰমান।।

**

# জোনবাই আগৰে একেটি তৰা

জোনবাই আগৰে একেটি তৰা
সেয়াচোন আমাৰে কনকেলতা
স্বাধীনতাৰ ৰণৰে কনকেলতা
আইৰে উৰুলি বাইৰে উৰুলি
কযতিত জিলিকিল সোণৰে ৰেখা
ধ্ৰুৱতৰা হ'ল কনকেলতা, কনকেলতা

হায় ঐ ভোগেশ্বৰী আই ক'তেনো গ'ল
মুকুন্দ কাকতি ক'তে বা ৰ'ল
চোৰা চোৰা তিনিও তৰাটি হ'ল
কিনো চাই দেশৰে মূল জিলিকি ৰ'ল।
সেৱা জনাওঁ সেৱা জনাওঁ তিনিটি তৰাকে
তিনিটি তৰাকে

গান্ধীৰ বাণীৰে অহিংসা নীতিৰে
যুঁজিলে যুঁজিলে ভাৰতৰ প্ৰজা
স্বাধীনতা আমাৰ জন্মৰ অধিকাৰ
আঁতৰ হ' আঁতৰ হ' বিদেশীৰ ৰজা
ঐ আঁতৰ হ' বিদেশীৰ ৰজা
জুই জ্বলি উঠিল জুই জ্বলি উঠিল
গোটেই ভাৰততে অসহযোগ কৰিলে আ....
গুজৰি উঠিল ব্ৰিটিছৰ কামান
নোহোৱা নোপোজা ৰণ
অহিংসা মন্ত্ৰৰ ৰণ অহিংসা মন্ত্ৰৰ ৰণ
দেশৰ মাটিতে সেৱাটি থৈ
ত্ৰিৰংগ পতাকা হাততে লৈ
বন্দে মাতৰম্ বন্দে মাতৰম্
জ্বলন্ত সাহসৰ প্ৰতীকে হৈ
নিজকে বলিদান দিলে যে ঐ
বন্দে মাতৰম্ বন্দে মাতৰম্
বন্দে মাতৰম্ বন্দে মাতৰম্
বন্দে মাতৰম্ বন্দে মাতৰম্

**

# জননী জন্মভূমি স্বৰ্গাদপি গৰীয়সী

জননী জন্মভূমি স্বৰ্গাদপি গৰীয়সী
প্ৰণাম অসম, প্ৰণাম ভাৰত
গুণে অনুপম মহিয়সী।
গীতৰ মহান বাণীৰে ভাৰত
সমগ্ৰ বিশ্ব-বন্দিতা
শুভ কৰ্ম, উচিত কৰ্মৰ
জয়গান সিয়ে ছন্দিতা
বেদ-বেদান্তই
বিলালে জেউতি
জ্ঞান-বিজ্ঞান দৰ্শনৰ
মন্ত্ৰ দ্ৰষ্টা কত যে ঋষি
সংহতিৰ প্ৰতীক ভাৰত
গুণে অনুপম মহিয়সী
অসম অসম নাই যাৰ সম
সোণ বৰণী আমাৰ আই
শঙ্কৰ মাধৱৰ বীৰ লাচিতৰ
বিষ্ণু-জ্যোতি-লক্ষ্মীনাতৰ
এয়ে জন্ম-কৰ্মৰ ঠাই
সতী জয়মতী, মূলা গাভৰুৰ
স্বদেশপ্ৰেমৰ তুলনা নাই
প্ৰণাম ভাৰত, প্ৰণাম অসম
গুণে অনুপম তুলনা নাই।

**

# জ্যোতি হে জ্যোতি

কি বাঁহীৰ সুৰ
তোমাৰে
জিৰি জিৰি বৈ যায়
ওপচে হিয়া।
ক'তেনো শুনিলোঁ
অমাতৰে মাত
ক'তেনো জিৰালোঁ
সেউজী গছৰে ছাঁত
সুৰৰ যাদুৰে
সোণৰ কাঠিৰে চুলা
সোণ হেঙুলীয়া
জীৱন জগাই গ'লা
কি যে সুন্দৰ কথাই-সুৰে
জোনাকী বাটেৰে
পোহৰ সিঁচি গ'ল
লুইতৰ পাৰতে
কিয় যুগমীয়া
সোণৰে কলচি ৰ'ল
সংস্কৃতিৰে যাউতিযুগীয়া থাপনা জিলিকি ৰ'ল।

**

# জয় বোলা গণেশক

জয় বোলা গণেশক
জয় জয় জয়
জীৱনৰ গুচে দুখ ব্যাধি
গুচে মহাভয়
হাতত শাস্ত্র মুখে শ্লোক
চলে অবিৰাম
কামনা সিদ্ধি কৰে
তেওঁ সৰ্বকাম
সাম্য সম্য থুলন্তৰ
দেখি লাগে ভাল
বিঘিনি গুচায় শান্ত কৰে
তেওঁ সৰ্বকাল।

★★

# জিৰ জিৰ জিৰ ফাগুনৰে বা

জিৰ জিৰ জিৰ ফাগুনৰে বা
বাঁইজাঁই বাঁইজাই কৰিছে গা
কিনো যেন বাতৰি তই আনিছ
কিনো যেন সপোন লৈ আহিছ
উলাহতে উতলা গা।

মন যায় হওঁ আজি পলাশৰে
এটি ফুল দিও দোল ৰহণেৰে
বৈয়ে যাম মই দূৰলৈ
জিলমিল জিলমিল লহৰ হৈ
উলাহতে উতলা গা।

উৰি যাম যেন আজি আকাশলে'
নীলাবোৰ ল'ম আনি হৃদয়লে'
হাঁহি হ'ম যেন জুৰি হৈ
মিলি যাম বন সুৰভি হৈ
উলাহতে উতলা গা।

(কথাছবিঃ 'মৰম নদীৰ গাভৰু ঘাট'ৰ বাবে)

★★

## টুপ টুপ নিয়ৰ সৰে

টুপ টুপ নিয়ৰ সৰে
মোৰ সোণাইৰ
চকুৰে পাতত
টোপনি লৰে কি চৰে।।
জিৰ জিৰ বতাহে কৰে
আহিছে আহিছে
ৰূপালী সপোন
দুচকু জপায়ে ধৰে।।
জিক্‌মিক্ মিক্
জোনাকী পৰুৱা
জোনৰে কাষলে উৰে
থুপি তৰাবোৰে
হাঁহে মিচিকাই
জোনাকীৰ চকুলো পৰে
টুপ টুপ নিয়ৰ সৰে
নীলাকৈ পানীতে
বগা ডাৱৰতে
ৰাজহাঁহ জাকে ফুৰে
শুকুলা পদুমৰ
শুকুলা ভেটৰে
পাহি আলফুলে সৰে।।

**

## টোপনি টোপনি হাৰলি টোপনি

টোপনি টোপনি হাৰলি টোপনি
তোৰে কলেতলত ঘৰ
সকলো ৰাইজৰ টোপনি আহিয়ে
মাইনাৰ চকুতে ধৰ।।
টোপনি আহিয়ে মাইনাৰ চকুতে
এধানি সপোনে থ'লে
অকনি বাহুতে পৰীৰে ডেউকা
মনে মনে আঁৰি দিলে
জিলমিল পাখিৰে উৰিছে মাইনা
পাৰে পাৰে সপোনৰ।।
নিয়ৰ পিন্ধালে মণিৰে মুকুটে
মাইনাৰ মিহিকৈ চুলিত
বতাহে সানিলে ফুলৰে সুৰভি
মাইনাৰ ধুনীয়া হাঁহিত
জোনাকে পিন্ধালে ৰূপোৱালী সাজ
মাইনাকে মৰমত।।

**

# ঢোল বায় ক'ত

ঢোল বায় ক'ত-- অসম দেশত
পেপাঁ বায় ক'ত-- অসম দেশত
ঢোলে পেপাঁই আনে ক'ত
নতুন বছৰ
অসম দেশত
এই
অসম দেশত।।
বিহুৱান দিয়ে ক'ত
অসম দেশত
ক'ত পাবা এনে বিহু
এই জগতত
কেৱল আমাৰ আছে
অসম দেশত।।
কুলিৰ মাতত মউ বৰষেনো ক'ত
বিহুৰ দিনত এই অসম দেশত
পলাশৰ ৰঙা ফুল-- আছে বাৰু ক'ত
আমাৰ অসমত
মুখৰ ৰাঙলী হাঁহি
ফুলে বাৰু ক'ত
জেতুকা বোলেৰে ৰঙা
আমাৰ হাতত
এই অসম দেশত।।

★★

# তুমি যদি নদী হোৱা

তুমি যদি নদী হোৱা
গোপন নদী, জিৰি জিৰি থাকা বৈ
আহা বৈ, কাষলৈ নদী হৈ।।
নদী তোমাক মাতিছোঁ মই
তোমাক মাতিছোঁ মই
লহৰে লহৰে
সিক্ত কৰাহি
প্ৰাণ অপৰূপ কৈ
নদী হৈ।।
তোমাৰ গতিত
দেখিছোঁ মই
তোমাতেই পাইছোঁ মই
জীৱনৰ ছন্দ
তৰঙ্গ
স্বপ্ন
পূৰ্ণ কৰাহি
শূণ্য বলুকা এই
নদী হৈ।।

★★

## তুমিয়েই যদি নুশুনিলা

তুমিয়েই যদি নুশুনিলা
কাৰ বাবে মোৰ গান
কিয় নুবুজা নুবুজা
কাৰ বাবে অভিমান।।
মনত আছে
দিছিলোঁ তোমাক
ৰঙা গোলাপৰ পাহি
প্ৰথম পুৱাতে
দিছিলোঁ তোমাক
এটি প্ৰভাতৰ বেলি
মনত পেলাব
পৰম প্ৰিয়
যি শুনিছিলা গান
জানি শুনি মই
বিষ যে কৰিলোঁ পান
তোমাকেই লৈ জীৱনত গালোঁ গান
অনুভৱ যদি কৰা তুমি মোক
তাতে পাম প্ৰতিদান।।

**

## তুমিয়েই/তুমি মোৰ

তুমিয়েই/তুমি মোৰ
তুমিয়েই/তুমি মোৰ
তুমিয়েই
মোৰ হিয়াতে

চকু মেলিলেই আগতে
চকু জপালেও চকুতে
তুমিয়েই বুকুতে বুকুতে

ফাগুনৰ ফুলতো-- তুমিয়েই
বহাগৰ গীততো-- তুমিয়েই
জিৰজিৰ বাৰিষাত-- তুমিয়েই
স্বপ্নত, দিঠকত-- তুমিয়েই
তুমি মোৰ হিয়াতে
অপেক্ষাৰ চকুলোত -- তুমিয়েই
মৰমী এষাৰ মাতত -- তুমিয়েই
হিয়াজুৰ মাতটি-- তোমাৰেই
জীৱনে মৰণে-- তুমিয়েই
তুমি মোৰ বুকুতে।।

**

## তুমি যে আহিলা

তুমি যে আহিলা
শেৱালী সুৰভি হৈ
তুমিতো আহিলা
মন্দুৱাৰ মায়া হৈ
আলফুল ফুল খোজ লাগি ৰ'ল
বনতে মুকুতা হৈ।।
বৈ থমকিলা
কঁহুৱা বনত গৈ
হাঁহিৰ জোনাক পাতে পাতে গ'ল বৈ
পদুম নয়নী লয়লাস থ'লা
ধানতে জিৰ জিৰ্ কৈ।।
নিবিড় মোহত তন্ময় হ'ল মন
হিয়াত জাগিল কি যে এক শিহৰণ
উৰি যায় যেন আকাশে বতাহে
এটি সৰু পখী হৈ।

**

## তাঁতত ফুলে হাতৰ ফুল

তাঁতত ফুলে হাতৰ ফুল
মনত ফুলে বনৰ
বুজিও নুবুজ কিয় আই
মন দোমোজা পৰৰ।।
বা ৰিব্ ৰিব্ বা ৰিব্ ৰিব্
আবেলি বতাহ জাকে
উগুল থুগুল কি যে কৰে মন
সুতা ছিগে পাকে পাকে
অচিনা সুৰভি কেনি আহি জানো
খেলি মেলি কৰে বৰ
দাপোনত আহি বাৰে বাৰে চাওঁ
কি জানিবা কিবা বুজোঁ
উদুলি মুদুলি কতবাৰ কৰো
কত বালিঘৰ সাজো
গধূলি গোপালে হাঁহে মিচিকাই
তই কিয় গালি পাৰ?

**

# তুমি আহিছিলা গোপন সুৰভি হৈ

তুমি আহিছিলা
গোপন সুৰভি হৈ
চৰণৰ ধ্বনি
কোনেও নুশুনাকৈ।।
জোনাকৰ দৰে
ৰাতিদিন মায়াময়
অৰূপ গীতেৰে
প্ৰাণ হ'ল বাঙ্ময়
জীৱনত গ'ল
অলকানন্দা বৈ।।
মই মিলি গ'লোঁ
ধূপৰ ধোঁৱাৰ দৰে
নিজৰ সত্ত্বা
হেৰুৱালোঁ অকাতৰে
তোমাৰ ছবিটি
চকুলোতে নিতে
জিলিকে
জিল্‌মিল্ কৈ।।

★★

# তোমাৰ চকুত এখনি আকাশ

তোমাৰ চকুতে এখনি আকাশ
মোৰ দিগন্ত তাতে
তোমাৰ হিয়াত এসাগৰ নীলা
নুমাওঁ অগনি তাতে।
তোমাৰ মৰমে জোনাকৰ দৰে
মোৰ বাট পোহৰায়
তোমাৰ কথাই সুৰভিৰ দৰে
আবেশেৰে ওপচায়
দিয়া প্ৰতিশ্ৰুতি সূৰ্যৰ দৰে
আন্ধাৰ নানামে যাতে।।
ধুমুহা উত্তাল এই সমুদ্ৰ
বিভীষিকা ভৰা বাট
কৰ্ষটিত জ্বলা সোণ ৰেখা দৰে
তোমাৰ মৰমী হাত
সেই হাত হওক নিবিড় অৰণ্য
থাকিম তাৰেই ছাঁতে।।

★★

## তুমি সোধা তোমালৈ

তুমি সোধা তোমালৈ
কিমান মৰম
কিহেৰে বুজাম বাৰু
আকাশৰ ৰঙ।।
আকাশৰ নীলা বাৰু
পাৰিনে লেখিব
অৰূপ পোহৰ পৰি
উজ্বলে জীৱন।।
বসন্তৰ কুঁহিপাত
কিমান ওলায়?
জোনে কিমান বাৰু
জোনাক বিলায়?
যিমান হ'ব পাৰে
সিমান
মোৰ মৰম।

**

## তোমাৰ কথা যেতিয়াই ভাবোঁ

তোমাৰ কথা যেতিয়া ভাবোঁ
দুচকু পানীৰে ভৰে
বিৰিণা বনৰ পাতৰ আগে
এটুপি নিয়ৰ সৰে।।
তুমি যেন দূৰ দূৰণিত শুনা
ৰিণিকি ৰিণিকি বাঁহী
নিজম ৰাতিৰ সোঁতে সোঁতে যেন
কাষলে আহা ভাঁহি
হেৰোৱা ফুলৰ সুবাসেৰে মোৰ
পদূলি উপচি পৰে।।
তোমাৰ কথা মনত পৰিলে
বুকু যে উকঙা লাগে
শুকান পাত উৰুৱাই যে
এজাটি পছোৱা বলে
বৰ অসহায়, অসহায় লাগে
যেন নিজান মৰুৰ দৰে।।

**

## তোমাৰ বাতৰি কি?

তোমাৰ বাতৰি কি?
আকাশে আনে
　　ৰ'দৰ খবৰ
জোনাকে আনে
　　বাতৰি জোনৰ
তোমাৰ বাতৰি কি?
আগলি বতাহে যি
　　বাতৰি আনে
　　কদম ফুলৰ
বাতৰি আনে
　　পলাশ বনৰ
তোমাৰ বাতৰি
　　তাতেই পামনে
　　তাতেই পামনে কি?
নদীয়ে নদীয়ে যি
　　অহাৰ বাতৰি
　　ৰুণ্ জুন্ জুন্
ভোমোৰা পাখিতো
　　গুণ্ গুণ্ গুণ্
সেই বাটেৰেই
　　আহাঁনেকি তুমি
　　তুমি আঁহানেকি?

**

## তুমি শুই পৰা

তুমি শুই পৰা
মই সাৰে ৰওঁ
　　জোন সাৰে থক খিড়িকিতে
　　নিবিড় নিবিড় এই লগনতে
মোৰ মৰমৰ সুৰভিয়ে
তোমাৰ অলস নয়নতে
　　সপোন সিঁচি দি যাওঁক।।
এটি কবিতাৰ দৰে
　　শেষ হৈ
　　যাবৰ মন যে যায়
ধূপৰ ধোঁৱাৰ
　　দৰেই হেৰাই
　　　　যাবৰ মন যে যায়
মায়াময় এক
　　অতনু অনুভৱত
　　ধুলি ধূসৰতাৰ বুকুতে
এখানি জীৱন বিচাৰোতে
　　হৃদয় পূৰ্ণ হওঁক।।

**

# তুমি আহিলা

তুমি আহিলা
মোৰ এই পদূলি
ফুলেৰে ফুলাম হ'ল
তুমি আহিলা
সুৰৰ চৰাইয়ে
ডালে ডালে গাই ৰ'ল
অন্তৰ মোৰ গীতেৰে মুখৰ হ'ল।।
অ কিনো অপৰূপ হ'ল
তুমি আহিলা
ৰাতিৰ বুকুত
ওলাল ৰূপালী জোন
তুমি আহিলা
বন্ধ পানীতে
আকাশ দেখিলোচোন
দুখনি ডেউকা
যেন পালোঁ মই
মন উৰণীয়া হ'ল।
প্ৰেমৰ সুৰভি
ইমান মদিৰ
আগেয়ে জনাতো নাছিলোঁ
প্ৰেমৰ ৰং যে কি উজ্জ্বল
আগেয়ে দেখাতো নাছিলোঁ
দুয়োটি নয়ন মোৰ যে ব্যাকুল
পোহৰ উপচি গ'ল।।

**

# তুমি কৈছিলা আমাৰ সপোন এদিন সফল হ'ব

তুমি কৈছিলা আমাৰ সপোন এদিন সফল হ'ব
বন্দী সঁজাৰ দুৱাৰ মেলি
দুটা পখী উৰি যাব।।
এই দুৰ্গম কাৰা চেৰাই
নতুন দিনৰ গীত গাই গাই
এটি নীড় সাজি ল'ব।।
সেই স্বপ্নৰ মায়া আবেশত
নিজকে পাহৰি গ'লোঁ
মধুৰ লগনৰ ক্ষণ গণি গণি
কত আশা কৰি ৰ'লোঁ
ফাগুনৰ যেন সকলো আশীষ
আমাৰ শিৰত ৰ'ব।।
হঠাতে আহিল প্ৰলয় ধুমুহা
তুমি নাইকিয়া হ'লা
অত প্ৰতিশ্ৰুতি ইমান সপোন
ক'ত এৰি থৈ গ'লা।।
কলিজাৰ তেজ দুচকুৰে মোৰ
বাগৰিছে ধাৰাসাৰ
মাজ সাগৰত কূল হেৰুৱাই
উচুপিচো বাৰে বাৰ
এই ঘূৰ্ণীত ভগা মোৰ তীৰ জানো
চুৰমাৰ হ'ব
কিয় কৈছিলা আমাৰ সপোন এদিন সফল হ'ব।।

**

## তুমি আহিছা মোৰ আন্ধাৰ পথত

তুমি আহিছা
মোৰ আন্ধাৰ পথত
জোনাক উপচি গ'ল
তুমি আহিছা
মোৰ নুফুলা ফুল
ফুলি বিতোপন হ'ল
তোমাক ক'ত যে থওঁ
ক'ত যে নথওঁ
বুকুতে....... আলফুলকৈ
এই পণ যে ৰ'ল
তুমি আহিছা
বুকুৰ মাজত
বিজুলী খেলিযে গ'ল
তুমি আহিছা
জীৱনৰ নদী
প্ৰাণেৰে উপচি গ'ল
তোমাৰ মুখৰ পোহৰত
জীৱন, সোণবৰণীয়া হ'ল
এই পোহৰ ক'ত নো থওঁ
ক'ত নো নথওঁ
মোৰ জীৱন আকাশ হ'ল।।

★★

## তুলসী তলতে বন্তি জ্বলাওঁ

তুলসী তলতে বন্তি জলাওঁ
ঘৰৰে লখিমি আমি
ৰাসৰ জোনাক আদৰি আনিম
তুতি মিনতিৰে আমি।।
মোহন বাঁহীৰ মধুৰ সুৰটি
বৈ বৈ যেন বাজিছে
মনৰ যমুনা ভটিয়াই নহয়
উজাই আজি যেন বৈছে
কৃষ্ণ গোঁসাইৰ অপৰূপ ৰূপ
গোপীৰ নয়ন মণি।
কদম তলত মোহন কানাই
কত লীলা ক'ত ৰূপ
শঙ্খ চক্ৰ গদা পদ্মেৰে
তুমিয়ে বিশ্বৰূপ
পৰম ভক্তি প্ৰাৰ্থনা কৰোঁ
হে সুন্দৰ আমি।।

★★

## তোমাৰে সভালৈ মোকো যে মাতিলা

তোমাৰে সভালৈ মোকো যে মাতিলা
শলাগৰ ভাষা মোৰ নাই
ময়ো মাতি গ'লোঁ তোমাকে দেশলৈ
চাবাগৈ নিজৰে আই।।
তুলসী তলতে চাকি জ্বলি আছে
নাই, নাই নুমুওৱা নাই
আটাইৰে কুশলে কৰিছে কামনা
মোকে যে দূতে পঠাই
দূৰণিৰ তোমাৰে আই
তোমালে আছে বাট চাই।।
বিহুৰে গামোচা ওলগৰে শৰাই
গীতে গীতে থৈ গ'লো
চেনেহ এনাজৰী টানকৈ বান্ধিছোঁ
তাৰো যে বাতৰি দিলোঁ
নিজা মাত নিজা সুৰ কতো নেৰিবা
হিয়াতে থবা সজাই
চাবাগৈ নিজৰে আই।।

(বিলাতত গাবলৈ ঋতুপর্ণ শর্মাৰ কাৰণে সুৰত লিখা গান)

**

## তোমাৰ হাঁহিত জিলিকে যেতিয়া

ল ঃ তোমাৰ হাঁহিত জিলিকে যেতিয়া
দ্বিতীয়াৰ জোন এটি
মোৰ বাঁহীত বাজি উঠে সখী
সপোনৰ সুৰ এটি।।
ছো ঃ মই বিচাৰিছোঁ সেউজীয়া ছায়া
ৰ'দে পোৰা এই মৰুত
ল ঃ মই বিচাৰিছোঁ এধানি জোনাক
তোমাৰ মৰমী বুকুত
ছো ঃমৰমেৰে ভৰা এষাৰি মাততে
শান্তি ওপচে সখী।।
ল ঃ অভিমান কৰি নাথাকিবা আৰু
পৰম প্ৰহৰ আহিলে
ছো ঃ প্ৰাণৰ লহৰ দিয়াছোঁ বোৱাই
আত্মাৰ এই পৰতে
মমতাৰে ভৰা জোনাক উপচি
পৰিব আমাৰ প্ৰাণতে।।

**

# তোৰে গা চুই কৰিছোঁ শপত

তোৰে গা চুই কৰিছোঁ শপত
অ' মোৰ আপোন মাটি
সাহৰ শিখাৰে কৰিম পোহৰ
এই বিভীষিকা ৰাতি
সৃষ্টিৰ নাঙল দুহাতেৰে ধৰি
ৰুইছোঁ আশাৰ পুলি
তাক নাশিবলে' আহিলে অসুৰ
জুই জিভা মেলি মেলি
মোৰ দুচকুৰ বহ্নিৰে তাক
কৰিম ভস্মীভূত
গতি দুৰ্বাৰ এই যাত্ৰাৰ
মই লাচিতৰ নাতি
মোৰ শক্তিতে কৰে নিৰ্ভৰ
মহাভাৰতৰ ভাগ্য
মোৰ গতি হয় অনিৰুদ্ধ
পথ যদি হয় ৰুদ্ধ
তোৰ আশীষেৰে ৰক্ষা কৰিম
অখণ্ড জাতিৰ জ্যোতি।।

★★

# তোমাৰ কণ্ঠত ইমান প্ৰাণ

তোমাৰ কণ্ঠত প্ৰাণ
কেতিয়া শুনাবা গান?
এয়ে যে সময় গান শুনোৱাৰ
নকৰিবা অভিমান।।
দিনে প্ৰতিদিনে প্ৰভাতে সন্ধ্যাই
কত যে শুনিছো গান
আনৰ কণ্ঠত নুফুটে, নাবাজে
এই অপৰূপ প্ৰাণ
কেতিয়া শুনাবা গান?
প্ৰহৰ কৰা মোহময় সখী
জুৰি বৈ যাওঁক সুৰেৰে
বসন্ত বৰ্ষা হেমন্তৰ ঋতু
জগাই তোলা প্ৰাণেৰে
অলকানন্দা নমাই আনা
এই মৰুভূৰ মাজেৰে।।

★★

# তোমাৰ মৰমে মোৰ

তোমাৰ মৰমে মোৰ
দেহত তুলিলে ঢউ
বুকুত দিলে যে মউ
কি যে মিঠা মিঠা।
কেনেকৈ কি যে হৈ গ'ল
কলিটি কুসুমে হ'ল
সুৰভি উপচি গ'ল
কি যে ভাল লগা।।
ফুলে কয় বতাহক, লাহেকৈ
এই কি কৰিলা?
বতাহেও সুধিছে 'ফুলকেই'
এই কি কৰিলা?
গোপনে ফাগুনে যেন
লুকাই হাঁহিছে সৌ
খুলি গোপনতা।।
জিৰ্ জিৰ্ জিৰ্ জিৰ্ এধানি
সৌ জুৰিটি যে
নীলাকৈ পানীৰে ভৰি গ'ল
কোন ছেগতে যে
মৰম নদীতে যেন
নিজকে উটাই দিম
কি যে আকুলতা।
কি যে মিঠা মিঠা।।
কি যে ভাল লগা।।

('কনবীয়া ফুল' বোলছবিৰ গীত)

★★

# তুমি যে কলীয়া শ্যাম

তুমি যে কলীয়া শ্যাম
ক'লা মেঘৰ ৰূপ
এই ৰূপেই যে লাগে ভাল
ক'লা অপৰূপ।।
ৰাধা যে বিজুলী শ্যামক
ক'লাৰ বুকুত সোণা
সোণৰ বৰণ সেই ৰং
নেদেখোঁ শ্যাম বিনা
দুয়ো মিলি সৃষ্টি কৰা
শ্যামল সৃষ্টি ৰূপে।।
গছ শ্যামল, লতা শ্যামল
বনৰ ৰং, সেউজী মন।।
সূৰ্য সোণৰ ধৰা সোণৰ
পকা শস্যৰ ৰং যে সোণৰ
আঃ তোমাৰ যুগল ৰূপ
এই ৰূপেই যে লাগে ভাল
সুন্দৰ অপৰূপ।।

★★

# তোমাৰ চকুৰ ছায়াতে মোক

তোমাৰ চকুৰ
ছায়াতে মোক
জিৰণি অকণ দিয়া
সঁচা যদি ভালপোৱা।।
ইমান বছৰ
বিচাৰি বিচাৰি
তোমাক হঠাতে পাই
এনেকুৱা লাগে
ক'ত থ'ম মই
বুকুৰ মাজত ঠাই
ফুলেৰে সজাম
তুমি অহা বাট
ইমান মধুৰ মায়া
কি যে এই ভালপোৱা
'মৰম' নামৰ তিনিটা আখৰ
কোনেনো কাটিলে শিলত
যাউতি যুগলে যুগমীয়া কৰি
জিলিকি ৰ'ল যে বুকুত
মধু শিহৰণ দিয়া
সঁচা এই ভালপোৱা।।

★★

# তুমি মোৰ ৰখীয়া হ'লে

**(মূলভাৱঃ The Lord is my Shepherd অৱপৰা)**

তুমি মোৰ ৰখীয়া হ'লে,
অভাৱ একো নাই।
মেঘৰ ৰখীয়া হ'লে, ভয়ৰ হেতু নাই।
তুমি সজীৱ সেউজী বননিৰে
আত্মাক বিশ্ৰাম দিয়া।
তুমি শীতল সোৱাদ পানীৰে মন
সঞ্জীৱিত কৰা।।

বিষাদ মৃত্যুৰ উপত্যকাত
একো নাই যে ভয়।
প্ৰভু তোমাৰ শক্তি, শান্তিৰ স্থিতি
নিশ্চিত আশ্ৰয়।।

তুমি মোৰ ৰখীয়া হ'লে ...........
শত্ৰুৱে হিংসাৰে যদি
মোৰ পিনে চায়।
মোক ধন্য কৰে প্ৰভু
তোমাৰ করুণাই।।
মোৰ শিৰ অভিষিক্ত
প্ৰভু তুমি কৰা।
প্ৰভু, মোৰ পাত্ৰটি তেতিয়াই
ওপচাই দিয়া।।
আৰু তোমাৰ করুণাই প্ৰভু
মোৰেই পাচ ল'ব।
আৰু এদিন নহয় এদিন স্বৰ্গ
চিৰ আশ্ৰয় হ'ব।।
তুমি মোৰ ৰখীয়া হ'লে.....।।

★★

## তোমাৰ দুচকু কোৱা কিয় আজি অন্য স্বপ্ন মগ্ন

তোমাৰ দুচকু কোৱা কিয় আজি অন্য স্বপ্ন-মগ্ন
মোৰ দুনয়ন কিয় কৰিছিলো অশ্রুৰে পৰিপূৰ্ণ।।

জোনাক ৰূপালী ফুল সৰিছিল আমাৰ যোৱাৰ পথত
কোকিলৰ মিঠা কাকলি জাগিছিল আমাৰ প্ৰাণৰে প্ৰাণত

সকলো ঐশ্বৰ্য কাঢ়ি লৈ তুমি জীৱন কৰিলা দৈন্য।।

জীয়াই থকাকে নোবোলে জীৱন যদি ভৰে হাঁহাকাৰ
জোন ডুবি গ'লে আকাশৰ বুকু যিদৰে অন্ধকাৰ
মোৰো হৃদয়ৰ আকাশ আজি কৰিলা জোনাক শূণ্য।।

**

## তুমি অহাৰ বাটতে

তুমি অহাৰ বাটতে
ফুল সিঁচিলোঁ
দিলো সুৰৰ আল্পনা
মোৰ প্ৰেমৰে, পোহৰে
দীপ জ্বলালে
হ'লোঁ আকুল উন্মনা।।
দিন আহি দিন যায়
তুমি অহা নাই
তুমি অহা নাই অনা নাই
পূজাৰে দীপ নুমায়
মই নিৰুপায়
লগন নাই অহা নাই।।

**

## তোৰেই মৰমত মৰোঁ

তোৰেই মৰমত মৰোঁ
আই মোৰ
তোৰেই মৰম মৰোঁ
মোৰ দেশ বুলি
পাহাৰ ভৈয়াম
সবাকে সাৱটি ধৰোঁ
মোৰ আইৰ চৰণত নিতে
নিয়ৰে মুকুতা আঁৰে
মোৰ আইৰ আচলত নিতে
সোণালী ৰ'দ জিলিকে
মোৰ আইৰ কপালৰ ফোঁট
জোন-বেলি হৈ জ্বলিছে
আইৰ চৰণত সেৱাটি কৰোঁ।।
আই চেনেহ নিজৰি নিজৰি
জুৰি নৈ হৈ বৈছে
আইৰ উমেই ৰ'দ হৈ হৈ
আমাক জীৱন যাচিছে
জনমভূমি অ' মোৰ আই
তোকযে সেৱাটি কৰোঁ।।

**

# তোমাৰ নাম কি নেজানো

তোমাৰ নাম কি নেজানো
তুমি যদি মহাশক্তি
আমি অসহায় কিয়নো।।

তোমাৰ আকাশ
তাৰেই তলত আমি

তোমাৰে ধৰণী
(তাতে) দাঁতে তৃণ ধৰি আমি
যেনেকৈ ৰাখিছা আছোঁ তেনেকৈ
আমনি কৰা নাই এদিনো।।

কাতৰ কৈ মাতিছোঁ নুশুনা
থাকা ক'ত তুমি অজানা
যাতনাৰ তেজ ধাৰাসাৰে বয়
এই লাঞ্ছনা কিয়নো।।

★★

# তোমাৰ গাঁওখনি ধুনীয়া

তোমাৰ গাঁওখনি ধুনীয়া
হাঁহো হাঁহোকৈ
তোমাৰ নদীখনি বৈ আছে
লাজুক লাজুক কৈ।।

গাঁৱৰ নামটি কিনো থওঁ
চম্পা নে বকুল
দূৰৰ ভোমোৰা আহি
হয় যে আকুল
গুণ গুণ গুণকৈ গায় যায়
চকুত চকু থৈ।।

ৰিহিণা ৰিহিণ মাদল বাজে
কৃষ্ণচূড়াৰ তলত
ৰাতিৰ জোনে কথা পাতে
মহুৱাৰ লগত
আপোন আপোন বৰ আপোন
মনত থকাকৈ।

(কথাছবি ঃ 'মৰম নদীৰ গাভৰু ঘাট'ৰ বাবে)

★★

# থৌকি বাথৌ

থউকি বাথউ
থউকি বাথউ
থউকি বাথউ চউ
ঘন বাৰিষাৰ
কলা মেঘ
যাবৰ হ'লনে নৌ।।

চকুৰ আগত
ভৰি উঠিল
লিহিৰি সউ নৈ
গলি গ'ল যেন আকাশখন
ধাৰাসাৰে বৈ
অ' দোকোলটকা হৈ
থউকি বাথউ থউ।
জলকুঁৱৰীৰ আঁচলখনি
ঝপৰ দৰে উৰে
অহৰহ জৰ্‌জৰ্‌
ৰৰষুণ পৰে
বেলিৰ পোহৰ নাইকিয়া
আন্ধাৰ নামে সউ
থউকি বাথউ থউ।।

**

# দেখা নাই আগে এনে ছবি

দেখা নাই
আগে এনে ছবি দেখা নাই
শুনা নাই
আগে এনে সুৰ শুনা নাই
ফুলে মাতে ৰ'দে মাতে নিবিড় ছায়াই
শান্তি যেন বৈ যায় বনে নিজৰাই।
পোৱা নাই
এনে শিহৰণ পোৱা নাই।।
মোৰ সপোনৰে যেন
সোণ বৰণীয়া যে এই মাটি যে
মন মুহি যায় মোৰ এই ৰঙে যে
মউ পাই
নাচে যেন মন ভোমোৰাই।।
অজান কি মায়াৰে
কন সুৰভিয়ে যেন উতলা কৰে
শান্তি মৰমতো যেন এই মাটিতে
চাই চাই
চাই মোৰ তৃষা নপলায়।।

('কমলীয়া ফুল' কথাছবিৰ গীত)

**

# দূৰৰে পেপাঁৰে সুৰীয়া সুৰতে

দূৰৰে পেপাঁৰে সুৰীয়া সুৰতে
ৰাই জাঁই কৰিছে মনে
বুকুৰে মাজতে জিলিকি উঠিছে
কেতেকী ফুলৰে ৰঙে
অ ৰঙে ৰঙে দৈ
লাহে লাহেকৈ চকুত চকু থৈ
বতৰৰ গীতকে গাওঁ।
বিহুৰে বাতৰি
দিলেহি কুলিয়ে
ফুলৰে বাতৰি দিলে
মনৰে বাতৰি
চকুৰে চকুৰে বিজুলী খেলাদি খেলে
অ খেলে খেলি থক
মন ভৰি ৰক
দুকুল বৈয়ে যক
ভৰা নৈত পানচৈ বাওঁ।।
পিৰীতি নামেৰে
তিনিটা আখৰে
কোনো কাটি গলে শিলত
নজহে নপমে মৰিচা নপৰে
জিলিকে বুকুৰা বিলত
এ তুলা পাত
শুনিলে ঢোলৰ মাত
শুনিলে পেপাঁৰ মাত
বিহু বিহু লাগে গাত
কি জোলাদৈ
তোমাকে লগত লৈ
বিহু মাৰিবলৈ যাওঁ।

**

# দুপৰৰ জিলীয়ে

দুপৰৰ জিলীয়ে
দুৰণিৰ কপৌৰে
অজান কিনো সুৰে মাতি যায়।
ছঁয়ামেয়া কি জানো
মনলৈ আহেনো
মোক যে আকুল কৰে দুসুৰ মায়াই।।
কিবা যেন বুজো বুজো ফাগুনৰ জোনাকত
নাই নাই উটি যায় ৰিব্ ৰিব্ বতাহত
বুজোনে নুবুজো কৰা এটা সুৰ বজাই বজাই।।
জানো দিন যাব ঠিক
বসন্ত বৰষাৰে
পাওঁনে নেপাওঁ খেলি
হঁহা-কন্দা বেদনাৰে
মন যে উদাস কৰে
দুপৰৰ এই নিৰলাই।।

**

## দেহি মোৰ ঐ বিহুটি

দেহি মোৰ ঐ বিহুটি
বজালি ঐ পেপাঁটি
তেজতে জ্বলালি জুই
পিৰীতিৰে ৰাগিৰে
দেহ নাচে মনে নাচে
ৰাই জাঁই কৰি উঠে গা
ক'তেনো ফুলিলে
কেতেকী এপাহি
        কৰেনো আহিলে বা

কুলিৰ মাতত‌ে
কিনো মউ বৰষে
        কিনো মউ বৰষে
বনে নাচে
নৈয়ে নাচে
থৌকি বাথৌ
        কৰি উঠে গা।।
ঢোলৰে মাতত‌ে
সাহৰ গিৰিজনি
        দুখকে উকৰাব পণ
বিহুৱে আনিলে
চেনেহে আশীষে
        উখল মাখল
        উখল মাখল
        উখল মাখল মন।।

**

## দূৰ সুদূৰ বনে বনে

দূৰ সুদূৰ বনে বনে
ফুল ফুলাৰ লগনতে
        যদি মন সুৰভিত হয়
        ক্ষতি কি তাতে ক্ষতি কি?
মেঘ মদিৰ লগনতে
গুৰু গুৰু শবদত
        যদি মন ময়ূৰে নাচে
        ক্ষতি তাতে ক্ষতি কি?
আজিৰ পৃথিৱীয়ে
মুহূৰ্তৰ আশীষেৰে
        মাথো মধুময়
        মাথো মধুময়
হিয়াৰ গভীৰতহে
প্ৰেমৰ জোনাকতহে
        আজি আশ্ৰয়
        আজি আশ্ৰয়
নীলা নীলা নয়নৰে
জিলমিল পোহৰেৰে
        যদি পথ উজ্বলি উঠে
        ক্ষতি তাতে ক্ষতি কি?

**

## দোল দোল দোল

দোল দোল দোল
দোলনা তই দোল
আমাৰ সোণ শুব এয়া
নাই মাত বোল।।

অ' যুতি ফুল
সুবাস আমোলমোল
এধানিমান দিয়া পঠাই
সোণৰ চকু ধৰক জপাই
তিৰবিৰ সউ চকুত লাগক
টোপনিৰ বোল।।

অ' পাৰ শুন
নিদিবি তই ৰুণ
সাৰ পাই যাব সোণ
হ'লে গুণ গুণ্
পিৰালিতে বহি থাক
ৰ'দৰে চাই মোল।।

**

## দুখে যেতিয়া দুয়োটি চকুত

দুখে যেতিয়া দুয়োটি চকুত
টলমল মোৰ কৰে
আই, তোমালৈ মনত পৰে।।
চাৰিও প্ৰহৰে চকুপানী সৰে
নেজানো কেনেকৈ মচো
হাঁহিৰ পথ আছে বাক ক'ত
নেজানো কাকেনো সোধো
দন্ধ মকত অসহায় আই
দুখে দুয়োভৰি পোৰে।।
এনেকুৱা লাগে ধাঁহৰ বুকুত
মুখ গুজি পৰি ৰম
এনেকুৱা লাগে তোমাৰ বুকুত
চকুপানী মচি কম
হাঁহিৰ মন্ত্ৰ শিকোৱা মোকে আই
বন্ধা সুকযথ দৰে।।

**

# দিন দিন নদীকে চাই ৰ'লোঁ

দিন দিন নদীকে চাই ৰ'লোঁ যে
পানচৈ আহেনে বুলি চালোঁ যে
বেলি উঠে বুৰে, জোন ঢলি পৰে
নিজান নদীৰ দুয়ো পাৰে
তেওঁচোন মোৰ সোণ নাহিলে
নাহিলে অ' দিন দিন.............
কোহোঁ কোহোঁ কৰি বিনাই
ডাউকি অ বনত লুকাই
নুপুৰাই নিশা
মেঘৰ বৰণ কৃষ্ণ কাণু
কতেনো বজাই বেণু
কিনো আছে আশা
চৰাইয়ো নহওঁযে উৰি গৈ চাবলৈ
তোকে চাবলৈ
দুপাৰে দুপাখিলৈ
গুণ গুণ ভোমোৰা
যাচোন, কচোন বতৰা মোৰ।।

**

# দূৰ কত দূৰ

দূৰ কত দূৰ
কত দূৰ?
জীৱন মৰণৰ
মাজত দুলিছে
এই যাত্ৰা মোৰ।।
কত দূৰ?
আৰু নো
কত দূৰ?
অন্ধকাৰত
অসহায় জোন উৰে
বুকুৰ জোনাক
পথে পথে বাকি
জোন এই ঢলি পৰে
এবাৰ দেখুওৱা
প্ৰিয়া পদূলি
যাত্ৰাৰ হওঁক ওৰ।।
পুৰতীৰ তৰা
শৈতা হৈ আহে
পোহৰ নুমাওঁ নুমাওঁ
পথৰ লগৰী
বেগাই ব'লা
কিজানি পদূলি পাওঁ
মৃত্যু হ'লেও
নহয় মৃত্যু
মৰণৰ হ'ব ওৰ হ'ব
নতুন জনম মোৰ।
(ভ্ৰাম্যমান থিয়েটাৰৰ 'দেৱদাস' নাটকৰ শেষ দৃশ্যত গৰুগাড়ীত গৈ থাকোতে গোৱা দেৱদাসৰ শেষ গীত)

**

# দুহাতেতে পালোঁ অত ফুল

দুহাততে পালোঁ অত ফুল
ভাষা নাই মোৰ ওলগৰে
জীৱনকে দিছা শুভাশীষ
পাহি মেলি যেন
ফুলিবনে।।
বৰ ভাল লগা গভীৰ মৰম
অৰ্থময় হয় এধানি জীৱন
দিছাহি বাতৰি শিহৰণ আছে
বহু ৰং আছে এই জীৱনত
মোহনীয়া জোনাকী মৰম
কিযে অপৰূপ হৃদয়ৰ।।
মই এটি জুৰি বনৰে বুকুৰ
বৈ যাব খোজো সাগৰে ধিয়াই
কত জান-জুৰি বাটতে হেৰায়
কত ফুল কলি নুফুলি শুকায়
মৰণৰ সেই ভয় মচি
দিছাহি পোহৰ সুৰুযৰে
দিছাহি বাতৰি জোন আছে বুলি
দিছাহি বাতৰি ৰং আছে বুলি
মোহনীয়া জোনাকী মৰম
কি যে অপৰূপ হৃদয়ৰে।।

★★

# ধূসৰ লগন এই তথাপিও আছে

ধূসৰ লগন এই তথাপিও আছে জাগি আশা
সৰাপাতত শুনো কাবোবাৰ আগমনি গোপন
ভাষা।।
এই আশা অনুপম লোতকেৰে অপৰূপ
অপৰাজেয় সি আশাৰেই তৃষা
চউদিশে কল্লোল তাৰে গভীৰত শুনো
ঐক্যবাদন, যি, আদৰিব উষা।।
হেজাৰ পদূলি আজি ৰাখিছোঁ অঁতাই
চৰণৰ ধ্বনি আহি ওলগনি লওক
সৰু সৰু নদীবোৰ উপচি পৰিছে
জোৱাৰৰ ঢউ আহি লগতে নিয়ক।।
ৰিনিকি ৰিনিকি ধ্বনি কাষ চাপি আহিছে
ঢলফাঁট দিছেনেকি গভীৰ নিশা
আগমনি সাৱধানে নয়নত লোৰা আঁকি
ধ্ৰুৱতৰাতে আছে পথৰ দিশা।।

**

# ধুমুহাত মই থৈ যাওঁ মোৰ গতি

ধুমুহাত মই থৈ যাওঁ
মোৰ গতি
এই পৃথিৱীৰ ধূলি উৰুৱাওঁ
বৰ বৰ গছ উভালি পেলাওঁ
সৃষ্টিৰ ন সহাঁৰি বিলাওঁ
পূৰ্বাণক দিওঁ যতি।।
মোৰ, দুৰন্ত বিশাল প্ৰেমে
অনন্ত আকাশ চুমে
যেন হাজাৰ শ্ৰাৱণে
প্ৰাণলৈ প্লাৱন আনে
সেই জোৱাৰত সৰু-বৰ আজি
যাওক উটি ভাহি
মই দুৰ্বাৰ বেগে যাওঁ আগবাঢ়ি
সীমাৰ পৰিধি ভাঙি।।
মই মৃত্যু নকৰো ভয়
পাচলৈ নেচাওঁ মই
নতুন দিনৰ সৃষ্টি বিচাৰি
কৰো নৱ প্ৰস্তুতি।।

**

## ধূলিৰ বুকুৰ পৰা

ধূলিৰ বুকুৰ পৰা
তুলি লওঁ আহাঁচোন
ঘাঁহৰ বুকুৰ পৰা
তুলি লওঁ আহাঁচোন
নিজকে, নিজকে, নিজকে।।
ধূলিৰ বুকুতে ৰ'দ হৈ
ঘাঁহৰ বুকুতে ফুল হৈ
ফুলাই তুলিম আমি
নিজকে, নিজকে, নিজকে।।
সমুখৰ অচিনাকি এই বাট
কেনি যাম নাই তাৰ একো আঁত
নিজেই সহায় কৰা
নিজকে, নিজকে, নিজকে।।

**

## ধানৰ শিহত ওলমি পৰিছে

ধানৰ শিহত ওলমি পৰিছে
এধানি এধানি নিয়ৰ
শেৱালী বন হ'ল উন্মন
আহিল সেউজী বতৰ।
মই যদি হ'ব পাৰিলোহেঁতেন
শেৱালীৰ শিহৰণ।
স্নিগ্ধ স্নিগ্ধ কৰিলোহেঁতেন
ৰ'দে পোৰা কত মন
আঁতৰাই দিব পাৰিলোহেঁতেন
দুখৰ কজলা ডাৱৰ।।
জ্বল্ মল্ মল্ কোমল নিয়ৰ
হ'বলৈও যায় মন
শুকান ঘাঁহক সজীৱ কৰাৰ
আছে যেন তাৰ পণ
কিযে মোহনীয়া সৰু সৰু কথা
সেউজী শৰত কালৰ।।

**

## ধূপ ছায়া হৈ সুৰ উৰে উন্মনা

ধূপ ছায়া হৈ সুৰ উৰে উন্মনা
আকাশ ধিয়াই
সমীৰ দোলাই, পাখি মেলি উৰে
যেন প্ৰাৰ্থনা।।
মন মুৰুলীৰ সুৰ ভাঁহি যায়
গোপনে সুবাস উৰি যায়
দূৰে দূৰে, আঁৰে আঁৰে
কোনেনো মাতি যায়
ছঁয়ামযা হৈ মোকে কৰে আনমনা।।
শিল দেউলত সুৰে পথ যে নাপায়
ইনাই বিনাই ফুৰে মাথো ঠেকা খাই।।
অতনু আবেশে চাই যায়
মাটিৰ মমতা আঁতৰাই
প্ৰদীপৰ শিখা কোনে দিলেহি
উজ্বলাই
পৰশমণিক সুৰে কৰি বন্দনা।।

**

## ধুমুহা গাজনি মাৰে ঢেৰেকনি

ধুমুহা গাজনি
মাৰে ঢেৰেকনি
ঠিক নাৱৰীয়াই নকৰে ভয়
পকনীয়া চাই
নিয়ে নাও বাই
মনত দৃঢ়তা হ'থই জয়।।
লেতু সেতু গছ
ধুমুহাই ভাঙে
বৰ গছ ভঙা কঠিন কাম
সংগ্ৰাম যদি
নেথাকে তেনে
জীৱনৰ থাক কিমান দাম?
বৰ বৰ ঢউ
চুৰমাৰ কৰি
গ'লেহে আচল যুঁজাৰু কয়।।
ধুমুহা এদিন
শান্ত হ'বই
তৰী ভাগি গ'লে সকলো শেষ
ৰ'দালি দিনত
নাও বাই যোৱাৰ
নাথাকে গৌৰব বিজয় লেশ
কাঁইটৰ মাজত
ফুলা ফুলৰেহে
চৌদিশে ভৰা সুৰভি বয়।।

**

## ধম্ ধমা ধম্ মাদল বজা

ধম্ ধমা ধম্ মাদল বজা
ঢোলৰো দে তাল
ঝম্ জুমা জুম নাচ আজি
নামত লাগে ভালৰে ভাই
আম্‌ৰাক লাগে ভাল।।
হাতত হাতে ধৰি নাচিম
ক'ত আছে মিনি?
মিনিৰ ফাটিল নীলা শাৰী
আছে কান্দি কান্দি
আমি চব ভাই আছো
কিনিম শাৰী লাল
কৰমা পূজাৰ দিনাৰ দৰে
মনত লাগে ভালৰে ভাই
মনত লাগে ভাল।।
বড় ঘৰৰ বড় বেটী
পিঠে পড়ে চুল
আয়না দেখি খোপা বান্ধে
উড়ে গেন্দা ফুল
মিনিৰ চাদীত বজাম কালি
ফুলাই ইমান গাল!

('ৰতন লাল' কথাছবিৰ গীত)

★★

## ধনী হ'ব খুজিছিলোঁ

(মূলভাবঃ I asked for riches ৰ পৰা)

ধনী হ'ব খুজিছিলোঁ সুখী হ'বলৈ
দৰিদ্ৰতা দিলা প্ৰভু জ্ঞানী কৰিবলৈ।।
সুখী হ'বলৈ।
স্বাস্থ্য বিচাৰিলোঁ কাম কৰিবলৈ
দুৰ্বলতা দিলা প্ৰভু মহৎ এ, হ'বলৈ।।
সুখী হ'বলৈ।
শকতি বিচাৰিছিলো উৰ্দ্ধত উঠিবলৈ
শক্তিহীন কৰিলা তোমাক মানিবলৈ।।
সুখী হ'বলৈ।
ক্ষমতা বিচাৰিছিলোঁ প্ৰশংসা পাবলৈ
অসহায় কৰিলা প্ৰভু তোমাক ভাবিবলৈ।।
সুখী হ'বলৈ।
সকলো বিচাৰিছিলোঁ ভোগৰ বাবে, প্ৰভু
জীৱন দিলা, প্ৰভু, ভুগিমেই সকলোঁ।।
সুখী হ'বলৈ।

★★

# নদী তোৰ বুকুতে কত সোঁত

নদী তোৰ বুকুতে
কত সোঁত আছে গুপুতে নিচিনো নাজানো
আছে ডকা চাকেনৈয়া
আছে সোঁত পকনীযা
তথাপি তোৰ সোঁতত
বাই যাওঁ জীৱন নাৱকে
বঠা বাওঁ জোৰকে বাওঁ।।
নদীৰ বুকুত যদি সোঁত
নদী থাকক দূৰত
সময়ো যে নদীৰ দৰে
পলাবা ক'ত ভয়ত
জীৱনৰে সেউজী ৰং
আছে মাটিৰ বুকুত
খলা-বমা আছে তাতো
পিছলে খোজ খোজত
সময় আমাৰ জীৱনৰ
আজিৰ আগত দিনৰ অচিনা অজানা
আছে দুখৰে প্ৰহৰ
আছে কত যে সমৰ
কাঁইটতে জীৱন ফুলাম
সাহেৰে মৰণ জিনিমে
যুজি যাওঁ, যুজি যাওঁ।।

**

# নাম দিলোঁ শিহৰণ চিনাকি সুৰৰ

নাম দিলোঁ শিহৰণ চিনাকি সুৰৰ
নাম দিলোঁ শিহৰণ শেৱালী ফুলৰ
নাম দিলোঁ মায়াময় নিশাৰ জোনৰ।।
কত নাম থ'লোঁ মই শাৰদী পুৱাৰ
উপমা নেপালোঁ মাথো তোমাক মতাৰ
তোমাৰ মৰমে
অনুপমা তুমি মোৰ সেউজী অসমী
তোমালৈ হৃদয়ৰ নিবিড় উলাহ।।

**

# নিবিড় বনে যে মাতিছে যা

নিবিড় বনে যে মাতিছে যা
যা যা দূৰণিলৈ
হেৰোৱা সুবাসে মাতিছে যা... ...।।
সোণৰে সজাটি এৰি তই যা
যা নীলিম আকাশলৈ
যা পখী দূৰণিলৈ
সোণালী ৰ'দে যে মাতিছে যা
জোনৰে জোনাকে মাতিছে যা।।
শ্যামল শোভাই সানিব ৰং
অৱসাদে কৰে ধূসৰ মন
মৰুত হেৰোৱা জীৱন নদীক
বনৰ জুৰিয়ে দিবহি গতি
জীৱন মায়াৰে প্ৰাণৰ সুৰভি
বনতে বিচাৰি কঠিন শিকলি ছিঙি দি যা।।
দূৰৰ পাহাৰে দিব যে পণ
ভীৰুতাৰে কিয় ভাঙিবি মন
জীৱন মায়াৰে প্ৰাণৰ সুৰভি
বনতে বিচাৰি কঠিন শিকলি
ছিঙি দি যা।।

**

## নৈ এখনি নৈ

নৈ এখনি নৈ
ভালপোৱা জানা
অপৰূপ এক নৈ
ফল্গু ৰূপেৰে
হৃদয়ত থাকে বৈ
এই নৈ যায় বৈ।।
কত উজাগৰী নিশাৰ বাৰিষা
কত জোনাকৰ জিলমিল আশা
ছন্দে ছন্দে লৈ
অৰূপ ৰূপেৰে
গোপনে গোপনে
হৃদয়ত থাকে বৈ।।
কত ফাগুনৰ পলাশ শিমলু
তাৰে পলসত ফুলে
অচিন চৰাইৰ কত সুহুৰিয়ে
সোঁতে সোঁতে ঢউ খেলে
শত বাসনাৰ ময়ুৰ পখী
নিবিড় সোঁতত যায় উটি উটি
মোহনীয়া মায়া লৈ
জীৱন মৰুৰ মাজেদি বয়
অলকানন্দা হৈ।।

**

## নিবিড় জোনাকতে

নিবিড় জোনাকতে
তোমাক আলফুলে
পাই কাষৰতে
কওঁ কথাটি মোৰ
বিচাৰোঁ সুৰেৰে কি।
জীৱন মৰুভূ
শ্যামল শোভাযে নাই
নাই শান্তি ক'তো যে নাই
বিচাৰোঁ সুৰৰ
নিজৰা জীৱন
কিজানিবা সিক্ত হয়
ক'ত বাৰু আছে
হৃদয়ৰ শিহৰণ
বিচাৰি ফুৰিছোঁ জীৱনৰ জাগৰণ
প্ৰেমৰ পোহৰ
হৃদয়ত আজি নাই
নাই তথাপি বিচাৰোঁ হায়
বিচাৰোঁ সুৰৰ
নিজৰা জীৱন
কিজানি সিক্ত হয়
সুৰেৰে বিচাৰো কি।

**

## নিবিড় মৰমৰে নৈ

ছোৱালী ঃ নিবিড় মৰমৰে নৈ
যায় যে গোপনে বৈ
ফুলে নে মনৰে ফুল
হৈ মিঠা এটি ভুল?
ল'ৰা ঃ ফুলিছে এপাহি ফুল
মহুৱাৰ মদিৰা লৈ
উৰিছে সুৰভি তাৰ
এটি প্ৰজাপতি হৈ।।
দুয়ো ঃ ফাগুনৰ দুপাহি ফুল
মলয়াতে দিছে দোল।।
ছো ঃ মনে কি বিচাৰে নেজানো
অজানা তৃষাকে লৈ
কোননো বনৰে ছায়াত
জিৰাব ঢেউকা থৈ।।
ল ঃ মনে কি বিচাৰে বুজিছো
মোৰ পলাশৰে বনত
তোমাৰ পখীটি আহি
এটি নীড় সাজিব ডালত
ছো ঃ কি জানি! নেজানো একো।।
লঃ জানিছা। নোকোৱা কাকো।।

**

## নয়নে নয়নে

নয়নে নয়নে
কোন যে মায়াবী বেলা
প্ৰথম দেখাতে সেই
হৃদয়ৰ ভাষা মোৰ বুজি পালা
গোপনে গোপনে
কোন যে মধুৰ বেলা
জোনক সাক্ষীটি কৰি
নিবিড় ৰূপত মোক আদৰিলা।।
বিৰিণাৰ এটি পাত
বা লাগি কঁপিলে
এটি মিঠা গীত হৈ
জোনাকো যে সৰিলে
জীৱন মৰুত মোৰ
অলকানন্দা যেন
জিৰিজিৰি নিজৰিলা।।
ডালিমৰ ৰঙা ফুল
উপচি যে পৰিলে
দূৰৰ বনৰ পৰা
সুবাসো যেন উৰিলে
সোণালী সোণাৰু যেন
একেলগে ফুলিলে
মউ মিঠা কাকলিৰে
চউদিশ ভৰিলে
অপৰূপ লগনত
ফাগুনী আশীষ হৈ
জীৱনত দেখা দিলা।।

**

# নালাগে বাহিৰ শুৱনী

নালাগে বাহিৰ শুৱনী
নেলাগে ৰূপৰ আঙনি
লাগে মন, মিঠা সুবাসেৰে ভৰা
নেলাগে মিছা বাঁহীটি
যদিহে, নাবাজে সুৰটি
তেতিয়া, খহিব মনৰে গঢ়া।
আই চাবি গৈয়ে
তই মনে মনে
ঘৰখন কিমানে ভাল
মই যে বিচাৰোঁ
মৰমৰ ৰ'দালি
নেলাগে ভয়ৰে জাল
নেলাগে, নেলাগে আকাশৰ তৰা।।
আই তই শুন মোৰ
কথা এই
নালাগে বেচি একো
আই ঐ
মই যে বিচাৰোঁ
ঘৰৰে চোতালত
যুৰীয়া কপউৰে মাত
বিচাৰো সেইজন
যিজনে পাৰে গঢ়িব সেন্দুৰী বাট
আনিবি, আনিবি
তেনেটি দৰা।

★★

# নবীন, তৰুণ, গোপীনাথ জয়তু

নবীন, তৰুণ, গোপীনাথ জয়তু
প্ৰাণৰ প্ৰণতি জনাওঁ তোমাক
দোৱাওঁ সহস্ৰ শিৰ
হে চেতনা হে প্ৰেৰণা
জাতীয় মহান বীৰ
পৰাধীনতাৰ অন্ধকাৰত
সূৰ্যৰ উপাসনাৰ
মন্ত্ৰ শিকালা ভীৰু কণ্ঠত
বিজয়ৰ পণ লোৱাৰ।।
বীৰৰ অমোঘ সাহসে জাতিৰ
প্ৰতিজ্ঞা কৰিলে স্থিৰ
জনতাই পালে নতুন লক্ষ্য
ভয় হ'ল চিৰাচিৰ।।
দৃপ্ত বলিষ্ঠ বীৰৰ বচন
প্ৰেৰণা প্লাৱন হ'ল
যেন অমৃত বৰষি গ'ল
অহিংসাৰ পতাকা তলত
সংগ্ৰাম সফল হ'ল
কৰ্মবীৰৰ, বাগ্মীবৰৰ লোকপ্ৰিয়ৰ
সাধনাৰ জয় হ'ল
মুক্ত স্বদেশে বন্দনা গায়
তোমাৰ বৰেণ্য বীৰ।।

★★

## নিচুকনি গীত কোনে গায়

নিচুকনি গীত কোনে গায়?
'আমাৰে মইনা শুব এ...........
বাৰীতে বগৰী ৰুব এ'
কোনে গায়? কোনে গায়?
সেয়া আমাৰ আই আমাৰ
যুগমীয়া আই
ধূপৰ শৰাই দি
ফুলৰ শৰাই দি
গধূলি বেলিকা
গোসাঁই ঘৰত গৈ
কোনে নাম গায়?
"ৰাম হে করুণাময়
হৰিহে করুণাময়
তযু পদ কমলে
আমাক দিয়া ঠাই"
সেইজনী আইতা
সেয়ে মোৰ আই।।

★★

## নুবুজো তোমাৰ মায়া হে প্ৰভু আমি

নুবুজো তোমাৰ মায়া হে প্ৰভু আমি
নুবুজো তোমাৰ লীলা
ঘৰতো ঠাই নাই বাটতো ঠাই নাই
আশ্ৰয় ক'তেনো দিলা।।
কিনো জুই লগা আমাৰে কপাল
য'তে ভৰি থওঁ কঁপে
লখিমী দিনৰে কত সৌৱৰণি
উটি যায় চকুলোৰ সতে
অতকৈ যাতনা কিয় দিছা প্ৰভু
শান্তি ক'তেনো থ'লা।
শুনিছো হে প্ৰভু জীৱৰে দুখকে
তুমি হেনো দূৰ কৰা,
সহিব নোৱাৰো এনুৱা যাতনা
কিয় প্ৰভু মোক দিলা
এখনি করুণা দিয়া প্ৰভু মোক
পাৱতে শৰণ দিয়া।।
(কথাছবিৰ গীত)

★★

# নকওঁ আমি কেতিয়াও লিখা-পঢ়া নাই

নকওঁ আমি কেতিয়াও
লিখা-পঢ়া নাই
লিখা পঢ়াৰ পণ
ল'লো আমি ভাই
আমি জানো দেৰি হ'লেও
একো কথা নাই।।

দেৰি হ'লেও খাওঁ আমি
প্ৰতিদিনে ভাত
দেৰি হ'লেও শোওঁ আমি
ৰাতি বিছনাত
আৰম্ভণিত দেৰি হ'লেও
কোনো কথা নাই
শিকিম, বুজিম আমি
সেয়ে লাভ ভাই।।
শ্ৰীমন্ত শঙ্কৰদেৱে
বাৰ বছৰত
লিখা পঢ়াৰ আৰম্ভ কৰে
ৰাখিবা মনত।।
সিজনাই হৈছিল অগাধ পণ্ডিত
ই কথাই হৰষিত কৰি যায় চিত।।
কোনে জানে সেই ভাগ্য
আমাৰোবা আছে!
শিকা, লিখা ততালিকে
মন আশাত নাচে।।

★★

# নিচুকণি গীত কোনে গায়(১)?

'আমাৰে মইনা শুব এ....
বাৰীতে বগৰী ৰুব এ'
কোনে গায়? কোনে গায়?
সেয়া আমাৰ আই আমাৰ
যুগমীয়া আই
ধূপৰ শৰাই দি
ফুলৰ শৰাই দি
গধূলি বেলিকা
গোসাঁই ঘৰত গৈ
কোনে নাম গায়?
ৰামহে করুণাময়
হৰিহে করুণাময়
তযু পদ কমলে
আমাক দিয়া ঠাই
সেইজনী আইতা
সেয়ে মোৰ আই
বিহু হ'লে আখলত
চিৰা-পিঠা ভাজি কোনে
আমোলে মোলাই
সেয়া মোৰ আই অ'
সেয়া মোৰ আই।

★★

# নিচুকণি গীত কোনে গায় (২)?

নিচুকণি গীত কোনে গায়?
'আমাৰে মইনা শুব এ...
বাৰীতে বগৰী ৰুব এ'
কোনে গায়? কোনে গায়?
সেয়া আমাৰ আই আমাৰ
যুগমীয়া আই
ধূপৰ শৰাই দি
ফুলৰ শৰাই দি
গধূলি বেলিকা
গোসাঁই ঘৰত গৈ
কোনে নাম গায়?
'ৰাম হে করুণাময়
হৰিহে করুণাময়
তয়ু পদ কমলে
আমাক দিয়া ঠাই'
সেইজনী আইতা
সেয়ে মোৰ আই।

★★

## প্ৰেৰণাৰ ফুল নিজেই সিঁচিবা

প্ৰেৰণাৰ ফুল নিজেই সিঁচিবা
মন হ'লে ভীৰু, ক্লান্ত
শীতৰ ৰিক্ত ডালতে গোপনে
থাকে বসন্তৰ মন্ত্ৰ।।
হেমন্তৰ নদী শীৰ্ণ কায়াৰ
বহাগত টলমল
আজি অচেতন যি আছে মন
জাগিলেই জ্বলমল
বিচাৰি ল'ব জানিব লাগিব
মৃত্যু বিজয়ী ছন্দ।।

★★

## প্ৰেমৰ নামেই শিহৰণ নেকি

ছো ঃ প্ৰেমৰ নামেই শিহৰণ নেকি
তোমাক দেখিহে বুজিলো
ল ঃ ফাগুনৰ আছে অত ৰং ৰূপ
তোমাক দেখিহে জানিলো
ল ঃ তোমাৰ বনত উৰেনে বাৰু
মোৰ মৰমৰ পখিলা?
ছো ঃ পখিলা নহয় উৰিছে চাগৈ
গুণ গুণ বন ভোমোৰা
একেলগে ঃ ফুলৰ পাপৰি পৰিছে উপচি
আমাৰ পথত জানিলো
ছো ঃ মৰমৰ মউ নিজৰি নিজৰি
সুগভীৰ নৈ হ'ব
ল ঃ সেই নদীখনি ছন্দে ছন্দে
সাগৰলৈ বৈ যাব
একেলগে ঃ সেই কথাটি হৃদয়ে হৃদয়ে
দুয়ো আমি বুজিলোঁ।।

★★

# প্ৰেমৰ নাম কি পদ্ম গন্ধ?

প্ৰেমৰ নাম কি
পদ্ম গন্ধ?
প্ৰেমৰ নাম কি
আকাশ?
বিৰহৰ নাম ধূ ধূ মৰু
বিৰহ তপ্ত বতাহ।
লাজৰ নাম কি ৰক্ত পলাশ
সকলো ঋতুতে ফুলে
অভিমানো ঢউৰ দৰেই
উঠি নামি উঠি থাকে
আশা এনেকুৱা জীৱন পথত
কেতিয়াও নহয় নিৰাশ।।
এই অনুভৱ ফুলৰ দৰেই
তোমাৰ হাতত দিলোঁ
এখানি স্বপ্ন তোমাতেই পালোঁ
গানে গানে কৈ গ'লোঁ
তুমিও ভাবানে এনেদৰে বাৰু
দিয়াচোন এখানি আভাস।।

★★

# প্ৰেম কি ৰজনী গন্ধা

প্ৰেম কি ৰজনী গন্ধা
প্ৰেম কি পদ্ম গন্ধ
প্ৰেম যে এটি শিহৰণ
জীৱন জগোৱা ছন্দ।।

প্ৰেম কি সুগভীৰ এক নৈ
চিৰদিন থাকে যে সি বৈ
পোহৰত, আন্ধাৰত
জীৱন জগোৱা ছন্দ।।

প্ৰেম কি পলাশৰ এটি ফুল
তাৰ নাম হয়তো এটি ভুল
হওক ভুল ফুলৰে লগণত
ই যে জীৱন জগোৱা ছন্দ।।

★★

# প্ৰজাপতি আজি মন

প্ৰজাপতি আজি মন
ফাগুনৰ এই বন উন্মন, উন্মন
অপৰূপ এই ক্ষণ
মায়াময় দুনয়ন সপোন মগন।
বনৰীয়া জুৰিটিৰ
উচ্চল সুঁতিটিৰ
আমি যেন ছন্দ
দুখনি ডেউকা মেলি
উৰি যায় উৰি যায় মনৰ বিহঙ্গ
হৃদয়ত জাগে আজি
মঞ্জৰী মায়াৰে ভৰা
মিঠা শিহৰণ।।
বৰ্ণালী ভৰা আকাশ আমাৰ
ফুলৰ সুৰভি আমাৰ
ফাগুনৰ যেন সকলো আশীষ
আমালৈ উপহাৰ।
মন যায় হওঁ আজি
ৰ'দ-ছায়াৰ দোলনাতে
পলাশৰে ৰং
মন যায় দিওঁ আঁকি
ৰদালিৰ ৰং আনি
কপালতে পণ
মধুৰ নিবিড়তা
জীৱন সুবাস ভৰা মদিৰ লগন।

**

# পলাশ ৰাঙলী ওঁঠেৰে

পলাশ ৰাঙলী ওঁঠেৰে হাঁহিলা
বাটৰ কুঁৰলি মচি
নতুন পুৱাতে দেখা দিলা আহি
অপৰূপা সাজে সাজি।।
তোমাৰ বিহাৰ কেঁচ লাগি ৰ'ল
শিমলুৰ ডালে ডালে
তোমাৰ দেহৰ সুৰভি সিঁচিলা
কাঞ্চন ফুলে ফুলে
ৰঙা কুঁহিপাতৰ দোলাৰে নামিলা
কোন ৰাজকন্যা আজি।।
সোণালী ৰ'দেৰে দিয়া বিয়পাই
পছোৱা বতৰা এটি
ফাগুন আহিল, ফাগুন আহিল
মন ৰিঙা কৰা ৰাতি
চিলা কৰি মন উৰাবা নমাবা
আঁচলেৰে জৰি গাঁথি
কোন ৰাজকন্যা আজি।।

**

## পোৰাটো সঁচানে

পোৰাটো সঁচানে হেৰুওৱাটো সঁচা
উচুপি সোধে জীৱনে
দুয়োটাই সঁচা কয় হাঁহি হাঁহি
কৃষ্ণা দ্বিতীয়াৰ জোনে।।
প্ৰেমৰ কাৰণে জীৱন লাগেনে
জীৱনৰ বাবে প্ৰেম
নিয়মৰ বাবে জীৱন থাকেনে
সজাত বন্দী যেন
জীৱনৰ বাবেহে নীতি আৰু প্ৰেম
ক'লেহি গোপন মনে
দুয়োটাই সঁচা কয় হাঁহি হাঁহি
কৃষ্ণা দ্বিতীয়াৰ জোনে।।
হাঁহিৰে ফুলেনে জীৱনৰ ফুল
অশ্ৰুৰে উঠে ফুলি
পোহৰে জ্বলায় জীৱনৰ দীপ
নে বতাহে দিয়েহি জ্বালি
বুজা-নুবুজাৰ দোমোজাতে থাকে
জীৱনৰ যত মানে।।

**

## পৰেনে মনত আকুল নিজান নদী তীৰ

পৰেনে মনত আকুল নিজান নদী তীৰ
গাইছিলো সেই সুৰ মনৰ কথাৰে নিবিড়।।
জোন পৰিছিল দূৰৰ বনত ঢলি
তোমাৰ চকুত অশ্ৰুল জিলিমিলি
হিয়াত জাগিল অফুট বেদনা ধ্বনি
শেষ হোৱা সপোন (গভীৰ) ৰাতিৰ।।
আজি তোমাৰ অচিনা চকুত
কিহৰ ছায়া
সুদূৰ দিনৰ তাত নাইনে হাঁহিৰ
নাইযে মায়া।।
কিয় আজি এনে কোৱা ক'ত সেই গান
হ'ল নেকি তেনেহ'লে বং অৱসান
আছে যি বাকী এৰি দূৰলৈ যাবা
আঁতৰাই দান সি স্মৃতিৰ।।

**

## প্ৰভু মই কিনো পাপ কৈলোঁ

প্ৰভু মই
কিনো পাপ কৈলোঁ
গুৰু মই কিনো পাপে কৈলোঁ
মাণিকৰ বেহাত কিয়
ডিঙৰা বুৰালোঁ।।
কাঁচ পালো বাটে বাটে
তাক নেবেহালোঁ
সাগৰ তলিত থকা
মুকুতা চিনিলোঁ
তাতে কিনো পাপে কৈলোঁ
জীৱনৰে ডিঙাখনিৰ
হেঙুলীয়া বৈ
নিয়তিৰে কুটিল হাঁহি
তাৰে আঁৰত বৈ
বিনাদোষত সৰগৰ ধন
পাই হেৰুৱালোঁ।।
গধূলিৰে চিতাখনিত
দিন জ্বলি শেষ
শোকৰে চিতাত জ্বলে
দেহৰ অৱশেষ
বিচাৰৰ মায়া তোমাৰ
একো নুবুজিলোঁ।
(কথাছবিৰ গীত)

★★

## পুৱাই দেখোঁ নীলা আকাশ

পুৱাই দেখোঁ নীলা আকাশ
পোহৰৰে বেলি
বিতোপন দেশখনি
যেন আছে ফুলি।।

নৈ আমাৰ, জুৰি আমাৰ
পাহাৰ সেউজীয়া
দুপৰৰে ৰ'দতে যেন
সোণ বৰণীয়া
সন্ধিয়াতে ঋপোৱালী
জোন উঠে জ্বলি
বিতোপন দেশখনি
যেন থাকে ফুলি।।

পকাধানৰ সুৰভিত
মন ভৰি যায়
এই দেশখনিয়েই
মোৰ আই, আই
সেৱা কৰোঁ শতবাৰ
মোৰ আই বুলি।।

★★

## পলাশ বনতে হিয়াযে পখিলা হ'ল

পলাশ বনতে হিয়াযে পখিলা হ'ল
দুটি নয়নৰ দুখনি ডেউকা
যেনি তেনি উৰি গ'ল
শুকান বাঁহৰে লেকেচি আগ
আগচি নধৰা দুৰণি বাট
লঠঙা ডালতে জীৱনৰে হাঁহি
কেনেকৈ ওলমি ৰ'ল।।
মাটিৰ বুকুৰ কত যে বন
শেঁতা পৰা মন ধুসৰে ৰং
সেই বনে ক'লে পলাশৰ পৰা
শিখা খুজি আনি জুই জ্বলাবৰে হ'ল
পলাশ বনতে হিয়াযে পখিলা হ'ল।।

**

## পূজা আহিল পূজা আহিল

পূজা আহিল পূজা আহিল
ৰিহিনাৰিণ, ৰিহিনাৰিণ।।
মাদল বাজে দূৰণিত
ৰিহিনাৰিণ, ৰিহিনাৰিণ।।
নাচে দেহে
নাচে মনে ৰঙৰ মেলাত
দোলা লাগে
লাগে দোলা
শিহৰ মায়াত
আহা ........ আহা..........
কহুঁৱাৰে ফুল
হায় হায়
আজি বিয়াকুল
জোনৰ জোনাকেও নাচিছে
ভবিৰে নেপূৰত
উঠে কিনো সুৰ
মহুৱাৰে মায়া ওপচে।
ঝুমুৰ নাচো
একেলগে পূজাৰ দিনত
জবা ৰঙা শাৰী পিন্ধি
শ্যামল দেহত
জবা ফুলৰ
মালা পিন্ধি
সেউজী বনত।।

**

## প্ৰলয় ডঙ্কা বাজে কেউদিশে

প্ৰলয় ডঙ্কা বাজে কেউদিশে
ভালেই হ'ল
তাণ্ডৱ নৃত্য, কঁপে বসুমতী
ভালেই হ'ল
হয় জীৱন নহয় মৰণ বিচৰাৰ শেষ সময় হ'ল
আধা জী থাকি পঙ্গুৰ দৰে
কৰিমে কি
টিমিক ঢামাক চাকিৰ দৰে
আন্ধাৰ দি
কাল ধুমুহাৰ কষটি শিলত
সোণ নে পিতল চিনিবৰ হ'ল।।
বজ্ৰ বিদ্যুৎ গৰ্জনে যদি
খুৱায় ভয়
মানুহ বুলি চিনাকি দিয়াৰ
মানে কি হয়
সৰাপাত হৈ উটি যাওক তেনে
কালৰ বুকুত আহিলে ঢল।।

**

## প্ৰাণৰ প্ৰণতি জনাওঁ তোমাক

প্ৰাণৰ প্ৰণতি জনাওঁ তোমাক
দোৱাও সহস্ৰ শিৰ
হে চেতনা, হে প্ৰেৰণা
জাতীয় মহান বীৰ
পৰাধীনতাৰ অন্ধকাৰত
সূৰ্য উপাসনাৰ
মন্ত্ৰ শিকালা ভীৰু কণ্ঠত
বিজয়ৰ পণ লোৱাৰ
তোমাৰ অমোঘ সাহসে জাতিৰ
প্ৰতিজ্ঞা কৰিলে স্থিৰ
হে জাতীয় মহানবীৰ
দৃপ্ত বলিষ্ঠ তোমাৰ বাণী
প্ৰেৰণা প্লাৱন হ'ল
অহিংসাৰ পতাকা তলত
সংগ্ৰাম সফল হ'ল
মুক্ত স্বদেশে বন্দনা গায়
তোমাৰ বৰেণ্য বীৰ।।

**

# পোহৰৰ বাবে কৰিলে সাধনা

(প্ৰভাতী বন্দনা)

পোহৰৰ বাবে কৰিলে সাধনা
গোটেই ৰাতিয়ে নীৰৱে
সেই প্ৰাৰ্থনাৰ উত্তৰ হৈ
আহিলা সুন্দৰ সৰবে
বন ভোমোৰাৰ গুন গুননিত
পুৱাৰ পখীৰ আৰাৱত।।
পোহৰ উজ্বল সফল দিনটি
আমালৈ লৈ আনা
সুমধুৰ সুৰে উঠক বাজি
সকলো প্ৰাণৰ বীনা
সকলো নিৰাশা আঁতৰি পলাওক
পোহৰৰ মধু পৰশত।।

**

# পাহাৰৰ জুৰিটি

পাহাৰৰ জুৰিটি
পিৰীতি সাৰটি
মিলিব ভৈয়ামৰ জানত
টলমল পানীৰে
এখনি নৈ হৈ
মিলিব আমাৰে প্ৰাণত।।
শুনি দূৰৰে পেঁপাৰে
মিঠা সুৰীয়া সুৰকে
ৰাইজাই কৰিছে মন,
আজি বুকুৰে মাজতে যে
এয়া জিলিকি উঠিছে যে
কেতেকী ফুলৰে ৰং।
মই পিৰীতি পাহাৰৰে
তই পিৰীতি ভৈয়ামৰে
দেহাত পিৰীতিৰে সাজ
পখিলা নচাদি নাচ।।
জান ঐ জান জান ঐ জান
শুনিলে ঢোলৰ মাত
জান ঐ জান জান ঐ জান
শুনিলে পেঁপাৰ মাত
কনজুই জ্বলে যে গাতে কি তৰা দৈ
তোমাকে লগত লৈ
ৰঙৰ গীতকে গাওঁ
পাহাৰৰ তৰা নৈ থাকেনে ভৰি ঐ
অ' ৰঙে ৰঙা দৈ
বাৰিষাৰ দিনতহে পাৰ ভাঙি বয়
অ' ৰঙে ৰঙা দৈ
লাহে লাহে কৈ চকুত চকু থৈ
ৰঙৰ গীতকে গাওঁ।।
পাহাৰৰ মইনা যাব পাহাৰলৈ
বৈয়া কি বৈয়া বৈ
বিৰিনাৰ বুকুতে মৌ মাত এৰি থৈ
ক'লা কি কথা ঐ
আৰু কি আহিব ঘূৰি কি মইনা জান
কলিজাত একুৰা জুই।।

**

## পাখি মেলি উৰি যায়

পাখি মেলি উৰি যায়
পুৰণি বছৰ
স্মৃতি ভৰা গান গাই গাই
নতুন বছৰ আহে
প্ৰতিশ্ৰুতি লৈ
আশা আৰু সপোন ভৰাই
আকাশ মানে ৰামধেনু
ৰঙীন পোহৰ।।

**

## পথৰ ৰচনা যদি শেষ হয়

পথৰ ৰচনা যদি শেষ হয়
শেষ হৈ যাব গতি
যাত্ৰা পথত ক্লান্তি নামিলে
যাত্ৰাৰে হ'ব যতি।।
জীৱনৰ মোহ যদি শেষ হয়
শেষ হ'ব য'ত স্বপ্ন
স্বপ্ন নেপুৰ শেষ হৈ গ'লে
ধৰা হ'ব জড়, মৌন
শেষ হৈ যাব গতি
পথে পথে ফুলা বনফুলে কয়
সুৰভি হেৰোৱা নাই
প্ৰাণৰ পাপৰি পথত সিঁচিলে
গতিত জেউতি পায়
যাত্ৰাৰ নহয় যতি।।

**

## ভাত পখীৰ গীত হৈ

প্ৰভাত পখীৰ গীত হৈ
জগামে তোমাক প্ৰভাততে
আই, পুঁৱতীৰ মলয়া হৈ
চোৱৰ বুলাম চৰণতে।।
টুপ্ টুপ্ নিয়ৰ হৈ
ধুৱাম তোমাৰ দুটি চৰণ
শিমলু পলাশৰ পাহি হৈ
সানিম চৰণতে ৰঞ্জন
কুসুমৰ সুগন্ধ হৈ
যাচিম ফুলৰ সুৰভিকে
আই, তোমাৰ ৰঙা চৰণতে।
মোৰ আই, জন্মভূমি মৰমৰে
মোৰ আই, মহাতীৰ্থ জীৱনৰে
নদীৰ কুলুকুলু সুৰ হৈ
বন্দনা গাম তোমাৰে
সন্ধ্যাৰ সহস্ৰ তৰা হৈ
বন্তি জ্বলাম থাপনাতে
মোৰ দেশ, মোৰ স্বদেশ
জীৱন দি পূজিম তোমাকে।।

**

## প্ৰতি পলকক কৰি যাম শুভ লগ্ন

প্ৰতি পলকক কৰি যাম শুভ লগ্ন
নয়নক কৰি মধু সপোনত মগ্ন।।

শত বেদনাৰে হৃদয় হ'লেও ভগ্ন
মনৰ দেউল হ'লেও শতধা দীৰ্ণ

ধূলিৰ ধৰাত জোনাক সিঁচাৰ স্বপ্ন
বেদনাৰ মৰু হাঁহিৰে শ্যামল পূৰ্ণ।।

আঁতৰিব শত জীৱন বিয়পা দৈন্য
উজ্বলিব প্ৰাণ হেৰাব অযুত শূণ্য।।

**

## প্ৰতিশ্ৰুতি তুমি আগত দিনৰ

অৰূপ তোমাৰ কান্তি
প্ৰাণৰ শিখা কৰাতো তোমাৰ
এগচি আকাশ বন্তি।।
প্ৰদীপৰ শিখা জ্বলে ঘৰে ঘৰে
আকাশ বন্তি নাই

আকাশৰ দৰে বিশাল উদাৰ
হিয়াৰ পোহৰ নাই
কাগজৰ ফুল হোৱাৰ গ্লানিত
থাকেনে মনৰ শান্তি?

এপাহ সঁচা ফুল হৈ ফুলা
ফুলাৰ বতৰ এয়া

নিয়ৰ হৈ সজীৱ কৰাকে
মৰুৰ দগ্ধ হিয়া

মানবীয়তাৰে পোহৰাই তোলা
এক সাঁথৰৰ ক্ৰান্তি।।

**

# পৱিত্ৰ হওক

**(মূলভাৱঃ Our Father অৰ পৰা)**

পৱিত্ৰ হওক তোমাৰ নাম
আমাৰ সৰগৰে পিতা।
সৰগৰে দৰে ধৰা পূণ্য ধামে কৰা।
ইচ্ছা তোমাৰ পূৰ্ণ কৰা
সৰগৰে পিতা। — আমেন

দিনৰ আহাৰ করুণাৰে
আমাক তুমি দিয়া।।
সৰগৰে পিতা।
যেনেকৈ আনৰো দোষ ক্ষমা কৰোঁ আমি।
তেনেকৈ আমাৰো দোষ ক্ষমা কৰা তুমি।।
সৰগৰে পিতা। – আমেন

পৰীক্ষা নকৰা প্ৰভু, উদ্ধাৰা, উদ্ধাৰা।
অশুদ্ধতা, কলুষতা আঁতৰাই ৰাখা।।
সৰগৰে পিতা। – আমেন।।

**

# প্ৰভু মোকে কৰা

**(মূলভাৱঃ Make me a channel of your peace অৰ পৰা)**

প্ৰভু, মোকে কৰা তোমাৰ শান্তিৰে বাহক
প্ৰভু, তোমাৰ সেৱাৰে সেৱক।।
প্ৰেমৰে বাণীকে বিলাম য'তে ঘৃণা তাতে
ক্ষমাৰে পোহৰে বিলাম য'তে হিংসা তাতে
সন্দেহৰ থলতে বিলাম বিশ্বাসৰে বাণী
নিৰাশাৰে অন্ধকাৰত আশাৰ সঞ্জীৱনী
অন্ধকাৰৰ মাজত জ্বলাম পোহৰৰে শিখা
বিষাদৰ মাজলৈ আনিম আনন্দৰে ৰেখা।।

প্ৰভু, মোকে কৰা তোমাৰ শান্তিৰে বাহক
প্ৰভু, তোমাৰ সেৱাৰে সেৱক।।

সান্ত্বনা নেলাগে মোক, সান্ত্বনা বিলামে
মোক বুজিব নেলাগে আনকহে বুজিমে
নেলাগে মোক ভাল পাব, মই ভাল পামে
দিব পাৰিলেহে প্ৰভু, ঘূৰাই আমি পামে।।
ক্ষমা দিলে ক্ষমা পামে মৃত্যুৰে জীৱনে
তোমাৰ শান্তিৰে বাহক,
প্ৰভু, তোমাৰ সেৱাৰে সেৱক,

প্ৰভু, মোকে কৰা তোমাৰ শান্তিৰে বাহক
প্ৰভু, তোমাৰ সেৱাৰে সেৱক।।

**

# প্ৰেমতো নহয় বন্ধন

প্ৰেমতো নহয় বন্ধন
প্ৰেম যে মুক্ত বতাহৰ দৰে
ই যে মায়াবী গুঞ্জন।।
প্ৰেম যে পখিলা পাখিৰ ৰং
চুলেই শেষ হয় শুদ্ধ
প্ৰেম যে সৰগী পোহৰৰ দৰে
জীৱনক কৰে মুগ্ধ
শিকলিৰে প্ৰেম নাবান্ধিবা প্ৰিয়া
ই যে অৱয়বহীন জাগৰণ।
প্ৰেম যে অৰূপ শক্তি
এগছি অখণ্ড বন্তি
নহয়, নহয় ক্ৰন্দন
মনত দিয়ে যে মধুৰ শান্তি
প্ৰেমতো নহয় বন্ধন।।

**

# প্ৰথম দেখাৰ মধুবেলা
## (যুগ্মগীত)

ল'ৰা- প্ৰথম দেখাৰ মধুবেলা
মনত আছে জানো লিখা
সেই কথাটি কবানে?
ছোৱালী-অনুৰাগত সেইদিনা
হিয়া জানো কঁপিছিলে
সেই কথাটি কবানে?
ল'ৰা- মনৰ বনত সেইদিনা
ফাগুণ আহি দোলা দিলে
অচিন সুৰভি সানি
জোনাক আহি উপচিলে
ছোৱালী-তোমাৰ চাৱনিতে মনৰ
প্ৰথম পলাশ ফুলিছিলে
সেই কথাটি জানানে??
ল'ৰা- মনৰ বনত কাৰীয়া
কপৌৰ কুৰুলি শুনিছিলো
সেই কথাটি জানানে??
ছোৱালী-গোপন নিবিড় যাদু লাগি
কামধেনু উজলিলে
সেই কথাটি জানানে?
ল'ৰা- বুজানে?
ছোৱালী-জানানে?
ল'ৰা- কবানে?
ছোৱালী- কবানে?

**

## ফাগুণৰে বা বলে লিহিৰি লিহিৰি

ল'ৰা ঃ ফাগুনৰে বা বলে লিহিৰি লিহিৰি বনতে
কিয় বাৰু মৌ সৰে কাৰোবাৰে কথাতে
চিনাকি পিৰীতি ৰাগিতে
ছোৱালী ঃ যা লাজো নাই কথাতে।।
ল'ৰা ঃ তোমাৰ চকুত আজি দেখো ফুল ফুলাৰ
বতৰা?
ছোৱালী ঃ ফাগুণ হ'লেই ফুলে যে ফুল কিয় উৰে
ভোমোৰা?
যুগ্ম ঃ যাদু লাগি ফাগুণৰ মনৰ লাহি পাহিতে
ল'ৰা ঃ লাজুক লাজুক তোমাৰে খোজ কঁপে কিয়
উলাহত?
ছোৱালী ঃ বনৰীয়া লাহি জুৰি ভৰে কিয় আহাৰত?
ছোৱালী ঃ যাদু লাগি মৰমৰ নজনাকে মনতে।।
(কথাছবিৰ গীত)

★★

## ফাকুৰে দিন আহিল

ফাকুৰে দিন আহিল
ৰঙৰে দিন আহিল
ফাকু খেলো আহাঁ আহাঁ দুহাতেতে লৈ।
ৰঙ ৰঙ কত ৰঙ
আকাশে বতাহে ৰঙ
ৰঙৰে ভৰিছে মন বহুৰঙী লৈ।
বৃন্দাবনতে গোপীয়ে গোসাঁইকে
দিছিল ফাকুযে আজিৰে দিনতে
এনেকৈ এনেকৈ ৰঙতে আকুল হৈ
ৰঙতে আকুল হৈ আবীৰকে লৈ।।
ফাঁকু পৰি তিৰিবিৰি কৰে শ্যাম কানু
বসন্ত ৰাগেৰে বাজে কানুৰ মোহন বেণু
বিকশিত বনে বনে উৰে পুষ্প ৰেণু
গোপী সবে কৰে নৃত্য নেপুৰ ৰুণু-জুনু।।
ৰাধা হ'ব কোন যি পূৰ্ণিমাৰ জোন
দেহতে নাচোনে মনতে নাচোনে
ৰুণু জুনু ৰুণু জুনু ৰুণু জুনুকৈ।
ফাগুনৰ বন দোলে
দোদোলে মন দোলে দোলে
আমি হোলী গাওঁ।।
(কথাছবিৰ গীত)

★★

# ফাগুণ কিয় আহিল

(যুগ্ম গীত)

ফাগুণ কিয় আহিল
ফুল কিয় ফুলিল
কওঁ কওঁ বুলি কথাটি নোকোৱা যদি
ফুলাৰ বতৰ আহিল ফুল সেয়ে ফুলিল।
খুজি নুবুজিলে কোনেবা বুজাব আজি
চকুত সপোন তুলি দিলা
মনত গোপন ৰহণ দিলা
কিয় তুমি দিলা।।
জীৱন কিয় জাগিল
হৃদয় কিয় ভৰিল
লাজ লাজ কৰি দূৰতেই যদি
মন ফুলনিত ফাগুনৰ
লাজ লাজ কৰি দূৰতেই ৰ'লা যদি।।
লাজৰ কাজল তুমি দিলা
পথৰ বুকুত সিঁচি দিলা
তুমি কিয় দিলা?
জীৱন আজি জাগিল
হৃদয় আজি ভৰিল।।

(কথাছবিৰ গীত)

★★

# ফুলৰ বতৰ যেতিয়া আহে

ফুলৰ বতৰ যেতিয়া আহে
চৰাইৰ গানৰ বতৰ
তোমালৈ বৰ মনত পৰে
সুবাস দূৰৰ বনৰ।
ডেউকাত লৈ উৰাৰ বতৰা
ৰাধাৰ পাহাৰ ভাঙি
উৰি যাম যেন উৰি যাম যেন
পাৰ হৈ বন, নদী
আলফুল কৰি হাতত ল'ম যেন
বন কেতেকীৰ পোহৰ।।
প্ৰেম মানে যদি শিহৰণ হয়
সেই শিহৰণ তুমি
জোনৰ পোহৰ পৰি টল্ মল্
কৰিছে জীৱন নদী
তুমি আশ্ৰয় চন্দন তৰু
তুমি সুৰুযৰ পোহৰ।।

★★

## ফাগুনৰে পদূঁলিতে কত

ফাগুনৰে পদূলিতে কত
ৰং সৰি থাকে হৃদয়ৰে
পলাশৰে বননিতে
ফাগুনৰে পদূলিত
কথা দিলো মৰমতে
আলফুলেকৈ
প্ৰতিক্ষণে অনুক্ষণে
তোমাকে বিচাৰে মনে
আহাঁ আহাঁ সুৰ এটি হৈ ঐ
মধুৰ মধুৰ মায়া হৈ
সপোন অঁকা হাঁহি হৈ
আহাঁ আহাঁ তুমি এবাৰলৈ
গীতে গীতে কথা হ'লোঁ
মন যে গোপনে দিলোঁ
আহাঁ এটি বনগীতে হৈ
অবুজ অবুজ ৰাগি হৈ
ৰ'দ ছায়াত খেলিম গৈ
বিৰিণাৰ আঁৰতে ৰৈ
শিহৰণত পমি গৈ।।

**

## ফুল কি কেৱল ফুলে

ফুল কি কেৱল ফুলে
লাহেৰে আহিলে ফাগুন
বাৰিষা কদম ফুলে
দেখে কি সপোন বাৰু
দেখে কি সপোন?
ডাৱৰে ডাৱৰে আহি
উঠিলে আকাশ ভৰি
ময়ুৰী পেখম ফুল
ধুলে যে পেখম ধৰি
ৰং সানি আকাশৰে
হৃদয় কৰিছে আপোন
দুখৰ মৰমে যদি
চোৰেহি হৃদয় আহি।।

**

## ফাগুনত ফুলিলে ৰূপহী মদাৰ ঐ

ফাগুনত ফুলিলে ৰূপহী মদাৰ ঐ
শিমলু ফুলিলে চ'তত
পিৰীতি ফুলনৈ নেলাগে বতৰ ঐ
ফুলি ৰয় বাৰেটি মাহত।।
আগলি বতাহত হালিলে জালিলে
বিৰিণাৰ লিহিৰি পাত
ইমাননো মিঠা মিঠা ক'লে কোনে কথা
কুলিনে মইনাৰ মাত
হীৰা নে সোণ মুকুতা
তুমি মোৰ অ গলপতা
বুকুতে থ'ম লুকুৱাই
চোৰে নিয়াৰ ভয়ে নাই।।
বাটত কেনে কৰি হ'বা লগ চেনাই ঐ
শতৰুৰ পথালি চকু
মাৰাক সুধিমগৈ পিতাৰাক সুধিমগৈ
ভয় নাই সাহিয়াল বুকু।।
মোকে নিব খোজা তুমি যে পিলিঙা
কিমানৰ ঢুলীয়া চাওঁ
নাচনীৰ ছেৱকে মাৰিব নেজানা
ঘৰলৈ উভটি যাওঁ।।
আমে পাত সলালে জামে পাত সলালে
গছেও সলালে পাত
নাচনীৰ মনটো সলালে কোনোবাই
দি গ'ল কেটেৰা মাত।
অ নাজিতৰা নাহো আজিৰ পৰা
মেল ছিঙিদিয়া যাওঁ।।

**

## ফুলৰ এই মেলাতে

ফুলৰ এই মেলাতে
পখীয়ে গীত গায়
মৌমাখি গুণ্ গুণ্
সুৰ তোলে বীণাত
তাকে দেখি সখিয়তি
না ধিন্ ধিনা
তবলা বজায়
মইনাই আনন্দতে
স্বৰগম গায়
গা পা পা পা
গা পা ধা নি .......
লাজে লাজে ময়ূৰীয়ে পেখম মেলিছে
তাতা থৈয়া থৈয়া কৈ তাতা থৈ নাচিছে
বসন্ত মেলাতে বুলবুলি গীত গায়
কুউ কুউ কুলিয়ে মিঠা মিঠা সুৰে গায়
মইনাই আনন্দতে স্বৰগম গায়
গা পা..................
সেইসুৰে ভোমোৰাই মাতাল হ'ল যে
ফুলে ফুলে দুলি দুলি আকুল হ'ল যে
সুৰে সুৰে চন্দনা গায় মাথো
তা ৰা না
ড্ৰিম তা না না না
ড্ৰিম তা না না না।।

**

## ফুলি উঠাৰ বতৰ এয়া

ফুলি উঠাৰ বতৰ এয়া
ইঁহাৰ বাবেই লগণ এয়া
কন্দাৰ সময় নাই
চিক্‌মিক্ চিক্‌মিক্
বিজুলী হৈ
দুদিনীয়া সপোন থৈ
জীৱন গুচি যায়।
বৰষাৰ দৰে
পূৰ্ণ কৰা
যুগৰ ৰিক্ত মন
ফাগুনৰ দৰে
ফুলাম কৰা
হৃদয়ৰ প্ৰাঙ্গণ
জীৱনৰে পলাশ ৰঙা
দিন গুচি যায়।।
গতিৰ ঊকি দূৰত সেয়া
পণ কৰাৰ সময় এয়া
ৰ'বৰ সময় নাই
জিৰ্ জিৰ্ জিৰ্ জিৰ্
বতাহ জাকে
কেঁচা ধানৰ থোকে থোকে
ৰহন ছটিয়াই দি
তাকে সৌৰঝায়
মুখৰ কৰা স্তব্ধ প্ৰহৰ
প্ৰাণৰ সুৰেৰে
কাঁইটতে উঠা ফুলি
বুকুৰ তেজেৰে
জীৱন প্ৰেৰণা থাকে আশাতে লুকাই
এই মাটিতে লুকাই।।

**

## ফুল ফুলিবৰ বতৰ আহিল

এ ফুল ফুলিবৰ বতৰ আহিল
বা ৰিব ৰিব ৰিব বতাহে বলিল,
ৰ'দৰ কোলাত ডাৱৰ উমলিল
এই শিৰিষ বনত পখিলা উৰিল
জোন বৰণী বন নিজৰা নাচা গীত গাই।
কোন দূৰণিৰ পাহাৰী পখীৰ
ৰিণিকি ৰিণিকি সুহুৰি আহিল,
উগুলে থুগুলে হৈ বিয়াকুল
আমাৰ লগৰীৰ মনটি কম্পিল
নাই নাই নাই নহয় পখিলা উৰিল।।
এ বা ৰিব ৰিব বতাহে বলিল
মনযে উৰাৰ বতৰে আঁহিল
অ বন হৰিণী দেও দি দি নাচা জপিয়ায়।।
কোন দূৰণিৰ..............।।

**

## ফাগুনে কি যাদু জানে

ফাগুনে কি যাদু যানে
কুলি উতলা হয়
গানে গানে
পলাশৰ জুই জ্বলে যেন
বনে বনে
ফাগুনে কি যাদু জানে
শিমলুৰ ৰঙীন হাঁহি
মদাৰৰ তেজ ৰঙা
সৰে পাহি
ফাগুনে কি মায়া জানে
মায়াময় কৰি দিয়ে
ৰূপে গানে
কুলিৰ মাত ইমান আকুল
বসন্ত হ'ল যে ব্যাকুল
বনে বনে
ফাগুনে কি মায়া জানে
মন উৰুৱায়
আঁচল উৰাই
ক্ষণে ক্ষণে
ৰচকী যেন
গাভৰু তাই
কয় যে কি কাণে কাণে
কি কথা সেই
কোনে জানে?

**

## ফাগুন বনৰ বা আহি

ফাগুন বনৰ বা আহি
কিহৰ দোলা দিলে
কিহৰ দোলা দিলে
অ' প্ৰিয়তম তোমাৰ কাষলে
মন উৰুৱাই নিলে।
এই লিহিৰি বনত বাগৰি
কি যে ভাল লাগে চোৱা
এই মধুময় দিনত এবাৰ
আহাঁ সাৱটি লোৱা
আহাঁচো কাষতে বহা
মোৰেই চকুত দেখিবা আকাশ
প্ৰেমৰ পৰশ পালে।।
তুমি সুকঠিন শিলাৰ খণ্ড
মই ঝৰণাৰ ছন্দ
উটাই তোমাক লৈ যাম মই
আহাঁচো পাহৰি দ্বন্দ্ব।
হৃদয়ে বিচাৰে এখনি হৃদয়
ক্ষতি কি মৰম দিলে?

**

## বৰ্ণালী কৰা জীৱন তোমাৰ

বৰ্ণালী কৰা জীৱন তোমাৰ
জীৱন ৰশ্মি সিঁচি
নোপোৱা নদীৰ কাজল বুকুত
হেঙুলীয়া সাঁকো সাজি
ৰ'দালি হাঁহিৰ আঁত উলিয়াই
সোণালী সূতাৰ সাঁকো
কাজলী পানীত দিয়া পাৰি দিয়া
নাই বিভীষিকা একো
সিক্ত কৰা এই মৰুভূমি
প্ৰাণৰ বোলেৰে আজি।।
প্ৰাণৰ পাপৰি যদিহে এবাৰ
নুফুলি নুফুলি ফুলে
দূৰ সুদূৰৰ আকাশ চুবলে
যদিহে বাসনা জ্বলে
শঙ্কা কিহৰ? গোঁৱা গীত গোৱা
সেই সুৰে সুৰে ৰচি
হেঙুলীয়া সাঁকো সাজি।।

**

## বৰ্ষাৰ ঋতু ভাল পাওঁ মই

বৰ্ষাৰ ঋতু ভাল পাওঁ মই
প্ৰতিশ্ৰুতি আছে তাত
সেউজী ৰহণ মাথো সিয়ে সানে
শুকান গছৰ গাত
ধুমুহাই দিয়ে অজান পুলক
ভাল পাওঁ তাৰ গতি
সৰা পাতৰ ঠাই নাই বুলি
উদ্যম আনে মাতি
নতুন প্ৰেৰণা দি থৈ যায়
ধুঁৱলী হ'লেহি বাট।।
সোণাৰুৰ ফুল ভালপাওঁ মই
কৃষ্ণচূড়াৰ মন
ধুমুহা গাজনি যিমানে আছে
সিমানে জিলিকে ৰং
কজলা আকাশৰ তলতে সিহঁতে
পাতে মোহনীয়া হাট।।

**

# বাসনা কিজানি

বাসনা কিজানি
নীড়হাৰা এটি পখী
ডেউকা কোবাই
উৰি উৰি যায়
শূইনত ছবি আঁকি।।
জিৰণি নেজানে
ধুমুহাতো উৰি যায়
মাটিলৈ নামিলে
দুটি পাখি ভাগি যায়
বৰ তৃষ্ণাতুৰ দূৰৰ সপোন খেদি।।
কি যে মায়াময়
দূৰ দূৰণিৰ নীলা
সোণৰ সঁজাত
মাটিৰ ধূসৰ খেলা
বাসনাই হাৰ
তথাপি নেমানে হায়
ৰামধেনুৰ সাতোটি ৰহণে
জিলমিল কৰে পখী।।

**

# বহাগ মানেই পেঁপাৰে সুৰ

বহাগ মানেই পেঁপাৰে সুৰ
বহাগ ঢোলৰ মাত
বহাগ মানেই ফুলৰ বতৰ
বাঁই জাঁই লগা গাত।।
বহাগ মানেই জঠৰতা
আঁতৰাই দিয়া
বহাগ মানেই উলাহৰ
নাচ এটি দিয়া
বহাগ যেন এখন আকাশ
নতন পোহৰ ভৰা।।
বহাগ মানেই ন সেউজ
সজীব সজীব মন
যি নহ'ল যোৱাবেলি
তাৰে আৱৰ্জণ।।

**

## বিৰিণাৰে বা লাগি

বিৰিণাৰে বা লাগি
দূৰৰ জোনটিৰ
লাহি পাখি
কিনো ৰাগিত উৰে
ৰাতিৰ নিজান বাঁহীতে
অপৰূপ এটি
আলফুল যেন
সুৰ ভৰি পৰে
বুকুৰ বনত
কেতেকী ফুলিছে মনে মনে
আলসুৱা ৰেণুৰ
সুৰভি উৰে
মোৰ বনে বনে।।
নিবিড় এই পৰতে
অকলে
বুকুৰ ভাষাই কথা পাতে
আকাশৰ পাৰে পাৰে
নদী বন পাহাৰেৰে
অজান সুৰে সুৰে।।

**

## বিদিশাৰে নিশাটি যেন

বিদিশাৰে নিশাটি যেন
তোমাৰ ক'লা চুলি
ক্লান্ত মনে উৰা মাৰে
জিৰাওঁ তাতে বুলি
অকাঁ অকাঁ দুটি চকু
হৰিণী নয়নী
মায়া ভৰা করুণতা
কিয় থোৱা সানি
ৰ'দে পোৰা মনে তাতে
বুৰে সাগৰ বুলি।।
জোনৰে বৰণী তুমি
ফুলৰে সুষমা
মউ মিঠা মাত তোমাৰ
নাই যে উপমা।
লীলায়িত দেহ কন্যাৰ
অজন্তাৰে ৰেখা
মেঘৰ মাজতে যেন
বিজুলীৰে শিখা
মনৰ নদীত আছা যেন
তুমি ঢউ খেলি।।

**

## বিহু আহিল কুলিৰ মাতত

বিহু আহিল
কুলিৰ মাতত
বিহু ফুলিল বনত
বনৰ বুকুৰ
বিহু কিয়
ফুলিল মোৰো মনত
আজি কপৌ ফুলাৰ পৰত।।
উগুল থুগুল দেহত
কিয় উগুল থুগুল মনত
বাৰে বাৰে নিজকে চাওঁ
কিয় দাপোনত
ৰিঙা ৰিঙা কিয় লাগে
দূৰৰ পেঁপাৰ মাতত।
চকুৰে বিচাৰে কাক
চাবলৈ আগত
ভাবিলেই ৰাঁই-জাঁই
লাগি যায় লাজত
কিয় অবুজ অবুজ ভাবত।।

**

## বাপুকন ধুনীয়া পাটৰে চুৰীয়া

বাপুকন ধুনীয়া পাটৰে চুৰীয়া
মূৰত হেঙুলীয়া ছাতি
বাটৰ বাটৰুৱাই ৰ লাগি চায়
কোন বিষয়াৰ নাতি।।
পদূলি মুখতে তগৰৰে জুপি
তাতে কামে চৰাই এটি
ৰঙাকে ঠোঁটেৰে মইনাৰ কপালত
দিলেহি ৰেখাটি আঁকি
বকুলে এটি ফুল টুপকৈ সজালে
মইনাৰ চুলিৰে দাঁতিত।
কালিন্দী ভোমোৰাৰ ৰথখন ওলালে
মইনা উঠিলে তাতে
বিজুলী বেগেৰে আকাশত উৰিলে
ধুনীয়া পখিলাৰ সতে
জিকমিক্ জিকমিক্ তৰাবোৰ চুৰলৈ
ওলাব যেতিয়া ৰাতি।।

**

# বেলিটোৱে কথা কয় জানো?

বেলিটোৱে
কথা কয় জানো?
বেলিয়ে নকয়
পোহৰৰ গুণেৰেই
        বেলিটো সৰব।
ফুলবোৰে কথা কয় জানো?
ফুলেতো নকয়
        ৰঙ আৰু সুবাসেই
        ফুলৰ গৌৰৱ
শব্দ তুমি শুনা নাই
নাই ক্ষতি নাই
কথা পাতি পোৱা নাই
নাই ক্ষতি নাই
        তুমি সমান
        তুমি সবাৰে সমান
তোমাৰ হাঁহিয়েই
তোমাৰ গৌৰৱ।।

(মূকবধিৰ সকলৰ কাৰণে)

★★

# বৰদৈচিলা

বৰদৈচিলা
হয়, হয়, বৰদৈচিলা।
বৰদৈচিলাজনী আহিছে
পশ্চিমৰ পছোৱা বলিছে
ধূলিবোৰ ঘূৰি ঘূৰি উৰিছে
উভালি পেলাব
        ঘূণে ধৰা গছ
সৰি যাব মৰহা
        পাতৰ উছৱ
সেই সময়টো আহিছে
        বৰদৈচিলা সউ আহিছে।।
বৰদৈচিলা যাব
সৃষ্টি নতুন হ'ব
        মাটি জীপাল হ'ব
        সেউজী কোমল হ'ব
        নতুন বহাগ
        নতুনৰ দিন
        বৰদৈচিলা যে তাৰেই চিন
        নতুনৰ সঁহাৰি আহিছে
        বৰদৈচিলাজনী আহিছে।।

★★

## বিহুৰে বিৰিণা পাত

বিহুৰে বিৰিণা পাত
নীলা আকাশ মউৰে ভৰিল
কুলিৰ অমিয়া মাত।।
ৰাঁইজাঁই লাগিল গাত
পাহাৰে ভৈয়ামত কি ৰাগি লাগিল
জনমৰ চিনাকি মাত
বিহুৰে বিৰিণা পাত
কি যাদু লাগিল
মাদল থৰকাত
ফুটিল আমিয়া মাত।।
ৰাঁইজাঁই লাগিলে গাত
কুলিৰ মাতত মউ বৰষিলে
হেৰালে বাটৰে আঁত।।
বিহুৰ দিনত কি কৰোঁ কি কৰোঁ
লগাওঁ চেনেহৰে মাত
ৰাইজৰ চোতালত ওলগ জনালো
বিহুৰেই প্ৰণিপাত।।
বিহু আনন্দীয়া বিহু বিনন্দীয়া
বিহুটি বুকুৰে ধন
পাহাৰ ভৈযামৰ একেটিয়ে সুৰ
বিহুতে বছৰৰ পণ।

★★

## বাগুডুম্বা, বাগুডুম্বা

বাগুডুম্বা, বাগুডুম্বা
আঁতৰি যা,
বছৰটোৰ যাতনা ঘা-
বাগুডুম্বা
আহিছে বহাগী বা
পাতে জিৰ্ জিৰ্
গাতে সিৰ্ সিৰ্
বহাগৰ সেউজী বা।।
বাগুডুম্বা
সুৰৰে লহৰ এ
চিফুঙৰ বুকুলৈ যা
থৰকাৰ ছেওতে
ঢোলৰ মাততে
বৈশাগু আহিছে চা।।
উদঙে পথাৰত
নাচ বিহুৱতী
লখিমীৰ আবাহন গা
বাগুডুম্বা
সেউজী বহাগী বা।।

★★

## বতাহ এতিয়া ধুমুহা হ'ল

বতাহ এতিয়া ধুমুহা হ'ল
এই ধুমুহা ৰাতি নিৰুদ্দেশ হৈ
মই পছোৱাৰ দৰে যাব লগা হ'ল।।
ঘৰৰ স্মৃতি ৰ'ল যে তোমাৰ
ধুমুহাৰ গতি সেয়েহে আমাৰ
সেয়ে ধুমুহাৰ লগত
বহু দূৰৰ পথত
মই যে আজি যাব লগা হ'ল
নীড়ৰ নিবিড় সুখ
ময়ো জানো নিবিচাৰোঁ হায়
তুলসী তলত দিয়া
প্ৰদীপৰ শিখাৰে
পথ উজ্বলাই
স্বপ্ন ভৰা সউ যে আকাশ
বন্ধন এৰি মাতিছে আমাক
নব প্ৰতিশ্ৰুতি লৈ ওলালো এবাৰ
ঘৰৰ মিঠামায়া
স্মৃতি যে হ'ল।।

**

## বৰদৈচিলা এইবাৰো আহিব

বৰদৈচিলা
এইবাৰো আহিব
ঘৰখন কেনে আছে
বুজ লৈ যাব
চিনি যাব
শিপা আছে
কিমান তলত
বান্ধে ঐ
সাৰটি সাৰটি থাক
পৰস্পৰক।
বুকুৰ কুটুম অ
তেজৰ কুটুম
পাহাৰ ভৈয়াম অ
ৰাতি নৌ পুৱায় এখোন
লুইতত বঠা মাৰি
যা একেলগে
চকুত আঁকি লৈ
বৃহৎ সপোন।
বৰদৈচিলা আহি
চাই যাওক
দেখি যাওক
কৈ যাওক
অসম এখন।।

**

## বাওঁ চকু লৰিছে তুমি চাগে আহিবা

বাওঁ চকু লৰিছে তুমি চাগে আহিবা
মনে মনে মনে আহি চকু মুদাই ধৰিবা।।
কি সাজ পিন্ধো বাৰু কৈ দিয়াচোন
চকুত কাজল ললে কেনে দেখি চোৱাচোন
চিচাৰ নিপিন্ধো চুৰী সাৰটোতে ভাঙিব
এনে যেন লাগিছে তুমি আজি আহিবা।।
তোমাক দেখিলে লাজ কিয় লাগে কবানে
এয়ে নেকি যৌৱন তুমি কিবা জানানে
নুবুজি ইবোৰ কথা তুমি মাথো আহিবা
এনে যেন লাগিছে তুমি আজি আহিবা।।

(কথাছবিৰ গীত)

**

## বৰ্ষাৰ দিনত কিয় কোৱা হয় কোৱাচোন?

বৰ্ষাৰদিনত কিয় কোৱা হয়
কোৱাচোন?
বৰ্ষই আনে পৰিপূৰ্ণতা
পৰিবেশে আনে অত মধুৰতা
দুটি হৃদয় নিবিড় কৰি যে দিয়ে
সেয়ে কি নহয়?
কোৱাচোন।।
সজল বতাহ ৰিৰ্‌ জিৰ্‌জিৰ.................
মন দুলি উঠে আবেশ গভীৰ
ঝৰ্ ঝৰ্ ঝৰ্ পৰে বৰষুণ
কেনিও নাই যে ৰিক্ততা
কি সুন্দৰ, মগ্নতা!
হয় নে নহয়
কোৱাচোন।।
আহাঁ কাষলৈ জীৱন সখী
এই প্ৰহৰক কৰি আজি সাক্ষী
আজি কৈ যাওঁ গোপন কথাটি
হৃদয়ৰ ব্যাকুলতা
শুনিবানে, নুশুনা
কোৱাচোন।।

**

## বুকুৰ আপোন আই

বুকুৰ আপোন আই
নদীৰূপা আই
শস্যৰূপা আই
হৃদয় উজ্বলাই
তুমি আছা আই
স্তুতিৰ ভাষা নাই।।

তোমাৰ মৰম জোনাকে বিলায়
তোমাৰে আশিষ বতাহে বিলায়
তোমাৰে তুলনা নাই
জন্মভূমি আই
বুকুৰ আপোন আই
স্তুতিৰ ভাষা নাই।।

সেউজী সৰল তোমাৰ মুখত
আছে জীৱনৰ ক্লান্তি
ক্লান্তি গুচাই, শ্রান্তি গুচাই
বৰষা নিবিড় শান্তি
ৰ'দ কুমলীয়া তোমাৰ চেনেহ
ক'তো যে তুলনা নাই।।

★★

## বৰ্ষা তোমাৰ প্ৰাণত কিহৰ প্লাৱণ

বৰ্ষা তোমাৰ প্ৰাণত কিহৰ প্লাৱণ
মেঘালী চুলি
আউলী-জাউলী
নয়নত নাই অঞ্জন।।
বিষাদ বিমনা
তুমি আনমনা
শৈতা দুয়োগাল শিক্ত
উন্মাদ বেগ
মনৰ আবেগ
ধুমুহা দোলিত চিত্ত
ডাৱৰ গধূৰ
মনৰ আকাশ
ব্যথা শিকলিত বন্ধা।।
বেদনা বিধুৰ
লোতকৰে পূৰ
চিৰ বিৰহৰ ক্ৰন্দন
বৰষা তোমাৰ
প্ৰাণত
কিহৰ প্লাৱণ।।

★★

# বিহু, উলাহৰ এটি গীত

বিহু, উলাহৰ এটি গীত
বিহু, উৰি যাওঁ কৰে চিত
বিহু, নাচোনৰ এটি পাক
বিহু, মই যাওঁ তই থাক, থাক।।
আয়ে বিহু, কপৌ ফুল এপাহি
বিহু, পকাকৈ বিলাহী
বিহু, ৰঙাকৈ জেতুকাৰ বোল,
বিহু, ঢোলৰ ছেওৰে এটি
বিহু, পেঁপাৰে টিহিটি
বিহু, চেনেহ এনাজৰীৰ দোল।।

বিহুত, কৰিছোঁ সেৱা আগ
বিহুত, যাচিছোঁ আশীৰ্বাদ
বিহুত, বিলালোঁ মৰমৰ মাত
নতুনকৈ বছৰটো
সুখে সমৃদ্ধিৰে
ভৰি থওক শান্তিৰ ছাঁত।।

★★

# বুকুৰ মাজত নতুনে কি সুৰ

বুকুৰ মাজত নতুনে কি সুৰ
যেন ৰুণজুন বাজে নেপূৰ
দূৰৰ নদীত সপোন লহৰ
তাৰেই বুকুত যামনে উৰি
সেউজী কোমল বনৰ বুকুত
জোনাক ৰাতি ৰমনে পৰি
কিয়নো আজি মনৰ মাজত
কিহৰ ৰঙীন সপোন খেলা
গোপন মনৰ সপোনৰ।।

★★

## বুকুৰে ভাষা মোৰ

বুকুৰে ভাষা মোৰ
বুজি নোপোৱা নে?
জীউ মোৰ বুকুৰে
জীউ মোৰ দেহৰে
দুলিলে আজি মনে হৈ উন্মন
ফুলেৰে ওপচে আজি মনৰে প্ৰাংগণ
জীউ মোৰ বুকুৰে
জীউ মোৰ দেহৰে।

ৰ'দৰে সোণালী ৰংবোৰ সানি ল'ম
পৰীৰে দুখনি ডেউকা আঁৰি ল'ম
এই ক্ষণ ভৰি থওক সুৰেৰে
চোও কি নোচোওঁ মায়াৰে
জীউ মোৰ বুকুৰে
জীউ মোৰ দেহৰে।

জীৱন যদিহে পাই যায় শিহৰণ
লগন যদিহে হয় অনুপম
আহাঁ তাক কৰি লওঁ নিজৰে
বনগীত এটি হওঁ নিজৰে
বনগীত এটি হওঁ সুৰেৰে
জীউ মোৰ বুকুৰে
জীউ মোৰ দেহৰে।

(কথাছবিঃ 'মৰম নদীৰ গাভৰু ঘাট'ৰ বাবে)

**

## বৰষে গৰজে মেঘ

বৰষে গৰজে মেঘ
বিজুলী চমকে
ঘন ............ বৰষুণ অবিৰাম
ৰাধাৰ মন বিয়াকুল।

ৰাধাৰ পাৱৰ নেপুৰ বাজিছে
আঁচল ঘনে ঘনে উৰিছে
অভিসাৰত ৰাধা নামিছে
দূৰণিত শ্যাম বেণু বাজিছে।

মনৰ মাজত মধুৰ মূৰতি
অপেক্ষাৰ মধুৰ নিশাটি
আকুল অধীৰ কামনা
কোন দূৰণিত প্ৰিয়তম আছে

বন কুসুমৰ সুৰভি
আবেগ উপচি পৰিছে
ৰাধাৰ চকুলো সৰিছে
শ্যামক পাবৰ বাবে
মন যে আকুল।

**

# ভাৰত আমাৰ মাতৃৰ মাতৃ

ভাৰত আমাৰ মাতৃৰ মাতৃ
অসম জন্মদাত্ৰী
সুজলা সুফলা শস্য শ্যামলা
বাৰে বৰণীয়া কৃষ্টি
জাতি-উপজাতি জনজাতি মিলি
ৰচে অনুপম সৃষ্টি।।
পূৰ্ব প্ৰান্তৰ সাতোজনী ভনী
ভাৰতৰে নিজ কন্যা
সেউজী বনেৰে, পণীয়া সোণেৰে
শ্ৰীময়ী ৰূপত ধন্যা
এনাজৰীৰে আছে বান্ধ খাই
কন্যা, ভগ্নী মাতৃ।।
অসম আমাৰ নিৰুপমা আই
চিৰ চেনেহী ভাষা
মৌ মিঠা এই অমাতৰ মাত
শুনি নপলায় তৃষা
ৰূপে অতুলনে গুণে অতুলন
অ মোৰ অসম মাতৃ।।

**

# ভয় নাই ভয় নাই

ভয় নাই ভয় নাই
বুকুৰ তেজেৰে বন্তি জ্বলাই
মই যাম গীত গাই
আমি যাম গীত গাই
ভয় নাই, ভয় নাই।।
সহায় নাই, বুকুৰ সাহস আছে
শূণ্য দুহাত, মনৰ জেউতি আছে
তাৰে বাট পোহৰাই
আমি যাওঁ গীত গাই
ভয় নাই, ভয় নাই।।
ধুমুহাৰ দৰে জীৰ্ণ ভাঙিম
আমি
সূৰ্যৰ দৰে দীপ্তি ৰচিম
আমি
নদীৰ দৰে পূৰ্ণ কৰিম
সৃষ্টি উজ্বলাই
ভয় নাই, ভয় নাই।।

**

# ভৰা বিল টলমল

ভৰা বিল টলমল
চঁপা গোঞ্জ মলমল
ফুৰফুৰ, বতাহত ৰিণিৰিণি পুবেৰুণ
মউ মাখি কুন্‌কুন্‌
নেপূৰৰে ৰুন্‌জুন্‌
সুৰ যায় ছটিয়াই মিঠা মিঠা
গুণগুণ।।
কিনো মিঠা চুইট্‌, চুইট্‌ সুখৰিবে
আধা ফুটা কুট কুট কাকলিতে
পুৱতীৰ উলাহৰ
গীত গায় গুণগুণ্‌।
নেমাৰে ঐ পদূলিতে
কৃষ্ণচূড়া চিক্‌মিক্‌
ৰ'দ পৰে জিক্‌মিক্‌
হাঁহি দিয়ে গা ধুই
ওৰে ৰাতি বৰষুণ।।

★★

# ভালকৈ দোলে মাইনা দুলিলে

১. দোলে মাইনা দুলিলে
বনৰ বকুল ফুলিলে
পখিলাবোৰ উৰিলে
ৰুণুক জুনুক কৰিলে
জোনবাই সৌ ওলালে
তৰাবোৰে হাঁহিলে
আন্ধাৰবোৰ কেনি গ'ল?
কাষলতিৰ তলত
(কুটকুটাই) চাওঁ চাওঁ চাওঁ চাওঁ উৰি গ'ল
ফুৰুৰুৎ................ উৰি গ'ল

২. সোঁ সোঁ সোঁ সোঁ
বতাহ বলিলে
ৰুণুক জুনুক কৰি
ফাগুন আহিল
পাতে পাতে উৰি গ'ল
লাহতী আঁচল
চৰাইৰ গীতত যেন
উখল-মাখল।।

৩. পলাশ ফুলত আছে
গেৰুৱা ৰহণ
মদাৰ ফুলত ৰঙা
তেজৰ বৰণ।।

★★

# মোৰ মন যায় এখনি নদী হৈ

মোৰ মন যায়
এখনি নদী হৈ
সাগৰ বিচাৰি বৈ যাবৰ আজি মন যায়
মোৰ মন যায়
লহৰে লহৰে
প্ৰাণৰ ঢউৰে মৰুক জীৱন দিবৰ আজি
মন যায়।।
মোৰ মন যায়
শুকান মাটিত আজি
সেউজী ধানৰ ফুল
ফুলাই তুলিবৰ মন যায
মোৰ মন যায়
কৰুণ মুখত আনি
জীৱনৰ এটি হাঁহি
সিঁচি দিবৰ মোৰ মন যায়।।
মোৰ মন যায়
পোহৰৰ গীত হৈ
আন্ধাৰৰ বাটে বাটে
বেলি হৈ ফুলিবৰ মন যায়
মোৰ মন যায়
দুখৰ চকুপানী
আলফুল হাতেৰে
মচি দিবৰ আজি
মন যায়।।

★★

## মোক কৰি তোলা গীতৰ চৰাই

মোক কৰি তোলা
গীতৰ চৰাই
কণ্ঠত সুৰ দি
মোক কৰি তোলা
নদীৰ তৰঙ্গ
আকাশৰ ৰং দি
মই যে প্ৰথম
বাসন্তী জোনাক
বাৰিষাৰ সুৰ শুনা নাই
ইমান ধুনীয়া
এই যে পৃথিৱী
কতনা ঋতুৰে ভৰা
প্ৰাণে প্ৰাণে আছে
ইমান মৰম
জীৱন জগাই তোলা
মই হ'ব খোজো
এপাহি পদুম
সুৰভি বিলাই দি।।

★★

## মোৰ মিনতি তৰা হয় যদি

মোৰ মিনতি তৰা হয় যদি
তোমাৰ 'আকাশ চুব'
মোৰ এই গান যদি ফুল হয়
তোমাৰ বনত ৰ'ব।।
মোৰ এই কথা যদি সুৰ হয়
মোৰ এই সুৰ যদি জোন হয়
সেই জোনে শুনা
জোনালী মায়াৰে সৰু সুৰুঙাৰে
মনে মনে গৈ
তোমাৰ মুখতে ৰ'ব।।
মই নাথাকিলে
সাঁজৰ তৰাই
মোৰেই কথাকে ক'ব।।

★★

# অ' ময়ুৰ পঙ্খী ডিঙা

অ' ময়ুৰ পঙ্খী ডিঙা
তুমি ইমান ধুনীয়া
হেঙুল হাইতাল অঁকা
অ' ময়ুৰ পঙ্খী ডিঙা
তোমাৰ বুকুত বেহানি হীৰাৰ
ভুল সোঁতে কিয় আঁহা?
ৰূপালী নদীৰ ৰূপ জিলমিলীয়া
ঢউ তাৰ মোহনীয়া
কিযে কৰুণ নদীৰ বুকুত
পাকে পাকে পকনীয়া
এই উত্তাল নদী
এই সোঁতে কিয় আঁহা?
('দেবদাস' থিয়েটাৰৰ গীত)

**

# মোৰ মন চাতকৰ কণ্ঠই

মোৰ মন চাতকৰ কণ্ঠই
বৃষ্টি বিচাৰি বিচাৰি গায়
ৰ'দে পোৰা এই মৰুতে
দৃষ্টিত এটুপি বৃষ্টি নাই
ধূলি ধোঁৱা মাথো উৰিছে
ডেউকা ভাগৰি ভাগৰি যায়
বেলি তৰা ঢকা মেঘেৰে
লগ্ন, অন্ধ নিৰুপায়
আজি কোনে পথ দেখুৱায়
ধূলিৰ ধোঁৱা আঁতৰাই
যদি যুগে বাট হেৰুৱায়
কণ্ঠ তৃষাত শুকুৱাই
জীৱন মৰণৰ প্ৰভেদ একো যে নাই।
চকুৰ লোতকে তৃষা নুগুচায়
সেউজী বননি নগজায়
জীৱন প্ৰেৰণা আনিব নোৱাৰে হায়
বতাহজাকে যে আছে শুই
নিথৰ জঠৰ ভাবৰ চাই
চৌদিশে আজি জ্বলে জুই
প্লাৱন আতুৰ যুগ এই হায়।।

**

## মই সুধিছিলো মোৰ আকাশ কেনি

মই সুধিছিলো মোৰ আকাশ কেনি?
সমুখত তেওঁ তুলি ধৰিলেহি
নীলা নয়নৰ মণি।।
মই সুধিছিলো মোৰ দেৱতা কেনি?
তেওঁ দেখুৱালে সজল চকুৰ
সকৰুণ মুখখনি।।
মই সুধিছিলো, তোমাক নিচিনো
কোৱাচোন কোন তুমি?
তেওঁ ক'লে মোক, তোমাৰেই প্ৰেম
গোপন "পৰশমণি"।।

★★

## মোক এটি সুৰ কৰি তোলা

মোক এটি সুৰ কৰি তোলা
তোমাৰ প্ৰেমেৰে প্ৰেমেৰে
মোক এপাহ হাঁহি কৰি দিয়া
তোমাৰ নিবিড় মায়াৰে।।
চুই দিয়া মোক ৰূপৰ কাঠিৰে
চুই দিয়া মোক সোণৰ কাঠিৰে
তোমাৰ মায়াবী হাতেৰে
অলকানন্দা আজি বৈ যাওক
জীৱন মৰুৰ মাজেৰে।।
আহা বৰষাৰে, আকাশৰে, প্লাবনেৰে
প্ৰতিশ্ৰুতি এটি হৈ
আহা সুগভীৰ, সাগৰৰে, লহৰৰে।
আকুলতম গতিকে লৈ
তীৰ দুটি মোৰ উটি-বুৰি যাওক
অসীম জীৱন বন্যাৰে।।

★★

# মায়াময় ৰূপালী জোনাক

মায়াময় ৰূপালী জোনাক
ছায়াঘন সৰলৰে পাত,
জিৰ জিৰ জিৰ জুৰিৰে পাৰত,
পামনে মই পামনে তোমাক।।
কাবেৰীৰ পাৰে পাৰে
গংগাৰ তীৰে তীৰে
জীৱনৰ পথে পথে
বৰ্ষা শৰততে,
তোমাকেই বিচাৰোঁ হায়।।
তুমি অজানা মোৰে
সুগভীৰ সুষমাৰে,
তুমিয়ে জানো শান্তি
প্ৰাণৰ আঁতৰে ক্লান্তি
মই যুগ তৃষাতুৰে
মৰুভূৰ হাঁহাকাৰ লৈ।।

**

# মনৰ ফাগুন আহিলে পলাশো ফুলিলে

মনৰ ফাগুন আহিলে পলাশো ফুলিলে
দেহৰ বনত কুলিৰে সুহুৰি কঁপিলে
দেহি মোৰ ঐ লাহৰী ঐ চকুলৈনো নাচাবা
চাপি চাপি লাহেকৈ কাষলৈ নাহিবা
এ দেহে এ মনে বনজুই জ্বলিছে
এ জান ঐ এ গাতে সৰিয়হ ফুটিছে।।
মন আগলৈ এখুজি, মন পাচলৈ দুখুজি
মন বাঁইজাঁই কৰিছে,
পিছলি দুভৰি যায় যায় আজি
দেহি মোৰ ঐ চেনাইটি ঐ খোপনি নেৰিবা
উৰণীয়া মনতে জুই নজ্বলাবা
এ দেহে এ মনে............।।
ঐ চাই চাই বুলিবা বাট ভুল নকৰিবা
মন পলকৰ বাগিতে,
বহুৰত গীতকে গাই গাই যাওঁ আজি,
দেহি মোৰ ঐ.............।।

**

# মনৰ মৰম যদি হ'লহেঁতেনে নদী

মনৰ মৰম যদি হ'লহেঁতেন নদী
উটাই তোমাক নিলোহেঁতেন
বাধাৰ দুকুল ভাঙি।।
ফুল যদি হ'লহেঁতেন
মনৰ সপোনখিনি
সিঁচি সিঁচি দিলোহেঁতেন
তোমাৰ পথত আনি।।
জীৱনৰে শেঁতা পাতত
মৰম এধান ৰঙ
দুদিনীয়া পলাশ ফুলত
ফাগুনৰে বন
ভাষাৰে নোৱাৰি ক'ব
নীৰৱ কথাখিনি।।
উটাই তোমাক..........................।।

★★

# মাথো গাই যাম সেই গান

মাথো গাই যাম সেই গান
যি গানে সপোন আনে
যি গানে প্ৰেৰণা দিয়ে
যি গানে হাঁহিৰ আনে বান।।

আঘাতে আঘাতে নদী
ভাঙে তাৰ কুল
কুলে বাধা দিয়ে
সেয়ে উতলা আকুল
য'তে বাধা পাওঁ ততে গাই যাওঁ
যি গানে পোহৰ কৰে প্ৰাণ।।

শ্ৰাৱণ যি দৰে আহি
সিক্ত কৰে মাটি
ৰিক্ত মনত আশাৰ গীতে
নিদিবনে জ্যোতি?

যি গীতে জীৱন আনে
জনতাৰ বাবে
বিজুলীৰ শিখা হৈ
আন্ধাৰত নাচে
সেই গীত গাম জনতা জগাম
নিবিচাৰো কোনো প্ৰতিদান।।

★★

## মৰম নামৰ তিনিটা আখৰ

মৰম নামৰ তিনিটা আখৰ
কোনে দি গ'ল বুকুত
ইমান ধুনীয়া, সোণ বৰণীয়া
আলফুলে থাকে লাজত।।
শিহৰণ হৈ দুলি উঠে সেয়ে
মনৰ কুলিয়ে মাতিলে
চকুৰে চকুৰে উজ্বলি উঠে যে
প্ৰাণৰ বিজুলী জ্বলিলে
অপৰূপা এক নদীৰ দৰে
গোপনেই ৰয় মনত।।
এই পৃথিৱী বৰ তৃষ্ণাতুৰ
ৰৌদ্ৰ দগ্ধ জীৱন
ভালপোৱা আছে সেয়েহে সদায়
জিনিব পাৰিছোঁ মৰণ
মৰম এক অনুপম ছায়া
জীৱন মৰুৰ মাজত।।

**

## মোৰ হৃদয়ত নামিছে বৰষা

মোৰ হৃদয়ত
নামিছে বৰষা
ফুলিছে কদমৰ
সোণালী মুকুল
নতুন মেঘৰ
সজল ধাৰাই
সিঁচিছে মনত
স্বপ্ন আকুল

মনৰ ময়ুৰে
ধৰিছে পেখম
আজি চঞ্চল হৈ
হৃদয় আজি
এখনি নদী
যাব খোজে মাথো বৈ।
ঋতুৱে ঋতুৱে
কত শিহৰণ
কত যে ব্যাকুলতা
জীৱনৰ কোনো
লগনে আনে
কত যে মদিৰতা।।

**

# মেঘ উঠিল মন ভৰিল

মেঘ উৰিল
মন ভৰিল
কদম ফুলিল বনত
তগৰৰে
সুৰভিৰে
সুবাস লাগিল মনত।।
মন জাগিল
মৌ বৰষা
সখীয়তীৰ মাতত
মনৰে ৰং
সেউজীয়া
গছৰ কুঁহি পাতত।
মেঘৰে মাদল বাজে বাজে
মনতে শিহৰণ জাগে জাগে
গীতেৰে
মাতেৰে
বৰ উলাহেৰে
হাঁহি যাওঁ একোটি ছেগতে।

**

# মোৰ দেশ অসমা

মোৰ দেশ অসমা
নাই তাৰ উপমা
এই দেশ ফুলৰে
এই দেশ সুৰৰে
ৰূপে অনুপমা
মোৰ দেশ অসমা।।
লুইতখন মোৰেই যে
নদী, জান মোৰেই যে
কামাখ্যা মোৰেই যে
সকলো মোৰেই যে
সকলো মোৰেই যে
বিশ্বৰ যে সকলো মোৰ
সকলো মোৰেই যে মোৰ
মোৰ দেশ অসমা
নাই তাৰ উপমা।।
আকাশখন মোৰেই যে
ৰ'দ-ছাঁ মোৰেই যে
জোনাকবোৰ মোৰেই যে
সকলো মোৰেই যে
বিশ্বৰ যে সকলো মোৰ
সকলো মোৰেই যে মোৰ
মোৰ দেশ অসমা ॥

**

# মনৰ বিজুলী নহ'লে কিয়নো

মনৰ বিজুলী নহ'লে কিয়নো
চকুৰ বিজুলী লাগে
হাঁহিৰ ফুলাম নহ'লে কিয়নো
খোপাটি ফুলাম লাগে।।
লাজৰ আঁৰত বেঁকা চাৱনিটি
সৰি যদি নপৰিলে
পলাশ শিমলু নুফুলা নুফুলা
ফাগুন দেখা যেন লাগে।।
নদীত যদিহে নেথাকে ঢৌ
জোনত যদিহে জোনাক
মৰমী নামেৰে নামাতো নামাতো
যদি নাই অনুৰাগ
বুকু দহি যায়, মন মৰি যায়
হিয়া ঠন্ ঠন্ ভাগে।।

**

# মই জানো তুমি ৰাতিৰ জোনাক

মই জানো তুমি ৰাতিৰ জোনাক
ফাগুনে দিছেহি মাথো তোমাক বিলাই
অন্ধকাৰৰ ঘৰ ৰূপ ৰূপোৱালী
কিয় কৰি দিছা মোক মই অসহায়
প্ৰাণৰ পদুলি আজি
ফুলেৰে ফুলাম
বুকুৰ পখীয়ে গায়
হেৰা পোৱা গান
মই জানো তুমি পলাশৰে ফুল
যদি কৰি আছো ভুল মই নিৰুপায়।।

**

# মই কথা কওঁ

মই কথা কওঁ
মোৰ কণ্ঠৰ ভাষাৰে
তুমি গোৱা গীত
প্ৰাণৰ নিবিড় সুৰেৰে
তুমি বিচাৰিলা কথা
মই বিচাৰিলো সুৰ
কথা আৰু সুৰৰ
মিলন যেতিয়া হ'ব
কি যে অপৰূপ মায়াৰে।

★★

# মোহনীয়াকৈ বিহু আহিল

মোহনীয়াকৈ
বিহু আহিল
কুলিৰ মাতত ৰমক জমক হৈ
উতনুৱা হৈ মন কঁপিল
পেঁপাৰ সুৰত উগুল থুগুল কৈ।।
ৰ লাগিল চকু দুটি কপৌফুলত গৈ
পদুলিতেই যেন থাকিম তগৰ এপাহ হৈ।।
আউল লাগে খোজে পতি ঘৰৰ বনত ঐ
মনে নাচে দেহাই নাচে পখিলা যেন হৈ।।

★★

# ময়ে বৰ লুইতৰে পানী

ময়ে বৰ লুইতৰে পানী
বৈ যাওঁ মই জান জুৰি হৈ
চিকুণ চেনেহতে পমি।
ময়ে যুগমীয়া আই
সকলো মাকৰে একেখনি হিয়া।
মোৰেই মাজতে পায়।
মই বৰ লুইতৰ পানী
ময়েই আকাশখনি
সকলোকে মই
আবৰি থাকো
বিভেদ একোতে নানি।

★★

# মোৰে দুচকুলৈ চোৱা ঘনে ঘনে

ছোৱালী ঃ মোৰে দুচকুলে চোৱা ঘনে ঘনে
পাইছা জানো মোৰ মন
ল'ৰা ঃ তোমাৰ লিহিৰি মনৰে বাতৰি
উমানতে পালো গম।।
ছো ঃ কি যাদু কৰিলা মোকে মনে মনে
বনজুই জ্বলালা গাত
ল ঃ ফাগুনৰ বতৰে বনজুই জ্বলালে
দোষ নাই মোৰে অ গাত।।
ছো ঃ সঁচাই ভাল পোৱাতো মোক?
ল ঃ সন্দেহৰে থল ক'তে?
ছো ঃ মুখৰ কথাত সঁজাত নাই
ল ঃ প্ৰতিশ্ৰুতি দুচকুতে
ল ঃ অচিনকৈ নদীতে পানচৈ উটালা
এতিয়া কঁপিছে মন।।
ছো ঃ তোমাক জানো জীৱনত পাম?
ল ঃ নদী বয় সাগৰলে
ছো ঃ ময়ো নদী কৰিছো পণ
ল ঃ স্বাগতম জীৱনলে
ছো ঃ বাধাৰ শিলনি কেনেকৈ যাম?
ল ঃ কাঁইটৰ মাজতহে পিৰীতি পাপৰিৰ
জিলিকে সোণালী ৰং।

**

# মই যে এজনী নতুন বোৱাৰী

মই যে এজনী নতুন বোৱাৰী
এয়া অচিনাকি ঘৰ
খহি খহি পৰে মূৰৰ ওৰণি
নতুন আমনি বৰ।।
কোনটো কি কৰোঁ একোকে নেজানো
সুধিলে জানোচা খং
মেখেলাৰ পাতলিত কিহে এয়া বিন্ধে
হাঁয়, ল'ৰালিৰ ৰবচা বন
জীয়ৰী বোৱাৰী দুয়োটি টোলোঠাৰ
মাজতে ঘূৰিছে মন।।
পুৱাতে বনে যে আজুৰি ধৰে
গধূলি গধূলি মনটি উৰে।।
উৰিলে কি হ'ব
মনটি বান্ধিলো
সেন্দুৰৰ শিকলি টানি
দুয়োখন হাত মোৰ
উচৰ্গা কৰিলো
আনৰে সেৱাতে আনি
সেৱাকে জীৱনৰ
পণ বুলি ল'লো
দুৰণিত এৰিলো ঘৰ।

**

## মায়া মায়া লগা

মায়া মায়া লগা
কিনো কথা ক'লা
অবুজ কি যে এই মৰম
কেনেকেনো বুজাওঁ মনৰে কথাটি
আবেগে ওপচে এই জীৱন।।
জোনাকৰ এই যে লগন
পৃথিৱী সপোন মগন
মোৰ মন হ'ল অধীৰ
উন্মনা অধীৰতা
এই শিহৰণ
অধীৰতা প্ৰতিক্ষণ।।
অনুৰাগৰ
কি যে বৰণ
সোণোৱালী মিঠা ৰহণ
দিলো মন পুলক আকুল
মধুময়, গোপনতা
আজীৱন।

**

## মৰুভূৰ বুকুতে মই

মৰুভূৰ বুকতে মই
সুৰ সিঁচি যাওঁ
কিজানিবা কৰবাত
সেউজীয়া পাওঁ।।
বাহুত বাহু থৈ
সুৰুযৰ ৰ'দ লৈ
গীত গাওঁ জীৱনৰ আজিয়েই।।
অকলশৰীয়া হৈ
কতদূৰ যাম
আন্ধাৰে পোহৰে
গছৰ ছাঁ ক'তো নাই
কত দূৰ আছে হাঁয়
লাগে যে শান্তিৰে ঠাই
আজিয়েই।।
একো নাই, নাই বুলি
কিমান বিনাম
অকলে, লগৰে
মেঘৰ ছাঁ আনিমেই
ফুল হৈ ফুলিমেই
মৰুৰে বুকুতেই আজিয়েই।।

**

## মোৰ গাঁৱৰ নাম সোণবৰণী

মোৰ গাঁৱৰ নাম সোণবৰণী
নদীৰ নাম যে লাহী
মোৰ পঁজাৰ নাম ৰ'দ আৰু ছাঁয়া
প্ৰিয়াৰ নামটি বাঁহী।।
প্ৰিয়াৰ লাজৰ কৃষ্ণচূড়াৰে
ৰঙা মোৰ পদুলিটি
সেউজীয়া অনুৰাগ লতাই
পঁজাটি থৈছে ছাটি
সখীয়তীৰ সুৰৰ মায়াৰে
দুলি থাকে পঁজাটি।।
প্ৰহৰে প্ৰহৰে ফুলি থাকে ফুল
সোণাৰু ৰজনীগন্ধা
মোৰ চোতালত মাথোন জোনাক
স্বপ্ন কোমল তন্দ্ৰা
এবাৰ আহিবা, দিলো পৰিচয়
কবাহি "আঁয়ে দেহি"।

**

## মোৰ নাম অনিৰুদ্ধ

মোৰ নাম অনিৰুদ্ধ
এক অপৰূপ সৌন্দৰ্য স্বপ্নই
মোক কৰি থৈছে মুগ্ধ।
এক ৰমণীয় উষাৰ পোহৰে
উন্মনা মোক কৰে
সীমাৰ পৰিধি সমাজৰ বিধি
ভাঙি ছিঙি গতি লবে
দুৰ্গম এক পথ অতিক্ৰমি
আনিম ৰশ্মি দীপ্ত।।
প্ৰতি জনতাৰ প্ৰাণৰো প্ৰাণত
মৰ্মেই লুকাই আছো
সময় চিত্ৰলেখাই মাতিলে
অৰূপ সাজৰে সাজো
মোৰ দুৰ্বাৰ গতিকে কোনোৰে
কৰিব নোৱাৰে ৰুদ্ধ
সেয়ে মই অনিৰুদ্ধ।।

**

## মৰমৰে ৰঙাফুল

মৰমৰে ৰঙাফুল
গামোচাত বাছিলোঁ
পিৰীতিৰ গোপন ওলগ
তোমালৈ সাচিলোঁ
অ' বিহু আহিল, নাহৰৰে গোন্ধতে মই
যঁতৰ ভাঙিলো।।
চ'তে গৈ গৈ বহাগে পালেহি
ডালত কপৌ ফুলিলে সউ
কেতেকী বনৰ উৰিল সুবাস
কুলিৰ মাতত সৰিলে মউ।।
ৰাতি দূৰণিত পেঁপাৰ সুৰ
ৰিণিকি ৰিণিকি
মন উৰণীয়া উচাট বিচাট
চমকি চমকি
চিনাকি সুখৰি পদূলি মুখতে
শুনিলো নেকি
অ' বিহু আহিল ৰাঁইজাঁই লাগে
কিনো ৰাগিত বাৰু?

★★

## মিহি মিহি কৰি পাচলি কুটোতে

মিহি মিহি কৰি পাচলি কুটোতে
নিজক লগ পোৱা যেন লাগে
সেইটো ছেগতে বোৱাৰীৰ জীৱনত
কত কি কথা মোৰ জাগে।।
ঠেহ পাতি কত গধূলি পৰতে
পাটিত শুইয়ে পৰিছিলো
গোটেই ঘৰৰ কতনা মৰম
নিমিষতে পাইছিলো
সেইবোৰ দিন আৰু নাহে ঘূৰি
সপোন সপোন যেন লাগে।।
চুলিত ৰঙাকৈ ফিটাৰ পখিলা
বনৰীয়া যেন জুৰি
হাঁহি উচ্ছল মুকলি মুকলি
আছিলোঁ বতাহত উৰি।।
এখন ঘৰৰ এতিয়া বোৱাৰী
মইহে আউল মাৰিব লাগে
কাৰোবাৰ ক'ৰবাত মনটি ভাগিলে
মইহে জোৰাব লাগে
কেনেকৈনো হ'ল ইমান মোৰ সলনি
ভাবিলে আচৰিত লাগে।।

★★

## মই বিচাৰিছোঁ হাজাৰ চকুত

মই বিচাৰিছোঁ হাজাৰ চকুত
দীপ্ত সূৰ্য শিখা
এই ভয়াবহ যুগ সন্ধিৰ
নাশিব'লে বিভীষিকা
মই বিচাৰিছোঁ হাজাৰ ওঁঠত
তীখা তীক্ষ্ণ ভাষা,
শীতৰ শেষত ফাগুন অহাৰ
যিয়ে আনি দিব আশা
পূৰ্বতীৰ দৰে প্ৰতিশ্ৰুতি ভৰা
সিঁচি যাব জ্যোতি ৰেখা।।
মই বিচাৰিছোঁ অস্থিৰ খোজত
বলিষ্ঠ বিজুলী গতি
চেতনা লুপ্ত, নিথৰ স্তব্ধ
যুগক দিবলৈ যতি
সেই হিয়া লাগে যাৰ হৃদয়ত
জীৱন তৃষ্ণা আঁকা।।

**

## মই যুগমীয়া আই

মই যুগমীয়া আই
সকলো মাতৃৰে একেখনি হিয়া
মোৰেই মাজত পায়।।
পুৱাতে জগাওঁ
মইনাহঁতক
"উঠেৰে উঠ বাপু"
গধূলি বেলিকা বুকুত শুৱাই
ময়ে কওঁ কতনা সাধু
জোন বেলিৰ দৰে মুখবোৰ
দেখি মন পমি যায়
মই যুগমীয়া আই।।
এতিয়া ল'ৰা গ'ল
দিহিঙে দিপাঙে
কোনে বুলি যাব আই,
ময়ে যে অসমী ময়ে যে ভাৰতী
তহঁতৰ ওপজা ঠাই
য'তে থাক সোণ তেনেই আপোন
ময়ে তহঁতৰ আই।।

**

# মেঘৰ মাতত ঢোলৰে সুৰ

মেঘৰ মাতত ঢোলৰে সুৰ
          ঢোলৰ মাতত মেঘৰ
কুলিৰ মাতটি সৰি পৰি
          পেঁপাৰ হ'ল যে লহৰ।।
অ উজাই বুৰ মাৰিলে শিহু
তেজত আহিল, গছত ফুলিল
ৰং ৰঙৰে বিহু।।
মনত লাগিল উলাহৰে লহৰ
বন্ধু, খং ৰাগ আঁতৰাই থোৱা
বন্ধু, দুখবোৰ পাহৰি যোৱা।।
দুদিনলৈ আহিছে বিহু
ওলাই আহা বাঁহীটি লৈ
ওলাই আহা হাঁহিটি লৈ
          ঢোলৰ গাজনিৰে
          নাচোনৰ ছেৱেৰে
          দুখকে জিনিবলৈ
জীৱন জীয়াই নাথাকে বন্ধু
                    দুখেৰে
জীৱন জীয়াই নাথাকে বন্ধু
                    খণ্ডেৰে
জীৱন জীয়াই থাকিব থাকিব
                    কেৱল কামেৰে, কামেৰে।।

**

# মই মৰমৰ সজল নয়ন

মই মৰমৰ সজল নয়ন
মই মৰমৰ নদী
তুলসী তলত জ্বলি থকা মই
পোহৰৰ এটি চাকি।।
          মই নাৰী, মই নাৰী।।
মই প্ৰাৰ্থনা, মই উপাসনা
          সুন্দৰৰ সাধনাত
সুৰৰ সুৰভি ময়ে বিয়পাওঁ
          পুৱা আৰু সন্ধিয়াত
আদৰি আনিব খোজো কৰ্মেৰে
          মঙ্গল নিৰৱধি।।
ত্যাগৰ মন্ত্ৰ মোৰেই বুকুত
          হৃদয়ৰ কত আশা
সেই আশা লৈ আগবাঢ়ি যাওঁ
          হ'ম যে বিশ্ববন্দা
ধৰাৰ বুকুলৈ নমাই আনিম মই
          আকাশী সৰগী জ্যোতি
          পোহৰৰ এটি চাকি।।

**

## মই গলি শেষ হোৱা গান

মই গলি শেষ হোৱা গান
মই কৈ শেষ হোৱা কথা
এতিয়া নির্জনতা
মই বৈ শেষ হোৱা নৈ
ছায়াটো আছে বৈ
এতিয়া নিস্তব্ধতা
জীৱনটোৱেই চাগে অন্বেষণ
কি বিচাৰিলোঁ নাজানো
ইয়াকেই কয় প্ৰহসন
নিঃসীম শূণ্যতা।।

★★

## মই নিজিৰাওঁ মই নিজিৰাওঁ

মই নিজিৰাওঁ
নিজিৰাওঁ মই
দেশৰ মাটিয়ে মাতে
যাত্ৰাৰ পথ
হ'ব যে পিছল
যদি চকুলোৰে তিতে
আশা প্ৰেৰণাৰ
ফুল সিঁচি দিয়া
যাত্ৰাৰ বাটে বাটে।
জীৱনৰ শিখা জ্বলাম ইদৰে
সূৰ্য জ্বলিছে যিটো পোহৰেৰে
সেই পোহৰত মনৰ মাজৰ
শেষ ভয়ো গুচে যাতে
মই সাহসৰ মূৰ্ত্ত প্ৰতীক
শঙ্কা ভাৱনা সকলো অলীক
বজ্ৰৰ দৰে মই সুকঠিন
ময়ে ভাৰতৰ ভাগ্য ৰচিম
সময়ৰ সোঁতে সোঁতে।।

★★

# মোৰ মন যায় বুদ্ধিজীৱিৰ মিছা

মোৰ মন যায়
বুদ্ধিজীৱিৰ মিছা
ভেমৰ ভুৱা সাজ খুলি পেলোৱাৰ
মোৰ মন যায়
সঙ্কোচ এৰি আজি
বাটৰ বনুৱাৰ জীৱন লোৱাৰ।।
মোৰ মন যায়
দাৱনীজনীৰ যেন
কাঁচিখন হওঁ
খেতিয়কৰ যেন নাঙল হওঁ
কান্ধতে যেন বিৰিয়া লওঁ
মন যায় বৰ .
দুৰণি গাঁৱৰে সৌ এখনি হাটতে
কেৰুমণি বেচাজন নিজেই হোৱাৰ।।
মোৰ মন যায়
লহপহ বাগিছাৰ
এটি কলি দুটি পাত
নিজেই চিঙাৰ
মোৰ মন যায়
তপ্ত পথতো মই
শেষ জীৱন ৰিক্সাখন
নিজেই টনাৰ
বৰ মন যায়
নিঃস্ব, দিশাহীন
এইটো প্ৰহৰক
পথ চিনোৱাৰ
সুপ্ত নিশাৰ পাচত
জাগ্ৰত আজি এক
সূৰ্য হোৱাৰ।।

**

# মই চিনি পাওঁ

মই চিনি পাওঁ
চিনি পাওঁ মই
মৰুৰ বুকুৰ নদী
বৈ যাব খুজি
যি হেৰুৱায় গতি।।
মই চিনি পাওঁ
চিনি পাওঁ মই
ৰতাহত সৰা ফুল
তেজে ৰঙা হোৱা
জীৱনৰ উপকুল
তাৰে বেদনাত
গোপন অশ্ৰু
বৈ যায় নিৰবধি
মই বুজি পাওঁ
বুজি পাওঁ মই
ৰাতিৰ বাঁহীৰ সুৰ
অসহায় কি যে যাতনাৰে মোৰ
হৃদয় কৰেহি পুৰ
মোৰ দুহাতেৰে
দুখ মচি দিব
পাৰিলোঁহেতেন যদি।।

**

## মোৰ মন যায় এখনি নদী হৈ

মোৰ মন যায়
এখনি নদী হৈ
সাগৰ বিচাৰি বৈ যাবৰ আজি মন যায়
মোৰ মন যায়
লহৰে লহৰে
প্ৰাণৰ ঢউৰে মৰুক জীৱন দিবৰ আজি মন
যায়।।
মোৰ মন যায়
শুকান মাটিত আজি
সেউজী ধানৰ ফুল
ফুলাই তুলিবৰ মন যায়
মোৰ মন যায়
কৰুণ মুখত আনি
জীৱনৰ এটি হাঁহি
সিঁচি দিবৰ মোৰ মন যায়।।
মোৰ মন যায়
পোহৰৰ গীত হৈ
আন্ধাৰৰ বাটে বাটে
বেলি হৈ ফুলিবৰ মন যায়
মোৰ মন যায়
দুখৰ চকুপানী
আলফুল হাতেৰে
মচি দিবৰ আজি
মন যায়।।

**

## মোৰ মন যায় তপ্ত মৰুৰ বুকু

মোৰ মন যায় তপ্ত মৰুৰ বুকু
সিক্ত বৰষা হৈ শ্যামল কৰাৰ
মোৰ মন যায় এজাক বতাহ হৈ
দেশৰ সীমাবোৰ মচি পেলোৱাৰ
মোৰ মন যায়
দুকাষে দুখনি গাঁৱৰ মাজেদি
বৌৱতী নৈত দলং গঢ়াৰ
আৰু দুদালি মুখৰ কেশ
চেনেহ জৰিৰে বান্ধি
এদালি কৰাৰ
মোৰ মন যায়
পথাৰ ভৰি থকা সৰু, সৰু আলি
চূৰ্ণ কৰাৰ।
মোৰ মন যায়।।
ৰিক্ত হৃদয়ৰ
সকলো দৈন্য মই পূৰ্ণ কৰাৰ
মোৰ মন যায়।।

**

## মই দেখা পাওঁ পুৰণি মাটিৰ

মই দেখা পাওঁ পুৰণি মাটিৰ
বুকুত কেনেকে
নতুন অঙ্কুৰ গজে
মই দেখা পাওঁ
আউসী নদীৰ সোঁতে সোঁতে
জোনাক কেনেকৈ আহে
মই বুজি পাওঁ মৌন ওঁঠত লুকাই থকা
বিদ্যুত বৰণী ভাষা
মই বুজি পাওঁ নিৰাশা গছকি ওলাই অহা
দুৰ্বাৰ গতিৰ আশা
মই বুজি পাওঁ জঠৰ মাটিৰ বুকুত গতিৰ
প্লাৱন কেনেকে আহে।।
জানো জানো মই বিফলে নেযায়
মৰণ বিজয়ী বন্দনা
তাৰেই আশাত মনৰ এন্ধাৰ
আঁতৰিছে লাহে লাহে।।

**

## মই এই মাটিৰে ল'ৰা

মই এই মাটিৰে ল'ৰা
হৈছিলোঁ অঘৰী মাটিৰ মোহে এৰি
দিছিলো ভাৱনাৰ চং
আই মই কৰিছো পণ
আকালৰ জুইতে
পোৰা ৰঙা মাটিৰ
গুচাম গেৰুৱা ৰং।
দ হওক বাম হওক মাটি
যদিও তাকৰীয়া মাটি
দুড়ৰা দুবিধা যি আছে হাতত
তাতে মই কৰি যাম খেতি
মোৰে পথাৰ আই
এমাহো নপৰে চন।।
দুৰ দুৰ বটা চৰাই
মোৰে আই পথাৰত
যদি আহি পৰে
অচিনা বটা চৰাই
সাহেৰে দিমে খেদাই
জোৰ পুৰি পুৰি পালেহিয়ে হাত
ইবেলি কৰিছো পণ
আকালৰ জুইতে
পোৰা ৰঙা মাটিৰ
গুচামে গেৰুৱা ৰং।।

**

# মোৰ সকলো ফুলতে গুণ্‌গুণাই তুমি

মোৰ সকলো ফুলতে গুণগুণাই তুমি
মোৰ সকলো গীততে গুণগুণাই তুমি
মোৰ সকলো হাঁহিতে গুণ্‌গুনাই তুমি
তুমি, তুমি, তুমি।।
মোৰ মুখত জিলমিলাই তুমি
মোৰ শিৰত তিৰ্‌বিৰাই তুমি
নদী যিখনি নেদেখা
তাৰেই বুকুৰ তুমি মুকুতা
জ্বলমলাই তুমি, তুমি, তুমি।।
মোৰ বাঁহীৰ সুৰত তুমি
মোৰ সুখৰ সুৰত তুমি
মোৰ দুখৰ সুৰতো তুমি
মোৰ হাঁহিৰ, মোৰ অশ্রুৰ
সুৰেসুৰে সুৰে তুমি
ৰজনজনাই তুমি
তুমি, তুমি, তুমি।।

**

# মোৰ মিনতি তৰা হয় যদি

মোৰ মিনতি তৰা হয় যদি
তোমাৰ আকাশ চুব
মোৰ এই গান যদি ফুল হয়
তোমাৰ বনত ৰ'ব।
মোৰ এই কথা যদি সুৰ হয়
মোৰ এই সুৰ যদি জোন হয়
সেই জোনে গুনা
জোনালী মায়াৰে সৰু সুকণ্ঠাৰে
মনে মনে গৈ
তোমাৰ মুখতে ৰ'ব
মই নাথাকিলে
সাঁজৰ তৰাই
মোৰেই কথাকে ক'ব।।

**

## মনত পৰে মনত পৰে

মনত পৰে মনত পৰে
        তোমাৰ চকু জুৰি
টলমল পানীতে যেন
        জিলিকে যে জুৰি
চাওঁ নে নেচাওঁ কৈ
        এটিবাৰ চালা
কি যে শিহৰণ মোক
        দি থৈ গ'লা।
এটি দুটি কথা ক'লা
        কি ফুল ফুলিল
পলাশৰ ডালতে বৈ
        কুলিয়ে যেন মাতিল।।

**

## মই যে মা হ'ম

মই যে মা হ'ম
    মা হ'ম মই
নিচুকনি গীত
    শিকি ল'ম মই।।
আমাৰে মইনা শুব এ
বাৰীতে বগৰী ৰুব এ
বাৰীতে বগৰী পকি সৰিব
        মইনাই বুটলি খাব।।
মই যে মা হ'ম
        মা হ'ম মই
ওমলাৰ গীতকে
        শিকি ল'ম মই
ৰ'দালি এ ৰ'দ দে
হেঙুলীয়া ৰ'দ আদৰিম আমি
নতুন এই শতিকাত
        আন্ধাৰে ভাঙি।
আমাৰে মইনা জাগে এ
পুৱাৰ পোহৰ হৈ জাগে এ
মইনাৰ চকুতে সূৰ্য ওলায়
        আন্ধাৰে ভয়তে কেনিবা পলায়।।

**

## মোৰ হৃদয়ৰ নিবিড় মৰম

মোৰ হৃদয়ৰ নিবিড় মৰম
আলফুলে থৈ গ'লো,
মই তোমাৰেই মই তোমাৰেই
এই প্ৰতিশ্ৰুতি দিলো।।
আকাশ বতাহ সাক্ষী ৰ'ল আজি
সাক্ষী ৰ'ল এই নদী,
বনৰ চৰাইৰ কণ্ঠত দিলো
আমাৰ মিলন গীতি।
জীৱনে মৰণে ছাঁ হৈ ৰ'ম
গানে গানে কৈ গ'লোঁ।।

★★

## মই পিয়লা পিয়লা

মই পিয়লা পিয়লা
ৰঙা নিজৰা নিজৰা
মিঠা ৰসে ভাল পাওঁ
কোনে দিবহি মোক
মই পিয়লা।।
আহা পিয়লা কাষলৈ
আহা পিয়লা হাতলৈ,
দূৰ কৰা প্ৰাণ চাহাৰা
সিক্ত কৰা জীৱন মোৰ
মই পিয়লা।।
এই জীৱন একো নাই শূণ্য
ল'ব জানিলেই পূৰ্ণ
চকুপানী আৰু দুখ
আৰে দোষ্ট
হাঁহিৰে কৰাহি দূৰ
ৰাগিৰে কৰাহি দূৰ
মই পিয়লা।।
আৰে যা যা চুপতি নকৰিবি
চুপতি নকৰিবি
আৰে যা.......
জুই যে জ্বলিছে দেহতে দেহতে
গুপুতে কোৱাহি লাহেকৈ লাহেকৈ
মৰমৰ কথাটি ভালকৈ কৈ কৈ
পিয়লাটি মোৰ প্ৰাণৰে পথৰে
পিয়লাটি মোৰ ৰঙৰে ৰঙৰে
জ্বালাজুই মোৰ বুকুৰে
নুমুৱাই লবহি মোৰ।।

★★

# মৰমী কোৱা, এটিবাৰ কোৱা

মৰমী কোৱা, এটিবাৰ কোৱা
মৰম থাকেনে দেহত?
কোৱা, মৰম থাকেনে মনত?
জীৱন জোৱা
নুবুজা সাঁথৰ
কোৱাচো মোৰেই আগত।।
মৰম মানেই
গোপন গোপন মিঠা-মিঠা শিহৰণ
মৰম মানেই
আকুলতা অনুপম আয়োজন
হয়নে বুকুৰ মাজত?
হয়নে দেহত? হয়নে মনত?
কোৱাচো মোৰেই আগত।
মৰমৰ নাম শেৱালী সুবাস
মৰমৰ নাম আকাশ
মৰম বিহনে জীৱন মৰুভু
মৰমৰ নাম সুবাস
মৰম আছেই তোমাৰ মাতত
নোকোৱা কিয়নো লাজত?

★★

# মই যেন বৈ যাব খোজা

মই যেন
বৈ যাব খোজা
এক নৈ
শিলৰ গুহাত
আছিলো বন্দী হৈ।।
ৰ'দ ক'ত আছে
চাম যেন
দুখনি ডেউকা হৈ
মই যেন বৈ যাব খোজা নৈ।।
ফুলৰ লগত
ফুল হ'ম মই
পখিলাৰ লগত পখিলা
ঝৰ্ণাৰ সতে
দেও দি ফুৰিম
হ'ম মই ফাগুনী মলয়া
মুক্ত আকাশ
মুক্ত বতাহ বৈ যাম দূৰলৈ
অসীম সপোন লৈ।।

★★

## মই জানো তুমি তুমিতো নোহোৱা

মই জানো তুমি তুমিতো নোহোৱা
তুমি মোৰ অনুভূতি
চিৰ পলাতকা মোৰ কবিতাৰ
পথৰ ৰ'দালি গতি।।
মই জানো তুমি প্ৰাণৰ সঁহাৰি
দৃষ্টিৰ আঁৰে আঁৰে
নীৰৱ হিয়াৰ শত মুখৰতা
বেদনাৰ পাৰে পাৰে
দূৰ সুদূৰৰ ছুঁয়ামৰা তুমি
মধু শিহৰণ এটি।।
মোৰ পৰিধিৰ সিপাৰত তুমি
গোৱা নিতে কিনো গীতি
দৃষ্টি ভাগৰে তৃষ্ণা নাতৰে
সিক্ত নয়ন দুটি।।

**

## মঙ্গলাচৰণম্

মঙ্গল হওক, মঙ্গল হওক
আমাৰ সাধনা সফল হওক
গুৰু বন্দনা ধন্য হওক
আজিৰ যাত্ৰা মঙ্গল হওক
অমৃতৰ পথে পথে
আমাৰ যাত্ৰা ধাবিত হওক
আমাৰ মন সুন্দৰ হওক
আমাৰ কৰ্ম বলিষ্ঠ হওক
অমৃত হওক, অমৃত হওক
মঙ্গলেৰে পূৰ্ণ হওক।।

**

# যদি, এই কথাবোৰ ফাগুনৰ ফুল হৈ ফুলে গৈ

ছোৱালী ঃ যদি, এই কথাবোৰ ফাগুনৰ ফুল হৈ
ফুলে গৈ
ল'ৰা ঃ তেনে, সেই ফুলৰেই ছায়াতেই আমি গৈ
ৰ'ম গৈ।।
ছোৱালী ঃ যদি এই স্বপ্ন ফাগুনৰ ফুল হৈ ফুলেগৈ
ল'ৰা ঃ তেনে সেই ফুলতেই গুণ গুণ কৰি হৈ ৰ'ম
গৈ।।
ল'ৰা ঃ জোনাকত ৰাতি বাঁহী বাজিলে
সুৰে সুৰে মন মোৰ কঁপিলে
ছোৱালী ঃ পখিলা পাখিৰে উৰি আহিবা
গোপনে মোৰ কাষলে
স্বপ্নৰ পাহি সৰে দিঠকৰ কাল ধুমুহাত
জীৱনৰ জুবি বয় বাধা ভাঙি যোৱাৰ আশাত
ল'ৰা ঃ বাৰিষা মদিৰ মেঘ দেখিলে
ৰিমঝিম বৰষুণ পৰিলে
ছোৱালী ঃ কদম সুৰভি হৈ আহিবা
গোপনে মোৰ কাষলে।।

★★

# যেতিয়া বৰষা আহে

যেতিয়া বৰষা আহে
এনেকুৱা লাগে তুমিয়ে আহিছা
তাৰেই সঁহাৰি জাগে
গুৰু গুৰু গুৰু
গুৰু গুৰু গুৰু
মেঘৰ কণ্ঠ বাজে
জলদ গম্ভীৰ তোমাৰ মাতটি
শুনো শুনো যেন লাগে
মন ময়ূৰীয়ে পেখম তুলি
চালি ধৰি মোৰ নাচে।।
ফাগুনে জ্বলোৱা
বিৰহ অগনি
যেন শেষ হৈ যায়
উৰুঙা বুকুৰ
উদাস সুৰে জীৱন ধূৱাই পায়
ধাৰাসাৰ এই
বৰষাৰ ৰাতি বৰ অপৰূপ লাগে।।

★★

## যায় বৈ যায় বৈ

যায় বৈ যায় বৈ
দিনে দিনে দিন যায়
যে খহি
দিনে দিনে আশা যায়
যে জহি
একোকে নেথাকে বৈ
যায় গুচি যায় গৈ
সোণোৱালী পানী
ৰূপোৱালী পানী
একোকে নেথাকে বৈ
নহয়, নহয় সময় নহয়
উৰি যোৱা পখীটি
নহয়, নহয় সময় নহয়
বৈ যোৱা নদীটি
সময় চাগৈ
সময় চাগৈ
বাজি থকা নুশুনা বাঁহী
তাৰেই সুৰত
ফুলিছে ফুল
তাৰেই সুৰত
কতনা ভুল
আয়ে দেহি বাজি থকা
নুশুনা বাঁহী।
পাতটি সৰিছে
আকৌ যে গুলাব ফুলটি
সৰিছে
আকৌ যে ফুলিব
এন্ধাৰ শেষ হ'ল ন জোন ওলাব
জীৱনৰ পখীয়ে
ক'ত গীত জুৰিব
হাঁহিব, নাচিব
নতুন দিনকে
ওলগে জনাব
দুখকে পাহৰি
সাহসে বান্ধিব
দুয়োটি হাতেৰে
জীৱন উঁৰ মাৰিব।।

**

## যুদ্ধ বিদায় বিদায়

যুদ্ধ বিদায় বিদায়
তোমাৰ ক'লাৰেখাৰে বুৰঞ্জী
কলীয়া নকৰা হাঁয়
যুদ্ধ বিদায় বিদায়।।
আমাৰে সীমান্তত
যি ভুল কৰিলা
কত যে মাতৃৰ
বুকু শুদা কৰিলা
কত যে শিৰৰে
সেন্দুৰে মচিলা
সেই ভুল নকৰা দুনাই
যুদ্ধ বিদায় বিদায়।।
আমি যে শান্তিৰ কপৌ এজাক
(আমাৰ) ডেউকাত লাগিলে ধোঁৱাৰ দাগ
কৃষ্টি হ'ল ছাই
বন্ধু হেৰালে হাঁয়
পথ পাহৰোৱা তুমি হিংসাৰ অগনি জ্বলাই
যুদ্ধ বিদায় বিদায়।।

**

# যাউতি যুগৰে চিৰ প্ৰবাহ লৈ

(সমবেত গীত)

যাউতি যুগৰে
চিৰ প্ৰবাহ লৈ
অসমৰ বুকুৰে
চিৰি লুইতে ঐ
এদালি সূতা হৈ
দুপাৰে গুঠিলে
দুয়োহাতে মেলি
সাৰটি ৰাখিছে
জাতি উপজাতি
সবে মিলি গঢ়া
ঐক্যপ্ৰীতি ভৰা
এইখন আমাৰে দেশ
অ মোৰ অসম দেশ।।
আই ঐ
অসমৰ পূবৰে মিচিং জনজাতি
চুতীয়া দেউৰী
সোণোৱাল কছাৰীৰ
এইখন নিজৰে ঠাই।
বৰ অসম গঢ়া
আহোম জনজাতি
শ শ বছৰে
ৰাখিলে খিয়াতি
এইখন আমাৰে দেশ
অ মোৰ অসম দেশ।
দ'ল দেৱালয়
সত্ৰ নামঘৰে
গীৰ্জা, মঠ মজিদে
ৰিঙিয়াই সদায় কয়
এইখন শান্তিৰ দেশ
এইখন অসম দেশ।।
মধ্য অসমৰে
পাহাৰে ভৈয়ামে
কাৰবি, তিৱাৰে ঠাই
বৰাক উপত্যকা
কৃষ্টি যুগমীয়া
মন পমি যে যায়
সোণত সাজি থোৱা
বাখৰহে যেনিবা
অসমীয়া সবে
ভাই ভাই।।
চাহ বাগানৰ
বাগানিয়া ভাই
মাদল বজাই
ঝুমুৰ নাচি যায়
বড়োৱে চিফুং বায়
বৈশাগু নচুৱায়
ৰাভাৰ কাঢ়ানলে
প্ৰীতিকে ওপচায়
অ' মোৰ পশ্চিমৰ অসমখন
সুৰেৰে সুৰীয়া
এইখন শান্তিৰ দেশ
ভাৰতৰ পূবৰে দেশ
ঐক্য প্ৰীতিৰে দেশ।।

★★

# যি চিনি পালে মুক্ত আকাশ

যি চিনি পালে মুক্ত আকাশ
তেওঁ, সঁজাত বন্দী হ'বনে?
যি চিনি পালে পৰম পোহৰ
তেওঁ, আন্ধাৰৰ বাট ল'বনে?

প্রতিটো পখীৰে ডেউকাত আছে
উৰিবৰ বাবে বাসনা
প্রতি হৃদয়ৰ গভীৰত আছে
সোণালী আশাৰ তাড়না
জীৱনৰ স্বাদ যি পাই গ'ল
তেওঁ, গীত নোগোৱাকৈ ৰ'বনে?

অ' সুগভীৰ জীৱন বন্যা
গঙ্গাৰ দৰে বৈ যোৱা আজি
শিলনি ভাঙি বৈ যোৱা আজি
বাধা পাই তুমি ৰ'বানে??

**

# ৰ'দে পোৱা এই মৰুত নাই

ৰ'দে পোৱা এই মৰুত নাই
এধানি ছাঁ
গছ বন জ্বলি ছাই হ'ল নাই
এধানি ছাঁ
জুইৰ শিখাৰে ৰচা এই পথ
পুৰিছে পাও
বা-মাৰলীৰে ধুঁৱলী-কুঁৱলী
কেনেকৈ যাওঁ
অশ্রুৰে জানো নুমায় অগনি
কাহানিবা??
হুমুনিয়াবোৰ লগলাগি হ'ব
এদিনা মেঘ
ধুমুহা আহিব, প্লাৱন আনিব
সেয়েতো ছেগ
নতুন সেউজী কুঁহিপাতে দিব
হয়তো ছাঁ।।

**

# ৰাতিৰ সাধনাত বোলে

ৰাতিৰ সাধনাত বোলে
পদুমে পাপৰি মেলে
তেনে মোৰ সাধনাত তুমি
পাষাণ দেৱতা কিয় নুঠা জাগি?
পুৱাৰ ৰ'দালি পাই
ধূলিৰ ধৰাই হাঁহে
তেনে প্ৰাণৰ ৰ'দত মোৰ
এবাৰ কিয়নো তুমি নুঠা হাঁহি?
ধৰাৰ মৰুভূ হিয়া
বাৰিষাৰে সেউজীয়া
মোৰ দুওঁঠ কিয়
মৰু তৃষ্ণাৰে ভৰা
স্নেহৰ প্লাৱন ঢালি
মোৰ ই হৃদয় তুমি
তেনে সেউজী কোমল আৰু
ফুলাম ধুনীয়া কিয়
নকৰাহি?

**

# ৰুণ্ জুন্ সুৰ

ৰুণ জুন সুৰ
কোন ছুঁয়ামযা ইটি
আলফুলকৈ
সুগোপনে মোৰ
জপালেহি চকু দুটি (??)
তোমাৰ সুবাস
যেন চিনি পাওঁ
যেন চিনি পাওঁ মই
হেৰোৱা সুৰৰ
অলকানন্দা (এই)
বিদ্যুৎ বেগেৰে বয়
মনৰ মৰুৰ
মাজতে যি
কোন ছুঁয়ামযা ইটি।।
তোমাৰ দেহত
আছে নেকি বাৰু
ইন্দ্ৰধনুৰ ৰং
জিলমিল মোৰ
কৰিছে নয়ন
অপৰূপ হ'ল মন
কোৱা তুমি কোন
কোন তুমি কোন
কিয়? মোৰ নামচোন "স্মৃতি"।।

**

## ৰূপালী, সোণালী থাপনা পাতিলোঁ

ৰূপালী, সোণালী থাপনা পাতিলোঁ
ইবেলি হীৰাৰ থাপনা
হীৰাৰ দৰেই শীৰ্ষ ৰত্ন
হ'বলে জনাওঁ প্ৰাৰ্থনা
আমাৰ কামনা।।
মহা ভাৰতৰ মহা সংস্কৃতিৰ
আদৰ্শ আমাৰ লক্ষ্য
ঐতিহ্যমণ্ডিত সন্দিকৈ কলেজ
গৰবেৰে পূৰ্ণ বক্ষ
হীৰাৰ পতাকা বহন কৰিম
আজি তাৰে শুভ সূচনা।।
ন প্ৰগতিৰ ন চানেকীৰ
ৰচিম শিল্পকৰ্ম
শিক্ষা দীক্ষা সকলোতে হ'ম
শীৰ্ষ, সুন্দৰ, সূক্ষ্ম
গুৰুৰ চৰণে আশীষ দিয়ক
ই যে দৃঢ়তম সাধনা
হীৰাৰ দৰেই শীৰ্ষতম
হ'বলৈ আমাৰ প্ৰাৰ্থনা।।

(সন্দিকৈ কলেজৰ হীৰক জয়ন্তী উপলক্ষে ৰচনা কৰা)

**

## বৈ চমকিলে গা

বৈ চমকিলে গা,
কতেনো শুনিলো
জিকিৰৰ এফাঁকি
(যেন) দুপৰৰ
বিৰিখৰ ছাঁ।।
ৰ'দৰে এডিঙি
ভোকৰে এডিঙি
পিয়াহৰ এডিঙি জুই
বাটেকুৰি বাই
ক'লৈনো ওলাইছ
কৰে সৰে কোৰাকুই
সিপাৰে পামে কি
নাজানো একোকে
ভয়ত জ্বলে পোৰে গা।।
জিকিৰৰ এফাঁকি কতেনো শুনিলো
যেন বিৰিখৰে ছাঁ।।
নাম ল নাম ল,
গুৰুৱে বুলিছে
নামকে ল'বলৈ
জিকিৰে দোঁহাৰে
আল্লা, ৰাম একেটি নাম
উভটি নেনাচ, পাপী, অধৰমী
কথালৈ কৰিবি কাণ
ধৰমে দিছে আজান
নামতে সত্যকে পাম।।

**

## বৈ আছোঁ শুনিবলে

বৈ আছোঁ
শুনিবলে
মোহন মুৰুলী
পৰাণ মোৰ
পৰে যে উছলি।।
মই অভিসাৰী
ৰাধা
পদে পদে আহে বাধা
ৰুণু জুনু
নেপুৰৰ
সুৰ বাজে
বিৰহৰে
বৈ বৈ ভাগৰিলোঁ
নামিলে গধূলি।।
চকুলো ধাৰেৰে বয়
যমুনা সউ সাক্ষী ৰয়
আহোঁ বুলি শ্যাম কানু
নাহে যে নাবাজে বেণু
প্ৰহৰ আকুল হ'ল
তোমাকে বিচাৰি।।

**

## ৰঙালীত টঙালি বান্ধ ঐ লগৰী

ৰঙালীত টঙালি বান্ধ ঐ লগৰী
ন গীত গাবৰে হ'ল
পেটতে গাঁথি দি ওলা অ বিহুৱা
শেষ নাচ নাচিবৰ হ'ল।।
ৰঙৰ বিহুতলীত গজিছে দুবৰি
উলাহৰ কিৰীলি নাই
সময় শতৰুৱে প্ৰাচুৰ্যৰ নাচনীক
থ'লেনো ক'তে লুকাই
বাধাৰ হাবি ভাঙি
সিজনী নাচনীক
বিচাৰি আনোগৈ ব'ল।।
শিঙৰে পেঁপাটিত
ভালকৈ সুৰ দে
ৰজনে জনায়ে যাওক
বুকুৰ সাহৰ কথা
ঢোলতে কৈ দে
ভয় দুখ আঁতৰি যাওক
বিহুৰে ৰতৰত
ন গীত মাতেৰে
নতুন শপতেৰে
জীৱনক পূজিমে ব'ল।।

**

## ৰঙে ৰঙা দৈ

অ' ৰঙে ৰঙা দৈ
লাহে লাহে কৈ চকুত চকু থৈ
বতৰৰ গীতকে গাওঁ।।
পাহাৰৰ মইনা যাব পাহাৰলৈ
ৰৈয়া কি ৰৈয়া ৰৈ
বিৰিণাৰ বুকুতে মৌ মাত এৰি থৈ
ক'লা কি কথা ঐ
আৰু কি আহিব ঘূৰি কি মইনা জান
কলিজাত একুৰা জুই।।

**

## ৰাধা ৰাধা অ'

ৰাধা ৰাধা অ'
ৰাধা ৰাধা অ'
তোমাৰ বাঁহীত বাজে
ৰাধাৰ নামত
কিনো আছে
কোনে বাৰু বুজে।।
গকুলতে কৃষ্ণ আছে
গকুলতে ৰাধা
তথাপি বাঁহীত বাজে
ৰাধা, ৰাধা ৰাধা
ৰাধা ক'তে আছে।।
যমুনা উজায়ে বয়
জোনও থমকে
শ্যাম মেঘত
ৰাধা হাঁহিব
বিজুলী চমকে
আনন্দ ৰূপিনী ৰাধা
আনন্দ প্ৰাণৰে
আনন্দ ৰাগৰে নামত
লহৰে লহৰে
ৰাধা শান্তি ৰূপত থাকে
ৰাধা শক্তি ৰূপত থাকে
ৰাধা ৰাধা ৰাধা অ'
সেয়ে বাঁহীত বাজে।।

**

# ৰাসৰ জোনাক নামিছে

ৰাসৰ জোনাক নামিছে
শিহৰণ কি যে জাগিছে।।

ৰুণুক জুনুক বাজিছে
মন উচাটন কৰিছে
বৃন্দাবনত কৃষ্ণ গোঁসাইৰ
কিজানি মুৰুলী বাজিছে।।
ৰাধাৰ প্ৰাণে যে
কান্দিছে
বাটৰ কাইটে
বিন্ধিছে
কৃষ্ণ অ' মোৰ
ক'ত আছা তুমি
পৰাণে বিচাৰি ফুৰিছে।।

★★

# ৰঙাকৈ জিলিকে নাহৰৰ পাত

ৰঙাকৈ জিলিকে
নাহৰৰ পাত
পদূলিত বিহুৱে
দিছেহি মাত।।
কুলিৰে মাততে
বহাগী বাত
ৰাইজাঁই ৰাইজাঁই
লাগিছে গাত।।
আকাশত বেলিৰে
সোণালী পাহি
জোনাক যে তগৰে
মেলিছে পাহি
পেপাঁৰে মাততে
আলফুল হাঁত।।
তাঁতত বাচিছো
সিহিবি ফুল
বুকুৰে চেনেহেই
বিহুতে মূল
চেনেহ বিহুৱানখন
সবাকে দিম
বিহুটি চিৰদিন
কুশলে থাক।
★★

## ৰ'দ পৰে চোতালত

ৰ'দ পৰে চোতালত
জোন সৰে জোনাকত
শুনিছিলোঁ সাধুবোৰ
খেলিছিলোঁ উলাহত
সেই যেন হেঁপাহৰ ঘৰখনি
আমাৰ গাঁবৰ সেই ঘৰখনি।
সুৰভি অমিয়া
সেউজী গাঁবতে আছিলে
স্নেহবন্ধন স্নেহবন্ধন।
আকাশ আছিল জুৰি
জীৱন আছিল ভৰি
জীৱনৰ মধুৰ লগন।
গতিকে আছিল মাথোঁ
একতা আছিল গভীৰ
ভাওনা-সবাহত চিন
সাহিয়াল মনেৰে একেলগে যুঁজি যাই
ৰঙিয়াল মনেৰে একেলগে যুঁজি যাই
ৰঙিয়াল মনেৰে হাঁহে-নাচে-গীত গাই
হৰি নাম ৰসেৰে ৰজনজনাই
ৰজনজনাই।
সোণোৱালী দিনবোৰ
কেনি গুচি যায়
জিলমিল ভাহি উঠে
মোকে কন্দুৱাই।
নৈ-জান-জুৰি বন
কত ফুল ফুলি ৰয়
ঋতুত সুৰভিয়ে
পুলক জগায়।
তাৰ বিপৰীতে যেন
মোৰো ভুল দৰে লাগে
**

## ৰিক্ত আমাৰ প্ৰাণত লাগিছে

ৰিক্ত আমাৰ প্ৰাণত লাগিছে
আঘাত নিষ্ঠুৰ তিক্ত
আমাৰ চকুৰ পানীৰে বন্ধু
পৃথিৱী নহ'ল সিক্ত।
বক্ষত জ্বলে অগ্নি আমাৰ
বিচাৰি ন্যায্যপ্ৰাপ্য
ৰুদ্ধ কাৰাৰ দ্বাৰ ভাঙি
শক্তি দৃঢ়তাযুক্ত।
মুক্ত আকাশ নোপোৱা দিনলৈ
শক্তি নহয় ক্লান্ত
ক্লান্ত নহয় এই অভিযান
নহয় ইবে দিশভ্ৰান্ত।
**

## লাডুৱা গোসাঁই অ'

(শিশুৰ গীত)

লাডুৱা গোসাঁই অ'
লাডুৱা গোসাঁই
দিয়া মোকো লাডু এটা
মই পোৱা নাই।।
মাই দিয়া চিৰা-পিঠা
নেখাওঁ নেখাওঁ;
তোমাৰ লাডুহে ভাল
দিয়াচোন খাওঁ
ইমান ধুনীয়া লাডু
খাই পোৱা নাই
দিয়াচো গোসাঁই।।
নাৰিকলৰ লাডু নে
বুন্দিয়াৰ লাডু?
সদায় খোৱা কিয়
নুঢুকায় বাৰু?
দিয়াচোন এনে লাডু
দুহাত ভৰাই
গোসাঁই গোসাঁই।।

**

## লাজৰ নাম ৰক্ত পলাশ

লাজৰ নাম ৰক্ত পলাশ
প্ৰেমৰ নাম যে আকাশ
বিৰহৰ নাম তপত মৰু
মৰমৰ নাম সুবাস।।
এই অনুভৱ ফুলৰ দৰে
তোমাৰ পথত দিলোঁ
মোৰ অনুৰাগ এটি সুৰ কৰি
তোমাৰ কাষত থ'লোঁ
আশাতো নহয় ক্ষমাহীন এক
চকুলোৰে ভৰা নিৰাশ।।
ভাল পোৱা এক গভীৰ বেদনা
বন্ধন নে ই মুক্তি
ৰ'দৰ দৰে জোনাকৰ দৰে
আনে অপৰূপ শক্তি
তুমিও ভাবানে মোৰ দৰে বাৰু
দিয়াচোন এধানি আভাস।।

**

## লাই হালে জালে আবেলি বতাহে

লাই হালে জালে আবেলি বতাহে
লফা হালে জালে পাত
আমাৰ সোণটি হালিছে জালিছে
টোপনি ধৰিছে চাগে।।
তিৰ্ বিৰ্ চকুযোৰ মুদখাই আহিছে
সপোন দেখিবৰ হ'ল
লগতে ওলালে তৰা জাকেপাতি
উজ্বলি গধূলি বা'তে।।
জোনৰ লগতে তৰাৰে লগতে
নিশাটো উমলি থাকি
পুবা সূৰুযৰ জিলমিল ৰেঙনি
দুয়োটি চকুতে আঁকি
মিচিকি হাঁহিৰে সোণটি উঠিব
বেলি নৌ উঠাৰে আগে।।

**

## লংকলী চাওঁতালী

লংকলী চাওঁতালী
শিলত কটা ছোৱালী
ভৰিতে তাইৰ ৰূপৰ ঘুঙুৰ বাজে
বেলি দুবে পশ্চিমভাগে
ৰিহিনা ৰিন্ মাদল বাজে
জোনৰে ফুল খোপাত গুজি হাঁহে।
কলাপাতৰ শাৰী পিন্ধে
হাজাৰ মণি ডিঙিত আঁৰে
ডালত নহয় ওঁঠত পলাশ ফুলে
অগা পিছা কৰি কৰি
হাতে হাতে ধৰি ধৰি
সোণাৰু ফুল ঝুমুৰ নাচি ভাঙে।।
ঢুলু ঢুলু দুটি চকুত
হাটবাৰৰ সপোন অযুত
জোৱান বুধু চকুৰ মণিত নাচে
চাহ গছৰ তলে তলে
ৰূপ জ্বলে জোনাকীৰে
শিৰিশ গছে নতুন পাহি মেলে।

**

# লিহিৰি বনতে দোলনি লাগিছে

লিহিৰি বনতে
দোলনি লাগিছে
জিৰ্‌জিৰ ফাগুণী বা
পলাশৰ ডালতে
মাতিছে কুলিয়ে
হ'ল যে উচাটন গা
ফুলৰে এপাহি
ফুলৰে দুপাহি
সাতো বৰণীয়া পাত
ৰিণিকি ৰিণিকি
মই যেন শুনিছোঁ
কৃষ্ণৰ বাঁহীৰে মাত
হ'ল যে উচাটন গা।
পখিলা উৰিছে
ফুলে ফুলে বৈ
ভোমোৰা উৰিছে
গুণ্‌গুণ্ কৈ, গুণ্ গুণ্ কৈ
আগলি ফাগুণতে
মুকলি মনতে
কৰেনো পৰিছে
কালিন্দী ভোমোৰাৰ ছাঁ
উগুলে থুগুলে
মন বিয়াকুলে
চঞ্চল বা।।

**

# লিহিৰি বনতে মিঠা মিঠা ৰাগিৰে

লিহিৰি বনতে
মিঠা মিঠা ৰাগিৰে
নতুনৰ শিহৰণ
প্ৰাণে প্ৰাণে জাগিছে
মোৰে সখীয়া
মোৰে বহুনা
ন দিন আহিলে
মিঠা মিঠা ৰাগিতে।।
যোৰে যোৰে গৈ নাচো বলা
ফুল ফুলাবৰ বতৰ
পুৰণি দিনৰ ধূসৰ বুকুত
বোৱামে প্ৰাণৰ লহৰ।।
লাহে লাহে কৈ
চকুত চকু থৈ
কাষে চপাৰে বতৰ
কাঁইটৰ মাজতে
ফুলামে কেতেকী শপতৰ
এইটো প্ৰহৰ।।

**

# লুইত যিখনি গঙ্গা সিখনি

লুইত যিখনি গঙ্গা সিখনি
পদ্মা বুকুৰে আই
সিন্ধু কাবেৰীৰ পাৰতো চেনেহী
একেজনী মোৰ আই।
পদ্মাৰে পানী ৰঙচুৱা হ'লে
লুইতত উজনী ভাটি
মেঘনাৰ পাৰতে জুই ফুল ফুলিলে
গঙ্গাৰ উতলে সুঁতি
বুকুভঙা গীত কেতেকী চৰাইৰ
সকলোতে একে হাঁয়।।
চকুৰ পানীৰ ৰং যে একেই
মৰমৰো ৰং একে
একে বতাহৰে জীৱন সুৰভি
গছে বনে ফুলে পাতে
একে মানবতা তাৰে কত ৰূপ
আই তোৰ তুলনা নাই।।

**

# লাচিতৰ সাহ

লাচিতৰ সাহ
মূলাৰ সাহেৰে ব'ল আগুৱাই ব'ল।
জননী পূজাত
বুকুৰ তেজেৰে আহুতি দিবৰ হ'ল।
আই নেকান্দিবি
আহিছো ওলাই লাখ লাখ সন্তান
শিৰে শিৰে বয়
তপত প্ৰবাহ ৰাখিম দেশৰ মান
তোৰ চৰণ
কপালে কপালে তেজেৰে আঁকা যে হ'ল।

আমিতো নহওঁ
কৰ্ত্তব্য বিমুখ দুৰ্বল, কাপুৰুষ
প্ৰাণ দি হ'লেও
গুচাব লাগিব আইৰ যাতনা শোক
'দেশতকৈ একো ডাঙৰ নহয়' মুখত মন্ত্ৰ ব'ল।।

**

## লিখা পঢ়া কৰ বোপাই

লিখা পঢ়া কৰ বোপাই
দুটা আখৰ শিক
লিখা পঢ়া নাজানিলে
জীৱনটোৰেই ধিক
আমাৰ চাচোন কি বিলৈ
চকু থাকিও কণা
আখৰ কেইটাৰ চুক কেইটা
নিচিনা নজনা
হয় হয় চকু থাকিও কণা
সেয়ে লিখা পঢ়া কৰ বোপাই
আখৰ দুটা শিক।।
পুথি এখন পঢ় বুলি
আনক ক'ব লাগে
হয় হয় আনক ক'ব লাগে
চিঠি এখন পঢ় বুলি
আনক ক'ব লাগে
পঢ়িব নেজানি আনক
কুটুৰিব লাগে
হয় হয় কুটুৰিব লাগে
লিখিব নাজানো আনক
কুটুৰিব লাগে
হয় হয় কুটুৰিব লগে
হাঁয় জীৱনটোৰেই ধিক
সেয়ে লিখা পঢ়া কৰ বোপাই
দুটা কথা শিক
টিপ চহীটো দিব লাগে
কোনোটো কামত
হয় কোনোটো কামত
নাজানো, কিহত চহী দিলো
কোন কাকতত
আমাক ঠগি খায় অ
নাজানো কাৰণে
জীৱনটোৰে ধিক আমাৰ
পঢ়া অবিহনে
হয় লিখা অবিহনে।

**

## লাজুক চাৱনিৰে নিবিড় আবেগেৰে

লাজুক চাৱনিৰে নিবিড় আবেগেৰে
মদিৰ কিনো মায়া গোপনে জগালে।
মন পদুমৰে পুৱাৰ অৰুণে
কিয় মনে মনে পাপৰি ফুলালে।।
পৰিবেশ আজি যে অপৰূপ
লগণ মোহনীয়া কৰি
উৰিল মনৰ প্ৰজাপতি
জীৱন সুৰভি বিচাৰি
দোলনা আজি লাগে হিয়াতে মনতে।।
মায়াময় মিঠা এক সপোনৰে
জীৱন অনুপম কৰি
ফাগুনৰ আশীষ নামিছে
উম্মন দেহামন জুৰি
অজান পুলকেৰে হিয়াৰে কনতে।।

**

# লিখা পঢ়া নাই আমাৰ

লিখা-পঢ়া নাই আমাৰ
আমাৰ দশা এনে
আন্ধাৰ মুধাৰ ঘৰ এটাত
বাস কৰা যেনে।।
পোহৰ নাই সেই ঘৰত
নেদেখো একোকে
বাহিৰত আছে পোহৰ, জোনাক
একেলগে।।
বাহিৰত আছে ফুল, আছে জান-জুৰি
বাহিৰত জোন-তৰা আছে বেলি ফুলি।।
আন্ধাৰত থকা আমাক কোনে চিনাই দিব
নেজানো মাতিব।
বাহিৰত আছে আখৰ
দুৱাৰ মেলি আহোঁ যদি বাহিৰখনলে
বাহিৰত চকু মেলি শিকিলে চাবলে।
আখৰ শিকিম, কিতাপ পঢ়িম
কত কথা বুজিম
কণাৰ দৰে আন্ধাৰত থকাটো এৰিম
কিতাপত কত কথা কত জ্ঞান আছে
মানুহ হ'বলৈ আমাক শিখা-পঢ়া লাগে।।

**

# শ্যাম বৰণীয়া সোণ বৰণীয়া

শ্যাম বৰণীয়া
সোণ বৰণীয়া
লাহৰী মুখখনি আজি নাই
আই তোৰে নাই
বেদনা বুজোৱা ভাষা নাই।।
আই তোৰ
অশ্রু মচোতা কোনো নাই
লগ্ন উকলি যায়
ভগ্ন মনেৰে আই
বৈ আছোঁ
ৰাতি শেষ হোৱা নাই
পূজাৰ মন্ত্ৰ আমি
পোৱা নাই।।
শূণ্য হাতেৰে আই
শুকান মুখলে চাই বৈ আছোঁ
পূজাৰ শঙ্খতো বজা নাই
পূজাৰ মন্ত্ৰ আমি
পোৱা নাই।।

**

# শিপিনী মই সোণ অসমৰ

শিপিনী মই সোণ অসমৰ
বুটা বছা মোৰ মন
ময়ে অসমৰ লাৱনী জীয়ৰী
শান্তি বুকুৰে পণ।।
ৰঙা মাটিৰে ঘৰ মচো ময়ে
পথাৰ ঘৰ দুবেলা কৰি
গৃহলক্ষ্মী হৈ সন্ধিয়া পৰত
ময়ে দিওঁ তুলসী চাকি
বিহুতে কঁপিলে বন।।
উৰুখা পঁজাতো মোৰ দুহাতেই
সিঁচি থয় ৰ'দৰে হাঁহি
মূলা, কনকলতা হ'ব পাৰো ময়ে
সময়ে মাতিলে আহি
এনেয়ে এটি মই পথৰুৱা জুৰি
পানী ভৰা দুনয়ন।।

**

# শান্তিৰে সেনানী চিপাহী মোৰ নাম

শান্তিৰে সেনানী চিপাহী মোৰ নাম
দেশৰে প্ৰহৰী জাগ্ৰত মোৰ প্ৰাণ
চিপাহী মোৰ নাম।
জ্বলে সূৰ্য চকুত আমাৰ
ধ্বংস কৰি ভস্ম কৰি
অন্যায় অবিচাৰ
দেশক আমি দিওঁ আনি
জয়ৰ অঙ্গীকাৰ।
আমাৰ ভৰিত গতিৰ ছন্দ
চিৰ প্ৰবমান
জীবন আহুতি হাঁহি হাঁহি দিওঁ
মাতৃভূমি লাঞ্ছিতা
হয় যদি এটিবাৰ।।
বক্ষত মোৰ সাহৰ অগনি
দীপ্ত কৰোঁ,
মুক্ত কৰোঁ
গুপ্ত অন্ধকাৰ
সত্য সন্ধানী আমি পথ দেখুৱাওঁ
সত্য শৃঙ্খলাৰ
আমাৰ বাহুত দেশৰ শক্তি
জয় হিন্দুস্থান
শক্তিৰে সেনানী চিপাহী মোৰ নাম।।

(অল আসাম পুলিচ মিট্ উপলক্ষে, অনুৰোধক্ৰমে ৰচিত গান, ১৯৬৫)

**

## শ্যাম শ্যাম বুলি ৰাধা

শ্যাম শ্যাম বুলি ৰাধা
বিৰহে আকুল
বৰষে গৰজে মেঘ
মিলন আতুৰ
ৰাধাৰ আজি উলাহৰ
নাবাজে নেপূৰ।।
লোতকেৰে উটি যায়
চকুৰে কাজল
আন্ধাৰৰ আঘাতত
সৰে শতদল
হেৰায় ৰাধাৰ হায়
ইকূল সিকূল।।
প্ৰহৰ নহয় শেষ
প্ৰদীপ নুমায়
হৃদয়ত বাঁহী বাজে
শ্যাম কিয় নাই
তৃষ্ণা পৰম হ'লে
নাই উপকূল।।

**

## শৰতৰ জোনাক ৰূপালী

শৰতৰ জোনাক ৰূপালী
পৰিছে উপচি কুঁৱলি
কোন দূৰণিত প্ৰিয়তম
জোনকৰে মধুমায়া
শিহৰিত কৰে হিয়া
কিয় দূৰণিত প্ৰিয়তম।।
চকুৰ মণিত মোৰ তোমাৰ মূৰতি
নধৰে টোপনি জোনাক নিশাটি
বেদনা বিধুৰ মনৰে পখী
উৰে অনুক্ষণ।।
তোমাৰ বাবেই চকুত কাজল আঁকিছোঁ
তোমাৰ কাৰণে হাতত জেতুকা পিন্ধিছোঁ
মাথোন তোমাৰ বাবে
সাঁচিছোঁ মৰম।।

**

## শান্তিৰ গীত গোৱা কপউ যুৰি

শান্তিৰ গীত গোৱা কপউ যুৰি
বাৰুদৰ ধোঁৱা দেখি
গ'ল আঁতৰি।।
দুষ্কৃতি শান্তিৰ
চিৰদিন ৰণ
আমাৰ কৰ্মই শান্তি
কৰিছে নিধন
শান্তিৰ কপউ যুৰি
গ'ল আঁতৰি
(হায় হায় হায় হায়)
দূৰলৈ দূৰলৈ গ'ল যে আঁতৰি।।
প্ৰকৃতিতে আছে চোৱা
অপৰূপা শান্তি
ঘূৰাই পাম আমি
জীৱনৰে কান্তি
নৈ জান জুৰি বন
পাহাৰে আকাশে
মৌন হৈয়ে চোৱা
শান্তি বৰষে
শান্তিৰ কপউ যুৰি
আছে তাতে পৰি
আহা যাওঁ একেলগে
তাকে বিচাৰি
ৰণ-নীতি এৰি
ওঁম, ওঁম শান্তি, ওঁম শান্তি।।

**

## শৰত কালক ভাল পাওঁ মই

শৰত কালক ভাল পাওঁ মই
সজীৱ সজীৱ যেন লাগে
শত প্লাৱনেও উটাব নোৱাৰা
যিটি হাঁহি তাৰ আছে
যেন পূৱতীৰ নতুন সূৰ্য
আন্ধাৰৰ পাছে পাছে।।
ভাল পাওঁ মই শেৱালীৰ ফুল
মিঠা শিহৰণে ভৰা
সুৰভি যদিও সুদূৰ বিয়পা
তথাপিও তলসৰা
মাটিৰ বুকু ফুলাম কৰাৰ
পণ যেন তাৰ আছে।।
আৰু ভাল পাওঁ শৰত কালৰ
নীলিম আকাশখন
ধুমুহা বিজুলী আঁতৰাব জনা
যেন ফৰকাল মন
কঁহুৱা ফুলৰ ৰূপালী শোভাৰে
দিনতে জোনাক যাচে।।

**

# শান্তি আছে গছৰ পাতত

শান্তি আছে গছৰ পাতত
শান্তি আছে জলত
শান্তি আছে প্ৰীতি ভৰা
একোষাৰি মাতত।
চিয়ঁৰি মাতিলেই
শান্তি গুচি যায়
দন-হাই লাগিলেতো
কথাই নাই হঁায়
ৰণ শিঙা বাজিলেই
শান্তি লুকায় খণ্ডত
শান্তি আছে মৰম স্নেহত
শান্তি ঐক্যবোধত।।
শান্তি বৰ আলসুৱা
শান্তি বৰ শীতল
আলফুলে ৰাখিবা
শান্তি বৰ কোমল।
শান্তিয়ে নেজানে একোকে ছলনা
শান্তি থাকে মানুহৰ
দয়ালু বুকত।।

**

# শক্তি আজি ভাৰতৰ

শক্তি আজি ভাৰতৰ জাগ্ৰত, জাগ্ৰত
দুষ্কৃতিৰ বধ লগ্ন সমাগত, সমাগত
যুগজোৰা লাঞ্চনাই অস্ত্ৰ হাতত দিব
গণশক্তিৰ মহাতেজে দূৰ্গাৰ ৰূপ ল'ব
অমৃতক্ষণ আগবাঢ়ি আহে
স্বাগত, স্বাগত।।
প্ৰলয় ডঙ্কা বাজে কেউদিশে
অসুৰে নাচিছে নাচিছে
অট্টহাস্য কৰিছে
শক্তি ধৰা সংহাৰ ৰূপ
কোটি কণ্ঠই মাতিছে।।
বোধন মন্ত্ৰ কণ্ঠে কণ্ঠ 'আগমনি' জয় জয়
দেৱী পক্ষৰ ন জোনে কয়
নাই ভয়, নাই ভয়
মাতৃ আজি অভয়া ৰূপত
কল্যাণ সমাগত।।

**

## শেৱালি ফুলৰ সুৰভি

শেৱালি ফুলৰ সুৰভি পুৱতি নিশাতে
নিয়ৰ কোমল চৰণ দেখিলোঁ
পুৱাতে।
অ' সেউজী শাৰদী
তোমাৰ অপৰূপা শোভা দেহতে।।
কিনো অপৰূপা
শ্যামলিমা শোভা দেহতে।।
তোমাৰ আঁচল মেলিলা
সেউজী ধানতে
লয়লাসে ৰ'লা
শুকুলা কঁহুৱা পাততে
মহুৱাৰ মায়া
ওপচাই দিলা
আলফুল হাঁহি
বিয়পাই দিলা
জোনাক নিবিড় বনতে।
(আকাশবাণী গুৱাহাটীৰ লুটফুৰ ৰহমানৰ অনুৰোধত)

**

## শিশুৰ সমদল গীত

এধানি এধানি আমি
শিশু অগণন
আকাশৰ পিনে চাই
ফুলিবৰ মন
পৰিৱেশ আনি দিয়া
নিজকেই গঢ়োঁ
সকলো দিশত আমি
আন্ধাৰক বধোঁ।
সুন্দৰ, সুঠাম কৰা
আমাৰ জীৱন
জীৱন জীৱন বোলে
বৰ অনুপম।
পৰ্বত জিনিম
সাগৰ জিনিম
শুভ, সৎ শক্তিৰে
বিশ্ববিজয়ী
হ'ম আমি হ'ম
চিৰ উজ্জ্বল কৰ্মৰে।
(সঞ্চাৰী)
বিশ্ব শিশুৰ একে প্ৰাৰ্থনা
শান্তি, শান্তি, শান্তি
পোহৰ আহক পোহৰ আহক
জ্বলাওঁ প্ৰাণৰ বন্তি
কৰিলোঁ জীৱন পণ
এধানি.......।

**

# শিৱস্তুতি

ওঁম্ নমো ৰুদ্ৰায়
ওঁম্ নমো শিৱায়
মহাকাল তুমি মহাসময়
তুমি আশুতোষ, তুমি অভয়
বাঞ্চা কল্পতৰু, হে দয়াময়
প্ৰণামো ৰুদ্ৰ, প্ৰণামো মহাকাল
মঙ্গলময়।
ঘোৰ তমসাত আমি যে ৰুদ্ধ
নেজানো স্তুতি নেজানো মন্ত্ৰ
তাণ্ডৱ নাচি কৰাচোঁ ভস্ম
অন্ধকাৰে যি আমাক গ্ৰাসিছে
যুগে যুগে জয় তোমাৰে জয়
মঙ্গলময়, মঙ্গলময়
সত্য, শিৱ, হে সুন্দৰ
কল্যাণময় হে তমোহৰ
প্ৰণামো প্ৰণামো তোমাৰ চৰণ
মঙ্গলময়, মঙ্গলময়।

★★

## সৰু পদূলিৰে সৰু আলিয়েদি

সৰু পদূলিৰে সৰু আলিয়েদি
সেন্দুৰী আলিলৈ যাওঁ
সেন্দুৰ আলিৰে শিৰৰে মনিকুট
কিজানি বিচাৰি পাওঁ
জীৱনৰ আছে গভীৰ অৰ্থ
অন্তৰে আজি বুজিছে
ধুনীয়া কামৰ এশৰাই ফুল
থাপনাত থৈ যাওঁ
ন সপোনৰ ৰহণ বোলোৱা
ন ভাওনাৰ বচন
আজি একেলগে মাতিব খুজিছোঁ
হওক ই অনুপম
নতুন, শুভ এশৰাই কাম
থাপনাত থৈ যাওঁ।

**

## সৰল গছৰ পাতেদি সৰিছে
### (প্ৰভাতী বন্দনা)

সৰল গছৰ পাতেদি সৰিছে
সুৰুয সোণালী হাঁহি
নিথৰ শেতেলীত জাগিছে জাগিছে
শত জীৱনৰ পাহি
পুৱাৰ পখীৰ গীতত কঁপিছে
জীৱন জগোৱা সুৰ
আকাশে বতাহে বিয়পে আবেশ
সুমধুৰ সুমধুৰ
আন্ধাৰৰ ক'লা ডিঙৰা চাপিল
পোহৰ ঘাটত আহি
সূৰ্য বন্দনাৰ এয়েতো সময়
জ্যোতি আদৰাৰ ক্ষণ
পোহৰ পথৰ যাত্ৰী আমাক
দিয়া উজ্জ্বল মন
মৰণ বিনাশা অমৃত বৰষা
মিনতি উঠিছে ভাঁহি।।

**

## সোণৰ বৰণ

সোণৰ বৰণ
কোনোটি লগন
ধূলিতেই হেৰা পাওঁ
তাৰে ৰহণেৰে
জীৱন বোলাই
নিজক পাহৰি যাওঁ।।
তোমাৰ বুকুত বিচৰা সুৰটো
শুনো কি নুশুনো লাগে
তোমাৰ মুখতে নেদেখা পোহৰ
দেখো কি নেদেখা লাগে
চকুপানী মচি, আলফুলে সেয়ে
মৰম দিবলৈ যাওঁ।
গোপন গোপন ৰৰ অনুপম
মনৰ সোণালী সুঁতি
জীৱনৰ অশেষ আন্ধাৰ
দিয়েহি সিয়েই মচি
চকুৰে নমনা অৰূপ মুকুতা
বিচাৰি পুলক পাওঁ।।

**

## সোণাৰুৰ সোণালী ফুল

সোণাৰুৰ সোণালী ফুল
দুপৰৰ ৰ'দে পাখি মেলি যেন
ডালত দিয়েহি দোল।
কৃষ্ণ চূড়াৰ ৰং
হেঙুলীয়া সপোন বোলোৱা
বেলিবা মোৰেই মন
ৰনত সানিছে বোল।।
টলমল কৰে নৈ
মনৰ মৰম উপচি উপচি
দুকুল ওপচা হৈ
মধুময় কলৰোল
সোণাৰুৰ সোণালী ফুল।।

**

## সৰু সৰু নৈ আমি

সৰু সৰু নৈ আমি
সাগৰলে বৈ যোৱা
কঠিন মাটি প্ৰাণৰ ঢউৰে
সজীৱ, সেউজী কৰা
থাপনা কাষৰ তুলসী তলৰ
আমি যেন সৰু বস্তি
ঘৰ পোহৰোৱা বাট উজলোৱা
আকাশমুখী মাটি
সোণ বৰণীয়া সেৱাতে জীৱন
উচৰ্গি শুৱনি হোৱা
সৰু সৰু নৈ যেন একোখনি
সাগৰ বিচাৰি যোৱা।।
দহৰূপ ধৰা প্ৰকৃতি আমিয়ে
কৰুণাৰূপিনী আই
সময় আহিলে বৰদৈচিলা
ডাৱৰক নিওঁ হুৰাই
ন সুৰুযক কপালত আঁকি
পোহৰৰে গীত গোৱা
সেন্দুৰী বাটেৰে যোৱা
সাগৰ বিচাৰি বোৱা।।

(নাৰীৰ সমবেত গীত)

**

## সেউজী এডাল ঘাঁহৰ সপোন

সেউজী এডাল ঘাঁহৰ সপোন
মৰুৰ বুকুতো থাকে
ডেউকাবিহীন বন্দী বিহগেও
আকাশৰ ছবি আঁকে
দুবৰি বনৰ নিয়ৰ টোপাল
যায় নিমিষতে সৰি
জ্বলমল মল সিওচোন কৰে
পুৱাৰ জেউটি পৰি
উজ্বলি উঠাৰ সেই অধিকাৰ
সেই জীৱনৰো আছে।
বালিচৰ ভৰা এই জীৱনত
সপোনেই বেছি সঁচা
মিঠা সপোনৰ আঙুৰ ৰসেৰে
জীৱন কৰিবা মিঠা
দগ্ধ ধৰাৰ ক'ৰবাত তেহে
ছায়া থকা যেন লাগে।।

**

## সকলোৰে মনটো নেজানো

সকলোৰে মনটো নেজানো
মোৰ হ'লে বাখৰুৱা।।
আজি অতদিনৰ শান্ত যে মন
হ'ব খোজে উৰণীয়া।।
গামোচাৰ ৰঙাফুল যদি হওঁ
কিযে মনোৰম হ'ব
হাঁহি ৰঙা মোৰ ধুনীয়া ওঠৰ
মই যেন হ'ম শেৱালীৰ ফুল
কোনোবা পদুলিৰ মূৰত
মৃদু সুবাসেৰে ভাগৰ মচিম
ক্লান্ত পথিকজনৰ।।

**

# সৌ কাজলৰ কাজল মেঘ

সৌ কাজল কাজল মেঘ
যি জুৰিত দাপোন চায়
যেন সজল সজল দুটি নয়ন
মৰম ওপচায়
সেয়ে আমাৰ আই
আমাৰ শ্যামবৰণী আই।।
সৌ সোণ ধাননিৰ কাষত
সৌ বাঁহ বননিৰ আঁৰত
যাৰ ৰঙা ৰিহাৰ আঁচল উৰায়
গধূলিৰে বায়
সেয়েহে আমাৰ আই
আমাৰ পলাশ ওঁঠৰ আই।।
যাৰ হাঁহিৰ ৰঙে ৰঙে হালে
সোনাৰু সোনালী
যাৰ মনৰ উমত পৰে সৰি
মিঠাকে ৰ'দালি।
আজি আমাৰ এনে দিনত
মনৰ মৌন পৰত
কোনে পকা ধানৰ সুবাসেৰে
আবেশ ছটিয়ায়
সেয়ে আমাৰ আই আমাৰ
চন্দ্ৰমুখী আই।।

**

# সঁচাকে কোৱা কথাটি কোৱা

(যুগ্ম গীত)

সঁচাকে কোৱা কথাটি কোৱা
ভাল জানো মোক পোৱা?
নকওঁ নকওঁ ওহোঁ নকওঁ
মোৰ চকুলে চোৱা।
মোলৈ থাকে তোমাৰ কিমান
মৰম আছে কোৱা?
নকওঁ নকওঁ ওঁহো নকওঁ
নিজক সুধি চোৱা।।
সউ লুইততে আছে যত ঢউ
সিমান চাগে সিমান
আকাশতে যিমান তৰালি
হ'বনে সিমান?
নকওঁ নকওঁ ওঁহো নকওঁ
নিজক সুধি চোৱা।।
ভালপোৱা শুনা অপৰূপ এক নৈ
অপাৰ ঢউৰে চিৰকাল থাকে বৈ
আমাৰ হৃদয় একেখনি নৈ
সাগৰলৈ বৈ যোৱা।।

**

## সোণ বৰণীয়া কেতেকী ফুলিলে

সোণ বৰণীয়া কেতেকী ফুলিলে
বহাগ ফুলিলে
ক'ত বাৰু ক'ত
তেজত নে মনত
বুকুত নে বনত
কোনে ক'ব, কোনে কয়!
গামোচাৰ ফুলতে
বহাগ আহি ৰ'ল
কুলিৰ মাতেৰে
জীৱন জগাই গ'ল
তগৰৰ সুবাসত
থউকি বাথউ
মন হ'ল
কাৰেনো কাৰণে
মন উৰি যায়
গুণ্ গুণ্ কৈ।।
বহাগে আনিলে
সেউজী বনৰে পণ
উলাহত জাগিলে মন
ফুলামকৈ বতৰে
বহাগে আনিলে আলফুলকৈ
জীৱন জিলিকিব
নতুন শপতকে লৈ,
ভয় নাই, নাই ভয়।।

**

## সোণালী লগ্ন

সোণালী লগ্ন
সোণালী লগ্ন
সোণালী লগ্ন আজি
এই প্ৰহৰত
চউদিশে উঠে
মঙ্গল শঙ্খ বাজি
নীৰৱ সাধনাৰ
মহান তীৰ্থ
টি.চি. মহান মন্দিৰ
একেটা সুৰৰ
প্ৰাৰ্থনা আমি
বেদীৰ বন্তি তিৰ্বিৰ্
গৌৰৱ কলচী
আছে শিৰ তুলি
ইতিহাসে দিব খ্যাতি
কত মহীয়সী সৃষ্টি কৰিলা
বাণীৰ পতাকাত সূৰ্য আঁকিলা
জয়তু জয়তু বাণীৰ প্ৰতিমা
টি.চি প্ৰণামো আজি
বাণী বিদ্যাৰ সোণালী পতাকা
সবেও ধন্য আজি।
(টি.চি ফুকন সোণালী জয়ন্তীৰ বাবে লিখা গান)

**

## সৰু মন এটি

সৰু মন এটি
যেন চাকি গছি
    উজ্বলি উঠিব খোজে
সীমাৰ মাজতে
অসীমৰ দুৰ
    সেয়াহে মনত বাজে
সমবেত আমি
যেন লুইতখনি
    জুৰি-নদী লগলাগি
সেউজী ধৰণী
কৰিম ৰচনা
    প্ৰাণৰ অৰ্ঘ যাচি।
আজি যে মন
সপোন মগন
    বিৰাট হ'ব যে খোজে।।

**

## সোণৰ খাৰু নেলাগে মোক

সোণৰ খাৰু নেলাগে মোক
    বিয়াৰ বাবে আই
চেনহ জৰি তই দিয়া মোক
    হাততে গুৱায়।।
ডিঙিৰ মণি নেলাগে মোক
    সাতশৰীও যে
তোৰ ছবিটি বুকুতে থ'ম
    নেপাও লাজে
সোণৰ খাৰু............।।
পাটৰে সাজে মোক
    নেলাগে নানিবি
    নানিবি শপতে
    কাণৰে কেৰু
শুচিতা যি সাজে
    পিন্ধালি সৰুতে
    সেয়েহে বিয়াতে
    গুৱাব বাৰু।।
আজি মই ওলালো
    অ জোনে জোনালী
নতুনে ঘৰলৈ অ জোনে জোনালী
    সেন্দুৰৰে বন্তি জ্বলি
    সেৱাতে যাম মিলি
    সেৱাতে যাম মিলি।।

**

# সুৰুযমুখী আমি আকাশমুখী

সুৰুযমুখী আমি আকাশমুখী
সমবেত এক প্ৰাৰ্থনা
ধূলিৰ ধৰাত প্ৰাণৰ ৰহন
সানিবৰ এক সাধনা।।
মিতালি পাতো জীৱনৰ সতে
প্ৰেৰণাৰ ফুল সিঁচি
মিতালি পাতো হৃদয়ে হৃদয়ে
চেনেহৰ সাঁকো আজি
প্ৰহৰক কৰোঁ আমি অনুপম
জীৱনক কৰো বন্দনা
যেন সমবেত এক প্ৰাৰ্থনা।।
জীৱন মানেই শত শুভকাম
জীৱন মানেই গতি
জীৱন মানে আন্ধাৰ নেওচা
প্ৰভাতৰ বেলি এটি
তাৰে সাধনাত সমবেত হৈ
তুলিছো সুৰৰ মূৰ্চ্ছনা।।

**

# সাগৰৰ দৰে দেখা দিলা তুমি

সাগৰৰ দৰে দেখা দিলা তুমি
সাগৰ হৈয়েই থাকা
মৰুভূৰ ৰূপ বৰ অসহন
তপত বালিৰে অঁকা
ফুলৰ পাহিৰ দৰে সুকোমল
কত কিযে কথা ক'লো
কোমল কোমল মৰম মৰম
কত যে স্বপ্ন দিলা
সেই সপোনৰ ডেউকা পুৰিছে
জ্বলিছে অনল শিখা।।
তুমি যে প্ৰদীপ বহু পোহৰৰ
মই যে নজ্বলা চাকি
মোৰ নয়নত কঁপেহি বাসনা
পোহৰত থাকি থাকি
নিৰুপায় সেই বাসনা মনৰ
ধুমুহা পাখিৰে ঢকা।।

**

## স্বপ্না বুলি মাতিলা মোক

স্বপ্না বুলি মাতিলা মোক
দিলা নতুন শিহৰণ
সোণৰ কাঠি বুলালা যেন
আকুল কৰি গ'লা মন।।
তোমাৰ গভীৰ মাতত যে মই
কি যে পুলক পাওঁ
লাহি পাখিৰ পখিলা হৈ
কেনি উৰি যাওঁ
তোমাৰ নিবিড় চাৱনিতে
মই হেৰাই যাওঁ
ধূপৰ ধোঁৱাৰ দৰে যে মই
তোমাত মিলি যাওঁ।
প্ৰথম ফাগুন আহিল নেকি
কঁপি উঠিল জীৱন যেন
অচিন ফুলৰ ৰাগি লাগি
মন আজি উচাটন।।

**

## সুন্দৰ তুমি দেখা দিলা আহি
### (প্ৰভাতী বন্দনা)

সুন্দৰ তুমি দেখা দিলা আহি
নীলিম পূবালী আকাশত
প্ৰভাতী শঙ্খ আপুনি বাজিল
আমাৰ মনৰ গভীৰত।।
ৰাতিৰ সাধনা হ'ল সাৰ্থক
কৰুণা মাগিছে দিনে
অমৃতৰ বাবে যুৰিছোঁ দুহাত
অমৃত বিচৰা প্ৰাণে
প্ৰতিটো প্ৰহৰ হওক উজ্জ্বল
দ্বিধা-দ্বন্দ্বৰ ওপৰত।।
গতিৰ প্ৰতীক
তুমি যে সূৰ্য
শুভগতি দিয়া
যাচিছোঁ অৰ্ঘ
মধুময় কৰা
ইখনি বিশ্ব
প্ৰাৰ্থনা কৰোঁ
অবিৰত।।

**

## সখী কিয় শ্যাম কানুৰ বাজে মুৰুলী

সখী কিয় শ্যাম কানুৰ বাজে মুৰুলী
ৰাধা ৰাধা বুলি কিয় মাতে
বিৰহতে হিয়া পৰে ঢলি।।
মই ভৰিত শিকলি বন্ধা পখী
শাহুক কেনেকৈ দিওঁ ফাঁকি
ছায়া হৈ নন্দিনী থাকে
কি কৰোঁ কি কৰোঁ মই
দুগালে চকুলো বয়
জ্বলিছে হৃদয় কিহে
উমি উমি জ্বলি।।
কিয় সখী জানি শুনি
আমনি দিয়েহি আনি
মই অভাগিনী ৰাধা
পদে পদে আহে বাধা
জানিও চতুৰ কানু
ৰাধা বুলি বায় বেণু
নাজানো কিয় যে কৰে
ধেমালি।।

**

## স্বপ্নৰ এই ফুল যায় সৰি যায়

স্বপ্নৰ এই ফুল যায় সৰি যায়
অ ফাগুনৰ এই ৰং যাবযে হেৰায়
বনে বনে মাতে পখী
প্রিয়া, প্রিয়া, প্রিয়া,
সেই সুৰে মন মোৰ
উৰণীয়া হয় উৰণীয়া
দূৰণিৰ নীলিমাই
মাতে ৰিঙিয়াই।।
ইমান ৰঙৰ মেলা
আকাশে বতাহে
ইমান সুৰৰ খেলা
পৰাণে পৰাণে
সীমাৰ পৰিধি সৰু
মই অসহায়।।

**

## সপোনৰ সৰে মৌ

সপোনৰ সৰে মউ
        জিব্ জিব্ জিব্ জিব্ কৈ
উন্মন মোৰ মন
        হেৰালে হেৰালে আঁত ঐ।।
মন যায় হওঁ আজি
        পলাশৰে ফুল
ৰ'দ ছায়াৰ দোলনাতে
        কি থাকিম দোল
        অ ................এটি হাঁহি হৈ
বিৰিণাৰ আঁৰতে
বনগীত এটি হ'ম
        গাঁৱৰে পেঁপাৰে যেন মিঠা সুৰ লৈ।।
পলাতক এই ক্ষণ
        এটি ভুল দুটি ভুল লৈ
আজি নাই বন্ধন
        আমনি আমনি লগাকৈ।।

★★

## সৰগী এপাহি ফুল

সৰগী এপাহি ফুল
        ফুলিলে এই ধৰণীতে
সুৰুযৰ শিখা লৈয়ে
        অকণি সউ বুকুতে।।
বাসনা বুকুতে যত কথা
ফুলৰ হাঁহিত শুই থকা
        গছৰ পাতৰ সেউজীয়া
        ৰূপ ললে এখনি শিশুতে
মিচিক মাচাক হাঁহিৰে
থানাক থুনুক খোজেৰে
        হাঁহে, কান্দে পাতে ঠেহ
        শত অকাৰণতে
আধা ফুটা মাতেৰে
এখুদ মানি হাতেৰে
        বাৰে বাৰে মাতে যে আকাশৰ
জোনকে
সুৰুযৰ শিখা লৈয়ে
        অকণি সউ বুকুতে।।

★★

## সেউজী পামৰ সেউজী সুৰভি

(প্ৰণবিৰাম বৰুৱাক উদ্দেশ্য কৰি)

সেউজী পামৰ
সেউজী সুৰভি
যেতিয়া বিয়পি পৰে
দূৰ অতীতৰ
মদিৰ মায়াই
হৃদয় আৱৰি ধৰে
বুকুৰ মাজত
উমলি থকা
এই সুৰ কেনি গ'ল
মৰুৰ বুকুতে
নদী যে হেৰাল
চিন-চাব পমি গ'ল।
সেউজী পামৰ সুৰত
হেৰোৱা সুৰে টলমল কৰে
দূৰ ...........
সেউজী পামৰ
সেউজী সুৰভি
মৰুভূত দিলাহি আনি
ছন্দে গন্ধে
বিকশি উঠে যে
বৰ্ষাৰ কদম পাহি
শুকান মাটিত
টপ টপ কৰি
যেন বৰষুণ পৰে।।

**

## স্বাগতম নতুন বছৰ

স্বাগতম নতুন বছৰ
স্বাগতম, স্বাগতম, স্বাগতম।।
আহাঁ হৈ, বিতোপন বিতোপন বিতোপন
বিদায় বিদায় তোমাক
পুৰণি বছৰ
সজেত সজীব এই
নতুন বছৰ
বহু প্ৰতীক্ষাৰে ভৰা
প্ৰতিশ্ৰুতিৰে ভৰা
নতুন সময়
সময় বাগৰি যায়
নৰয় নৰয়।।

**

## সখি, কেনেকে বুজাওঁ মোৰ বেদনা

সখি, কেনেকে বুজাওঁ মোৰ বেদনা
আহোঁ বুলি কিয় শ্যাম
কৰে ছলনা।।
কুঞ্জ কাননে সখী
নাম ধৰি কিয়
কিয়যে বজায় বাঁহী
সেই মোৰ প্ৰিয়
বিৰহে কাতৰ প্ৰাণ উন্মনা।।
অঙ্গে অঙ্গে মোৰ
জাগে শিহৰণ
সুৰৰ মায়াত মোৰ
মন উচাটন
মনৰ ময়ুৰে কান্দে হৈ বিমনা।।

**

## সাজা সৰু ভনিটি

সাজা সৰু ভনিটি
পিন্ধা ফুলাম চোলাটি
ৰঙা ফিটা দিওঁ মাৰি
চুলিৰ আগলিত
কণ কণ আঙুলিতে
ৰং সানিম জেতুকাৰে
কাজল আঁকি দিওঁ আহাঁ
চকু দুয়োটিত।।
কুমলীয়া ওঁঠটি
গোলাপৰ পাহিটি
হাঁহা তাতে ভূবন জিনা
সৰু হাঁহিটি
এটি দুটি কথা সৰে
জোনাক যেনহে পৰে
তুলিকাৰে অকাঁ যেন
সৰু ছবিটি
এখুজি দুখুজি কৈ
আহা চাপি কাষলৈ
বহোগৈ ব'লা আমি
সউ বননিত।।

**

## সাধু এটা শুনিবা?

সাধু এটা শুনিবা?
আহা সখী পাতিবা
তোমাৰ দৰে ধুনীয়া এই
পখিলাৰে সতে,
পখিলাৰে চোলাটি
নীলা বগা ৰঙটি
সৰু সৰু ফুল কত
আঁকা আছে তাতে
ফুলে ফুলে হাঁহিবা
কথাবোৰো পাতিবা
ধুনুক থানাক কৰি
নিজা ভাষাটিত।।

**

## সঞ্চয় যত এই জীৱনৰ

সঞ্চয় যত এই জীৱনৰ
এৰি যাব লাগে ধূলিৰে বুকুত
তথাপি সাৱটি ৰখাৰ
অসীম তৃষ্ণা কিয়নো
পৰাণে পৰাণে
হাঁহিৰ ব'দালি জোনাক পোহৰ
নিয়ৰৰ কণা মকৰ মাজত
জানিও চকুলো বাগৰে কিয়নো গোপনে।
বৰ সকৰুণ পৃথিৱীৰ ৰূপ
মাথো প্ৰেমে কৰে তাক অপৰূপ
কণ্টক ভৰা দুৰ্গম পথত
অকণ সুবাস সানে
মৰমৰ মায়া, জিৰণিৰ ছায়া
ছায়া অবিহনে ৰ'দে পোৰা হিয়া
কি যে অসহায় মানুহৰ মন
বুজিও বুজনি নেমানে।।

**

## সুৰে সুৰে জীৱন বিহগী উৰিলে

সুৰে সুৰে জীৱন বিহগী উৰিলে
গোপনে গোপনে মনৰ পাপৰি ফুলিলে।।
ফল্গু যেন প্ৰাণ বন্যা
উত্তাল হ'ল গতিৰে
দুকুল ওপচে আজি
সঁহাৰি পাই কিবাৰে
মৰমৰে পদূলি মোৰ
জোনাকে ভৰিলে।।

সপোন সপোন লাগে
চৌদিশে মায়া জাগে
ধৰণী ধুনীয়া হ'ল
মনৰে সুবাসেৰে
ফুলাম ফুলাম স্বপ্ন সৰি
বাট উপচিলে।।

★★

## সোণোৱালী বুটা বচা অসমীয়া পাট

সোণোৱালী বুটা বছা
অসমীয়া পাট
জিকিমিকি কৰে চোৱা
সোণালী দেহাত
অ' সোণালী দেহাত।।
তামোলৰ ৰঙে ৰঙা
ৰঙা দুটি ওঁঠ
পুৰাৰ সুৰুয দেখোঁ
কপালৰ ফোঁট
আহা, কপালৰ ফোঁট
খোপাত ওৰণি লোৱা
বোৱাৰী সেই কাৰ?
আমাৰ গাঁৱৰ সেয়া
গাঁৱৰ আমাৰ।।
দুগ্‌দগী গামখাৰু থুৰীয়া চমকে
মেখেলাৰ পাতলিত ময়ুৰে জিলিকে।।
লাহি লাহি খোজকেটি
পদুমৰে পাহি
আক্তাৰ আঁতৰোৱা
জোনাকৰে হাঁহি
অপৰূপা ৰূপ দেখোঁ
দেখোঁ মই কাৰ?
আমাৰ বোৱাৰী সেয়া
গাঁৱৰ আমাৰ।।

★★

# সন্ধিয়াৰ আকাশত বগলী উৰে

সন্ধিয়াৰ আকাশত বগলী উৰে
আইৰে ঘৰলৈ মনতে পৰে
বাঁহৰে আগতে ৰ'দালি দোলে
কত কি কথা মোৰ মনতে খেলে
ইমান যে দুৰণিত
চকুলো মোৰ সৰে
আইৰে ঘৰলৈ মনতে পৰে।
আইৰে মাততে চেনেহৰ ঢউ
অ', দেউতাৰ মাততে বৰষে মউ
ঘৰৰ পদূলিয়ে
ৰিঙিয়াই মাতে
উৰি যেন জিৰামগৈ
তাৰে ছাঁতে
ইমান যে দুৰণিত চকুলো মোৰ সৰে
আইৰে ঘৰলৈ মনতে পৰে।।
চকুলো দেখিলেও
শাহুৰে বকে
ইমান মৰমতো
কিয় তাই কান্দে
সোণৰ সজাতো চৰায়ে বিনায়
মুকলি আকাশে মনকে কঁপায়
ল'ৰালিৰ দিনবোৰ
জিল্ মিল্ মিল্ কৰে
ইমান যে দুৰণিত চকুলো মোৰ সৰে
আইৰে ঘৰলৈ মনতে পৰে।।

**

# সত্যমেব জয়তে

সত্যমেব জয়তে
জয় হ'ব, জয় হ'ব
সত্যৰ বাট কণ্টক ভৰা
নকৰিবা তাক ভয়
চুলিৰ সাঁকো বগাব লাগিব
শান্তিমন্ত্ৰত অগ্নি নুমাব
অহিংসা পথৰ যাত্ৰী আমি
হিংসাৰ হ'ব লয়
সত্যৰ হ'ব জয়।।
সূৰ্যক কিহে বাধা দি ৰাখিব
আন্ধাৰ ভয়ত আপুনি পলাব
ন্যায় সততাৰ নাই পৰাজয়
স্বৰ্গতো অধিক জন্মভূমিৰ
জয় জয় জয় জয়।।

**

# সদায় থাকে নাৰীৰ প্ৰাণত

সদায় থাকে নাৰীৰ প্ৰাণত
গঢ়াৰ অঙ্গীকাৰ
অসমা নাৰীৰ গতিত জাগিছে
দৃঢ়তা দুৰ্নিবাৰ
জাগিছে চেতনা জাগিছে প্ৰেৰণা
পৃথিৱী, আদ্য শক্তি
ৰাধা ৰূপেৰে আনন্দ দায়িনী
মাতৃ ৰূপেৰে সৃষ্টি
দুৰ্গা ৰূপেৰে বিনাশিব আজি
অন্যায় অন্ধকাৰ
প্ৰেত পক্ষ শেষ হয় হয়
আগমনি গীত বাজে
অসুৰ নাশিনী ৰূপেৰে আজি
অসমীয়া নাৰী সাজে
অহিংস একতা মহা অস্ত্ৰ
সংগ্ৰাম নায্যতাৰ।।

**

# সাঁতুৰি আহিলোঁ স্বপ্নৰ নদী

সাঁতুৰি আহিলোঁ স্বপ্নৰ নদী
দিঠকে চিনালে ধূলি
ধূলিৰ ধোঁৱাৰে ধুঁৱলী কুঁৱলী
প্ৰাণৰ সোণালী বেলি।।
চিনাকি আকাশ দেখো ছঁয়াময়া
দিগন্ত ধূসৰ হ'ল
সোণাৰু ফুলৰ ৰ'দালি পোহৰ
কেনিবা আঁতৰি গ'ল
মন মোৰ এয়া কাগজৰ নাওঁ
অসহায় পাল তুলি।।
ফাগুনৰ ধূলি কতকাল আৰু
আকাশ মুকলি হ'ব
ধূলিৰ বেদনাই বৰষা নমাই
ধূলিক উটাই নিব
জীৱন গঙ্গা উঠিব উথলি
ৰূপালী ঢউৰে খেলি।।



**

# সাৰ পাম মই পুঁৱতি নিশাতে

সাৰ পাম মই পুঁৱতি নিশাতে
নিয়ৰ যেতিয়া সৰে,
বাটৰ সেমেকা ধূলিক সেমেকা
যিটো প্ৰহৰে কৰে
আই মোক জগাবি আই মোক জগাবি।।
মই চাব খোজো হেঙুলী বেলিয়ে
আন্ধাৰ কেনেকৈ নাশে
ফুলাৰ মন্ত্ৰ কেনেকৈ সিঁচে
কুসুমৰ কাষে কাষে
উদং বতাহৰ বুকু কেনেকৈ
মিঠা সুবাসেৰে ভৰে
আই মোক জগাবি আই মোক জগাবি।।
আনিব খুজিছো গোপন মন্ত্ৰ
সৃষ্টিত থকা আই
জানিব খুজিছোঁ কি গীত গালে
শূণ্য আঁতৰি যায়
মোৰ পণ আছে ফুলি উঠিবৰ
সূৰ্যমুখীৰ দৰে।।

**

# সউ সীমাৰ সিপাৰে তৃপ্তি আমাৰ

সউ, সীমাৰ সিপাৰে তৃপ্তি আমাৰ
মাজত তৃষাৰ নৈ
সাগৰ তীৰত পৰি ৰ'লোঁ আমি
শামুকৰ খোলা হৈ।।
ওঁঠত আমাৰ ভাষা নাই নাই
গাবলৈ হেজাৰ গান
ধৰাৰ মদিৰা ভৰাই ল'বলে
নাই যে সহজ প্ৰাণ
মন গহনত জীৱন তৃষাৰ
চিৰ হাঁহাকাৰ লৈ।।
পৃথিবীকে আমি ভালপোৱা দিওঁ
অযুত সাধুকে কৈ
আকাশলে আমাৰ বুকুৰ মৰম
গোপনে গোপনে থৈ
হেঁপাহ আমাৰ মাটিত নুগুচে
পোৱাকে সহজে লৈ।।

**

# সৰল তোমাৰ শান্ত নয়ন

সৰল তোমাৰ শান্ত নয়ন
সনা দুৰণিৰ মায়া
গাঁৱৰ মূৰৰ বকুল জোপাৰ
যেন দুপৰৰ ছায়া।।
সাধাৰণ তুমি
সেয়ে ভাল লাগে
কথাত চাতুৰী নাই
হাঁহিটিত নাই
একো অভিনয়
ছলনাৰে ওপচাই
নির্জন যেন
সেউজী অৰণ্য
তোমাৰ এখানি হিয়া।।
অচিন অচিন এই চউদিশ
কি যে অসহায় লগা
ৰং বিৰঙৰ ইমান মেলাত
দেখিছোঁ মাথোন মুখা
আপোন আপোন লাগিছে তোমাক
এটি জুৰি পথৰুৱা।।

**

# সোণপোনা বেঁকা চাৱনিৰে

সোণপোনা
বেঁকা চাৱনিৰে
সোণপোনা
মোলৈ নাচাবা
সোণপোনা
নটলে ছোৱালীৰ মন
লেতু সেতু কৰি কথাকে নক'বা
নেথাকে ল'ৰাৰে পণ
ভীৰু ভীৰু হৈ খোজ নাকাঢ়িবা
ছোৱালীৰ লাহকে ধৰি
তৰা লেখি লেখি
উজুটি নেখাবা
ঠুনুকা সপোণৰ জৰি
জীৱনত সঁচা
কেঁচা আলিটোহে
লগত কাঁইটীয়া বন।।
তেল চন্দনেৰে
ধুনীয়া নোবোলে
সাহেৰে শুৱনী হোৱা
কুঁহিলা উটাদি
নুটিবা বানতে
কাললৈ চিনাকি থোৱা
মাটিতে খোপনি
ধৰা সোণপোনা
আহিছে পছোৱা ঘন।।

**

## সৰুতে আইতাই তাঁত শিকাইছিল

সৰুতে আইতাই তাঁত শিকাইছিল
কৈছিল এযাৰি কথা
ছিগা সূতা আই ভালকৈ জোৰাবি
নহ'লে লাগিব লেঠা
দীঘে পথালিয়ে বহুতো সূতাৰে
এখনি কাপোৰ হয়
উতনুৱা মাকো যেনি তেনি গ'লে সূতা ছিগে
বুলি ভয়
ছিঙা ভঙাৰ বাবে লাগে কতবেলি
নিচিঙি বোৱাতহে কথা।।
লুইতৰ পাৰতে পাহাৰে ভৈয়ামে
এইখন যুটীয়া তাঁত
বাৰে বৰণীয়া সূতা জিকিমিকি
জিলিকে উঘাৰে গাত
উখামুখা কৰি মাকো নচলাবি
যুগলৈ লাগিব লেঠা।।

**

## সন্ধ্যা যে তুমি

সন্ধ্যা যে তুমি
তুমি যে সন্ধ্যা
অপৰূপা নাৰী
তুমিয়ে বশিষ্ঠ গঙ্গা।।
অ' সন্ধ্যা।।
সন্ধ্যাচলৰ
মূৰ্ত প্ৰতিমা
সন্ধ্যা, ললিতা, কান্তা
সুমধুৰ সুৰ ছন্দা
পাৰত তোমাৰ
স্বৰ্ণ নেপুৰ
ৰিণিজিনি
পুৰা সন্ধ্যা
মৰুভূৰ বুকুত
ঢউ খেলি আহা
তুমি যে অলকানন্দা।।

**

## সোণবৰণীয়া আই তোমাৰ

সোণবৰণীয়া আই তোমাৰ
ৰ'দৰ বৰণ মৰম
বেলিফুলৰ হাঁহি তোমাৰ
নিয়ৰ সনা চৰণ।।
পদুম বনত ধানৰ থোকত
তোমাৰ দেহৰ সুবাস
নিমিষতে নিয়া মচি
মনৰ যত নিৰাশ
প্ৰাণ পুলকিত হয়
পাই যেন পৰম।।
সৰিয়হৰ ফুলত পৰি
মন বৈ যায়
আইৰ বুকুৰ উম যেন
আছে থুপ খাই।।
কপৌৰ কুৰুলিত শুনো
তোমাৰ মিঠা সুৰ
অজান মায়াৰে হয়
হিয়া ভৰাপুৰ
তোমাকে বিচাৰি ফুৰে
পখিলা হৈ মন।।

★★

## স্বাগতম স্বাগতম

স্বাগতম স্বাগতম
শুভ সুন্দৰ স্বাগতম
স্বাগতম পৰম জীৱন অজেয়।
শক্তি গায়ত্ৰী প্ৰাণত আমাৰ
আজি, বজাওঁ পাঞ্চ জন্য
পূৰ্ণ হওক পোহৰেৰে ধৰা
আঁতৰি পৰক শূণ্য
জনমভূমিক সন্তানৰ
নাই নাই একো অদেয়।।
সমবেত প্ৰাৰ্থনা আজি
অসতো সদ্‌গময়
সমস্বৰৰ প্ৰাৰ্থনা
তমসো জ্যোতিৰ্গময়
প্ৰাৰ্থনা, প্ৰাৰ্থনা
মৃত্যুংমা অমৃতংগময়।।

★★

## সময়ৰ জুনুকা

সময়ৰ জুনুকা
বাজিল বাজিল
পুৰণি দিনৰ
চৰাই উৰিল উৰিল
নতুন দিনৰ পখী
জুন্ জুন্ জুন্ জুন্ জুন্
ডালত পৰিল
আকাশ ৰামধেনু
ৰঙেৰে ভৰিল
আহা আৰু সপোনৰ
গুণ্ গুণ্ গুণ্।।

★★

# সোণৰ বৰণ পখী তই

সোণৰ বৰণ পখী তই
কিয় গাৱ গান
বন্ধুৰ কথা মনত পৰে
আকুল কৰে প্ৰাণ।।

আহিম বুলি তেওঁ মোক
কথা দিয়ে গ'ল
বেলি উঠে বেলি বুৰে
মাহ পাৰ হ'ল
কচোন ক, কচোন তই
কেনেকে ৰাখোঁ প্ৰাণ।।

দিনৰ পোহৰ শেষ হ'ল
ৰাতিৰ জোনাক শেষ
অশ্ৰুৰ নৈ শুকাই গ'ল
নাই যে অৱশেষ।।

মনত জ্বলে জুই অ' দেহত জুই জ্বলে
এই জুই কচোন নুমাওঁ কেনেদৰে
নাজানো আগতে মই এনে আছিল টান।

**

# সখী কোৱা

সখী কোৱা, এটিবাৰ কোৱা
মৰম থাকেনে দেহত
কোৱা, মৰম নাথাকেনে মনত
জীৱন জোৰা নুবুজা সাঁথৰ
কোৱাচো, মোৰেই আগত।
মৰম মানেই
গোপন গোপন
মিঠা মিঠা শিহৰণ
মৰম মানেই
আকুলতা
অনুপম আয়োজন
হয়নে বুকুৰ মাজত?
হয়নে দেহত
হয়নে মনত
কোৱাচো মেৰেই আগত।
মৰমৰ নাম
শেৱালী সুবাস
মৰমৰ নাম আকাশ
মৰম নহ'লে
জীৱন মৰুভূ
মৰমৰ নাম সুবাস
মৰম মানেই
কণ্ঠৰ মউ
আছেনে তোমাৰ মাজত?
নোকোৱা কিয়নো লাজত??

**

# সুন্দৰ আজি তোমাক প্ৰণাম

সুন্দৰ আজি তোমাক প্ৰণাম
শুভ সোণোৱালী প্ৰহৰত
সোণালী পতাকা উজ্বলি উঠিছে
জ্যোতিৰ যাত্ৰা অবিৰত।।
সূৰ্য আদৰি আনিবৰ বাবে
তপস্যা কৰে ৰাতিয়ে
সুন্দৰ সময় বিকশি উঠাৰ
তপস্যা কৰিছো আমিয়ে
অমৃতৰ বাণী উচ্চাৰিত হওক
আমাৰ প্ৰাণৰ গভীৰত।।
যাৰ ত্যাগে সূচনা কৰিলে
জীৱন বিচৰা ছন্দ
যি গুৰুৱে হৃদয়ত দিলে
সপোন ফুলোৱা মন্ত্ৰ
আজিৰ লগ্নত প্ৰণাম সৱলে
আলোক সন্ধানী তোৰণত
সুন্দৰ আজি তোমাক প্ৰণাম
শুভ সোণোৱালী প্ৰহৰত।।

**

# সাগৰ দুটি পাৰ

সাগৰ দুটি পাৰ
তাৰেই মাজত উত্তাল ঢউ
নাচি থাকে অনিৰ্বাৰ।।
তীৰৰ কোমল মাটি
ঢউৰ আঘাতত খহিও নখহি
তাতে ৰয় বুকু পাতি
স্বাক্ষৰ ৰাখি ঢউ যায় গুচি
পোৱা আৰু হেৰুওৱাৰ।।
উদাস আকাশে চায়
হাঁহি অশ্ৰুৰ এই বেদনাই
অকনোকে নকঁপায়
জনম মৰণ জীৱনৰো দুটি পাতৰ
পোৱা নোপোৱাৰ অচিন ঢউৰে
অথিৰ পৰিধি তাৰ।।

**

# সোণটি শুৱনি লাৱনী মুখনি

সোণটি শুৱনি লাৱনী মুখনি
আকাশী কাঁচিজোন এটি

চম্পাৰ পাপৰি হাতৰে আঙুলি
তৰা যেন চকু দুটি।।
হাঁহিটি মাৰিলে এনেকুৱা লাগে
গোলাপৰ কলিটি ফুলিল
চকুলো ওলালে কেনেকুৱা লাগে
হিয়া মোৰ মুচৰি ভাগিল
আলফুল আলফুল কোমলে তুলতুল
হেপাহ মোৰ নপলায় মাতি।।
কণমান দুটি ওঁঠ লাটুমনি ৰঙা
এটি যেন সপোনৰ কলি
পোহৰ পোহৰ যেন লাগে চউদিশে
আছে যেন বন্তি জ্বলি
একো নাম দিয়ে মোৰ হেপাহ নপলায়
মৰমত ধৰো সাৱটি।।

★★

# স্বপ্ন দিলা তুমি মোৰ

স্বপ্ন দিলা তুমি মোৰ
নয়নৰে পাহিত
ছন্দ দিলা তুমি মোৰ
জীৱনৰ গতিত

তোমাৰ চকুৰে দেখিলোঁ ফাগুন
অচিনা সুৰভি কৰিলোঁ আপোন
অৰূপ পোহৰ জিলিকি উঠিল
মোৰ দুচকুৰ মণিত

আজি কিয় তুমি হ'লা অচিনাকি
প্ৰাণৰ পাপৰি গ'লা যে গচকি
তীৰত বহি চাই আছা
মোৰ ডুবা নাও নদীত।

**

# হে আকাশ অসীম আকাশ

হে আকাশ
অসীম আকাশ
জনাওঁ প্ৰভাতী বন্দনা
হে ভাস্কৰ
পৰম পোহৰ
জনাওঁ প্ৰাণৰ প্ৰাৰ্থনা।।
হে নদী
সুনীল নদী
যেন অপৰূপা কন্যা
ছন্দময়ী
সুষমাৰে
ধূলি ধূসৰিতা
আমাৰ প্ৰাণত
দিয়া উচ্ছল বন্যা।।
হে প্ৰকৃতি
মহাপ্ৰকৃতি
অনন্ত শক্তি দায়িনী
অসীম শক্তি দায়িনী
জীৱনক দিয়া অমৃত তুমি
কৰিছো প্ৰভাতী প্ৰাৰ্থনা।।

**

## হেপাঁহ এখনি নৈ

হেপাঁহ এখনি নৈ
আমি নেদেখাকৈ
ৰ'দে বৰষুণে
থাকে ই বৈ।।

জানো জানো, আমি জানো
একোকে নেথাকে নেথাকে বৈ
আশা তথাপিও বৈ যায়
নীৰৱে নিজানে যায় বৈ
সুখৰ আশাই গোপনে গোপনে
বালিচৰ তিয়াই থৈ।।

আশা যায়, যায় বৈ
সপোনৰ ঢৌ লৈ
শীতৰ দিনতো ঐ
প্ৰবল বেগেৰে বৈ
আমি নেদেখাকৈ।।

**

## হে পোহৰ পৰম পোহৰ

হে পোহৰ পৰম পোহৰ
আমাৰ প্ৰণাম লোৱা
মনৰ মাজৰ নজনা আন্ধাৰ
আঁতৰোৱা, আঁতৰোৱা।।
কত যে নজনা কত যে নুশুনা
কথা আছে জগতত
চিনি পাওঁ যেন বুজি পাওঁ যেন
তোমাৰেই পোহৰত
অজ্ঞানতাৰ অন্ধকাৰ
আঁতৰোৱা, আঁতৰোৱা।।
সেউজী শুৱনী এই যে পৃথিৱী
ভাল পাওঁ যেন আমি
মঙ্গলময় কল্যাণময়
কথা শিকোঁ যেন আমি
উজ্জ্বলতাৰ শুভাশীষ
আমাৰ শিৰত দিয়া।।

**

# হে অনুপম, হে প্ৰিয়তম

হে অনুপম, হে প্ৰিয়তম
কাজলবুলীয়া তোমাৰ নয়ন
অনুপম অনুপম
হে বৰষা, কি যে অনুপম
হে প্ৰিয়তম, হে প্ৰিয়তম।।
কদম ফুলীয়া হাঁহিত তোমাৰ
বা ৰিব্ ৰিব্ ভাষা
ধূলি ধূসৰিত হৃদয়ত জাগে
সোণাৰু ফুলীয়া আশা
ৰজনী গন্ধাৰ সুবাসেৰে দিয়া
অপৰূপ শিহৰণ।।
সুনীলিম এক সাগৰৰ দৰে
তোমাৰ গভীৰ বক্ষ
সুঠাম দৃঢ় পৌৰুষে দিয়ে
ৰামধেনু আঁকা লক্ষ্য
গুৰু গুৰু গুৰু আগমনে তোলে
মন ময়ুৰীৰ পেখম।।

**

# হৃদয় হ'বনে সাগৰৰ দৰে

হৃদয় হ'বনে সাগৰৰ দৰে
টলমল স্নেহ পূৰ্ণ
জীৱন হ'বনে আকাশৰ দৰে
উদাৰ, অসীম ধন্য।।
আজিৰ পৃথিৱী যেন মৰুভূমি
নাই সেউজীয়া ৰং
যুগৰ যাতনাত দগ্ধ হৃদয়
নাই যে উদাৰ মন
প্ৰাণৰ লহৰে কৰিব কেতিয়া
জীৱন স্বৰ্ণ বৰ্ণ?
ইচ্ছা হ'বনে জোনাকৰ দৰে
স্নিগ্ধ প্ৰশান্ত জ্যোতি
শক্তি হ'বনে উত্তাপময়
দুৰ্বাৰ অজেয় গতি
জীৱন প্ৰবাহ আজি যে তেনেই
হাঁয়, নিৰুপায় শীৰ্ণ।।

**

## হাতত ল'লোঁ জেতুকাৰে/মেহেন্দীৰে ৰং

হাতত ল'লোঁ জেতুকা/মেহেন্দীৰে ৰং
আহিল এয়া বিয়াৰ লগন।।
ভয় দুখে কঁপি উঠে মন
কেনেকে ল'ম নতুনে জীৱন
বাৰে বাৰে কান্দি উঠে মন।
এৰি যামে এই যে বন্ধন
মনৰ পৰা নাযায় ই ভাৱনা
কামনা নজনা চেতনা
মই যেন একোকে নজনা
বোৱাৰী হৈ ওলামে এদিন
সঁচাকৈয়ে কঠিন এই দিন
বাৰে বাৰে আহিছে
পৰিছে মনত
এই ঘৰ লাগিব এৰিব
মা মোৰ দেউতা অ মোৰ
অসহায় এই যে বেদনা
আঁতৰি নেযায় ভাৱনা।

**

## হে সময়, হে সময়

হে সময়, হে সময়
ভঙা গঢ়াৰ খেলাত তোমাৰ
সৃষ্টি ক্ষয়
অৰূপ তুমি, তথাপি তোমাৰ
ৰূপেৰেই আমি ৰূপময়
হে সময়।।
ৰূপৰ ঐশ্বৰ্য কাঢ়ি লৈ কৰা
আকৌ অতনু
শূণ্যময়
হে সময়, হে সময়
যাত্ৰাত গতি তুমিয়েই দি
কৰা যে জয়
গতি কাঢ়ি নি স্থবিৰ মৃত্যু
তোমাতে লয়
হে সময় হে সময়।।

**

## হাতো নেমেলিবি ফুলো নিছিঙিবি

হাতো নেমেলিবি ফুলো নিছিঙিবি
কৰৈ নাৱৰীয়া তই
পাট কাপোৰৰ লগতে মাহীআই খুন্দিলে
তেজীমলাহে মই।
ক'ৰেনো বিননি শুনি হাঁয়
বতাহৰ বুকুতে উটি উটি যায়
কোন সাউদৰে জীয়াৰীৰে
মনৰে হুমুনিয়াহে
তেজীমলা যাৰ নাম
কেঁচা সোণ বৰণৰ
গাভৰু দেহাটি
ৰূপৰে উঠিলে বান।।
বনিজ বেহাবলে
সাউদে ওলালে
মাহীমাক ঘৰতে ৰ'ল
বাটৰ কাঁইটকে
গুচাবলৈ বুলি
সুৰুঙা বিচাৰি ৰ'ল
লখিমী তেজাকে
শাঁখিনী পাতিলে
ঢেঁকীৰে খুন্দিলে দেহা
চোতালত পুতিলে
লাও হৈ গজিলে, ফুল হৈ ফুলিলে
ইনো কি আচৰিত বেহা
সঁচা যাতনাকে
তুমি ঢাকিবা কি দৰে
নল মৰি মৰি জীয়ে
সঁহাৰি দিবহি যুগ যুগ ধৰি
তেজীমলা ৰূপ লৈয়ে।।

**

## হে মহান প্ৰণাম প্ৰণাম

হে মহান
প্ৰণাম প্ৰণাম
তুমি চিৰ স্মৰণীয়
চিৰ জ্যোতিস্মান
চেতনাক প্ৰেৰণাৰে
কৰিলা অম্লান
আদৰ্শই আছিল তোমাৰ
কৰ্ম আৰু ধ্যান
প্ৰণাম প্ৰণাম।।
দুয়োটা আদৰ্শ আনি
প্ৰাচ্য প্ৰতীচ্যৰ
ৰচিছিলা যাত্ৰা পথ
সাহিত্য কৰ্মৰ
আত্মজীৱনৰ।।
মানৱতাৰ অন্বেষণ
লক্ষ্য জীৱনৰ
সমাজবাদ গঢ়িবলে
উচৰ্গা প্ৰাণৰ
প্ৰণাম, প্ৰণাম।।

(ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ স্মৃতিত ৰচনা কৰা গীত)

**

## হাতত ইমান সময় আছে

হাতত ইমান সময় আছে
কিনো কৰোঁ
তোমাৰ কথাই
ভাবিব পাৰোঁ।।
ভাবি থাকিলেনো
হ'ব বা কি
ছবি এখনকে আঁকো নে কি
আঁকিব পাৰোঁ
আঁকিলে ছবি তোমাৰ মুখখনি
চাবকে পাৰোঁ।।
বাঁহীৰ দৰে
তোমাৰ মাতটি
শুনিব পাৰোঁ
মোৰ কণ্ঠৰো
গীত এটিও শুনাব পাৰোঁ
নতুবা গীতকে এটি ৰচিব পাৰোঁ
হয়, ৰচিব পাৰোঁ।।

**

## হালিছে জালিছে লিহিৰি পাত

হাঁলিছে জালিছে
লিহিৰি পাত
সুৱদী সুৰীয়া
অসমৰ মাত।।
আবেলি বেলিকা
সোণালী পাহি
কোমলকৈ গধূলিৰ
আলফুল ছাঁত।।
জোন বাইৰ আগৰে
একেটি তৰা
দুয়োটি চকুতে
টোপনি ভৰা
সেউজী সপোনবোৰ
উজ্বলি থাকা।।

**

# হালধীয়া সোনাৰু ফুল

হালধীয়া সোনাৰু ফুল
দুপৰৰ ৰ'দালিয়ে ডালে ডালে পাতিলেহি থুল
হালধীয়া সোনাৰুৰ ফুল।।

শুকান গছত আহি
সৰি পৰা ফুল পাহি
কেনেকৈ?
কেনেকৈ খেদিলেহি দোল
অ' পখিলা।।
দৃষ্টিৰ কি যে হয় ভুল।।

আকাশ আকাশ নাই
পলকতে কিনো হায়
মনে মোৰ হেৰুৱাই কুল।
তোমাৰ চকুতে দেখোঁ
আকাশ লুকাই আছে
দীপ্তিৰে বছা তৰোৱাল
হালধীয়া সোনাৰু ফুল।।

**

# হে আনন্দ পৰমানন্দ

(প্ৰভাতী বন্দনা)

হে আনন্দ
পৰমানন্দ
হে তৰঙ্গ, পূৰ্ণ ৰঙ্গ
হে বিহঙ্গ, সোণালী হৈ
কৰিছো প্ৰভাতী বন্দনা
হে আকাশ
অসীম আকাশ
হে ভাস্কৰ, পৰম পোহৰ
আলোৰ আকৰ
জনাওঁ প্ৰাণৰ প্ৰাৰ্থনা।।
হে নদী
সুনীল নদী
যেন অপৰূপা কন্যা
ছন্দময়ী সুষমাৰে
ধূলি ধূসৰিতা
আমাৰ প্ৰাণত
দিয়া উচ্চল বন্যা
হে প্ৰকৃতি
মহা প্ৰকৃতি
অনন্ত শক্তি দায়িনী
অসীম শক্তি দায়িনী
জীৱনক দিয়া অমৃত তুমি
কৰিছো প্ৰভাতী বন্দনা।।

**

## হে সত্য, হে সুন্দৰ

হে সত্য, হে সুন্দৰ
হে শিৱম মহেশ্বৰম্
নমো ৰুদ্ৰ, নমো নিত্য
কল্পতৰু, দুঃখহৰণ
হে যজ্ঞ, পূৰ্ণ অৰ্ঘ্য
দিওঁ তোমাকেই
কৰা যে জয়
তাণ্ডৱ নাচি কৰাহে চূৰ্ণ
ঘোৰ তমসা
দিয়া অভয়
হে অনাদি, হে অনন্ত
হে ৰুদ্ৰ তমোহৰম্।
হে আশুতোষ, হে ভোলানাথ
ত্ৰিনয়ন হে ত্ৰ্যম্বকম্
ত্ৰিশূলধাৰী, দুঃখহাৰী
ত্ৰাহি ৰুদ্ৰ, ত্ৰাহি শিৱম্
মৃত্যুৰ পৰা অমৃতলৈ
লৈ যোৱা হে মহাকালম্।

(শিলপুখুৰীৰ ৰুদ্ৰ-যজ্ঞৰ বাবে ৰচিত সমবেত গীত)

★★

# শুভবাৰ্ত্তা

## (বাইবেলৰ পবিত্ৰ বাণীৰ আধাৰত)

**স্ৰজনৰ কাহিনী**

শুনা শুনা ভক্তসৱ স্ৰজনৰ কাহিনী।
পবিত্ৰ বাইবেলে দিছে তাৰে বিৱৰণী।।
ঈশ্বৰে স্ৰজিলে আকাশ নীলিম সুন্দৰ।
আৰু সৰজিলে এই বিশ্ব মনোহৰ।।
আদিতে পৃথিৱী আছিল শূইন, নিৰাকাৰ।
জল থল একো নাই তেনেই আন্ধাৰ।
"তাতে পোহৰ হওঁক" ঈশ্বৰে বুলিলে।
সেয়েহে পোহৰ হ'ল আন্ধাৰ আঁতৰিলে।।

ঈশ্বৰৰ ইচ্ছাতে হ'ল সূৰ্য জ্যোতিৰ্ময়।
দিনক কৰিলে পূৰ্ণ জ্যোতিৰে নিশ্চয়।।
চন্দ্ৰ, তৰা, শস্য, তৃণ স্ৰজিলে ঈশ্বৰে।
পশু-পক্ষী, সৰ্বপ্ৰাণী হ'ল স্তৰে স্তৰে।।
তাৰ পাছে ঈশ্বৰে মানুহ স্ৰজিলে।
ধূলিৰে দেহাটি গঢ়ি তাতে জীৱ দিলে।।
মানুহক থ'বলৈ স্ৰজা হ'ল বাৰী।
পাহাৰৰ কাৰণে গছ শাৰী শাৰী।।
তাতে থ'লে বৃক্ষ এক জীৱন বৃক্ষ নাম।
আৰু এক বৃক্ষ হ'ল দিবলৈকে জ্ঞান।।
ভাল বেয়া দুয়ো জ্ঞান দিয়ে সি বৃক্ষই।
পিছে সি বৃক্ষৰ ফলে জীৱনকে লয়।।
মানুহ নিসঙ্গ থকা নহ'ব উচিত।
ঈশ্বৰে তাকে ভাবি স্ৰজিলে নাৰীক।।
নিদ্ৰাময় মানুহৰ বুকুৰ কামিহাড়।
উলিয়াই লৈ ঈশ্বৰে স্ৰজিলে ইবাৰ।।
নাৰী দেহা অপৰূপ, নৰৰ কাৰণে
নৰৰ পৰা হ'ল বাবে নাৰী বুলি জানে।।
মঙহৰো মঙহ তেওঁ হাড়ৰো যে হাড়।
নৰই এই ভাবেৰেই নাৰীক কৰে সাৰ।
নিজা অনুৰূপ কৰি নৰকে স্ৰজিলে।
প্ৰভুৱে সকলো সৃষ্টি উত্তমে দেখিলে।।
তাৰ পাছৰ কথা শুনা অতি মনোযোগে।
চয়তানৰ আবিৰ্ভাৱে ছলিলে সবাকে।।
জীৱৰ মাজত সৰ্প টেঙৰ সকলোৱে জানে
সৰ্পই নাৰীক ক'লে এদিন গোপনে।।

**সৰ্প ঃ**

নিষিদ্ধ গছৰ ফলে মানুহক নামাৰে।
ভুল ক্ৰুটি দেখা চকু মুকলিহে কৰে।।
চকু মুকলি হ'লে ইশ্বৰ হেন হ'বা।
সেয়েহে ইশ্বৰে কয় ই ফল নেখাবা"।।

তাকে শুনি নাৰীয়ে বৰ লোভ কৰি।
সেই গছৰ ফল খালে স্বামীক যুক্ত কৰি।।
চকু মুকলি হ'ল দেখিলে নিজকে।
বিবস্ত্ৰ দুয়োজন লাজে আৱৰিলে।।
ডিমৰু গছৰ পাত বস্ত্ৰ কৰি পিন্ধে।
ঈশ্বৰৰ ভয়ত বনত লুকালে গোপনে।।
ঈশ্বৰ যিহোৱাই সকলো বুজিলে।
মানুহক মাতি তেওঁ সকলো সুধিলে।।

**মানুহ ঃ**

"তোমাৰ বাধা প্ৰভু আমি নামানিলো।
চয়তানৰ কথা শুনি ই কৰ্ম কৰিলোঁ।।"

**ঈশ্বৰ ঃ**

ঈশ্বৰে বুলিলে সৰ্পক, 'ই কৰ্ম কৰিলি।
পেটেৰে কৰিবি গতি অভিশপ্ত হলি।।
তোৰে নাৰীৰে মাজত হ'ব যেন শত্ৰুতা।
ইটোৱে সিটোক চূৰ্ণ কৰিব সৰ্বদা।।
নাৰীৰ লোভৰ বাবে দিলোঁ অভিশাপ।
গৰ্ভ বেদনাত তুমি পাবা বৰ তাপ।।"
নাৰীৰ কথা শুনি ফলকে ভুঞ্জিলে।
পুৰুষেও অভিশাপ সেয়েহে লভিলে।।
"অতি কষ্টেৰে অৰ্জন কৰিবা আহাৰ।
কপালৰ ঘামে মাটি তিয়াব তোমাৰ।।
মুখৰ ঘামেৰে আহাৰ কৰিবলৈ পাবা।
ধূলিৰ মানুহ তুমি ধূলিলৈকে যাবা।।
মানুহে ভাঙে সদায় ঈশ্বৰেহে গঢ়ে।।
ঈশ্বৰৰ গুণ গান গোৱা নিৰন্তৰে।।

**ভক্তিৰ পৰীক্ষা :**

ভক্তিৰ পৰীক্ষা কৰে প্ৰভু ভগৱানে।
বাইবেলৰ কাহিনী শুনা মনে প্ৰাণে।।
চাল্ডিয়া নামে ঠাইত আব্ৰাহাম নামে।
আছিল এক সাধু পুৰুষ সকলোৱে জানে।।
আব্ৰাহামক আদেশিলে ঈশ্বৰ প্ৰভুৱে
নিজ দেশ এৰিবলৈ কুটুম্বৰ সতে।।

**ঈশ্বৰ :**

"নিজ দেশ এৰি আহা জাতি কুটুম্বৰে।
যি ঠাই দেখুৱাম মই সেই ঠাই লৈকে।।
হৰানৰ পৰা তুমি কনানলৈ যোৱা।
মোৰ আজ্ঞা পালি তুমি, আশীৰ্বাদ লোৱা।
সেইমতে আব্ৰাহামে সি কথা পালিলে।
ভাৰ্যা প্ৰজা সকলোটি কনানত থ'লে।।
প্ৰভুৱে সন্তুষ্ট হৈ বৰ এক দিলে।
"অগনিত বংশ হ'ব তৰালীৰ দৰে।।
বংশ বৃদ্ধি ৰাজ্য বৃদ্ধি ভকতি ৰাখিলে"
বৃদ্ধ বয়সতো ভক্তই পুত্ৰ এক লভিলে।।
প্ৰভুৱে ইবাৰ কৰে পৰীক্ষা কঠোৰ।
চাব খোজে ভকতৰ ভক্তি কত দূৰ।
এদিন ঈশ্বৰে ক'লে, "শুনা আব্ৰাহাম।
পৰ্বতলৈ আনিবা লৈ তোমাৰ সন্তান।।
তাতে বলি দিবা শুনা তোমাৰ পুত্ৰক।
যজ্ঞ বেদী কৰি লৈ মোৰেই নামত।"

বিচলিত আব্ৰাহাম এধানো নহ'ল।
প্ৰভুৰ আজ্ঞা পালিবলৈ তেওঁ সাজু হ'ল।।
যজ্ঞৰ কাৰণে কাঠ, তেওঁ ফালি ল'লে।
গাধৰ পিঠিত তুলি দি যাত্ৰা আৰম্ভিলে।।
পুত্ৰ ইচাককো তেওঁ লগতেই ললে।
যাত্ৰাৰ তৃতীয় দিনা পৰ্বতখন দেখিলে।।
কাঠ কঢ়িয়াবলৈ পুত্ৰ আদেশিলে।
জুই আৰু খড়্গখন নিজে কঢ়িয়ালে।।
পুত্ৰই সৰল ভাৱে পিতৃক সুধিলে।
"বলিৰ কাৰণে ছাগ কিয়নো নানিলে?
খড়্গ আছে তীক্ষ্ণ ধাৰ, আছে এয়া কাঠ।
বলিৰ কাৰণে পিতৃ ক'ত আছে ছাগ?"
পিতৃয়ে বুলিলে, "পুত্ৰ সকলোটি হ'ব।
ঈশ্বৰেই আমাক বলিৰ ছাগটি যোগাব।।"
পৰ্বতৰ শিখৰত যজ্ঞ বেদী সাজি।
খৰি তাতে আব্ৰাহামে দিলে জাপি জাপি।।
বান্ধি লৈ পুত্ৰক তেওঁ বেদীতে শুৱালে।
বলিৰ কাৰণে খড়্গ তেওঁ তুলি ললে।।
হঠাতে আকাশ বাণী ওপৰৰ পৰা।

**আকাশ বাণী :**

"ক্ষান্ত হোৱা, আব্ৰাহাম। বধ নকৰিবা।।
ঈশ্বৰলৈ আছেনে ভক্তি আৰু ভয়।
তাৰেহে পৰীক্ষা হ'ল, হ'লা তুমি জয়।।
আব্ৰাহামে বাণী শুনি চকু মেলি চালে।
পাছফালৰ জোপোহাতে মেৰ ছাগ দেখিলে
শিং লগা মটা মেৰ ছাগ, হোমৰ বলি হ'ল।
ঈশ্বৰৰ আশীৰ্বাদ শিৰ ভৰি ৰ'ল।

**ঈশ্বৰে ৰাখিলে :**

ঈশ্বৰে ৰাখিলে কোনে মাৰিবনো পাৰে?
দুখীয়াক দয়া তেওঁ কৰে অকাতৰে।
ইজিপ্তৰ ৰাজপাটত নতুন ৰজা বহিল।
ইহুদীলৈ ভয় কৰি নতুন আজ্ঞা বিহিল।।
সকলো কঠিন কামত ইহুদীক লগালে।
শুনা শুনা সেই ৰজাই আৰু কি কৰিলে।।
"ইহুদীৰ শিশু পুত্ৰ জীৱন্তে মাৰিবা।
জন্ম হোৱা মাত্ৰে নি, নীল নৈত পেলাবা।।
ভয়ঙ্কৰ আদেশত সবে কম্পমান।
ৰজাৰ কঠিন আজ্ঞা নতুন যাব প্ৰাণ।।
ইহুদী এক মাতৃয়ে অসাধ্য সাধিলে।
তিনমাহলৈ শিশু পুত্ৰক লুকুৱাই থ'লে।।
ইকৰাণি উলুবনিৰ মাজত শিশুক থৈ।
কিনো হয় দেখিবলৈ বায়েক থাকিল ৰৈ।।
নদীত স্নান কৰিবলৈ ৰাজকন্যা আহিলে।
জোপাৰ মাজৰ শিশুটিৰ ক্ৰন্দন শুনিলে।।
ঈশ্বৰে অন্তৰত দিলে পৰম কৰুণা।
শিশুটিক পালিবলৈ জাগিলে বাসনা।।

"আয়ে দেহি! ক'ৰ শিশু আছে কান্দি কান্দি?"
"আনি দিমনে পালিবলৈ কোনো এক ধাত্ৰী"
ৰাজ-কন্যাক সুধিলে বায়েকে ছেগ বুজি।
ৰাজকন্যাই ততালিকে জনালে সন্মতি।
ছোৱালীটি লৰি গৈ মাকক লৈ আহিলে।
ধাত্ৰীৰূপে পালিবলৈ আদেশ লভিলে।।
সেইমতে কাৰ্য হ'ল শিশু ডাঙৰ হ'লে।
ৰাজ-কন্যাই লৈ গৈ "মোচি" নাম থলে।।
লাহে লাহে শিশু মোচি ডাঙৰ হৈ আহিলে।
ইহুদী লোকক সহায় গোপনে কৰিলে।।
মোচিক মাৰিবলৈ ৰজাই, মনত আলচিলে।
অন্য দেশলৈ পলাই মোচিয়ে সাৰিলে।।
চহকী এঘৰত হ'ল ভেড়াৰ ৰখীয়া।
ভেড়া ৰখি থাকোতে এদিন দুপৰীয়া।।
ঈশ্বৰে দৰ্শন দিলে জ্যোতিৰূপ হৈ।
জুই জ্বলা জোপোহাৰ মাজতেই ৰৈ।
জোপোহা জ্বলি আছে পোৰা হ'লে নাই।
বিস্ময়ত মুগ্ধ মোচি, যায় আগুৱাই।।
ঈশ্বৰে বুলিলে "ৰোৱা সেয়া পূণ্য ঠাই।
শুনা মোচি, জোতা তোমাৰ খোৱা সোলোকাই।।

আব্ৰাহাম, ইছক আৰু জেকবৰ ঈশ্বৰ।
মইয়েই, মইয়েই চোৱা বাণী পোহৰৰ।
ইজিপ্তৰ ঘৰে ঘৰে মানুহৰ যাতনা।
শুনিছো সবাৰে মই প্ৰাণৰে বেদনা।।
বিছৰীয়াৰ পৰা লোকক উদ্ধাৰি যাম লৈ।
গাখীৰ মৌ বৈ থকা উত্তম দেশলৈ
তুমিয়ে লাগিব ধৰিব মুক্তি যুদ্ধৰ গুৰি।
শুনা মোচি, লোৱা প্ৰাণত শক্তি দৃঢ় কৰি
ঈশ্বৰৰ আদেশ, বুদ্ধি শিৰোধৰ্য কৰি।
ইজিপ্তলৈ গ'ল মোচি, পুনৰাই ঘূৰি।।

**ঘোষা ঃ** তোমাৰ নাম লৈ প্ৰভু
তোমাৰ নাম লৈ হে
ভৱ সাগৰ পাৰ হওঁ, প্ৰভু
বিপদ এৰি থৈ
প্ৰভু, সংকট এৰি থৈ।।

পদ ঃ
মোচি আৰু আৰণ গ'ল ৰজাৰ কাষলে
প্ৰভু ঈশ্বৰৰ বাণী ৰজাক নিবেদিলে।।
"ইজৰাইলী লোকৰ মুক্তি অবিলম্বে দিয়া"
ৰাজাই তাচ্ছিল্য কৰে– "ক'ৰ ঈশ্বৰ সেয়া?
নেজানো, নিচিনো মই, বাণীকো নেমানো
মুক্তি নিদিওঁ ইজৰাইলীক, শাস্তিহে বিধানো।"
ঈশ্বৰে সকলো বুজি ৰজাক আদেশিলে
"শুনা মোচি কোঁৱাগৈ, প্ৰতি ঘৰে ঘৰে।।
এই মাহৰ চৈধ্য তাৰিখ যিদিনাই পৰিব।
প্ৰতি গিৰীহঁতে এটা ভেড়া ছাগ মাৰিব।
বলিৰ তেজৰ চিন থব প্ৰতি দুৱাৰতে।
মঙহ ভাপত দি খাব মোৰ ভকতে।।
ৰাতি হ'লে শুনা মই কি কাৰ্য কৰিম
ইজিপ্তৰে ঘৰে ঘৰে বৰ পুত্ৰ বধিম।।
যি ঘৰতে দেখা পাম তেজেৰে সেই চিনে।
সি ঘৰৰ সকলোটি থাকিব নিৰ্বিঘ্নে।"

ইজৰাইলীক এই কথা মোচিয়ে জনালে।
সেইমতে বলি-- বিধান সবে আচৰিলে।।
ইজিপ্তৰ ঘৰে ঘৰে পুত্ৰ হ'ল হানি।
কান্দোনৰ ৰোল উঠে আকাশকো ছানি।।
মোচি আৰু আৰনক ৰজাই ইবাৰ ক'লে,
"তোমালোকৰ মানুহ লৈ ইহুদীসকলে
বাৰ্ষিক ভোজনৰ নিয়ম ইদৰে কৰিলে।।
ইজৰাইলী সকল গৈ পালেগৈ সাগৰে
মোচি, আৰনৰ লগত ৰাতিটো বঞ্চিলে।।
ৰজাই ইফালে কৰে অন্তৰত শোক
"কিয়নো পঠাই দিলো ইজৰাইলী লোক?
ঘূৰাই আনিবলৈ বুলি ইজৰাইলী লোকক।
ৰজাই পঠালে তেওঁৰ সকলো সৈন্যক।।
এদিন গধূলি দেখে ধুমুহাৰ দৰে।
ইজিপ্তৰ লোক আহে যুদ্ধৰ সাজেৰে।।
অগণণ সৈন্য, অস্ত্ৰ, ৰথৰ শবদ।
ৰাখা ৰাখা প্ৰভু, আহে দুৰ্ঘোৰ বিপদ।
ঈশ্বৰৰ নাম ল'লে আতুৰ মনেৰে
প্ৰভুৱে সদায় ৰাখে জানিবা ইদৰে।।

মোচিৰে মুখেদিয়ে প্ৰভুৰে বুলিলে।
"ভয় নাই, ভয় নাই ঈশ্বৰে ৰাখিলে।।"
মোচি তুমি মেলি দিয়া সাগৰলৈ হাত
সাগৰ দুফাল হ'ব, মাজে দিব বাট।।"
সেই বাটেদিয়ে সবে পাৰ হ'ল সমুদ্ৰ।
পাছদিনা শত্ৰু সৈন্য তাতে হ'ল বিনষ্ট।।
মোচিয়ে মেলিলে হাত প্ৰভুৰ বাক্য শুনি
সাগৰে বুৰাই দিলে শত্ৰুৰ কত প্ৰাণী।।
ইজৰাইলী লোকৰ মুক্তি ইদৰে কৰিলে।
প্ৰভুৰ প্ৰশংসা গীত গোৱা সৰ্বকালে।।

**ঈশ্বৰৰ দহ আজ্ঞা ঃ**

ঈশ্বৰৰ দহ আজ্ঞা কিনো বিতোপন।
ভকতিৰে পূণ্যকথা শুনা নৰগণ।।
চীনয় পৰ্বতৰে নাম সকলোৱে ললে।
তাতে ইজৰাইলী লোকে চাউনি পাতিলে।।
ঈশ্বৰে বুলিলে আজ্ঞা, শুনা মোচি তুমি।
পৰহিলৈ প্ৰজাসৱক সাজু কৰা আনি।।
শিঙা, ভেৰী আদি বাদ্য যেতিয়া বাজিব।
প্ৰজাসৱে পাহাৰ তলীত একগোট হৈ ৰ'ব।।
অপেক্ষাৰ সেইদিন শুনা আহি পালে।
বিজুলী, গাজনি আৰু ধুমুহা বলিলে।
ক'লা চপৰা মেঘে ঢাকিলে পাহাৰ।
শিঙা, ভেৰী বাদ্যধ্বনি বাজে বাৰম্বাৰ।
শুনা মোৰ দহ আজ্ঞা, ময়েই ঈশ্বৰ।
অন্য দেৱ-দেৱী আৰু নামানিবা কাকো।।
মোতেই ৰাখিবা ভয় বিশ্বাস সকলো।
মিছা কথাত নাম প্ৰভুৰ কেতিয়াও নলবা।
মিছা শপত তেওঁৰ নামত কদাপি নাখাবা।।
প্ৰভুৰে বাৰ পবিত্ৰ বাৰ দিন বিশ্ৰামৰে
পিতৃ-মাতৃক সন্মান কৰিবা নিৰন্তৰে।।
নকৰিবা নৰহত্যা, চুৰি নকৰিবা।
পৰস্ত্ৰী গমন পাপক সততে ঘিণাবা।।
মিছা সাক্ষী কেতিয়াও নিদিবা নিদিবা।
আনৰ বস্তু, পৰস্ত্ৰীলৈ লোভ নকৰিবা।।
প্ৰভুৱে পঠালে এই দহ আজ্ঞা শুনি।
ভয়ে কম্পমান সবে এনে দেখি শুনি।।
সকলোৱে একে বাক্যে বুলিলে পালিম।
ঈশ্বৰৰ যিবা আজ্ঞা সততে ৰাখিম।
জয় জয় জয় প্ৰভু, জয় তোমাৰ হওঁক।
দহ আজ্ঞা পালিবলৈ মন আমাৰ হওঁক।।

**দেৱদূত আহিলে ঃ**

দেৱদূত আহিলে দেৱদূত আহিলে
শুভ এক বতৰা লৈ
জোচেফৰ বাগদত্তা কন্যা
মৰিয়মৰ কাষলৈ।।
দেৱদূতে ক'লে, শুনা মৰিয়ম
তুমি মহা ভাগ্যৱতী।
দয়াময় ঈশ্বৰ তোমাৰে লগতে
মঙ্গল হ'ব যে অতি।।
সৰগী কৰুণা পালা মৰিয়ম
ভয় নকৰিবা শুনা।
তোমাৰে উদৰত থিতি ল'ব আহি
ঈশ্বৰৰে জ্যোতি কণা
ঈশ্বৰ পুত্ৰ জনমে দিবা
যীচু হ'ব তেওঁৰ নাম।
অনন্ত ৰাজ্যৰ হ'ব অধীশ্বৰ
কৰিব মহান কাম।।
ভয়ে শঙ্কাই মৰিয়মে
সুধিলে আতুৰ হৈ।
পুৰুষৰে মই মুখকে দেখা নাই
ই সম্ভৱ কেনেকৈ??
দেৱদূতে ক'লে পবিত্ৰ আত্মা
আহিব সৰগৰ পৰা।
ঈশ্বৰৰ শক্তিয়ে গৰ্ভত থিতি ল'ব
ঈশ্বৰৰ পুত্ৰকে পাবা।
মৰিয়মে ক'লে অতি আনন্দেৰে
প্ৰভুৰ সেৱিকা মই।
ঈশ্বৰৰে ইচ্ছা হওঁক পূৰ্ণ
জয় প্ৰভু তোমাৰ জয়।।

**বৈথলেহেমলৈ বলা সবে ঃ**

বৈথলেহেমলৈ ব'লা সবে

বেগাই আমি যাওঁ।
সৰগীয় শিশুটিক
নয়ন ভৰি চাওঁ।।
পথাৰতে ৰাতি বঞ্চা
মানুহবোৰে ক'লে।
নতুন তৰাৰ পম খেদি
বৈৎলেহেম গৈ পালে।।
সৰগীয় জ্যোতি দেখে
পশুৰ গঁড়ালতে
ঈশ্বৰৰ স্তুতি সবে
কৰে বিস্ময়তে।।

**নিজম নিশা ঃ**

নিজম নিশা গভীৰ নিশা
সৰগী দূত উৰিলে।
জ্যোতিধাৰা নামি অহাৰ
বাতৰি বিলালে।।
পোহৰে পৰী উৰি
দিশে দিশে ক'লে।
চোঁৰা চোঁৰা নতুন তৰা
আকাশত জ্বলিলে।।
ত্ৰাণকৰ্ত্তা উপজিলে
দায়ুদৰ নগৰত।
সকলোৰে শুভদিন
হ'ল সমাগত।।
ঈশ্বৰ পুত্ৰ আছে শুই
দানাৰে পাত্ৰত।
প্ৰীতি শান্তিৰ শুভবাৰ্তা
বিলাব মৰ্ত্তত।
ঈশ্বৰৰে মহিমা তেওঁ
প্ৰচাৰে কৰিব।
সৰগীয় জ্যোতি তেওঁ
আন্ধাৰ আঁতৰাব।।
যীচুৰে দেহাটি নাই
সমাধিৰ মাজতে,
যীচুৰ দেহাটি নাই।
মৰিয়ম বিচুৰ্ত্তি হ'ল
চিমোন পিতৰ আৰু শিষ্যক ক'লেগৈ
যীচুৰে উত্থান হ'ল।
কোনে নিলে যীচুক?
ক'তেনো থ'লে গৈ?
কোনেও নাজানে একো।।
দুটি স্বৰ্গদূত
সমাধিত দেখিলে
অদৃশ্য যীচুকো
হঠাতে দেখিলে
জনাজাত হ'ল সকলো।।
পুত্ৰ গ'লগৈ, পিতাৰে কাষলৈ
সৰগত ঈশ্বৰ আছে।
যীচুৰ উত্থানকে ইষ্টাৰ বুলিলে
শুভ দিন আটাইৰে বাবে।।
আল্লেলু আল্লেলুইয়া................।।

★★

## অন্তৰ মোৰ বিকশিত কৰা

অন্তৰ মোৰ বিকশিত কৰা
অন্তৰতৰ হে
নিৰ্মল কৰা উজ্জ্বল কৰা
সুন্দৰ কৰা হে।।
জাগ্ৰত কৰা, উদ্যত কৰা
নিৰ্ভৰ কৰা হে
মঙ্গল কৰা, নিৰলস
নিসংশয় কৰা হে
অন্তৰ মোৰ বিকশিত কৰা
অন্তৰতৰ হে।।
যুক্ত কৰা হে সকলো সঙ্গত
মুক্ত কৰা হে বন্ধ
সঞ্চাৰ কৰা সকলো কৰ্ম্মত
শান্ত তোমাৰ ছন্দ
চৰণ পদ্মত মোৰ চিত্ত নিস্পন্দিত কৰা হে
নন্দিত কৰা নন্দিত কৰা
নন্দিত কৰা হে
অন্তৰ মোৰ বিকশিত কৰা
অন্তৰতৰ হে।।

**

## আমি বান্ধিছোঁ কহুঁৱা ফুল

আমি বান্ধিছোঁ কহুঁৱাৰ ফুল
আমি গাঁথিছোঁ শেৱালী মালা
নতুন ধানৰ মঞ্জৰীৰে আমি
সজাই আনিছোঁ ডলা

আহাঁহে শাৰদলক্ষ্মী তোমাৰ
আহাঁ শুকুলা মেঘৰ ৰথত
নিৰ্ম্মল নীলা পথত
আহাঁ ধৌত শ্যামল আলো ঝলমল
বনগিৰি পৰ্বতত
আহাঁ মুকুট পিন্ধি শ্বেত শতদলী
শীতল নিয়ৰ ডলা।।

সৰা মালতীৰ ফুলেৰে
আসন আছে নিভৃতে পতা
ভৰা গঙ্গাৰ পাৰতে
আহিছে ৰাজহংস পখী
তোমাৰ চৰণ চুৰলে।।

**

## আৰু নাই যে বেলা নামিল ছায়া

আৰু নাই যে বেলা নামিল ছায়া
ধৰণীত
বলা যাওঁ ঘাটলৈ পানী ভৰাওঁ
কলহটিত।
জল ধাৰাৰ কলস্বৰে
সন্ধ্যা গগন আকুল কৰে
কোনে মাতে বাটলৈ মোক
সেই সুৰটিত
বলা যাওঁ ঘাটলৈ
পানী ভৰাওঁ
কলহটিত।।
এই নিজান পথত কেনেও
নকৰে অহাযোৱা
চৌৱা, প্ৰেম নদীত উঠিছে ঢউ
উতলা হাওৱা।।
নেজানো আৰু
কাৰ লগত আজি হ'ব চিনা
ঘাটত সেই অজানাই
বজায় বীণা
তৰণীত
বলা যাওঁ ঘাটলৈ
পানী ভৰাওঁ
কলহটিত।।

★★

## একো নৰয় থাকে পুৰণি সোঁৱৰণি

একো নৰয় থাকে
পুৰণি সোঁৱৰণি
বুকুৰ মাজত
ৰাতিৰ তৰা যি
থাকে যে লুকায়
দুপৰ দিনত
যি দৰে তৰা থাকে
লুকাই লুকাই
দিনৰ পোহৰত
যোৱাটো বছৰে দিলে
যি সুখ
যি চকু পানী
সকলো আদৰি লৈ
কৰো আদৰণি
নতুন দিনক।।

★★

## এই মৰণৰ সাগৰ পাৰত

এই মৰণৰ সাগৰ পাৰত
চুপে-চাপে
আহিলা যে ভুবন মোহন
সপোন ৰূপে।।
কান্দোনে মোৰ কেউটি পৰত
মাতি তোমাক
ঘূৰি ফুৰিছিল চাৰিওফালৰ
বাধাৰ কোঠাত
আছিলো বন্ধ অন্ধকূপত
জীৱনৰে
আজি আহিলা ভুবনমোহন
সপোন ৰূপে।।

আজি যে দেখোঁ
কলা কেশৰ আন্ধাৰ ঢলা
স্তৰে স্তৰে সন্ধ্যাতৰাৰ
মাণিক জ্বলা।।
আকাশ আজি বেথাৰে গীতৰ
আছে ভৰি
জিলীৰ মাত ভৰিত কঁপি
আছে পৰি
বন্দনা গন্ধ ধূপৰ পুষ্প বনতে
আজি আহিলা ভুবনমোহন
সপোন ৰূপে।।

**

## এইতো তোমাৰ প্ৰেম বন্ধু

এইটো তোমাৰ প্ৰেম বন্ধু
হৃদয় হৰণ
এই যে পাতত পোহৰৰ নাচ
সোণৰ বৰণ।।
এই যে মধুৰ আলস্য ভৰা
মেঘ ভাঁহি যায় আকাশ পথত
এই বতাহে দেহত কৰে
অমৃত ক্ষৰণ
এইতো তোমাৰ প্ৰেম বন্ধু
হৃদয় হৰণ।।
প্ৰভাত আলোৰ ধাৰাত আমাৰ
নয়ন ভাঁহিছে
এই তোমাৰ প্ৰেমৰ বাণী
প্ৰাণলে আহিছে
তোমাৰেই মুখে সউ
মোৰেই মুখত চকু থৈছে
মোৰ হৃদয়ে আজি চুইছে
তোমাৰে চৰণ।।

**

## কাৰ, চাৱনিৰ বতাহত দোলে মন

কাৰ, চাৱনিৰ বতাহত দোলে মন
সেয়ে, কেনেকৈ যে আছো সৰ্ব্বক্ষণ।।

হাঁহি যে সেয়া অশ্রুৰে ধুই যোৱা
ভাবনা যে সেয়া মৌনতাই চুই যোৱা
ভাষাই যে তোৰ সুৰৰ আৱৰণ।।

তোৰ পৰাণত কোন
পৰশমণিৰ খেলা
সেয়ে, হৃদয় গগনত
সোনালী মেঘৰ মেলা।।

দিনৰ সোঁতত সেয়েতো পলকবোৰে
সোনালী ঝলক তুলি যে ঢউ খেলে
আন্ধাৰে-পোহৰে কঁপিছে চকুৰ কোণ।।

**

## কাৰ যেন এয়া বেদনা মনৰ

কাৰ যেন এয়া বেদনা মনৰ
চ'ত মাহৰ উতলা বতাহত
ঝুমকো লতাৰ চিকুন পাতে
কঁপে যে কাৰ চমক চাৱনত।।
হেৰাই যোৱাৰ কাৰ সেই বাণী
কাৰ আদৰৰ স্মৃতিখিনি
আমাৰ বোলৰ গন্ধ মিলি
অৰণ্যক আজি কন্দুৱায় কান্দোনত।।

খাৰু দুটিৰ ৰিনিজিনি কাৰবা মনত আছে
সেই খাৰুৰেই জিকিমিকি পিয়াল ডালত নাচে
যাৰ চকুৰ এই আভাস দোলে
নদীৰ ঢউৰ কোলাত
সেই কালৰ নাওঁ বাওঁতে
দেখা হৈছিল তেওঁৰ সৈতে
মোৰেই লগত।।

**

# কত অজানক জানালা তুমি

কত অজানাক জনালা তুমি
কত ঘৰত দিলা ঠাই
দূৰক কৰিলা ওচৰ বন্ধু
পৰক কৰিলা ভাই।।

পুৰণি ঘৰ এৰি যাওঁ যেতিয়া
মনে ভাবি মৰে কি হ'ব এতিয়া
নতুনৰ মাজত তুমি পুৰাতন
যি কথা মনত নাই
দূৰক কৰিলা ওচৰ বন্ধু
পৰক কৰিলা ভাই।

জীৱনে-মৰণে নিখিল বিশ্বত
যেতিয়া যি ঠাইত ল'বা
চিৰজনমৰ পৰিচিত হে
তুমিয়েই চিনাই যাবা
তোমাক জানিলে নাই কোনো পৰ
নাই কোনো মানা নাই কোনো ডঁৰ
সকলোকে মিলাই জাগিছা যে তুমি
দেখা পাওঁ যেন সদায়
দূৰক কৰিলা ওচৰ বন্ধু
পৰক কৰিলা ভাই।।

**

# কেতিয়া যে মই বাহিৰ ওলালো

কেতিয়া যে মই বাহিৰ ওলালো
তোমাৰেই গান গাই
সেই কথাটো আজিৰ নহয়,
সেয়া আজিৰ নহয়।।
পাহৰিলো কেতিয়াৰে পৰা আহিছো তোমাক
বিচাৰি
সেয়াতো আজিৰ নহয়, সেয়া আজিৰ নহয়।।

ঝৰ্ণা যেনেকৈ বৈ যায় যায়
নেজানো কাকনো বিচাৰি যায়
তেনেকৈয়ে বিচাৰিছোঁ
জীৱন ধাৰাৰে বৈ
সেই কথাটো আজিৰ নহয়, সেয়া আজিৰ
নহয়।।

কতনো নামেৰে মাতিছোঁ যে,
কতনো ছবিকে আঁকিছোঁ যে
কোন আনন্দেৰে বিচাৰিছোঁ
ঠিকনা নাপাই যে
সেই কথাটো আজিৰ নহয়, সেয়া আজিৰ
নহয়।।

ফুলে যেনেকৈ পোহৰৰ বাবে
কটায় ৰাতি থাকি উজাগৰে
তেনেকৈয়ে তোমাৰ আশাত মোৰ
হৃদয় আছে ভৰি
সেয়াতো আজিৰ নহয়
সেয়া আজিৰ নহয়।।

**

## জোনৰ হাঁহিৰ বান্ধ ভাঙিছে

জোনৰ হাঁহিৰ বান্ধ ভাঙিছে
উজ্জ্বলে পোহৰ মালা
অ ৰজনীগন্ধা তোমাৰ
গন্ধ সুধা ঢালা।।

বলিয়া বতাহে নুবুজে নুবুজে
কেনিনো তাক কোনে মাতিছে
ফুলৰ বনত যিপিনেই চাওঁ
সিপিনেই ভাল লগা।।

নীল আকাশৰ কপালখনিত
যেন, চন্দন থলে সানি
বাণীবনৰ হংসমিথুনে
মেলিলে ডেউকাখনি

পাৰিজাতৰ কেশৰ নি
জোনে ধৰাত সিঁচিলে কি?
ইন্দ্ৰপুৰীৰ কোন নাৰীয়ে
প্ৰদীপ জ্বলাই দিলা?

**

## জানো হ'ল যোৱাৰ আয়োজন

জানো হ'ল যোৱাৰ আয়োজন
তথাপি পথিক, ৰোৱা কিছুক্ষণ।।

শ্ৰাৱণ গগন বৰ্ষা ভৰা
অৰণ্য যে ছায়া ঘেৰা
নদীৰ পানীৰ জিৰজিৰণিত
যুতি বনৰ ফুলসৰা ক্ৰন্দন।।

বৰ্ষা শেষৰ পখীয়ে
যেতিয়া উঠিব মাতি
শেৱালী বনৰ মধুৰ স্তবত
জাগিব শৰতলক্ষ্মী বনত
শুভ্ৰ আলোৰ শঙ্খ-ধ্বনিত
কপালত
পিন্ধিবা মঙ্গল চন্দন।।

**

## জীৱন যেতিয়া শুকাই যায়

জীৱন যেতিয়া শুকাই যায়
করুণা ধাৰালে আহাঁ
সকলো মাধুৰী হেৰাই গ'লে
গীতৰ সুধালে আহাঁ।।

কৰ্মই যেতিয়া প্রৱল আকাৰ
ধৰি গৰজে, ঢাকি চাৰি ধাৰ
হৃদয় প্রান্তলে, হে নীৰৱ নাথ
শান্ত খোজেৰে আহাঁ।।

নিজক যেতিয়া কৰি কৃপণ
কোণত পৰি ৰয় দীনহীন মন
দুৱাৰ মেলি হে উদাৰ নাথ
ৰাজ সমাৰোহলে আহাঁ।।

বাসনাই যেতিয়া বিপুল ধূলিত
অন্ধ কৰি অবোধক ভুলায়
হে পবিত্র, হে অনিদ্র
ৰুদ্র পোহৰলে আহাঁ।।

★★

## তোমাক কিবা দিবলৈ যায় যে ৰৰ মন

তোমাক কিবা দিবলৈ যায় যে ৰৰ মন
নাথাকিলেও তোমাৰ প্রয়োজন।।

যেতিয়া তোমাক পালো দেখা
আন্ধাৰত অকলশৰে
উভটি যে আহিছিলা ঘূৰি বিজন বন।।

মন গৈছিল এগছ চাকি
জ্বলাওঁ তোমাৰ পথত
নাথাকিলেও তোমাৰ প্রয়োজন।।

দেখিছিলো হাটৰ লোকে তোমাক দিয়ে গালি
গালৈ তোমাৰ ছটিয়াই দিয়ে ধূলি বালি
অপমানৰ পথে পথে তোমাৰ বীণা নিত্য বাজে
আপোন সুৰত আপুনি মগন
মন গৈছিল বৰণমালা দিওঁ তোমাৰ গলত
নাথাকিলেও তোমাৰ প্রয়োজন।।

দলে দলে আহি লোকে ৰচে তোমাৰ স্তৱ
নানা ভাষাৰ নানা কলৰব
ভিক্ষা খুজি তোমাৰ দ্বাৰত
আঘাত কৰে কত যে বাৰ
কত যে শাপ কত যে ক্রন্দন
মন গৈছিল বিনা পণত
নিজকেই দিওঁ পাৰত
নাথাকিলেও তোমাৰ প্রয়োজন।।

★★

## তোমাৰ সোণৰ থালত সজাম আজি

তোমাৰ সোণৰ থালত সজাম আজি
দুখৰ অশ্রুধাৰ
জননী অ, গাঁথিম তোমাৰ
ডিঙিৰ মুক্তাহাৰ।।

চন্দ্রসূর্য পাৱৰ কাষত
মেৰাই আছে মালাৰ মাজত
তোমাৰ বুকুত শোভা পাব মোৰ
দুখৰ অলঙ্কাৰ।।

ধন-ধান তোমাৰেই ধন
কি কৰিম তাৰে কোৱা
দিব খোজা যদি দিয়া দিয়া মোক আই
নিব খোজা যদি নিয়া।।

দুখ মোৰ ঘৰৰ শুনা
খাঁটি ৰতন তুমিতো জানা
তোমাৰ, প্রসাদেৰে কিনা তাকেই
এয়ে মোৰ অহংকাৰ।।

**

## তোমাৰ প্রেম যে বব পাৰিম

তোমাৰ প্রেম যে বব পাৰিম এনে সাধ্য নাই
এই সংসাৰত তোমাৰ আমাৰ
মাজত সেয়া, হায়।।
কৃপা কৰি ৰাখিছা নাথ
অনেক ব্যৱধান
দুখ সুখৰ বহুত বাধা
ধন জন মান।।
আঁৰৰ পৰা ক্ষণে ক্ষণে
আভাসত দিয়া দেখা
কলা মেঘৰৰ আঁৰে আঁৰে
ৰবিৰ মৃদুৰেখা
শক্তি যাক ববলৈ দিয়া
অসীম প্রেমৰ ভাৰ
একেবাৰে সকলো পৰ্দা
গুছাই দিয়া তাৰ
নকৰিবা তেওঁক ঘৰৰ আঁৰ
নেৰাখিবা তেওঁৰ ধন
বাটলৈ আনি নিঃশেষ তেওঁৰ
কৰা অকিঞ্চন
নাথাকে তেওঁৰ মান অপমান
লাজ চৰম ভয়
অকলেই তুমি সকলোয়ে তেওঁৰ বিশ্ব ভুবনময়
এনেকৈ মুখামুখিকৈ সমুখত তেওঁৰ কথা
কেৱল মাত্র তোমাতেই প্রাণ পূর্ণ কৰি ৰখা
এই দয়া যেয়ে পাইছে তেওঁৰ
লোভৰ সীমা নাই
সকলো লোভ আঁতৰাই থয়
তোমাক দিবলে ঠাই।।

**

## তুমি যেতিয়া গান গাবলৈ কোৱা

তুমি যেতিয়া গান গাবলৈ কোৱা
গৰ্বত মোৰ বুকু ভৰি উঠে
দুই চকু মোৰ কৰে চলচল
নিমিষ নেপেলাই, চাওঁ তোমাৰ
পিনে।।

কঠিন কটু যি আছে মোৰ প্ৰাণত
বিগলিত হ'ব খোজে অমৃতময় গানত
সকলো সাধনা, আৰাধনা মোৰ
উৰিব খোজে সুখত পখীৰ দৰে।।

তৃপ্ত তুমি, মোৰ গীতত ৰাগত
ভাল লাগে তোমাৰ ভাল লাগে
জানো মই এই গীতৰেই বলত
বহোঁগৈ সমুখত তোমাৰে।।

মন যি যাৰ লগ পাওঁ
গান গাই সেই চৰণ চুই যাওঁ
সুৰৰ মায়াত নিজকেই পাহৰি পেলাওঁ
বন্ধু বুলি মাতো মোৰ প্ৰভুকে।।

**

## দিন যদি হ'ল অৱসান

দিন যদি হ'ল অৱসান
নিখিল-অন্তৰ-মন্দিৰ প্ৰাঙ্গণ যে
সৌৱা তোমাৰ আহিল আহ্বান
চোৱা চোৱা মঙ্গলবাতি জ্বলালে যে উছৱ-চাকি
স্তব্ধ এই সংসাৰ প্ৰান্তত
গোৱা তোমাৰ বন্দনা গান।।

কৰ্মৰ কলৰৱ-ক্লান্ত
কৰা তোমাৰ অন্তৰ শান্ত
চিত্ত আসন মেলি দিয়া
দৰ্শন যদিহে নাপালা
আত্মাৰতে মিলিব তেওঁৰ স্পৰ্শ
হৰষে জগাই দিব প্ৰাণ।।

**

## দাৰুণ অগ্নি বাণত

দাৰুণ অগ্নি বাণত
হৃদয় তৃষাত তপত
ৰজনী নিদ্ৰাহীন দীৰ্ঘ দগ্ধ দিন
আমাৰ অনাগত
শুকান ডালে ডালে ক্লান্ত কপৌৱে মাতে
কৰুণ কাতৰ গানত।।

ভয় নাই, ভয় নাই
আকাশলৈ ৰওঁ চাই
জানো ধুমুহাৰ বেশত দেখা দিবা আহি
এদিন তাপিত প্ৰাণত।।

★★

## নীল অঞ্জন ঘন পুঞ্জ ছায়াৰে সমবৃত অম্বৰ

নীল অঞ্জন ঘন পুঞ্জ ছায়াৰে সমবৃত অম্বৰ
হে গম্ভীৰ
বনলক্ষ্মীৰ কম্পিত কায়া চঞ্চল অন্তৰ
ঝঙ্কৃত হ'ল ঝিলী মঞ্জিৰ
হে গম্ভীৰ।।

বৰ্ষণগীত হ'ল মুখৰিত
মেঘমন্ত্ৰিত ছন্দেৰে
কদমৰ বন গভীৰ মগন
আনন্দঘন গন্ধেৰে
নন্দিত তোমাৰ উৎসৱ মন্দিৰ
হে গম্ভীৰ।।

দহন শয়নত তপ্ত ধৰণী আছিল পিপসাৰ্ত্তা
পঠালে তেওঁলৈ ইন্দ্ৰলোকৰ অমৃতজলৰ বাৰ্তা
মাটিৰ কঠিন বাধা হ'ল ক্ষীণ দিশে দিশে হ'ল
দীৰ্ণ
নৱ অঙ্কুৰৰ জয় পতাকাৰে ধৰাতল সমাকীৰ্ণ
ছিন্ন হ'ল বন্ধন বন্দীৰ
হে গম্ভীৰ।।

★★

## নিন্দা দুখ অপমানত

নিন্দা দুখ অপমানত
আঘাত পাই পাই
বুজোঁ জানো একোৰেই
হেৰাবলৈ নাই।।

থাকোঁ যেতিয়া ধূলিত পৰি
নেভাবোঁ আসন ক'তে আছে
দৈন্যৰ মাজত অসঙ্কোচে তোমাৰ প্ৰসাদ পাই।।

লোকে যেতিয়া বোলে ভাল
যেতিয়া থাকো সুখত
জানো মনত, বহুত ফাঁকি
আছে তাৰেই মাজত
সেই ফাঁকিকে সজাই লৈ
ঘূৰি ফুৰেঁা শিৰত লৈ
তোমাৰ কাষলৈ যাম এনে
সময় যে মোৰ নাই।।

**

## পগলা বতাহ বৰষুণৰ দিনত

পগলা বতাহ বৰষুণৰ দিনত
পাগল মোৰ মন জাগি উঠে
জনা-শুনাৰ কোন বাহিৰত
য'ত পথ একো নাই নাই যে
তালৈ লৰি যায় অকাৰণে।
ঘৰৰ পিনে আৰু কি অ
কোনোবা দিনা ঘূৰি যাব অ',
নাযায়, নাযায়
তাৰ প্ৰাচীৰ
যিমান আছিল
আঁতৰি গ'ল যে।।

**

# ফুলৰ দৰে আপুনি ফুলোৱা গান

ফুলৰ দৰে আপুনি ফুলোৱা গান
হে মোৰ নাথ, এইতো তোমাৰ দান।।

অ' মোৰ, সেই ফুল দেখি আনন্দতে যে ভাহোঁ
মোৰেই বুলি উপহাৰ দিবলৈ আহোঁ
তুমি নিজ হাতে তাকে তুলি লোৱা
স্নেহেৰে হাঁহি
দয়া কৰি প্ৰভু ৰাখা মোৰ অভিমান।।

তাৰ পাছত যদি শেষৰ বেলাত
এই গীত সৰি পৰি ৰয় ধূলাত
তেতিয়া, ক্ষতি নাই একো, তোমাৰ কৰ তলতে
অজস্ৰ ধন কত লুটি নিয়ে
কত কিমান টুটে।।
সিহঁত, আমাৰ জীৱনত ক্ষণিকৰ বাবে ফুলে
চিৰকাল সেয়ে সাৰ্থক কৰে প্ৰাণ।।

**

# বিপদত মোক ৰক্ষা কৰা

বিপদত মোক ৰক্ষা কৰা
এইতো নহয় প্ৰাৰ্থনা
বিপদত মই নকৰো যেন ভয়
দুখে-তাপে ভৰা চিত্তত
নিদিলাইবা সান্ত্বনা
দুখক যেন কৰিব পাৰো জয় ঃ
সহায়-সাৰথি নাপাওঁ যদি
নিজৰ বল যেন নাযায় টুটি
সংসাৰত ঘটিলে ক্ষতি
লভিলে কেৱল বঞ্চনা
নিজৰ মনে নেমানে যেন ক্ষয়।।
মোক তুমি কৰিবা ত্ৰাণ
এই যে নহয় প্ৰাৰ্থনা
তৰিবলৈ শক্তি যেন ৰয়
মোৰ ভাৰ লাঘৱ কৰি
নিদিলাইবা সান্ত্বনা
বব পাৰো এয়ে যেন হয়।।

নতশিৰে সুখৰ দিনত
তোমাৰে মুক ৰব মনত
দুখৰ নিশাই নিখিল ধৰা
যিদিনা কৰিব বঞ্চনা
তোমাক যেন নকৰো সংশয়।।

**

# বিশ্ব যেতিয়া নিদ্ৰামগন

বিশ্ব যেতিয়া নিদ্ৰামগন
   গগণ অন্ধকাৰ
কোনে দিলে মোৰ বীণাৰ তাঁৰত
   এনেকুৱা ঝঙ্কাৰ।।

চকুৰ টোপনি নিলে কাঢ়ি
উঠিলো বহি শয়ন এৰি
চাই থাকো চকু মেলি
নেপাওঁ দেখা তাৰ।।

গুঞ্জৰি গুঞ্জৰি প্ৰাণ
   পূৰ্ণ হ'ল মোৰ
নেজানোঁ কোন বিপুল বাণীৰ
   বাজিল ব্যাকুল সুৰ।।

কোন বেদনাত নুবুজো যে
হৃদয় ভৰিল অশ্ৰুৰে
পিন্ধাই দিব বিচাৰোঁ কাক
   আপোন কণ্ঠহাৰ।।

**

# মই কাণ পাতি ৰওঁ

মই কাণ পাতি ৰওঁ
   মোৰ আপোন-হৃদয় গহন দ্বাৰত
কোন গোপন বাসীৰ
   কান্দোন হাঁহিৰ
গোপন কথা শুনিম বুলি
   কাণ পাতি ৰওঁ।।

ভোমোৰা য'ত হয় বিয়াকুল
   নিভৃত নীল-পদ্মৰ বাবে যে
কোন, নিশাপখীয়ে গায় অকলে
   সঙ্গী বিহীন অন্ধকাৰত যে
তাৰ গোপন কথা শুনিম বুলি
   কাণ পাতি ৰওঁ।।

কোন তেওঁ মোৰ কোনেবা জানে
   কিছু তাৰ দেখোঁ আভা
কিছু বা বুজোঁ অনুমানত
   কিছু তাৰ নুবুজোঁ বা
মাজে মাজে সেই বাৰতাৰ
আমাৰ ভাবাত হয় কি কথা
অ তেওঁ, মোৰেই বাবে পঠায় বাণী
   মোৰেই গানত লুকাই থাকি।।

**

## মোৰ কথাটি বাঁহীয়ে জানে

মোৰ কথাটি বাঁহীয়ে জানে
বাঁহীয়েই জানে
ভৰি ৰ'ল বুকুৰ মাজত
কাকো কোৱা নহ'ল লাজত
কেৱল কৈ গ'লে
মই বাঁহীৰ কাণে কাণে।।

মোৰ দুচকুত নিদ্ৰা নাছিল
গভীৰ ৰাতি
চাই আছিলো চাই থকা
তৰাক দেখি
এনেকৈয়ে গ'ল গোটেই ৰাতি
নেপালো উজাগৰৰ সখি
বাঁহীটিকে জগাই গ'লো
গানে গানে।।

★★

## মোক মাতিলে কোনে ভিতৰপিনে

মোক মাতিলে কোনে ভিতৰপিনে
সিহঁতে যে মাতিব জানে।
আহিনত শেৱালীৰ ডালে ডালে
মৌ মাখিয়ে যেনেকৈ মাতে
পুৱাতে সুৰভিৰ গানে গানে।।

ঘৰ নোহোৱাই ঘৰ পালে যে
আপোন মনেৰে মজি ৰ'ল যে
বতাহে বতাহে কেনেকৈ যে
বাতৰি তাৰ পাই গ'ল যে
অমৰী মৌ মেঘে।।

★★

## মই তেওঁকেই বিচাৰো যে

মই তেওঁকেই বিচাৰো যে
যি আছে মোৰ মনত
তেওঁ, আছে বুলি
মোৰ আকাশজুৰি
ফুলে তৰা ৰাতি
প্ৰভাতত ফুলি ফুলি ৰয়
আমাৰ বনত।।

তেওঁ আছে বুলি
চকুৰ তৰাৰ পোহৰত
ইমান ৰূপৰ খেলা
ৰঙৰ মেলা
অসীম পোহৰ আন্ধাৰত।।

তেওঁ, মোৰ লগত আছে বুলি—
মোৰ, হৰষ জগায় দক্ষিণ সমীৰেৰে
অঙ্গ-অঙ্গত।।

**

## মধুৰ তোমাৰ শেষ যে নাপাওঁ, প্ৰহৰ হ'ল যে শেষ

মধুৰ তোমাৰ শেষ যে নাপাওঁ, প্ৰহৰ হ'ল যে শেষ
ভুবন জুৰি লাগি ৰ'ল যে, আনন্দ আবেশ।।

দিনান্তৰ এই এক কোণত যে,
সন্ধ্যামেঘৰ শেষ সোণত যে
মনে মোৰ যে গুঞ্জৰিছে হৈ নিৰুদ্দেশ।।

চতিয়নাৰ ক্লান্ত ফুলৰ গন্ধৰ স্তৰে স্তৰে
অঙ্গবিহীন আলিঙ্গনত সকলো অঙ্গ ভৰে
এই গধূলিৰ ধূসৰিমাত—
শ্যামল ধৰাৰ সীমাই সীমাই
শুনো বন-বনান্তৰৰ অসীম গানৰ ৰেশ।।

**

# মোৰ শিৰ নত কৰি দিয়াহে তোমাৰ

মোৰ শিৰ নত কৰি দিয়াহে তোমাৰ
চৰণ ধূলিৰ তলত
সকলো অহঙ্কাৰ হে আমাৰ
বুৰোৱা অশ্ৰুজলত।।

কৰিবলৈ নিজক গৌৰৱ দান
নিজক কেৱল কৰো অপমান
নিজকে কেৱল মেৰাই ধৰি
ঘূৰি মৰো পলে পলে
সকলো অহঙ্কাৰ হে আমাৰ
বুৰোৱা অশ্ৰুজলত।।

আমি যেন নকৰো প্ৰচাৰ
আমাৰ নিজৰ কামৰ
তোমাৰে ইচ্ছা পূৰ্ণ কৰা
আমাৰ জীৱন মাজত
যাচিছে তোমাৰ চৰম শান্তি
পৰাণত তোমাৰ পৰম কান্তি
মোক আঁৰ কৰি থিয় হোৱা তুমি
হৃদয় পদ্মদলত
সকলো অহঙ্কাৰ হে আমাৰ
বুৰোৱা অশ্ৰুজলত।।

★★

# ৰূপ সাগৰত বুৰ মাৰিছো

ৰূপ সাগৰত বুৰ মাৰিছো
অৰূপ ৰতন আশা কৰি
ঘাটে ঘাটে নুঘুৰো আৰু
উটুৱাই মোৰ জীৰ্ণ তৰী।।

সময় যেন হয় এইবাৰ
ঢউৰে কোবোৱা ভালকে দেখাৰ
সুধাত এবাৰ বুৰ মাৰি
অমৰ নিজকে কৰিম তুলি।।

যি গীত কাণেৰে নেযায় শুনা
সেই গান য'ত নিতৌ বাজে
প্ৰাণৰ বীণা লৈ যাম মই
সেই অতলৰ সভালৈ
চিৰদিনৰ সুৰটি বান্ধি
শেষ গানত তাৰ কান্দোন কান্দি
নীৰৱ যি তেওঁৰ পদত
নীৰৱ বীণা দিব...।

★★

## সেয়া কোন বনৰ হৰিণ আছিল

সেয়া কোন বনৰ হৰিণ আছিল
আমাৰ মনত
কোনে তাক বান্ধিলে অকাৰণত।।

গতিৰাগৰ সেয়া আছিল গান
আলোছাঁয়াৰ
সেয়া আছিল প্ৰাণ
আকাশক সিয়ে
চমকাই দিয়ে বনত
কোনে তাক
বান্ধিলে অকাৰণত।।

মেঘৰ দিনৰ আকুলতা
বজায় খোজে খোজে
তমালৰ ছায়াত
ফাগুণত সি পিয়াল তলত
কোনে জানে ক'ত বা পলায়
দক্ষিণ হাওৱাৰ চঞ্চলতাৰ লগত
কোনে তাক বান্ধিলে অকাৰণত।।

**

## সুন্দৰ তুমি আহিছিলা প্ৰভাতত

সুন্দৰ তুমি আহিছিলা প্ৰভাতত
অৰুণ বৰণ পাৰিজাত লৈ হাতত।।

নিদ্ৰিত পুৰী পথিক নাছিল পথত
অকলে গলাগৈ তোমাৰ সোণৰ ৰথত
কেবাবাৰো বৈ, মোৰ খিড়িকিৰ কাযত
চাইছিলা তুমি কৰুণ চকুৰ ভাৱত
সুন্দৰ তুমি আহিছিলা প্ৰভাতত।।

সপোন মোৰ ভৰিছিল কোন গন্ধত
ঘৰৰ আন্ধাৰ কঁপিছিল কোন হৰ্ষত
মাটিত পৰি বোবা নীৰৱ মোৰ বীণা
বাজি উঠিছিল অনাহত আঘাতত।।

কতবাৰ মই ভাবিছিলো উঠি উঠি
আলস্য তিয়াগি বাটলৈ যাওঁ উঠি
উঠিলো যেতিয়া তেতিয়া গলাযে গুচি
নহ'ল দেখা আৰু যে তোমাৰ লগত
সুন্দৰ তুমি, আহিছিলা প্ৰভাতত।।

**

# বনফৰিঙৰ ৰং

শলাগ ঃ

স্নেহাস্পদ শ্ৰীমান নন্দ তালুকদাৰে অশেষ যত্নেৰে বিভিন্ন আলোচনীৰ পাতৰ পৰা কবিতাকেইটা বিচাৰি আনি পাণ্ডুলিপি প্ৰস্তুত কৰি দিয়াৰ বাবে তেওঁলৈ আন্তৰিক শলাগ ল'লোঁ। — লেখিকা।

# তোমালৈ

মই জানোঁ, তোমাৰ লগত মোৰ
আকউ সাক্ষাৎ হ'ব
তোমাৰ চকুৰ নীলা
হ'ব মোৰ আশ্ৰয় আকাশ
তোমাৰ দেহৰ সেউজ
হ'ব মোৰ পৰম আশ্বাস
তোমাৰ সুৰভি মই পোৱা নাই, দেখা নাই
তথাপি জানোঁ যে এয়ে
বিচাৰি ফুৰিছোঁ মই
তোমাৰেই সেউজী সুবাস।

মই জানোঁ, চিৰমৌনা
তুমি আহিবা;
লাও-জিকা শাক আৰু
মানিমুনি দুবৰিৰ
ধাননি, তামোল আৰু সৰিয়হ বননিৰ
শ্যামলিমা লই,
প্ৰখৰ এই তাপৰ পাচত
কানিমুনি সময়ত
বাঁহলে উভতি অহা চৰাইৰ মনৰ দৰে হৈ।
দেখা দিবা
'মহানগৰী' বুলি ধোঁৱা আৰু ছাইয়ে
তামৰ আখৰ সাজি নাম লিখি থোৱা
বেঙুনীয়া প্ৰান্তৰত আহি
আপোন আপোন লগা
সহজ ৰূপত
উকা গাত জপাই গৰকা
ৰিহা লৈ।
তোমাৰ চুলিৰ পৰা সৰি পৰা টোপালত
তিতিব শুকান ওঁঠ
কলৰৱ কৰি যেন উৰি যাব হাঁহাকাৰ
শেঁতা ভাপ হৈ।

তোমাৰ দেহৰ পৰা
জিৰ্ জিৰ্ পৰি যোৱা
পকা পকা, ধাননিৰ
কমলা ৰঙৰ সেই সমস্ত সুঘ্ৰাণ
লৈ মোৰ দুচকুত নামিব আবেশ
কাঁচি আৰু বিৰিয়াৰে
ৰ'দে পোৱা সোণ আৰু কুঁৱলিৰে খেলি মেলি
হেমন্তৰ সেই সন্ধিয়াত
বহু যুগ শোৱা নাই, শুম মই সেইদিনা
অকৃপণ অকৃত্ৰিম
ধানখেৰ নৰানিৰ কুহমীয়া উম সনা
তোমাৰ কোলাত।
কেউকাষে মোৰ, সিঁচি দিবা সেই দিনা
গাঁৱৰ পুখুৰী যেন নিৰুদ্বেগ স্থিৰ বিশ্বাসক,
জগাবলে' কৰা মোক
সজীৱ, কৰ্ম্মঠ আৰু
সকলো খবৰ মোৰ আঁহোঁতে যাওঁতে জোৱা
বুকুৰ আপোন সেই
গাঁৱৰ বাটক।

**

## সন্ধিক্ষণ

আলোক সজ্জা- ছাঁ আৰু পোহৰৰ ঘন খেলিমেলি,
পুৱা নে সন্ধিয়া ঠিক ধৰিব নোৱাৰি।

দৃশ্যপট- কেউপিনে অজস্ৰ কবৰ।
বোবা মুখৰতা।
বতাহৰ মুখ শেঁতা।
তেজৰ ফুলেৰে ভৰা নিৰ্জ্জনতা হাবি।

তাত- বহুদিন কয়লাৰ গভীৰ খনিত যেন
কাম কৰি জীৰ্ণ হোৱা বুঢ়া দেহা এটা
কবৰৰ ওপৰত পৰি আছে হাঁয়,
ওঁহো, এয়াতো এটা পাখি ভাগি পৰি থকা
ক্লান্ত চৰাই।

পৰিবৰ বাবে সি ক'তো ঠাই বিচাৰি নাপালে
(সেউজীয়া ঠানি এটা-কুমাৰৰ চোতালত থকা
অজস্ৰ মাটিৰ মূৰ্ত্তিৰ কোনো এক সৰু হৃদয়ৰ)
কবৰ, কফিন আৰু কবৰৰ বাবে।

কাগজৰ দুভৰিত তাৰ
আলতাৰ আলতীয়া বহু কেঁচা দাগ
সজাক ফাঁকি দি অহা শিকলিৰ সাঁচ,
চকু তাৰ কেতেকীৰ ৰাতি মতা মাত
নিয়ৰ টোপাৰ দৰে স্বচ্ছ তাৰ অকণি দেহাত
সময়ৰ ৰঙৰ "ফ'কাছ"।

অৱশ নখেৰে সি ভৰি দিয়া মাটি চুই চালে
আৰু বিৰ্ণ যাতনা লৈ নখ তৰ বৌচাই আনিলে।
পাছলৈ ঘূৰি চাই ডিঙি বেঁকা কৰি
বিচিত্ৰ ৰঙেৰে ৰঙা পাখি তাৰ এবাৰ কটালি
'আকাশলৈ' মুখ তুলি, সি গালে এটা শেষ গীত
কোনো এক নতুন জীৱন বা কোনো এক
পৰিপূৰ্ণ মৃত্যুৰ বাবে।

★★

## এনালিচিচ্

দুপৰৰ বৰ্ণহীন ৰ'দালিয়ে
এদিন সুধিলেঃ
জীৱনৰ মানে কি?
আউল নালাগি থকা জাপানী পাটৰ নেচা এটা??
কাষ্টাৰ্ড, জাম আৰু আখৰোট কাঠৰ কোৰাচ??
বিলাতী ফুলৰ নাম উশাহত মাতি যোৱা
"জুন" চেন্ট সানি লৈ ৰিটাৰ্ণ ভিজিট দিয়া
দাৰ্জিলিং ছিমলাত ছুটি কটাব পৰা,
দু অনীয়া কাগজৰ শিৰোনামা শুনি লৈ
ৰাজনীতি কৰা আৰু পাচতে পাহৰা
পাৰ্টি, কাৰ্পেট আৰু কাশ্মিৰী কোটৰ গৌৰৱ??
ঃ নহয় নহয়। সেইবোৰ স্বচ্ছল স্থিতি আৰু
ক্ষয়িষ্ণু মৰণ।
কিন্তু উত্তৰ কি বাৰু? কি?
উত্তৰৰ বহী মোৰ শেঁতা পৰি ৰ'ল হায় এখিলা
কাগজ
মাথো হৈ।
আকৌ এদিন মোক সেউজীয়া ঘাঁহে
সুধিছিল ঃ
প্ৰেম মানে কি বাৰু কোৱা?
দুখন চিনেমা চোৱা বক্সত বহি??
চকুৰ ৰেকৰ্ডখনত নতুন পিনেৰে মাথোন
ঘূৰাই ঘূৰাই আকৌ ঘূৰাই বজোৱা??
ভুলকৈ আওৰোৱা কবিতাৰ ঢাকনিৰে
ঢাকি থোৱা আদিতম তৃষা???
ঃ নহয় নহয় সেয়া, অক্ষম ক্লীবতা যত তৃপ্ত হ'ব
খোজে তেনে হৈ।
তাকে শুনি টেঙেচীৰ ফুলবোৰে হাঁহি দিলে
অকমানি চকুবোৰ আৰু সৰু কৈ।

পৃথিবীৰ দেৱালৰ চক আৰু আঙঠাৰ
হিজিবিজি আখৰে এদিন
লগ পাই সুধিলেহিঃ
শান্তি মানে কি তুমি জানা?

জহকালি ফেনৰ আৰাম??
নিশ্চিন্ত টোপনি আৰু আৰ্থিক নিৰ্ভয়???
ঃ অসম্ভৱ। এনিমিক অনুভূতি নিৰুপায় মাথো তাকে লৈ;
কপৌৰ মাত, আৰু শাল, তাল, সৰিয়হ বনৰ মাজত
অশৰীৰী ব্যাপ্তি লৈ থকা নিৰাকাৰ বোধ এটা সমুখত থৈ।

নীল বৰণীয়া এক পখীৰ গানৰ সুৰে
এদিন সুধিলে ঃ
পৃথিৱীৰ অৰ্থ বাৰু কি?
ভৰিৰ তলত থকা
শিল আৰু ধূলিৰে মিহলি এই মাটিখিনি?
আলি আৰু পদূলিৰ অৰ্থহীন কটা-কটি খেল??
মেপত সদায় দেখা ঘূৰণীয়া চিনাকি গোলক???
ঃ ক্ষমা কৰা, উত্তৰ আমি যে হায় কেৱে নিশিকিলো
নহয় নহয় বুলি মাথোন জানিছোঁ!
হাঁয়! আমি তাকে যে জানিছোঁ!!

**

## জাৰ্নেলিষ্টৰ ডায়েৰীৰ পৰা

(এক)

হাজাৰ হাজাৰ নগৰ দেখিলো
--- স্তব্ধ
অগণন টকাৰ নৃত্য দেখিলো
--- মুগ্ধ
মৃত্যু, অপমৃত্যু গচকি আহিলো
-- সিযে সবাতোকৈ তুচ্ছ।

(দুই)

হাঁহি উঠে মোৰ বৰ হাঁহি উঠে
এটা কথা মাথো তাৰেই বাবে,
এই পৃথিৱীয়ে
নিজৰ নখেৰে মুখত আঁচুৰি
গন্ধ-মাদন বিচৰা বাবে।

(তিনি)

চাৰ্কাচৰ ক্লান্তিহীন বহুবালি চাই
ওভটাৰ বাট বিচাৰিলো,
এনেতে দেখিলো
দূৰৰ গেলেৰীত
কাপোৰেৰে মুখ ঢাকি উচুপি উচুপি থকা
প্ৰথম কেচুৱা মৰা তিৰোতাৰ বুকুৰ কান্দোন।
ইকি! মুখ ঢাকি কান্দি থকা সেয়াচোন
আমাৰ ঈশ্বৰ!!!

**

## স্বপ্নশ্ৰী

যিবোৰ সপোনে কোনো দিঠকৰ কাষ নেচাপিলে
যিবোৰ সপোনে কতো পদুলিৰো আশ্বাস নেপালে
সেইবোৰ সপোনৰ চুচুক-চামাক সমদলে
লুইতৰ বালি আৰু ফুটপাথ, ৰাতিৰ গলিত
(আকাশৰ চালিৰ তলত)
থিত ল'লে দুচকুত যাৰ জীয়াই থকাৰ বাবে
আকাঙ্খা উদ্দাম।

* *

যিবোৰ সপোন মাথো মগজৰ কাৰণে নহয়,
যিবোৰ সপোনে মাথো জানে
জীয়াই থকাৰ নাম জীৱন নহয়,
যিবোৰ সপোনৰ স্বপ্নহ'ল প্ৰাত্যহিক তুচ্ছতাৰ বহু
ওপৰত
(পৃথিৱীত মুৰ থৈ চকু থয় দূৰ আকাশত)
সেইবোৰ সপোনেই মকৰাৰ জাল ভঙ্গা দৰে
আত্মাৰ ঘৰ ভাঙি, আত্মাক অঘৰী কৰিলে
সেইবোৰ সপোনৰ নাম- এটা মাথো নাম
'মধ্যবিত্ত, যি এন্ধাৰতে থাকি কৰে আলোকত স্নান
শ্মশানত তিলফুল ৰুই, জীৱনে মৰণে একো
ঢুকিকে
নোপোৱা যি গায় সংজ্ঞাহীন গান।
আৰুতো সপোন আছে?
সোণালী শয্যাত শোৱা ৰূপালী সপোন?
সেইবোৰ সপোনৰ সকলো গভীৰ ৰং
কাঢ়ি ললে পাৰ্টি, ক্লাব, সুসজ্জিত প্ৰকোষ্ঠৰ নিয়ন
পোহৰে
সোণালী ফ্ৰেমত বন্ধা সেই চকুবোৰে,
সেয়ে একো সপোন নেদেখে
আনৰ সপোন মাথো পঢ়ে আৰু হাঁহে।

★★

## জাননী

হয়তো সময় হ'ল
সকলো দূৰৰ পখী
বাঁহলৈ উভতি অহাৰ
হয়তো সময় হ'ল
আকাশ আৱৰি থকা পাখি সামৰাৰ।

কাৰণ সময় হ'ল
চিলটৰ আঁক বাঁক মুচি পেলোৱাৰ
কাৰণ সময় হ'ল
প্ৰাচীন, উন্মুক্ত এক আকাশ পোৱাৰ।।

হয়তো সময় হ'ল
অলস আবেশ যত
শুকুলা ডাৱৰ হৈ আঁতৰি আঁতৰি গৈ
হাত আৰু দুচকুক আজৰি কৰাৰ।

কাৰণ সময় হ'ল
পৰ্দ্দা শাৰী কাৰ্পেটৰ
সকলো সেউজী ৰং চুচি-বাচি আনি লৈ
সময়ৰ ধুলিয়ৰি পদূলি মচাৰ।।

হয়তো সময় হ'ল
বেসুৰা সকলো সুৰ
একে একে একেবাৰে নিমাত কৰাৰ
কাৰণ সময় হ'ল
লৰা-পুথিত পৰি থকা
'দয়া' বোলা 'স্নেহ' বোলা
ৰিফিউজী শবদবোৰৰ
গৃহহীন কান্দোন শুনাৰ।

হয়তো সময় হ'ল
মৰণৰ শ্মশানত
জীৱনৰ তিলফুল এবাৰ সিঁচাৰ
সেয়েতো সময় হ'ল
মুখামুখি বহি লৈ
দাপোণত নিজক চোৱাৰ।

★★

# চাৰমন

এজনী চৰাই মই এতিয়া
উৰাই দিলো
গৰ্ভৰ অন্ধকাৰ বন্দৰে বন্দৰে
ন দহ মাহলৈ নাওঁ চপাব খোজা
সোণালী শস্যৰ হালধীয়া কণ কণ
বীজৰ কাণত
এটি কথা ক'বলৈ মাথো ঃ
যদি সিহঁত ফুল হয়, ফুল হওঁক
মাথো তিলফুল
শ্মশানত
মৃত্যুৰ বক্ষত ভৰি থৈ ফুলিবৰ বাবে।
ফল যদি হয় হওঁক সূৰ্যোপম ফল
ৰাতিৰ তপস্যাৰ যি সফলতা আনে,
যাৰ ৰসে প্ৰাণ দিব প্ৰাচুৰ্যৰে ওপচাই
পৃথিৱীৰ শাখাই শাখাই।।

★★

# অপৰাজিত

।এয়া-
খেৰনিৰ,
বননিৰ
বিয়াগোম ডাল পাত থকা
অতিকায় গছ আৰু গছনিৰ কথা
কোনো এক মহা অৰণ্যৰ।

ভাঙি দিয়া ডালটোৰ
হেজাৰ শুকান পাতে
মাটিলৈ পৰাৰ আগতে
এবাৰলৈ আকাশলৈ চালে
তাৰ পাচত
স্তব্ধ কান্দোনে তাৰ পাৰ ভাঙি পৃথিৱী কঁপালে।

হেজাৰ শুকান পাতক
বুকুৰ কাষত লৈ
মাটিৰ বুকুৰ সেয়া কোনে জানো মূৰ তুলি ক'লে
"পৃথিৱী কাৰ বাবে
তাকে জানো কোনোবাই কবকে পাৰিলে?"

দুচপৰা ইটাৰ ফাঁকত গজি
বগাই উঠিব খোজা
সেইবোৰ আঁহতৰ পাত,
সেইবোৰ অঙ্গীকাৰ
পোকে কুটা জৰি, বৰ তামোলৰ বিবিধ
গছৰ খোৰোঙৰ গাত।
স্তুপীকৃত কাঠ আৰু শিলৰ মাজৰ
চুলি যেন সুৰুঙাত মূৰ দাঙি উঠা
শেঁতা শেঁতা মুখলৈ সেইবোৰ কেঁয়াবন,
সেইবোৰ এধানি দুবৰি
সেইবোৰ বুমাৰেং
সেইবোৰ জীৱনৰ অখণ্ড সঁহাৰি।

★★

## অতনু

মুহূৰ্ত্তত বাস কৰোঁ মই
একমুহূৰ্ত- সি যে অনন্ত অসীম
মুক্ত হৈ জন্ম হয় পৃথিৱীৰ জৰায়ুক
প্ৰচণ্ড বেগৰ স'তে ছিৰাছিৰি কৰি
উফৰি, ছিটিকি পৰে ক্লেদ আৰু ৰক্তৰ
কুণ্ডলী পকাই থকা অৰ্থহীন, বিৰাট সঞ্চয়।

সেই মুহূৰ্তত যেন দুৱাৰ বিচাৰি পায়
অঘৰী উটৰ সেই কাৰাভানবোৰে,
সেই মুহূৰ্তত যেন
মই আকাশ হ'লোঁ
নিৰাকাৰ, ব্যাপ্তিৰ এখন আকাশ
সেই মুহূৰ্ত্তত যেন
ৰূপজীৱি নাৰী এক ভষ্মীভূত হ'ল
মোৰ এক অমিত জ্যোতিৰে পূৰ্ণ
উত্তপ্ত দৃষ্টিত।

এক মুহূৰ্ত।
তাৰ পাচত,
তাৰ পিছত, হায়
পুনৰায় পৰিক্ৰমা
ইমূৰ সিমূৰ জুৰি
প্ৰাচীন প্ৰাচীন এক
দেৱালৰ গাত
কাৰণ, এড়ালৰ বান্ধে মোক
আকউ আজুৰি আনি থাপি থয়
ৰূপজীৱি নাৰীয়ে
পলাশফুলীয়া, দুহাতৰ আঙুলিৰে
সজা এক কঠিন সজাত।।

★★

## আনমনা

সঞ্চয়িতা সমুখত মেলা
আঁক-বাক, কথাবোৰ কেতিয়া হেৰাল??
ধোঁৱা-কোঁৱা শূণ্য পথাৰত
বসন্তৰ বনশোভা হুঁহকি লুকাল।
উন্মীলিত দৃষ্টি মোৰ
তথাপিও আকাশত একো ৰং নাই,
ৰেডিঅ'ত পুৱাৰ বাতৰি
কাষতেই বহি আছোঁ একো শুনা নাই।
সাৰে আছোঁ, তন্দ্ৰা নাই
নিশ্চল আবেশ এক চেতনাক ঘেৰি
চিন্তা নাই, শূণ্য ভাব
তাকে লৈ এয়া মোৰ মন আছে ভৰি।
স্বপ্ন ঢউ গচকি গচকি
শব্দহীন ব'ঠা পাত হেলাৰঙে বাই,
অটল সাগৰ নীল
কাগজৰ নাও মোৰ উটি-উটি যায়।

★★

# তৃতীয় অঙ্ক

এতিয়া আবেলি হ'ল
সকলো গছৰ হেলনীয়া
ক্লান্ত ছায়া পৰিলেহি আহি
শতাব্দীৰ ধূলিৰ বুকুত।

নদীৰ পানীৰ ৰং
কাজলবুলীয়া হ'ল
অলপ আগতে থকা
তেজ ৰঙা ৰং
প্ৰাচীন প্ৰাসাদটোক
ঢাকি ধৰিলেহি
নিহত কপৌৰ শেঁতা, ধূসৰ
বুকৰ দৰে বিমৰ্ষ ৰহণে।।

উন্মত্ত গতিত অহা
দুৰ্জয় সূৰ্য আহি
হঠাৎ থমকি ৰ'ল ঃ
হয়তোবা যাবলৈ আৰু বাট নাই
নতুবা
ঠিক শেষৰ সীমাতে আহি
দীৰ্ঘ ৰশ্মিয়ে তাৰ বাট হেৰুৱালে ঃ
অনেক ৰথৰ চকা,
অনেক পতাকা;
মুহূৰ্তে মুহূৰ্তে ঘটা
স্নায়ুৰ বিক্ষোভ;
উৎকণ্ঠাৰ শিশুবোৰ
বিৰক্তিৰ অস্থিৰ ঘূৰ্ণিত
ৰুক্ষ আৰু বিকৃত গঢ়ৰ,
আৰু
ধনুৰ বুকুত থকা
লক্ষ্য শেষ তীক্ষ্ণ এক কাঁড়ৰ নিচিনা।
ছিটিকি, উফৰি
এই পৰো, এই উৰো
উৰি গৈ পৰে ক'ত কোনোৱে নেজানে
লক্ষ্য নাই, আছে লক্ষ্য
উন্মাদ ভ্ৰান্তিৰ বাবে
ঃ এনেবোৰ কটাকটি বাটৰ মাজত।।

সূৰ্যই প্ৰাৰ্থনা কৰিলে ঃ
হে মহাকাল
আমাক আকউ এবাৰ
শুবলে আদেশ দিয়া
অন্ধকাৰ মাতৃৰ গৰ্ভত।
সকলো পাহৰি, এই দেহ, মন আৰু
মগজুক নাশ কৰি,
সৰি পৰা গছৰ গুটিয়ে
যি দৰে জিৰণি লয়
পৃথিবীৰ আন্ধাৰ গৰ্ভত
নতুন জন্মৰ এক প্ৰতিশ্ৰুতি লৈ।



★★

# চিটিৰ বন্ধুলৈ

অকণ সময় হ'ব
এটা কথা শুনিবৰ বাবে?
সঁচাকৈয়ে একেবাৰে নিভাঁজ সময়??
"নিশ্চয়" "নিশ্চয়" বুলি
ক'ব লাগে বাবে কোৱা তেনে কথা
নক'বা এতিয়া।
অন্তৰেৰে, সঁচাকৈয়ে কোৱা
ইচ্ছা তুমি কৰানে নকৰা।

(আৰু
শুনিবৰ মন যদি নেথাকে সঁচায়ে
খোলা খুলি কবা
হাঁহিবৰ মন যদি নেথাকে অলপো
আঁতৰি ফুৰিবা)

শুনা
তুমি যদি ইচ্ছা কৰা অকমানি কথা এটি ক'ম
এটা কথা,
তাৰ পাচত
মানা বা নেমানা আৰু
শুনা বা নুশুনা
সেই কথা নিজে ভাবি চাবা।
মই জানো
সেই কথা তুমি যদি শুনা
ফেন্নত ওপঙি যোৱা মৰহা হেজাৰ খোলা
মৰা মকৰাৰ
সেউজীয়া দুৰ্ব্বা হৈ যাব।
পিটনিত ৰাতি জ্বলা সকলো প্ৰেতৰ জুই
চন্দন তিলক হৈ ৰ'ব।
কওঁ ৰ'বা।
বিতত নহ'বা।

তোমালোকে অস্থিৰ উষ্মা আৰু
অধৈৰ্য প্ৰক্ষোভ লৈ
সকলো কথাকে খালি আজুৰি আনিব খোজা
ততালিকে একে উশাহতে,
পাতি লৈ চোতালত
তৰাং পানীৰ সেই
নীল গোলা জঁকা।
থক বাৰু, নেলাগে এতিয়া
নকৰো আলচ আৰু সেইবোৰ কথা।

কথা হ'ল,
উচ্‌পিচ বাদ দিয়া;

চ'ৰাৰ দুৱাৰখন বৰ মেলা
জপোৱা অলপ।

এতিয়া এটা কথা বাকী ঃ
বাহিৰত বন্দী আমি
উশাহ হেৰায়
ভিতৰত মুক্তি আছে
উৎকণ্ঠা পলায়
পাহৰিলা-- যিখন দুৱাৰ ভিতৰৰ
মেলিবলে তুমি
সিখন দুৱাৰ আজিও বন্ধ কৰি আৰু
আত্মঘাটি ভুল আৰু
চুড়ান্ত সংকট তুমি
সৃষ্টি নকৰিবা।

দুৱাৰ মেলা—
ভিতৰত পৰি থকা সজা ভগা যিজনী কপৌ
বাৰুদৰ জুই লাগি
হ'ল আধাপোৰা,
চকুৰ পানীৰে তাত বৰষুণ ঢালি
অকণ অকণ পাখি আকৌ গজোৱা
ৰ'দ আৰু ধুমুহাৰ আশ্ৰয়ৰ বাবে।



★★

# বিহু

সেউজীয়া বোলসনা
কোমল আঙুলিবোৰে
হাতৰ মুঠি খুলি
পাহি মেলি দিলে

তাৰ স্পৰ্শত
নীৰৱে, নিমাতে থকা
অজস্ৰ, অজস্ৰ ক্ষণ
চমকি উঠিলে,

আৰু চঞ্চল চাৰিনিৰে
পৃথিৱী গাভৰুৰ দেহা হ'ল
ৰঙা চৰাইৰ পাখি খুচি লোৱা
তীক্ষ্ণ এপাত কাঁড় হৃদয়ৰ বাবে।।

অন্তঃসত্বা হ'বলৈ সাজু হোৱা পৃথিৱীয়ে
স্বপ্ন দেখিছে এক স্বৰ্ণিল ঋতুৰ,
হালধীয়া সৰু বীজবোৰে
কাঁচি আৰু বেঁকা বিৰিয়াৰ
কাৰণ গৰুৰ খোজত হ'ব
নাঙলৰ দৃঢ়তাৰে
বিস্ময় সঙ্গম ঃ
বিহু আহিল সেয়ে
বিহু আহিল লৈ
আদিম দৰ্শন।।

এতিয়া সময় হ'ল
মাহ আৰু হালধিৰে
ঋতুমতী নিজক ধোৱাৰ,

এতিয়া সময় হ'ল
তাঁতত জোনাক বোৱাৰ
আৰু
ধূলি আৰু খৰালিত
বাৰিষা অনাৰ।

এতিয়া সময় হ'ল
আকাল পাহৰি যোৱা
ন আৰু পুৰণিক
ওলগ জনোৱা,
এবাৰলৈ বিচাৰি বিচাৰি যোৱা
ধূলি আৰু মাকতিৰে
পোত খাই থকা
সেই বহুত পুথিৰ মাজৰ
সৰুকালিতে পঢ়া
এখনি কিতাপ।

## বৰ্ষা

শীৰ্ণ নদীৰ পাতলীয়া কাঁচলি গুচাই,
উদং পথাৰ জোৰা বিস্তৃতিত বিচাৰি বিচাৰি
আকুল বতাহ জাকে হাবাথুৰি খালে আৰু
গুলচ তলত আহি বাট হেৰুৱালে।
"ক'ত তাই থাকিল লুকাই?"

ৰঙীন হেঁপাহবোৰ ডালে ডালে কৃষ্ণচূড়া হ'ল
ওলগৰ হাঁহি হ'ল সোণাৰুৰ ফুল
মন হ'ল মুকলিকে এখনি পথাৰ
তথাপিও অত এই আয়োজন লাজৰঙা ৰিক্ত,
ৰিঙা কৰি
সেই নাৰী, যাৰ হিয়া অতি প্ৰয়োজন,
"লুকাই থাকিল ক'ত সহাৰিকে নাই?"

মানুহৰ হিয়াবোৰ গোটখাই প্ৰেম হ'ল
বিচাৰিব খুজি সেই প্ৰেমময়ী নাৰী
প্ৰেমৰ সুৰভিবোৰ আঁহতৰ তলে তলে,
পথাৰৰ কাষে কাষে, থমকি থমকি ৰৈ,
বিহু গীত হৈ হৈ পদুলিত সুহুৰি মাৰিলে
সুহুৰিৰ সুৰ গৈ বুকৰ দুৱাৰ যেন
টোকৰ পেলালে ঃ
এইবাৰ সাৰ পালে তাই ঃ
ছন্দৰ আকাশী সূতাৰে বোৱা জিল্ মিল্ ৰেচমৰ
দেহা
লাহে লাহে খোজ দিলে মাটিৰ বুকলে
গৰ্ভত লুকুৱাই কণমান সেউজীয়া ভ্ৰূণ
প্ৰেম আৰু মানুহৰ বাবে।।

**

## বৰ্ষা শেষৰ গান

নাঙলত ধৰি ধৰি খেতি কৰি কৰি
ৰাজহাড় বেঁকা হোৱা খেতিয়ক যেন
কুঁজা আৰু শেঁতামুখা ক্ষীণ জোনটোৱে
নীলা দূৰ পথাৰৰ পৰা
ভাগৰুৱা চকুহাল মেলি
সমুখতে দেখিলে এজনী
নতুন বোৱাৰী ঃ ধুনীয়া ভৰুণ ঃ

আঁচলত এতিয়াও যেন মাহ-হালধিৰ
কইনা কইনা গোন্ধ
লাগি লাগি আছে
মকৰা সূঁতাৰে বোৱা কুঁৱলিৰ চেলেং ছকাঠী
শান্ত, কোমল হাঁহি মাৰি
মুখলৈ বাৰে বাৰে টানে,
বাৰখৰ, বানপানী মহা শতৰুৰ অগা-দেৱাখনি
যুঁজি যুঁজি পাৰ হৈ আহি
গালে মুখে বিয়পিছে তৃপ্তিৰ স্নিগ্ধশোভা
সেউজীয়া, গভীৰ প্ৰশান্তি

দুচকুত মাতৃত্বৰ লাজ লাজ
অদূৰ সপোন ঃ
(ভেট হালে জালে আবেলি বতাহে
শুকুলা কহুৱা পাতে
বোৱাৰী আহিনী হালিছে জালিছে
তৰাটিক কোচলৈ মাতে।)

মানুহৰ মন পথাৰত হাল বোৱা
হালোৱা জোনৰ মনটো হঠাতেই
লাগি গ'ল ফৰকাল যেন।

মূৰত পিন্ধি থকা দুখৰ, গধুৰ জাপিটো
খেতিয়ক জোনটোৱে দিলে দলিয়াই
ভাগৰৰ বোকা-পানীবোৰ মনৰ উলাহে আহি
ধুই, মচি দিলে আঁতৰাই;
পাতল পাতল লগা
উদঙীয়া মনৰ সুৰুঙাই
হাঁহিৰ মুকুতাবোৰ ইমান সৰিল
আকাশ গোটেইখন জোনাকেৰে
বগা হৈ গ'ল।

★★

# এটা স্কেচ

ডেউকাত ভাগৰৰ কাজল বৰণ সানি
অৱশ দুখনি পাখি মেলি
গাঁৱৰ গধুলি আহি বাঁহনিৰ জোপাত পৰিল।

ছাঁত তাৰ ভয় খাই
দিনটোৱে কুচিমুচি আহি
ভিতৰ সোমাই গৈ
টিপ চাকি এটা হৈ
ঘৰত জ্বলিল।

পথাৰ, চোতাল আৰু
ঢেঁকীশাল সামৰি সুতৰি
ঘৰৰ বোৱাৰীজনী আহি
মূৰৰ ওৰণি টানি
কেঁচুৱা কোঁচত লৈ
দুৱাৰৰ চুকত বহিল,

তৰাদৈয়ে জাল দিয়া ধানৰ
জঁকাৰ তলৰ
জেং খৰিৰ জুইকুৰা ডিঙি মেলি চাই
ঘৰৰ মূধত বৈ
বুকত কেঁচুৱা লৈ
দীঘল ওৰণি টানি থকা
আনজনী মাকলৈ চকুত পৰিল ঃ

এপৰ থৰ হৈ বৈ
গভীৰ স্নেহত যেন ওলগ জনালে
য'তে আছে তৰে পৰা- দুয়ো দুয়োলকে'
এজনী বোৱাৰী আৰু
আনজোপা গুটিলগা নাৰিকল গছে।

★★

# দৃষ্টিপাত

সন্ধ্যা লাগি ভগাৰ পাচত
মুখৰিত পগলাশালৰ
বেৰত আউজি লই
দুজন সতীৰ্থ হ'ল আলোচনা-ৰত।
বিদ্রূপৰ হাঁহি মাৰি, মূৰ দুপিয়াই
কৈ গ'ল মনৰ আক্ষেপ ঃ
"মই যদি সদানন্দ হওঁ, কালৈকো নকৰোঁ ভ্রূক্ষেপ।
যাকে মই লগ পাওঁ তাকে দেখোঁ
মস্ত পাগল,
ৰৌ বুলি চাই দেখোঁ
আটাইখনেই হায়
বৰালী-পাগল।"

এই বুলি কৈ তেওঁ গভীৰ দুখত
হাতেৰে কৰিলে স্পৰ্শ মূৰ-কপালত।
ইজনেও কৈ গ'ল ঃ
"ঠিক বন্ধু, মোৰ এই বুকুৰ সম্বাদ
নোলোৱা বাবেই লাগে
পৃথিৱীত বিৰাট বিবাদ।
হায় হায়! দুনীয়া গোটেইখনে পগলা-গৰাদ।
মানুহবোৰ ঠিক চোৱা
বোজা-বাহী গাধ,
নহ'লেবা গাড়ীৰ চকৰি
অযথা চিন্তাৰ বস্তা জাপে জাপে নিজে জাপি লই,
উৰ্দ্ধশ্বাসে ফুৰে লৰি লৰি।

চোঁৱাচোন—
ৰাতিপুৱা শুই উঠি খবৰ কাগজ কিয়?
যতমানে শঙ্কা দুৰ্ভাৱনা;
হাঁহিৰ নামত বাৰু ওঁঠ বেঁকা কিয়?
বাটে-ঘাটে চুলি চিঙা নানা আলোচনা।
অপেশ্বৰী বিজুলীয়ে পানী খোৱা দেখিছিলো
মেঘত লুকাই লই
সৰু হৈ থকাৰ কালত,
পিচে, সেইবোৰ ধূলি-বালি কৰি দিলোঁ
ফেক্টৰীৰ বুদ্ধিৰ যাঁতত।

"সঁচা বন্ধু জ্ঞানানন্দ,
দৰ্শন, বিজ্ঞান বোলা লৈ দুটা ঘোঁৰা
আমি হৈ গলো হায়
কেতিয়াবাই খোৰা"।

"মইয়ো বুজিছো
সময়ৰ অভাৱতে
ভাল মানুহ নোৱাৰিলোঁ হ'ব;
পূৰাকৈ এটাও ভাই
নোৱাৰিলো বিহুগীত গাব।
আচ্ছা, দেখিম তাকো
সময়ক ভালকৈ এদিন
দৈবাৎ সময় যদি পাওঁ
তেতিয়াই ভালকৈ ভাবিম।
সময় কেনেকৈ পোৱা যায়
তাকে ভাবি বিষন্ন মনেৰে
ৰাতি-দিন বহি শুই থকা
জ্ঞানানন্দ বহিল দুখেৰে।"

মানুহৰ হিয়া কিয় মূৰত নহ'ল
অতপৰে ভাবি থকা
সদানন্দৰ প্ৰশস্ত মুখত
সন্তোষৰ হাঁহি বিৰিঙিল ঃ
"এইটোৱে সঁচা কথা
মূৰটো লৈয়েই হয়
যিমান জঞ্জাল
শুনা বন্ধু!
লাইব্ৰেৰীত দান দিলে নহ'বনে ভাল?
চেলফত সৌৱা চোৱা
মূৰ ঘুমাই আছে বহি
অকৰা মনিষীবোৰ
সিহঁতৰ চিন্তাৰ অবিৰাম অক্লান্ত মিছিল,
আমাৰ চিন্তাৰ বোজা সিহঁতকে দি
মন হওক তেনেই শিথিল।

সাতপাঁচ ভাবি-গুণি থকা
বস্তুবাদী মনিষীবোৰৰ হৃদয়ৰ সৰল এভাগ
থাকিলে তেনেই জানা
বোবা হই বাকচতে পৰি;
সেইবোৰ আহা বন্ধু
আনো জাৰি-জুৰি।
হৈ গ'ল,
ভাৱনাৰ পালোঁ আমি তলি
জীৱনৰ প্ৰাচুৰ্যৰ অসীম ভঁৰাল
উদং কৰিম আমি দুয়োজনে মিলি।"

এই বুলি চিন্তাৰ দুয়ো কৰি শেষ
মন হ'ল আকৌ বিষণ্ণ;
পগলা-শালৰ সেই অন্ধকাৰ কুঠৰিত
ব্যস্ত-সমস্ত হৈ দুয়ো হ'ল
পুনৰপি ভাবত নিমগ্ন।

★★

# আজৰিৰ গীত

মেটমৰা বোজা কঢ়িয়াই হ'লোঁ
ছাগলীশিঙিয়া জোন
প্ৰাণেৰে আমাৰ দিব লাগে আমি
জীৱনৰ দামচোন!!

অসম্ভৱ এয়া, কেনেকৈ হ'ব
সৌ তাতেই থওঁ বলা আমি
কঢ়িয়াই অনা আমাৰ পিঠিৰ ভাৰ
মাটিৰ শূন্য পিয়লাত থকা
ৰিঙা ৰিঙা হাঁহাকাৰ
ঢালি দিওঁ আহাঁ
ঢালি দিওঁ ইয়াতেই।।

জুৰিৰ পানীৰে পখালোগৈ ব'লা
কয়লাৰ যত ধোঁৱা লাগি থকা
যুগ-জোৰা অৱসাদ
নেলাগে, নেলাগে, একো নুলিয়াবা
কঢ়িয়াই অনা সঞ্চয় মেলি
আগৰ চিনাকি স্বাদ
লেটেকু, থেৰেজু, পনীয়ল আছে
হাত দিলে পোৱাতেই!!
দুচকুৰ যত কুটিল চাৱনি
কাঁইটত গৈ আহা
মনৰ মাজৰ জোঙা দুখবোৰ
শিলনিত সিঁচি দিয়া
নিশাহত থকা বিষৰ নীলিমা
আকাশলে এৰি দিয়া
আঁহা এতিয়া ঘাঁহৰ মায়াত অকণ দীঘল দিওঁ
(ফুলৰ পোহৰ, ৰ'দৰ সুৰভি প্ৰাণত ভৰাই দিওঁ)
দুটা বিন্দুৰ সীমা চুব পৰা
অজটিল এক সৰল ৰেখাৰ দৰে।

পুৱা আকাশত জ্বলি আছে চোৱা
এতিয়াও এটি তৰা

ৰাতিৰ আন্ধাৰ পোহৰত হ'ল
মৃত্যুৰ দৰে শেঁতা।

ভঙা বন্দৰৰ হেজাৰ কল্লোলে
এতিয়াও কাঢ়ি নিব পৰা নাই
পখীৰ কণ্ঠৰ কিচিৰ-মিচিৰ
কি যে ভাল লগা সুৰ
নৰাৰ বুকত শুই থকা সউ
সোনালী আজৰিবোৰ
চউদিশ এয়া ইমান মুকলি
মুকলিৰ সুঘ্ৰাণ
ঐশ্বৰ্য, প্ৰতাপ আৰু বুদ্ধিৰ চুৰী খেল
পাৰ হৈ যাব পৰা এক যেন
উচ্চ স্তৰ শৈশৱৰ ঘ্ৰাণ
যি ঘ্ৰাণে আহি এয়া কৰিছে আহ্বান
এই ঘ্ৰাণ যেন সেই আদিতমা
প্ৰাচীন নাৰীৰ গাৰ
ভুঁইৰ মাটিৰ আৰু বিলৰ জাকৈৰ।।

অন্য এক পৃথিৱীৰ স্বপ্ন যেন নামি আহে
অনুভৱ, চেতনাক ঘেৰি
যিটো স্বপ্ন দেখা নাই, শুনা নাই
বিচাৰি ফুৰিছোঁ মাথো
অনন্ত জীৱন পথ জুৰি।

পুৰণি পৃথিৱীৰ ৰক্তাক্ত সকলো সফলতা
স্মৃতিৰ উত্তপ্ত জুই শিখা
ধোঁৱাকোঁৱা হৈ হৈ শূণ্য হৈ যায় যেন
পাই এক অপূৰ্ব আশ্বাস
কোনো এক পদ্মিনী নাৰীৰ
ঘন নীল চকু এয়া আশ্ৰয় আকাশ।।

ফৰিঙৰ গাত আঁকা বিচিত্ৰ বৰ্ণালীবোৰে
কৈ যায় কাণে কাণে
আকাশৰ ৰং লাগি নীলচিয়া হৈ পৰা
পাতল মনক ঃ
ক'ৰবাত এতিয়াও অকৃত্ৰিম ৰং আছে
সূৰ্যৰ সোণালী আভা
এতিয়াও শেষ হোৱা নাই
বনৰীয়া ফুলৰ সুৰভি
এতিয়াও সেউজীয়া
পৃথিৱীৰ গভীৰ দেশত।।

ঘূৰিবৰ বাবে হ'লে অকণোকে
মন নাই মোৰ।
মানে নাই কোনো
ৰং-বিৰঙৰ মুখাৰ লগত
আজে-বাজে কথা কৈ কৈ মাথো
জীৱনৰ দিয়া দাম,
মানে নাই কোনো গাবলৈ আৰু
অবোধ প্ৰশ্ন, চিন্তাৰে ভৰা
পৃথিৱীৰ একো গান।।

অকণ শান্তি ইয়াতেই আছে
কাগজৰ নাৱে ঘাটক চিনাৰ
অকমান পৰিচয়
হ'লে হ'ব পাৰে ইয়াতেই মাথো
জীৱনৰ বিনিময়।

★★

# চিঠি

মৰমী বকুল,
ঘড়ীৰ কাঁটাৰে যদি জীৱনক জোখ
বহুদিন, বহু মাহ পাৰ হৈ গ'ল
চিঠি লেখা নাই।
সেইবুলি তই জানো বহু আঁতৰত?
তই মোৰ কাষতে সদায়।

বিলাতৰ পৰা তই দিয়া চিঠিখন
দুপৰীয়া পালোঁ;
দুষ্টামি উপচি থকা তোৰ দুচকুৰে
তাহানিৰ দৰে
আখৰৰ মাজে মাজে
আনমনা মোক আহি আজিও জোকালে,
কাণমূৰ ৰঙা পৰি উঠে
কিযে লাগি যায়!
তই দিয়া সেন্দুৰৰ সৰু টেমাটিলে সউ
সজল চকুৰে মোৰ ঘনে ঘনে চায়।

আলফুল বুকুৰ মাজৰ
কোনেও নেদেখা কুমাৰী হিয়াৰ মোৰ
স্বপ্নময় ৰঙীন কল্পনাৰ শত শতদল
তই দেখিছিলি মাথো, তই দেখিছিলি।
নিজম নিবিড় ৰাতি
বুকুৰ মৰম বাকি
মোৰ অনুভূতি উচটোৱা তোৰ হেজাৰ কথাই
মোৰ কল্পনাৰ দিগন্তত মুঠি মুঠি জোনাকৰ গুড়ি
দিয়া ছটিয়াই
সেই কথাবোৰ
কেনেকৈ পাহৰিম বাৰু?
হিয়া উপকূল মোৰ থাকি থাকি
বাৰে বাৰে যায় খুন্দিয়াই।

পাহৰিছো বুলি তোক অভিযোগ নুতুলিবি ভাই।
'চাইল্ড কেয়াৰ' 'লৰা পাঠ', 'এক দুই তিনি'
কেউখন কিতাপেই, তোৰ যাবৰ বেলিকা
মোক দিয়া উপহাৰ
বন্ধা আছে সেইদৰেই আলফুল কৰি
এধানিও ধূলি-বালি পৰা নাই তাত,
'সমাগত জীৱনৰ যুগ্ম পিয়লাটো হাঁহিৰ ৰসেৰে
তোৰ উপচি পৰক"
"এক দুই তিনিখন দিলোঁ দেই এতিয়াই
অজানিতাৰে
সেইদিন বেগতে আহক"
মনত আছেনে তই লিখা কথাবোৰ সেই
কিতাপত?
মই হ'লে পাহৰা দূৰৰ কথা
লিখা নাই কাগজত, লিখা ৰ'ল দগ্‌মগ্ কৰি
মোৰ বুকুৰ মাজত।
অ' ৰবি
আমাৰ লগৰ সেই যুতিৰ কেঁচুৱা এটি হ'ল
খবৰ পাবনে বাৰু?
তিনি মাহ হ'ল
ইমান ধুনীয়া পাই, গোলাপৰ কলি এটি যেন
দেখিলোহে, লোৱা হ'লে নাই;
যুতিৰ কোলাৰ পৰা লওঁ বোলা হাত মোৰ
মেলাতে থাকিল

বুঢ়ীমাকে আঁতৰাই লৈ গুচি গ'ল
প্ৰথম সন্তান এৰা ক'ত হেঁপাহৰ!

তোলৈ এয়া চিঠি ৰাতিহে লিখিছো
দিনটোত আজৰিকে নাই
উজুটিত পাতলি এবাৰ
গাঁৱৰ মাহী শাহু জানই কিমান চোকা
হীন-ডেঢ়ি হ'লে মানে
ভাতে-মাতে কৰে একে ঠাই।

'ল'ৰাপাঠ'খন কামত আহিবৰ মোৰ
হৈছেনে নাই বুলি
মোৰ তই খবৰ সুধিছ
আৰু তই লগতে লিখিছ

দূৰণি-বটীয়া মোৰ শুভইচ্ছাখিনি নিশ্চয় জনাবি দেই
তোৰ সিজনক।
যুগ্ম দিনবোৰ ছাগে ভালেৰে কৰিছ পাৰ মধুময় কৰি
বিয়াৰ খবৰ তোৰ, মধুজ্যোৎস্নাৰ, আৰু এতিয়াৰ
চিঠিতেই মোলৈ বিবৰি লিখিবি;
আমাৰহে নহ'ল একোকে ভাই প্ৰতীক্ষাতে ৰ'লোঁ।
বাৰু, নতুনকৈ তোলা এখন তহঁত দুয়োৰে ফট'
ডাকতেই মোলৈ দিবি পঠিয়াই।"

পাঁচ মাহ আগতেই
চিঠিখন কিয় নিলিখিলি??
এটা মাথো ৰাতি
প্ৰাচুৰ্যৰে জ্বলমল
সপোন সপোন লগা জীৱনৰ এটা মাথো ৰাতি
চঞ্চল পৰাণ মোৰ উঠিছিলে কঁপি,
জীৱনৰ পৰম ক্ষণৰ
পবিত্ৰ অগ্নিয়ে ৰচা
হোমৰ কাষত
শুনিছিলো মাথো কণ্ঠস্বৰ
মোৰ সেই চৰম ভাগ্যৰ
অচিনাকি, নেদেখা নজনা
প্ৰথম পুৰুষ তেওঁ মোৰ জীৱনৰ।
শুভ দৃষ্টি?
লাজৰ ওৰণিখন
নামি আহি আৰু একাঁচল
চকু মোৰ ধৰিছিল তেতিয়াই মুদাই;
বিয়াৰ পাচতো মাৰ ঘৰতেই মই
পৰিচয়ৰ অপেক্ষাই মাথো
মনৰ পাপৰি মোৰ এটি দুটি কৰি
ধীৰে ধীৰে দিছিলে ফুলাই।

তাৰ পাচত মাথো সাতদিন।
আবেশ উতলা হই
ক'ত স্বপ্ন ভাঙি গঢ়ি,
আকাঙ্খিত সপোনৰ পাৰে পাৰে উৰি উৰি
প্ৰতীক্ষাত মন উচাটন
হঠাৎ পৰিল আহি মোৰ হাততেই সেই চিঠিখন
তাৰ মোহৰত, মোৰ স্বপ্ন-পুৰীৰ ঠিকনাৰ উজ্বল মুদ্ৰণ।

পুলকে বিহুল আৰু আনন্দ উচ্ছল
কঁপা কঁপা হাত লৈ
জীৱনৰ প্ৰথম লিপিকা বুলি
আবেগে সাবটি ধৰি
সেই চিঠি যেতিয়া খুলিলোঁ
লিখা আছে তাত—

"শাঁখিনীক সোনকালে দিয়া পঠিয়াই
শৰাধৰ কামকাজ কৰিবহি লাগে
যোৱা ৰাতি হঠাতেই উশাহ-ফুটনি হৈ
মোৰ ল'ৰা আঁতৰিল চিৰকাললৈ।"

তেতিয়াৰে পৰা মই এই ঘৰতেই।
মধুজ্যোৎস্না?
অচিনাকি অশৰীৰি আত্মাৰ লগত
বুকুৰ পাঁজৰি ভাঙি
হুমুনিয়াহ সাকোঁ সাজি যমপুৰীলৈ।

বেজাৰ নেপাবি ভাই! মৰমী বকুল
বেজাৰত একো লাভ নাই।
মোৰ ভৱিষ্যত?
হেজাৰ, হেজাৰ মই ধৰাৰ বুকুত
আকাশক, পৃথিৱীক সোধ।

★★

# আইতা

ধোঁৱা আৰু ছাই
অঙঠাৰ তেজ নাই
উমি উমি জ্বলি থকা
নিতে জ্বলা এখনি জুহাল ঃ
কালি মই দেখিলো ইয়াতে
সবাহলে মাতিবলে গৈ
সুধিলো যেতিয়া
"কি ভাবিছে আইতা?
গা কেনে? ভাল?

ফু লাগি মোৰ সি কথাৰ
ফুট ছাই বহুত উৰিল
মাজে মাজে ফিৰিঙতি হাঁহি আৰু
ঘন বেদনাৰ।

কত খৰি ছাই হ'ল তাত......
মনত পৰাৰে পৰা
গাত কাপোৰ লোৱা দিন ধৰি
ধানৰ কোমোৰা আধা মাৰি
সখীৰ লগত গৈ
চিলনী-সাঁতোৰ দিয়া
ভৰ দুপৰীয়া
ৰূপহী সুঁতিত,
নহ'লেবা
বগী জামু বিচাৰোতে জয়াল হাবিত
দীঘল পৰুৱাই ডকা
কড়ি লৈ চাওঁতালী বেজে ভাল কৰা
(আস্তিক! আস্তিক!!)

ওচৰৰ পমিলীৰ সতে
ফেৰ মাৰি উঠি লৈ কুকুৰা ডাকত
জকাই জকাই ধান বহোৱা শুকোৱা,
ভিনীহিয়ে শৰ পচ মাৰি অনা ৰাতি
খক মক কৰি উঠি টিপচাকি জ্বালি
চোতালত বহি লৈ চোৱা;
শুকান কৰিয়া খম খম কৰি থকা
মুগাৰ মেখেলা পিন্ধি
সখীৰ নোৱনী বিয়া খাবলৈ যোৱা
লাই শাক ফুলা বতৰত।

গাঁৱত ভাৱনা হোৱা
ধনবৰে ভাও লোৱা
দিনতেই পানী-দুনি আনি
উখলমাখলকৈ
পেহীতিৰ সতে গৈ
চিকৰ আঁৰত গৈ বহা,
দোভাগ নিশাত
ঘৰলৈ উভতি অহা
মোমাইৰ মুখত শুনি
বেঙা মেল দ'ত আৰু টুক্-টাক্ চাপৰিৰে
যখিনীৰ কথা
থক্-থক্ কৰে বুকু
হাত ভৰি কঁপা।

বাৰ তেৰ বছৰতে
শহুৰী খটাৰ কথা
উলিয়াই দিবৰ দিনা
গৰুৰ গাড়ীত বহি
উভতি উভতি চাই
হিয়ালী-জিয়ালী কৰি কন্দা,
গাঁৱৰ মূৰৰ সেই আঁহত তলত
"যাগৈ আই" বুলি
থোকাথুকি মাতেৰে বুকু ভঙা বেজাৰত
বৌতিয়ে চকু পানী টোকা।
আৰু কত কি!!
অচিন ঘৰত আহি
ন ছোৱালী হোৱা
ওৰণিয়ে বাৰণীয়ে
উজুটি মুজুটি খোৱা
বাঘ যেন শাহু আইৰ ভয়ৰ তাপত
ফেকুৰি ফেকুৰি কন্দা

ঘৰলে মনত পৰি
মনে মনে আঁৰ লৈ
ঢেঁকীশাল, পুখুৰী পাৰত।

এমাহ দুমাহ কৈ পাৰ হ'ল কেবাটা বছৰ।
বিয়া-বাৰু, নাম গোৱা
য'তে লগ পায় ত'তে
সোধে মাথো শাহু আইক
সকলোৰে একেটা খবৰ
"সেইপিনে কেনে পিচে,
বোৱাৰীয়েকৰ?"

সাতোলানী বুঢ়ী আৰু দূৰৰ গাঁৱৰ পৰা
পেহীশাহু আহি
ফুচ-ফাচ কথা পাতি
মোৰ গাত লমালমে
আঁৰি দিলে মাদুলী বেজৰ।
আইথান, শিৱদ'ল
জল, থল ডাঙৰীয়া
সেৱা, পূজা শাহু আইৰ বাকীকে নৰ'ল
দৰৱে নেফাপে মোক
মই হেনো কিবা গজমুৰী
থেকেচনী শাহু আইৰ
নিতে বাঢ়ি গ'ল।
বিয়া খোৱা, গাওঁ ফুৰা
ক'লৈকো নিনিয়ে মোক
ঠাই মোৰ হ'ল মাথো
ঢেঁকীঘৰ, পাচ চোতালত;
যাবলৈ ওলাই যদি
কোনোবাই দেখে মোক
উভটি সোমাই যায়
ঘৃণাত, খঙত;
গালত শোধাই চৰ
শাহুৱে দকচে ঃ
"কোনোবা যাবৰ পৰত
মুখ তোৰ দেখাবলৈ
নেলাগেনে লাজ সি নাকত?"

মইতো নেজানো হায়!
ওলাব নেলাগে মই কিহৰ দোষত।

নুমলীয়া ননদৰ বিয়া,
উখল-মাখল ঘৰ
হাঁহি-খিকিন্দালি
বিয়াৰ দিনাই পুৱা, দৈয়ন দিবৰ বেলা
হাঁহি মাতি কাম কৰি কোনোবা পাকত
নজনাকে চুলো যেই নোৱনী ঘটক
বজ্ৰপাত হ'ল যেন গোটেই ঘৰত।
মইতো অবাক ঃ
নোৱনী ঘটটো নি দিলে দলিয়াই
চুলিত ধৰি মোক থলে আঁতৰাই ঃ
"আঁঠু সাৱটা এই কুলক্ষণী আহি
শুভকাৰ্যত কিয় বিঘিনী ঘটায়?"

"আঁঠু সাৱটা মই" তেতিয়া বুজিলো
গোটেই জনম জুৰি আঁঠু সাৱটিলো।
জীৱন বঢ়ালো আগ
তাৰ সলনিও
বুকুত ল'বৰ বাবে একোকে নেপালো।
এতিয়া আইতা বোলে
সবাৰে আইতা মই
'আই' এষাৰ মাত মাথো নেসাধিলো।

★★

# মায়ানু মতিভ্ৰমনু

কথাৰ কাকলি তুলি
মোৰ পদূলি কঁপাই যোৱা
লিচ্‌পিচ্ তিনিজনী পদুমৰ দৰে বগা
ক'ৰ যে ছোৱালী!!!

এজনীৰ আঁচলত
পাতল, চপল মনে
এনেকৈ হাঁহে যেন--
পাক খাই লাগি থকা
বুদ্ধিৰ অঙ্ক এটা
এই যেন এতিয়া ওলাল।

দ্বিতীয় আঁচলে কয়
"অতদিন পৰি থকা
সমুদায় ধাৰবোৰ আজিহে শুজিলোঁ!'

তৃতীয় আঁচলখনে থাকি থাকি
মাজে মাজে এনেকৈ উৰা মাৰে
প্ৰেমত বুৰ গৈ থকা কোনো এক
তৰুণৰ দিবা স্বপ্ন যেন।।
ক'ৰ যে ছোৱালী!
আৰু কি যে কথা সিহঁতৰ!!

কথাৰ বতাহ লাগি
সিহঁতৰ দেহাবোৰ
হালি-জালি পৰে,
চঞ্চল দৃষ্টিত কঁপে
ভীৰু, ভীৰু মন!!!

মোৰ দৃষ্টিত দিলেহি ধৰা
সিহঁতৰ বগা আৰু কুহুমবুলীয়া ৰঙৰ মিঠা আভৰণ
ঠিক যেন
তলসৰা শেৱালীৰ পাহি একোপাহ,

আকৌ এবাৰ মই
চকু মেলি চালোঁ
তিনিটা দেখোন এয়া
বগা পাতিহাঁহ।

**

# নতুন বোৱাৰী

জীৱনৰ ৰংহীন বগা পথ
সেন্দুৰীয়া হ'ল,
এশৰীৰ লাজ আৰু ভীৰু ভীৰু খোজৰ তলত
চঞ্চল হালধীয়া পখিলা এজনী
পাখি ভাগি ৰ'ল।
বাৰে বাৰে খহি পৰে মূৰৰ ওৰণি
ই যে এক নতুন আমনি
শৈশৱে সজল কৰে মনৰ নয়ন
মেখেলাৰ পাতলিত
যৌৱনৰ এটি দুটি ভুলে বিন্ধে, হৈ আজি কার্শলা বন।

প্ৰতীক্ষাৰ দিনবোৰ, এটি এটি মণি হৈ হ'ল সাতশৰী
স্মৃতি, সংকোচ আৰু স্বপ্নৰ পাতৰ আঁৰত
নকৈ মেল খালে এটি যেন চম্পক পাপৰি।।
বনকৰা কাপোৰৰ খচ্‌মচ্‌ জোটাপুটি
আৰু সোণোৱালী গহণাৰ ঠেলা-হেঁচা ভীৰ ঠেলি
বন্ধ এসূঁতি পানী যেন নদী হ'ল
পলসৰ প্ৰতিশ্ৰুতি লৈ,
টলমল পানীত যেন জিলিকিল দুটি চকু
দৃষ্টি তাৰ এধানি পখীৰ--
গধূলি উভতি অহা নিজ নীড়লৈ।

★★

# হায়!

কালি ৰাতি তোমাৰ কাষলৈ
মই গৈছিলোঁ।
তুমি তেতিয়া ফুলশয্যাৰ কাষৰত বৈ
শুবলৈ আয়োজন কৰিছিলা।

তুমি মূৰ দাঙিছিলা;
মই তোমাক নিথৰ হৈ চাইছিলোঁ আৰু
নিবিড় অনুভূতিত মই যেন শেষ হৈ গৈছিলোঁ
চকুৰ পানীবোৰ বাগৰি পৰিছিল।
তাৰ পাচত, গুচি আহিলোঁ
নিশব্দে, সঙ্গোপনে।

তুমি মোক দেখা নাছিলা।
দেখা হ'লেও চিনি নাপালাহেঁতেন।
চুলিবোৰ সৰা
আন্ধাৰ কবৰৰ মাটিৰে
মোৰ মুখখন ধূলিময়
আৰু বৰফৰ দৰে শেঁতা।

★★

# দুপলক

(১)

দুৰণিৰ পথাৰত
অকলে অকলে থকা
আবেলিটো দেখি
মন গ'ল হেলনীয়া ৰ'দবোৰৰ
চোওঁ চোওঁ খেলি-মেলি
অকমান জোকাবৰ বাবে।

বাঁহনিৰ সুৰুঙাৰে
জুমি জুমি চোৱা
ৰ'দবোৰৰ গালমুখ ৰঙচুৱা
পিক্‌নিক খাবলৈ জুম পাতি পাতি অহা
লাহি লাহি ছোৱালীৰ দৰে।

আবেলিটো উদাস উদাস
খেলিমেলি চুলি লৈ
বহল বুকৰ যেন
উপন্যাসৰ এজন নায়ক।।

*  *  *  *

(২)

প্ৰথম শ্ৰেণীত পঢ়া
অকমানি ভনটিজনীৰ
টেবুলত পৰি থকা
কিতাপৰ বেগটো মই খুলি চাইছিলোঁ ঃ
কি যে এক হেৰাপোৱা মিহলি সুৰভি!

কি কাণ্ড! লগে লগে দীঘল চুলি মোৰ
ডিঙিত পৰি থকা চুটি চুটি হ'ল
হে হৰি! চুবলৈ ভয় লাগে, তথাপি পাইছোঁ গম
মূৰত মোৰ ৰঙা ৰঙা ৰিবনৰ ধুনীয়া পখিলা
মইচোন এয়া হ'লোঁ বাৰান্দাত পাতি থোৱা
মেজ আৰু মূঢ়াৰ সমান।

**

# আহিনমহীয়া শেৱালী সৰিলে

কুঁৱলিবোৰ মোৰ চোতালৰ
সেউজীয়া বননিখনৰ ওপৰত
ৰহস্য হৈ পৰিছে,
মোৰ শোৱাকোঠাটোৰ কাষৰ
শেৱালি জোপাৰ সুৰভি
জোনাকে লুকা ভাকু খেলি থকা মোৰ কোঠাটোৰ
বিছনাখনৰ কেউকাষে
বিয়পি পৰিছে--

ৰঙিয়াল জোনটোৱে খিড়িকিৰে ভুমুকিয়াই মোক
বাৰে বাৰে কৈছে
"হাঁহা, আনন্দ কৰা",
কিন্তু.......
মোৰ চকুৰ পানীৰে গাৰুটো তিতি গৈছে
তোমাৰ-মোৰ বিচ্ছেদৰ বেলিকা
নিয়ৰসনা শেৱালিবোৰ এনেকৈয়ে সৰিছিল
সুৰভিবোৰ আছিল
ঠিক, ঠিক এনেকুৱা।

**

## আশীৰ্বাদ ঃ ছদ্মবেশত

বৰ প্ৰয়োজন আছিল কষটি শিলৰ দৰে
এটা ৰাতিৰ
বৰ প্ৰয়োজন আছিল এছাটি ধুমুহাৰ
সোণৰ সাধু নে সোণ চিনিবৰ বাবে
আৰু চিনিবৰ বাবে
শিয়াবোৰ শাল, জৰি, আঁহতৰ নে
অমিতাৰ??

বৰ প্ৰয়োজন আছিল চাইৰেণৰ উগ্ৰতাৰে অহা
অজস্ৰ তৰঙ্গৰ
ড্ৰেইন পাইপ ফ্ৰেমত থাকে থাকে বহুৱাই থোৱা
হাজাৰ মুখাৰ মূৰৰ চুলিৰ সজ্জিত কাল থানবান
কৰিবৰ বাবে।।

*চীন আৰু পাকিস্তানৰ যুটীয়া আক্ৰমণৰ ঠিক পাচত।

**

## প্ৰফেচাৰ

স্তুপীকৃত থিয়ৰিৰ স্তম্ভ!
বহু আদৰ্শৰ ভীৰ, সংস্কাৰৰ স্বপ্ন আহে
গহীন, গহীন খোজ হৈ ডিগ্ৰীৰ লগত।
ইচ্ছা থাকে জাকত জিলিকা হ'ম
ক্লাচত, কমনৰুমত
ব্ৰিলিয়েন্ট প্ৰকাশেৰে
যেনেকৈ সূৰ্য উদয়ত সৰ্বদা নিস্প্ৰভ হয় অজস্ৰ
নক্ষত্ৰ।।
মোৰ ছাত্ৰ হ'ব, ছাত্ৰী হ'ব
একোজন ধনুৰ্দ্ধৰ- সমাজত, ভৱিষ্যত কালৰ বুকত
যদিও- জীৱনানন্দ? কোন সেয়া?
গনেশ গগৈৰ কিতাপৰ নাম? ওঁহো শুনা নাই
পঢ়িছো সাহিত্যৰ নামত মাথো ডিটেক্টিভ।
তাৰোপৰি থাকিব যে এটা
কালচাৰ্ড এছ'চিয়েশন ঃ
ইউ এন অ, লাওছ আৰু ভাৰতনাট্যম
ডেথ-ৰে, ডম মৰেইচ, এডালট্ৰেচন,
একাডেমী এৱাৰ্ড, টপলেছ, মাছৰ কি দাম,
অমুকীৰ লগত সেই যে দুদিন দেখিছো ঘূৰা
ল'ৰাজনৰ কি বাৰু নাম??
দৰমহা?
টকাতো ডাঙৰ নহয়--
"মেন ডজ নট্ লিভ বাই ব্ৰেড এলন্।"
খাবলৈ নুজৰিলেও দৰমহাৰ পইচাৰে গাখীৰ আৰু
মাছ
পিন্ধিলেও ল'ৰা-ছোৱালীয়ে ফটা ফ্ৰক, চাৰ্ট
তথাপিটো.....তথাপিতো ই এনে এটা প্ৰফেচন
এনে এটা সন্মানিত কাম য'ত থাকে অপাৰ্থিৱ
অনুভূতি
আদৰ্শক বঁচাই ৰখাৰ, য'ত কৰিব পাৰি মুহূৰ্তে
মুহূৰ্তে মনক
বিষণ্ণ আৰু তীব্ৰ উত্তেজিত-- আদৰ্শ আৰু বাস্তৱৰ
তীক্ষ্ণ সংঘাতেৰে।।

**

# কাৰ্টুন

(১)

এখন সভা হৈছিল
 ঃ বন মহোৎসৱৰ,
প্ৰধান অতিথি আছিল
 দূৰ বিদেশৰ
দেশৰ সম্পদ মানে "অধিক শস্যৰ
 উৎপাদনৰ প্ৰদৰ্শনী"
 ফিটা কাটি যেতিয়া দেখিলে ঃ
জৰাজীৰ্ণ প্ৰত্যেক গছৰ
শুকান ডালে ডালে
 দোঁ খাই লাগি আছে
 চমৎকাৰ ফল আৰু ফুল
 --- পঁয়ালগা মুখবোৰ
 নাঙঠ শিশুৰ।

(২)

এসময়ত এজন লোকৰ
 নিজৰ মাটিৰ সীমা
 ঠেলি ঠেলি আনিছিল
 চুবুৰীয়া ঘৰে।
শোবাঘৰৰ মজিয়াত
 থিয় হৈ গিৰিহঁতে কয়
"ভাল হোৱা নাই দেই
 চাই থাক, কি কৰো কালিলৈ।"
এইদৰে কাগজৰ গদা ডাঙি ডাঙি
 কৈ থাকোতেই গ'ল
 কেবাটি বছৰ..
ইতিমধ্যে গ'ল তেওঁৰ
 ভেটিটো নিজৰ।
কাপুৰুষ বুলি তেওঁক
 ঘৰৰ মানুহবোৰে
 ভৰ্ৎসনা কৰিলে
তেওঁ ক'লে ঃ
 নেজানানে ধৰ্ম্মৰ বাণী?
এখন গালত চৰ পৰে যদি কেতিয়াবা
 ইখন গালো তুমি—
 পাতি দিবা আনি—।।

**

# দ্ৰৌপদী

মই ব্যতিক্ৰম?
নহয়, নহয়।
মই যে মই যে মাথো চিৰন্তন নাৰী
যুগমীয়া ৰহস্যেৰে ভৰা বিচিত্ৰ বৰ্ণালীৰ এক সহজ প্ৰকাশ।
মোৰ বাসনাত কোনো নতুনত্ব নাই;
আদিতমা নাৰীৰ মনৰ ৰং আৰু সুৰভিয়ে
মনৰ মজিয়াত মোৰ আল্পনা আঁকে
মোৰ দোষ ক'ত?

মই মাথো কৰি গ'লোঁ
সত্যৰ সহজ স্বীকাৰ।
যিবোৰ স্বীকাৰ ভণ্ডামিৰ মুখাৰ তলত
সৰ্ব্বদায় গুপ্ত হৈ থাকে।
হাঁহি উঠে, আৱৰণৰ আঁৰত আমি সকলো উলঙ্গ।।

প্ৰাণৰ পাত্ৰ জানো কেতিয়াবা ভৰে?
যেতিয়া নিজকে ভাবো সৱাতোকে ঐশ্বৰ্যমণ্ডিতা বুলি
সকলো পাইছো বুলি গৰ্ব্বিত ভঙ্গীত স্ফীত হৈ উঠোঁ।
সেইটো ক্ষণতে মনৰ কোণত অৱচেতনাই হাঁহে বিদ্ৰূপৰ হাঁহি
ধূৰ্ত্ত এক খেলুৱৈৰ দৰে।
চেতনাৰে দৃঢ় হৈ থিয় হৈ থাকো মই
মোৰ ভৰিৰ তলত থকা দুপতা মাটিতে
আশ্চৰ্য তথাপি
মোৰ ছাঁয়া যায় আগবাঢ়ি দুহাত প্ৰসাৰি।
নহ'লেনো ধীৰ স্থিৰ মনীষাৰ ধৰ্ম্ম যুধিষ্ঠিৰ
শাল বৃক্ষ সম যেন দ্বিতীয় পাণ্ডৱ
শৌৰ্য-বীৰ্য সৌন্দৰ্যৰ প্ৰতীক অৰ্জ্জুন
সৌম্য শান্ত, নম্ৰ বীৰ চতুৰ্থ আৰু পঞ্চম পাণ্ডৱৰ
পাঁচখনি উজ্জ্বল আলেখ্য থাকোতেও মনৰ পটত
আৰু এক ছবি আহি দোলে কিয় ঘনে ঘনে
কোনোটি ক্ষণত!!
বিচাৰোঁ কৰ্ণক কিয়? কিয় এই তৃষা জাগে
আকণ্ঠ ভৰি মোৰ থাকোতে অমৃত?
এয়া যে মায়াৰ খেলা
দেহী আমি তথাপি কৰো যে বাস
দেহৰ উৰ্দ্ধত।
এয়া এক অনুভৱ বিশেষ স্তৰৰ
এয়া এক মানসিক উপলব্ধি গভীৰ মনৰ
সৌন্দৰ্যই বিভিন্ন স্তৰৰ কঁপায় সুস্থিৰ বক্ষ
প্ৰতি সৰসৰ।
সৌন্দৰ্য নহয় মাথো অপৰূপ অবয়ব ভঙ্গী আৰু সুললিত স্বৰ
সৌন্দৰ্য লুকাই থাকে বোধ, মেধা, বীৰত্ব, পাণ্ডিত্য, ব্যক্তিত্ব আৰু
সুঠাম মনৰ কত প্ৰকাশত।।
নাৰী মই যুগে যুগে সেই সৌন্দৰ্যৰে
অক্লান্ত পিয়াসী।
মাতৃৰ সঞ্চয় তৃষ্ণা, লালনৰ মায়া থাকে
অচিনাকি ৰূপ লৈ হৃদয় মাজত
ঃ প্ৰতিটো ৰঙৰে, প্ৰতি পাহ ফুল যদি থাকিলেহেঁতেন মোৰ
মৰমৰ, জীৱনৰ সৰু এই বননিখনত।।

★★

# গান্ধাৰী

অবিকৃত মই এক
দুৰ্জেয় প্ৰতিজ্ঞা।
নাৰী মই, তথাপি নহওঁ নাৰী
সেই নাৰী! মনৰ আকাশে যাৰ
ক্ষণে ক্ষণে বৰণ সলায়।
প্ৰেমিকা-- তথাপি নহওঁ প্ৰেমিকা
সেই অৰ্থত ঃ অন্ধ স্বামীৰ বাবে
নিজৰ দৃষ্টিক যি অৱৰুদ্ধ কৰে।
(ঢাকি ধৰিছিলো মই সুদীৰ্ঘ বছৰ ব্যাপি)
(মোৰ দুনয়ন, দৃষ্টিভ্ৰম নহ'বৰ বাবে)।
মই এক অব্যয় বিস্ময়!
সাধাৰণ মাতৃত্বৰ পৰা
কি যে এক ব্যতিক্ৰম মই!
কুৰুক্ষেত্ৰৰ এই ৰক্তিম তমসাচ্ছন্ন
শ্মশানৰ প্ৰান্তৰত থিয় দি চাইছো মই
নিজৰ স্বৰূপ।
মাতৃ হ'লোঁ সন্তানৰ-- তথাপি নহ'লোঁ মাতৃ
নিজৰ জীৱন যি আগুৱাই দি
অধীৰা, বাউলী হৈ কৰে তন্ময় প্ৰাৰ্থনা
পুত্ৰৰ কল্যাণৰ বাবে।
মইতো নহওঁ মাতৃ-মোৰতো সন্তান নাই
এশ পুত্ৰ? সি এক হাঁহি উঠা কথা
এশ দুস্বপ্নৰ সি যে এক
কাল আৱিৰ্ভাৱ
সুখৰ স্বপ্নৰ বাবে
নিমীলিত কৰোতে নয়ন!
যাৰ মাতৃত্বৰ অধিকাৰ নাই,
দাবী নাই,
কেনেকৈ হ'ব পাৰে মাতৃ তেওঁৰ নাম!
মাত্ৰ মই ৰাজমাতা
ৰাজবধু, ৰজাৰ গৃহিণী।
হায় 'মাতৃ'!
কি যে এক প্ৰশান্ত, সমাহিত,
সুগভীৰ, বিদ্যুৎবৰণী অৰ্থ
"মাতৃ"- দুটা শব্দত--
যেন এক সুশীতল গভীৰ সাগৰ
বুকুত যাৰ অনন্ত আকাশ
আৰু নিশ্চিত প্ৰত্যয়
-- য'ত হেজাৰ ঢউৱে
পায় যেন পৰম আশ্ৰয়।।
কত শত অসংখ্যাত
ছায়া ঘেৰা কুটীৰে কুটীৰে
ৰ'দ ৰঙা একোখনি
স্নেহৰ সাম্ৰাজ্যত
একছত্ৰী সাম্ৰাজ্ঞী স্বৰূপে
মাতৃ অধিষ্ঠিত
যত সন্ধিয়া সন্ধিয়া
তুলসী তলত কঁপে
মাতৃৰ মৰম
সন্তানৰ শিৰত সৰে
স্নেহৰ পাপৰি
আচলৰ প্ৰাচীৰত
ঠেকাখাই গুচি যায়
বিভীষিকা, ভয়।
মাতৃৰ মায়াসনা মিঠামাত
য'ত হয় সন্তানৰ তীক্ষ্ণ বাঘজৰী
সেয়েতো ঘৰ, হাঁয় মিঠা আকাঙ্খাৰ
মোৰ সেইঘৰ, সেই ঘৰ ক'ত?
হায়, মই যে নহ'লোঁ মাতৃ সেই অৰ্থত।
কিন্তু মোৰ এই বেদনাৰ কিটো অৰ্থ আছে?
হস্তিনাপুৰৰ মই ৰাজবধু হোৱাৰ পূৰ্ব্বেই
এক পুত্ৰই জৰায়ুত সংগোপনে ললে আহি
ঠাই। অযোনি সম্ভৱ সেই পুত্ৰ
এয়া আছে মোৰেই বুকত
এক পুত্ৰ- এক আৰু অদ্বিতীয়
ধৰ্ম্ম তাৰ নাম
তেন্তে? তেন্তে দুখ কিয়?
ঘৰত জ্বলিছে মোৰ এশখন চিতা জুই
এশখন কপালত
শ্মশানৰ মহাশূন্যতা।
কিন্তু চিতাৰ কুকুহা আজি

পৰা নাই জ্বলাব
ৰিক্ত এই এখনি পথাৰ।
শুকান দুচকু মোৰ
তাত মাথো জ্বলি আছে
এগছি পোহৰ
(অমাবস্যাৰ গভীৰ নিশাত
জ্বলি থকা তৰাটোৰ দৰে)
চাৰিওকাষৰ এই
ভয়াবহ অন্ধকাৰ
কি দৰে আনিছে নাশি
অন্তঃসলিলা এক দুৰ্জ্জয় পোহৰে
সেই দৃশ্য দেখিবৰ বাবে।

★★

# সীতা

সীমন্তত মোৰ এয়া দগ্‌মগ্‌ কৰি থকা
ৰক্তধাৰা-সধবা শব্দৰ এক নিষ্ঠুৰ বিদ্রূপ!
অথবা এয়া যেন ৰঙা অগ্নিশিখা
ৰামৰ ৰাজ্যৰ প্ৰজাৰ বিক্ষুব্ধ তৰ্ক আৰু
নিৰুপায় ক্ৰোধ লেলিহান হৈ।।

শূণ্য দুচকুত মোৰ চিতাৰ কুকুহা।
সতীত্ব নামৰ এক স্থিৰ সাধনাৰ
জীৱন্ত বিগ্ৰহ ভস্ম হৈ গ'ল
সন্ধ্যাৰ চিতাত যিদৰে দিনটো জ্বলি
শেষ হৈ যায়।।
ৰুদ্ধ হুমুনীয়া লাগি
বিবৰ্ণ ওঁঠৰ ৰং
হৃদয় এখনি মোৰ বিশ্বাসৰ নৈ
যি বৈ আছি স্থিৰ প্ৰত্যয়েৰে
হেৰুৱালে গতি তাৰ নিকৰুণ অচিন মৰুত।।

কেউকাষে মোৰ
শ্বাপদ সঙ্কুল ভীষণ নিৰ্জ্জন এই গভীৰ অৰণ্য
ঠিক যেন মোক ঘেৰি দণ্ডায়মান, নিৰ্ব্বিকাৰ
অযোধ্যাৰ প্ৰজা
মস্তক অৱনত যাৰ বিমূঢ় ভঙ্গীত।
মূৰৰ ওপৰত দুৰন্ত সূৰ্যৰ কি যে প্ৰখৰ উত্তাপ!
নহয় উত্তাপ! হয়তোবা ৰাজছত্ৰ
যেহেতু মই যে ৰাণী হয় ৰাজৰাণী
*ৰামৰ ৰাজ্যৰ।।*

মই সীতা
নাঙলৰ জোঙাফালে
পৃথিবীৰ গৰ্ভ ফালি
জন্ম দিলে মোক
কৰ্ষণত জন্ম হোৱা মই কৃষি
ভাৰতৰ শান্তি মই দেশৰ যৌৱন।
জন্মৰ আগে আগে মোক যেন ক'লে আহি

অজস্ৰ নদীৰ শান্ত গভীৰ প্ৰবাহে
চন্দন সুৰভি সনা
হিমালয়ৰ শীতল বতাহে
আৰু আকাশৰ মেঘে
"উঠি আহা পৰম ঐশ্বৰ্য্য
তুমি আহি কৰাহি বৰণ
ৰাম তথা পৌৰুষক
সমগ্ৰ দেশৰ!'

ৰত্নময় সম্ভাৱনা থকা
পলসৰ প্ৰতিশ্ৰুতি শুনি
সাৰ পালো; থিয় হ'লো মাতৃ গৰ্ভ এৰি
হাঁহিলো জয়ৰ হাঁহি
কৰিলো বৰণ স্থিৰ লক্ষ্য আৰু
শক্তি দেখি ৰাম হৈ প্ৰতিবিম্ব হোৱা
গণ-দেৱতাৰ।
সত্য ৰক্ষাৰ বাবে বনবাস--
নিজ মহত্বৰ বাবে সেয়া ৰামৰ
পৰম সাধনা।
অনুপ্ৰেৰণা হৈ তেতিয়াও ৰ'লো মই
শান্তি ৰ'ব অব্যাহত এই কামনাৰে।

তথাপি শুনিলো চিৎকাৰ
স্বেচ্ছাচাৰী সামন্ত শক্তিৰ।
ৰাৱণ! ৰাৱণ কিনো?
ৰাৱণ অশান্তি
ৰাৱণ সাম্ৰাজ্যবাদী, ঐশ্বৰ্য লুণ্ঠনকাৰী
দুৰন্ত লালসা
ইচ্ছাৰ কৰ্ষণ নহয়, এইবাৰ আক্ৰমণ
ছলনাৰে, শক্তি প্ৰয়োগেৰে
নিবিড় শান্তিক।।

ৰামৰ এইবোৰ হ'ল চৰম পৰীক্ষণ
ৰাৱণৰ বন্দী হৈ ৰোৱা মোৰ
উদ্ধাৰৰ বাবে বিদ্যুৎ চেতনাৰে ৰাৱণ বধৰ
সেই অনিৰ্বাৰ গতি
ৰাম তথা ভাৰতৰ পুঞ্জিভূত শক্তিৰ
আজি এক স্বপ্ন যেন বিশ্বাস নোহোৱা।।

কিয়নো আজি যে ৰামৰ নাই
দুৰ্ব্বাৰ অজেয় শক্তি
তেতিয়াৰ দৰে।
ৰাম আজি ৰজা
ৰজা মাথো ৰাম।।
ক্ষমতাৰ লোভ আৰু অতিসস্তা জনপ্ৰিয়তাৰ
চিক্‌মিক্ তীব্ৰ পোহৰে
ৰামৰ দুচকু আজি অন্ধ কৰি দিলে
শাসনৰ ৰাজদণ্ড আজি
কাগজৰ গদা
ৰাজনীতি ক্ষণজন্মা ৰঙীন ফানুচ
ৰজাৰ ব্যক্তিত্ব ভীৰুতাৰ ক্লীৱ অক্ষমতা।।

মৰ্মাহত বেদনাত বোবা মই আজি।।
বিদেশী শক্তিয়ে মোক কৰোতে লুণ্ঠন
বেদনা আছিল সঁচা
কিন্তু পৰাজয়ৰ এই গ্লানি
তেতিয়া নাছিল
সজ্ঞানে ৰামে মোক দিয়া এই আঘাতত
তীব্ৰতম যি লজ্জা আছে--
আপোন আস্থাৰ কাষত
লাঞ্ছিত যেতিয়া।
মোৰ গৰ্ভত থকা
অজাতক নতুন শিশুৰ
পোহৰ পিয়াসী ক্ৰন্দন ৰামে নুশুনিলে
নিষ্ঠুৰ উপেক্ষা সেয়া
নৃপতিৰ ভৱিষ্যত অংকুৰৰ প্ৰতি
এই মাটিৰ কৰুণ শিশু আজি
অসহায়, আশ্ৰয় বিহীন।
স্বৰ্ণসীতা গঢ়ি আজি ৰামে হেনো
মহাযজ্ঞ কৰিছে ৰচনা
জীৱন্ত সীতাক নিজ হাতে আঁতৰাই থৈ
স্বৰ্ণসীতা গঢ়াৰ প্ৰয়াস
কি যে এক হাঁহি উঠা ভুৱা প্ৰতাৰণা
ধূলিত লুণ্ঠিত সত্য তাৰ প্ৰতি দৃষ্টিহীন

ভণ্ডামীৰ এই চিত্ৰ দেখি
এতিয়াও নিৰ্ব্বিকাৰ প্ৰজা।।
আকৌ আহ্বান মোক--
অগ্নি এক পৰীক্ষাৰ বাবে
ধিক্কাৰত ধৃতি শেষ হয়।
পৌৰুষৰ এই দুৰ্বলতা অসহ্য অসহ্য
এইবাৰ শাস্তি মই কৰিম অদৃশ্য মোৰ নিজৰ অস্তিত্ব
পাতাল গৰ্ভত
সত্য এক বিচাৰৰ সূৰ্য-শিখা আহি
নজগায় মানে,
জীৱন বীক্ষাৰে পূৰ্ণ
বিবেকৰ তীক্ষ্ণ সিৰলুৰে
আন্ধাৰৰ ক্লেদ আহি
নাঁতৰায় মানে।।

★★

# পূজাৰ উপহাৰ ঃ
# মোৰ বুঢ়া দেউতালৈ

দেউতা, তুমিতো প্ৰায় আশীতেই দিলা ভৰি
আৰু আঠবছৰ গ'লেহে পামগৈ তোমাৰ আধাৰ গুৰি।
পূজাৰ উপহাৰ আগেয়ে তুমিহে দিছিলা আমাক আনি
এইবাৰ তোমাক পূজা-উপহাৰ দিম আটায়ে আমি।
উপহাৰ এযোৰ নতুন চশমা তুমি দেখিবৰ বাবে
চাৰি ঠেং আমাৰ গজিছে কেনেকে সলনিৰ সোঁতে সোঁতে।
চকুৰ পলকত মন্দিৰবোৰত মেলিছে কেনেকে ফাঁট
আত্মাৰ শৱ শাৰী শাৰী হৈ ৰচে প্ৰগতিৰ বাট।
এয়া এটা চোলা ৰং-বিৰঙৰ তুমি পিন্ধিবৰ বাবে
"কৃত্ৰিমতা"ৰ "জটিল" সূতাৰে সিয়া আছে জোখে-মাপে।
তুমি জানা মাথো "সহজ"ৰ কথা, নিৰ্ভীক ডাঙৰ মাত
কিন্তু সেয়া আজি অচল মোহৰ, অচল তোমাৰ সাজ।
এয়া এডাল লাখুটিও দিছোঁ-- চতুৰ ফাঁকিৰে সজা
তোমাৰ আগৰ চিনাকি বাট আজি শেলুৱৈ গজা।
লগতে এটা "খবৰো" পঠালোঁ ৰঙা কাগজেৰে ঢকা
এই উপহাৰৰ ওপৰত আছে "সভ্যতাৰ দান" লিখাঃ
"জীৱনৰ দিন শেষ হৈ আহিল" বুলি নকৰিবা শোক
আমাৰ জীৱন যে আৰম্ভই নহ'ল; ভাবাচোঁ কিমান দুখ!
শ্মশানৰ কথা ভাবি তুমি শুনা এবাৰো নুঠিবা কঁপি
আমালৈ চোৱা--
কেউকাষে জ্বলা চিতাৰ মাজতে আমি আছো এয়া খপি।
নিজে ভস্ম হোৱাৰ নিজে সাক্ষী আমি -- তোমালৈ যাচিলোঁ খবৰ
(কিয়নো) প্ৰতিনিধি বুলি তোমাকেই এক শ্যামল, নিবিড়
ঐশ্বৰ্যেৰে ভৰা ৰাংঢালী জীৱনৰ।

★★

## মোৰ জন্মদিনত

মোক এবাৰ কোলাত তুলি লোৱা
মোৰ আই
শিৰত চুমা খাই হাতফুৰাই কপালত
কোৱা আই অবাক কণ্ঠেৰে ঃ

'মোৰ মাজনীৰ গাত হৰি ঐ
ইমান টান চোলাটো কোনে পিন্ধালে
কোনে বুটাম মাৰিলে এনে টেটুবাকৈ
উশাহ নোপোৱাকৈ?

চাওঁ চাওঁ কেচিখন
কোনে ক'ত থলি?
চোলাটো কাটি দিওঁ, দেহি ঐ
কান্দোনতে লালকাল দিছে।

**

## স্থিতি

স্থিতিৰ অহঙ্কাৰ আছে। সি হাত নিমিলায় আঁওজাচকীত বহা ৰুচি কিম্বা মূল্যৰ লগত। তাৰ ৰক্ত মাংসত অতীজতে ৰুই থোৱা স্থিৰ বিশ্বাসৰ সহস্ৰ শিলাক অহৰহ ঘৰ্ষিত দাঁতৰ কৰতেৰে কাটি সি যাব, অকলেই যাব। আগে আগে সি, পাচে পাচে পথ।

**

## নিৰন্তৰ

অস্থিৰতাৰ মূল্য কি! নিহত কৰিছো প্ৰতি মুহূৰ্ত স্ব সংগ্ৰামত। বিপৰীত দ্বন্দ্বত শয্যাশায়ী সত্ত্বা। গলিৰ ৰাওচালিত থানবান শিল্পৰ ভূমিকা। ওলোটাই-ওভোটাই মৰা বিৰামহীন বতাহত বিধ্বস্ত ঘৰ। ভয়ানক ক্ৰোধ, পিঞ্জৰাবদ্ধ বাঘিনীৰ ক্ষুৰদাঁত। ছিৰাছিৰি কৰো নখেৰে বুকুৰ সোণালী ৰঙৰ ফুল। থেকেচা মাৰি থিয় কৰি দিওঁ পানী চপ্ চপ্ শিমলু তুলাৰ দেহ।

**

## গভীৰত

মোৰ আজুককা, আইতাহঁতে
কি কৰিছিল, তেওঁবিলাক
কেনে আছিল, মই নাজানো।

আইয়ে কয়,
'জানিবা,
ধানৰ ফুল
কেনেকৈ ফুলে
জানিলে।'

**

## অপৰাজিত

মই কাইলৈ মৰিম
আজি বাচি থাকিবলে' দিয়া।

হে মোৰ স্ৰোতস্বিনী দুখ
মোৰ শীৰ্ণ শিৰৰ অৰণ্যেৰে
প্ৰৱাহিত হৈ থাকা
মই ভাগৰা নাই।

★★

## ফুলৰ লগ্ন

মোৰ কণ্ঠৰ শিৰ ফুলিছে
অৱদমিত ইত্যাদিত

তোমাৰ হাতৰ শিৰ ফুলিছে
তেতিয়াৰে পৰা পাঞ্জা খেলত

তেওঁৰ চকুৰ পাহি ফুলিছে
যৌকি-বাথৌ লুণীয়া হ্ৰদত

ফুল ফুলিছে
বিহু আহিব।

★★

## কাতৰ প্ৰহৰ

কি ভয়ানক ভাবে
বিষণ্ণ সিহঁত!
সিহঁতৰ কৰুণ নিঃস্ব দুহাতত
মই একো তুলি দিব নোৱাৰো:
সিহঁতৰ নিৰন্ন ছাঁয়াই মোক
খেদি ফুৰে
অন্ধকাৰত সিহঁতে নেদেখাকৈ
মই কান্দো
পোহৰত
সান্ত্বনা দিওঁ ঃ
'ধৈৰ্য ধৰা'
অস্ বেচেৰা প্ৰহৰবোৰ!

★★

# বিস্বাদ

চব সেৰেকা। একো ভাল নালাগে। মুখত দিওঁ আৰু দলিয়াওঁ। চিনাকী যত চব শব্দ, তাহাঁতৰ ভব্য গব্য অৰ্থ, য'ত ত'ত প্ৰদৰ্শিত পুষ্প সজ্জাৰ দৰে আহাৰ, নিঃসাৰে অহা তোমাৰ মোৰ যৌৱন, কল্লোলিত এইবোৰ ঋতু একো ভাল নালাগে। আনকি তোমাৰ ইতঃস্তত প্ৰেমো।

কেৱল তেজতেই স্বাদ থাকে, লুণীয়া, লুণীয়া। এইবোৰত তেজ ক'ত? পুৰিব নেজানে ইহঁতে, পুৰি কন্দুৱাব নেজানে ইহঁতে, জোকাৰি দিব নেজানে ইহঁতে, ইহঁতৰ শক্তি ক'ত?

আঃ কি মৰ্মান্তিক ভাবে উপবাসী আমি!

★★

# চূৰ্ণলগ্ন

এনেকৈ আৰু কিমান দিন!
লৌহ পুৰুষৰ নিকপ্‌কপীয়া
উদয়াস্ত চুমাত
ওঁঠৰ সকলো ৰস অন্তৰ্হিত।
উস্, অলপ সময় মই
অকলে থাকিব পৰা হ'লে!

★★

# মোৰ শিৰাই শিৰাই

মোৰ শিৰাই শিৰাই ধুমুহা
তোমাৰ শিৰতো
সেই একে বৰষুণ নহা ধুমুহা।
কপালত চ'তৰ চিৰাল ফটা
চকুৱে চকুৱে শুকান পুখুৰী।
আমি কঁপি আছো
শিৰাই শিৰাই ধুমুহা
কঁপি আছো
নিৰৰ্থক ভাবে
নিজক বিবৰ্ণ কৰি।

★★

# গতি!

ৰুদ্ধ পথ
কৰুণ ক্ৰন্দনত স্তব্ধ
অভিমন্যুৰ
গতিৰ ৰথ।

★★

## ক'লাজামুৰ লগ্ন

এজোপা গছত ওলমি
বেতালৰ দৰে
তুমি, মই, আমি।

দুয়োহাত মেলি দিছো
আঙুলি পোত গৈছে
নিঃসীম
শূণ্যতাত
ভৰি
এঙাৰ ৰঙৰ
কলাজামু চুই।

বতাহত
ইফাল সিফাল কৰি
কেৰ্‌কেৰাই আছে
বাঁহৰ কাঠিৰ দেহ

চকুত কেৱল
ক'লাজামু
ক'লাজামু
ক'লাজামু।

★★

## সুদীৰ্ঘ দিন ৰাতি ধৰি

সমগ্ৰ দিন
এনেকৈয়ে
সমগ্ৰ দিন
সমগ্ৰ ৰাতি
এনেকৈয়ে

মোৰ ইচ্ছাৰ ঘৰটোত
মই পায়চাৰী কৰো
অন্ধকাৰ জৰাজীৰ্ণ
কোঠাটোত বহি
কেৱল পায়চাৰী।
মই শুব নোৱাৰো
মই উঠিব নোৱাৰো
জানো হুক্‌টো অলপ ওপৰতে
হাত তুলিব নোৱাৰো
মই মাতিব নোৱাৰো
কেৱল পায়চাৰী
কেৱল অন্ধ, উদাসীন আশা ঃ

এদিন কিবা এটা হ'ব
এনেকৈয়ে।

★★

## আন্তৰ্জাতিক

তোমাৰ মাটিত
তেজ ডোঙা বান্ধি থাকিলে
মোৰ মাটিত ফুল নুফুলে।

দুখৰ মাটি কটুৰ।

★★

## কোন কেতিয়াতে

কোন কেতিয়াতে শ্বহীদৰ হাড়ে
বান্ধি গ'ল ৰাজবাট
বাজিব বুলি সেই বাটেদি
কালীয় দমন কৰা দলক
আদৰাৰ গুৰুঘাত

আজি সেইবাটে
উদ্ধত গ্ৰীৱাৰ
দুদ্ধৰ্ষ অধঃপাত।

★★

## অস্বস্তিৰ নিৰ্মাংস সময়

অস্বস্তিৰ নিৰ্মাংস সময়
যেন কড়কড় হাড়ৰ হিন্দোল,
পীতবৰ্ণ নিৰক্ত অস্থিৰ
ৰক্ত ক'ত ফুলাবলে'
নিৰ্ভুল ৰক্তজবা ফুল
কেৱল কল্লোল।

★★

## দৈনন্দিন

সদায়,
শুকান বাঁহৰ এঙ্কাৰ চালনীখনৰ দৰে
ৰাতিবোৰৰ মাজেদি,
সদায়, হাইতাল সনা ব চুঙাটোৰ দৰে
দিনবোৰৰ ভিতৰেদি,
সুৰহীন এটা সুহুৰিৰ দৰে
কেৱল অহা যোৱা,
অহা-যোৱা, যোৱা-অহা
অহা-যোৱা, যোৱা-অহা
অহা-যোৱা।।

★★

## বাঙ্ময় প্ৰহৰ

পোত গৈ আছে
পোত গৈ আছে
পোত গৈ আছে
এটা ভগ্নস্তুপৰ কৰুণতা
কেৱল সৰাপাতেৰে।

পোত গৈ থাকিব
বসন্তৰ খোৰোঙত থকা
শেষ কপৌ ফুলপাহ
লেৰেলি নপৰালৈ।

তাৰ পিচত?
আগতীয়াকৈ
দুখ কৰো
কিয়?

★★

## শেষ প্ৰহৰ

স্থবিৰতাৰ অস্থিৰতাৰে মোৰ শেষ প্ৰহৰৰ ক্লেশ,
বিদায় দিয়া শেষ হওক ৰক্তাক্ত অশেষ।

★★

## স্তম্ভ

তোমাৰ শূণ্যতাৰ দীনতাত
মোৰ হতবাক স্তব্ধতাৰ স্তম্ভ

হাঁয়! ইয়াতে আছিল, এদিন আছিল
ধুমুহা বিধ্বস্ত হীৰক দ্যুতিৰ দম্ভ।

★★

## সমাগত

তেওঁ অহাৰ কথা
তোমাৰ দৃষ্টিৰ ক্ষুৰধাৰেদি
তেওঁ অহাৰ কথা
তোমাৰ তেজত
তোমাৰ সঙ্কুচিত হাত
প্ৰসাৰিত কৰা
আৰু মুঠি মৰাৰ মুদ্ৰাত।
তেওঁ আহিব খোজে
আৰু বাৰে বাৰে
উভতি যায়
কুঞ্চিত ভ্ৰূ আৰু
নিৰুপায় মুখভঙ্গীৰে।
উভতি যায়
ক্ৰোধৰ অনুচ্চাৰিত
অভিশাপেৰে।
তেওঁ উভতি যায়
ওলমি পৰা মূৰ দেখি
মুহূৰ্তৰ মোহত বন্দী
বিবৰ্ণ ঘোলা দৃষ্টি দেখি
প্ৰসাৰিত হ'ব লগা হাত
স্ব মৈথুনত আবদ্ধ, সঙ্কুচিত দেখি।
তেওঁ কেতিয়াবাই আহিলহেঁতেন।

★★

# কেৱল বিষাদ

কেৱল বিষাদ
বিষৰ বিষাদ
অতিৰিক্ত তিক্ততাৰ স্বাদ

কলিজা গৰকি থাকে
অশ্বেত প্ৰেতৰ নাদে
উগ্ৰস্বৰ উন্মাদ নিনাদ।

**

# উভলা শিপা

এইবোৰ আচৰিত লতা
এইবোৰে মাত্ৰ মাটিৰ পৰা
এৰাই আহিব জানে
ক'তো গজিব নাজানে।

এঠাইতে বহুদিন গজি থকা
ডাল-পাত মেলি
অস্-শ্বাসৰুদ্ধ কথা।

ওলমি ৰ'বলৈও
কোন জোপা গছ!
ইমান গছ
এজোপা গছ নাই
অথচ।
সিহঁত নগজে
ওলমিও নেথাকে বেছি পৰ
সিহঁতে গছৰ পৰা গছ এৰি ফুৰে
একোবাৰ মাটিলৈ উভতি যোৱাৰ
একোবাৰ নোযোৱাৰ
দ্বিধাৰ দ্বন্দ্বৰে,
সিহঁতৰ শিপাবোৰ
ওলমি ৰয়
স্থিতিহীন শূণ্যতাত।

**

# অস্তিত্ব

মই মোক সজাত ভৰাওঁ
আৰু একোটা যুক্তিৰে
শলখা মাৰি থওঁ

মই মোক পাল্লাত উঠাওঁ
আৰু বিভিন্ন মূল্যেৰে
জুখিব খোজো।

সকলো যুক্তি ব্যৰ্থ
সকলো মূল্য নিৰুপায়

মোৰ অস্তিত্বই অট্টহাস্য কৰে
মই
বৈ
যাওঁ
সকলো
নিষিদ্ধতাৰ
সুৰুঙাৰে
আৰু ৰূপ সলাই থাকো
কেতিয়াবা ফুল
কেতিয়াবা তৰোৱাল
কেতিয়াবা.......
কেতিয়াবা.......।

**

# এতিয়া

এতিয়া আৰু নিসঙ্গতা নাই। ইমানদিনে মই মোক মোত বিচাৰি আছিলো। ভুল হৈছিল তাতেই। অস্পষ্টতাৰ পাহাৰ বগাই এতিয়া দেখিলো মই তোমালোকৰ উজাগৰী নিশাৰ অস্বস্তিত। তোমালোকৰ অস্থিৰ পদচালনাত। তোমালোকৰ কপালৰ থুপ খোৱা আঁক বাঁকত। মই তোমালোকৰ শিৰত, তোমালোকৰ মাজত, তোমালোকৰ বতাহত আৰু বতাহত উভালি নপৰাৰ খোপনিত। তোমালোকৰ শিপা সাৰটি থকা চপৰাচপৰ মাটিত মোৰ সমগ্ৰতা এতিয়া।।

★★

# ৰাতিৰ দৰে

ৰাতিৰ দৰে
চকুৰ পানী মোৰ
ধূলিত সৰি সৰি
পাথৰ হৈছে।
ই ধূলি তিয়াব
নোৱাৰে সঁচা,
কিন্তু
অস্ত্ৰ
সাজিব
পাৰিব।

★★

# অভিজ্ঞান

ভৰিৰ পতাৰ পৰা ক্ৰমে কলাফুল, আঁঠু, কৰ্কাল। এতিয়া বুকু চোওঁ চোওঁ। পাতালৰ পানী, ক'লা পাথৰৰ পানী, কেউকাষে বাঢ়ি অহা নিৰুশ্বাস কংক্ৰীটৰ অপ্ৰাৰ্থিত পানী।

আমি ডুবিছো, আমি ডুবি গৈ আছো। বিস্বাদৰ বিবৰ্ণ হাতৰ দোঁ খোৱা সুবৰ্ণ পতাকা সিহাতত দিছো। সোঁহাত উকা কৰি ল'লো। হাত পাতি লোৱাৰ আগতে শিলভঙা শিল্পৰ মহা অভিজ্ঞান, আহাঁ আজি সমস্বৰে গাই লওঁ বসন্তৰ প্ৰহসিত গান।

★★

# সঙ্কেত

মই ভালকৈ চকুৰে নমনা হ'লো
চোৱাচোন পোহৰবোৰ সঁচাকৈয়ে
গলাৰূপ যেন হৈছেনে??
বলিকটা দাখনৰ
ধাৰ থকা ফালটোৰ দৰে??
ক'ৰবাত কিবা এটা
লৰচৰ কৰি থকাৰ
উমান পাইছো
চোৱাচোন, গজলীয়া ল'ৰাটোৰ
হাতখন পোন হ'লনে?

খৰধৰ কৰিবলৈ কোৱা
সংকটত আখৰা নেলাগে।

★★

## ওতঃপ্ৰোত

অশ্ৰু আৰু অস্ত্ৰ
বৰ ওচৰা-ওচৰি
দুটা শব্দ।

অস্ত্ৰই অশ্ৰু ৰচে বুলি
তোমাৰ মনত থাকে
কিন্তু অশ্ৰুৱেও যে
অস্ত্ৰ ৰচে
সেই কথা
পাহৰা কিয়?

★★

## মধ্যাহ্নত

সমুখত দুখৰ পৰমান্ন
জয়জয় ময়ময় দুপৰৰ ভোজ।

বিষন্নবোৰক কোৱা
আমাৰ কাঁহী শূণ্য নহয়, নিৰন্ন নহয়
তাত উপচি আছে
আহা! পৰমান্ন!

যি অন্নৰ সুগন্ধতে
ঝন্ ঝন্ শিকলি ছিগিব
এশ এটা ৰণুৱা ঘোঁৰাৰ।

★★

## ভোগালীৰ উৰুকাত

কি চাই আছা?
আহাঁ আনো এটা দিন
উদং ভড়াল ভৰি যোৱাকৈ
ৰঙা নদীত ডুব দি থকা
গোটে-পাতে এটা দিন।

পচা, যাঠী, দা,
খেৱালী জাল
য'ত যি আছে আনা
সৰিয়হ ফুলৰ গন্ধ ভৰা
পকাধানৰ গন্ধ ভৰা
বিলাহী ৰঙৰ দিন।

বিহু এখন পাতো আহাঁ
বিহু নেপাতিলে নাহে।

দপ্ দপ্ দপ্
মেজিৰ জুইত
আহাঁ দলিয়াওঁ
দুঃশাসনৰ ডোখৰ ডোখৰ দেহ
অনশন
আৰু বিবসন দিন।

★★

# সমীপেষু

## সুনীল গঙ্গোপাধ্যায়

মৰমৰ সুনীল,
কি আৰু লিখিম!
মাজে মাজে ভাব হয়
কোনো অর্থ নাই
একোৰেই।
শব্দই অর্থ বহন নকৰে।
তুমি অঁকা জুইৰ ছবিত
হাত সেকিব পৰা হ'লে
নোৱাৰি
কাগজত অঁকা বেলিত
ৰাতি নুপুৱায়।
যাওক দিয়া সেইবোৰ।
তোমালৈ সেই একেটাই
খবৰ পথালো
আমাৰ ইয়াত
ৰাতিৰ অন্ধকাৰত
বেৰৰ পিনে মূৰ কৰি
আমি আটায়ে
অকলে ফেকুঁৰো
পুৱা যে আকউ
উঠিব লাগিব
কান্দিবলৈকে
দাৰুণ সেই
দুখত!

★★

# অন্তৰঙ্গ

উৎসৰ্গ

এখন আকাশলৈ
এখন
নদীৰ
পৰা

## সংজ্ঞা ঃপ্ৰেমৰ

কিজানি তেতিয়াই সোমাই পৰেহি বিশাল নীলা আকাশখন ফুলৰ পাহিটোত। খহি পৰে অন্ধকাৰ ভৰিৰ তলুৱালৈ। গৰ্ভলৈ গৰ্বেৰে যায় বিদ্যুৎ। ছুই হয় জঙ্ঘা-স্তন শৰীৰৰ সৰু খেৰী ঘৰ।

★★

## প্ৰেমৰ সংজ্ঞা

কেঁচা মাটিৰ ঘৰটোৰ চাল-বেৰ খহি পৰিল হাবিতলীয়া চৰাইটোৰ মাতত। চেঁচুকীয়া ঠাইখন এতিয়া ডুবি আছে সৰিয়হ ফুলৰ গোন্ধেৰে।

★★

## আগমনি

কাহিলি, কাহিলি পৰত
কুলিৰ মাত শুনিলে
চকু মুদিয়ে কৈ দিব পাৰি
বসন্ত আহিছে।

তুমি আহিলে
মোক
কোনেও কৈ দিব নেলাগে
বাটটো
নিজেই
পোহৰ,
পোহৰ হয়।।

★★

## অবৰুদ্ধ

মোৰ খিড়িকিবোৰ জপাই দিয়া
বহাগ আহিছে,
মোৰ দুৱাৰ জপাই দিয়া
বহাগ আহিছে,
বহাগৰ ৰূপে
বহাগৰ মাতে
মোক বনৰীয়া জুৰিৰ দৰে
চঞ্চল কৰি তুলিব

শিলৰ গুহাত মই বন্দী
বৈ যাম ক'লৈ??

★★

## শৰত

শৰীৰত শৰতৰ ঋতু। ইমান শৰত শৰীৰত। দেখা পোৱাৰ গভীৰ স্বচ্ছতা। বুকুময়। সোণালী ফলৰ ঘ্ৰাণ চক্‌চক্ পুৱাৰ হাতত। শৰত প্ৰেমময়। বসন্ততকৈও।

★★

## তোমাৰ মুখ

মোৰ ৰাতি পুৱায় তোমাৰ মুখত নহ'লে আন্ধাৰ। আন্ধাৰৰ জুয়ে পোৱা আলকাতৰাত দুয়োভৰি পোত খাই থাকে। এটা ক'লা বাদুলি পৰি ৰয় মোৰ মুখ জুৰি।

★★

# বসন্তৰ এদিন

তুমি নিসৰ্গৰ দৰে।
নিসৰ্গৰ দৰে তুমি।

জলস্ৰোত স্তুতি।
চন্দন শাখাৰ বাহ
আৰণ্যিক পাহাৰী
শৰীৰ
সুমথিৰা বনৰ ৰ'দ
যেন হাতৰ তলুৱাত!
তন্ময়তা
সুনীল আকাশ

তুমি নিসৰ্গৰ দৰে।
নিসৰ্গৰ দৰে তুমি।
মোৰ উশাহত
ৰিম্‌জিম্ চেতনাৰ
নিষিদ্ধ হৰিণ।

সমুখৰ জনাকীৰ্ণ আলি
বহাকোঠাৰ চাৰিখন বেৰ
হঠাৎ অদৃশ্য হ'ল
বসন্তৰ এদিন।।

★★

# এটা অনুভৱ

বসন্তৰ বতাহ ল'বলৈ
অকলে যাব নোৱাৰি।

বন্ধুৰ চকুৰ নীলা
কিমান গভীৰ
তাকো
চাব পাৰি
নীলা আকাশৰ
তলতহে।

★★

# নীলা চিঠি

হালধীয়া সৰিয়হ ফুল ডৰাত
আকাশখন উবুৰি খাই পৰিছে।
মোৰ এনে লাগিছে
পাটমাদৈ চৰাইটোৰ ঠোঁটত
এখন নীলা চিঠি।
উৰি যাব নোৱাৰাকৈ
থকা।

★★

## মৰম

মৰম এক
প্ৰকাশৰ খেলা।
মুখেৰে নক'বা ঃ
প্ৰেমত পৰিছোঁ।
দেখুৱাবা ঃ
কেনেকৈ।

★★

## আটাইবোৰ আয়নাতে

আটাইবোৰ আয়নাতে
মই তোমাৰ মুখ দেখোঁ।
ক'তো এখনো আয়না
বিচাৰি নেপালোঁ!
য'ত দেখা পাওঁ
মোৰ মুখখন
এবাৰলৈ।।

★★

## এপাহ হাঁহি

এপাহ হাঁহিৰ বাবে
কাঁইটৰ বেৰা মই
বগাব জানো।
আটায়ে কৈছে,
মই বোলে
শীততে ঠেৰেঙা লাগিছোঁ।
হয় নেকি? মইতো নোৱাৰোঁ ক'ব
কাৰণ সেইপাহ হাঁহিৰ সুবাসতে
মই যে তন্ময়।।

★★

## মুগ্ধ প্ৰহৰ

তোমাৰ নাম দিছোঁ
স্বপ্ন।
কাৰণ তুমি
দিনৰ হেঁপাহ
আৰু
ৰাতিৰ জীৱন।

★★

# খজুৰাহো

সুৰৰ এক তুৰীয় বিন্দুত
পদুম সুবাসৰ তীব্ৰ শিহৰণেৰে আন্দোলিত
বিদ্যুৎময় লহমাটোত
ৰৈ আছে দুটা প্ৰস্তৰ মূৰ্তি ঃ

সকলো নিঃশেষ কৰি দিয়াৰ প্ৰাপ্তিৰে
সকলো শেষ কৰি লোৱাৰ
বৈদেহী বেদনাৰে
ভাষা মূক হৈ যোৱাৰ
মুখৰতাৰে।।

এটা ৰাতি ফুলিছে
জোন হৈ
হিমানী মায়াত।।

★★

# আহত লয়

বসন্ত কালত চৰাইবোৰেও
গীত গাব জানে।

তোমাৰ মুখত
বিষণ্ণ ডাৱৰ দেখি
মোৰ পোহনীয়া মইনাটো
নিমাওমাও।।

★★

# তান্ত্ৰিক

তোমাৰ মুখৰ
অপাৰ্থিৱ পোহৰখিনি চুবলৈ
আলফুলে মই তোমাৰ
মুখত হাত থওঁ
আঙুলি ডুব যায় তেজত।

তোমাৰ বুকুৰ
সোণালী নৈখন বিচাৰি
তোমাৰ বুকুত মুখ গুজি
মই পৰি ৰওঁ
দেহত লাগি আহে ধূলি

বাৰে বাৰে তেজ আৰু ধূলিত
স্নান কৰি
মই জীয়াই আছোঁ
কেৱল সেই পোহৰখিনি
আছে বুলি ভাবি।

আঃ সেই
সোণালী পোহৰ!!

★★

## শিখৰত

বুকুত আছাৰ খাই খাই
পৰিছিল
পাইন বনৰ বতাহ।

তোমাৰ হাতত
মোৰ হাত থৈ
মই তোমাক খেপিয়াই
ফুৰিছিলোঁ ঃ
"তুমি ইয়াত আছানে?"
তুমি কৈছিলা
"কোনো কোনো মুহূৰ্তত মই
অন্ধ, বোবা, বধিৰ হৈ পৰোঁ।'

আমি কাকো কোনেও
বিচাৰি নেপালোঁ।।

★★

## ঠুনুকা কথা

বুকুৰ মাজৰ ঘৰ-দুৱাৰ ভাগিবলৈ
বৰ বেছি সময় নেলাগে।

ইচ্ছা-অনিচ্ছাৰ
বতাহতে কঁপি থাকে
আমাৰ
নদীৰ পাৰৰ
জুপুৰি।।

★★

## ইমানেই

তুমি কঠিন তুষাৰ
যেন মাৰ্বল শিলত কটা
এক ভাস্কৰ্য।

মোৰ তীব্ৰ ইচ্ছা শক্তিয়ে
তোমাক গলাই পেলাব খোজে
যাতে তুমি নদী হৈ
মোৰ কাষলে
বৈ
আহাঁ।।

★★

## দুঃসহ

তুমি মোৰ এক
দুঃসহ বেদনা।
মই মচি পেলাব নোৱাৰোঁ,
এই বেদনা আনন্দলৈ
ৰূপান্তৰিত কৰিব নোৱাৰোঁ,
এক মুহূৰ্তৰ বাবে ক'তো
নমাই থ'ব নোৱাৰোঁ,
কঢ়িয়াই ফুৰিবলৈও
মোৰ শক্তি শেষ হৈ আহিছে।

চাকনৈয়াত পৰি
এটা বিন্দুত
মই হেৰাই গৈছোঁ,
নামি গৈছোঁ
গভীৰৰ পৰা গভীৰতৰলৈ
গোহৰৰ পৰা গোহৰলৈ।।

★★

# পথৰুৱা গীত

তেতিয়াই যে আহিলোঁ
জলঙাৰে পোহৰ পৰোঁতেই
আৰু উভতি যোৱা নাই।

বনৰ চৰাইৰ মাতে মাতে
উটি গৈ আছিলোঁ
সেউজীয়া সোঁতে সোঁতে

এতিয়া দেখিছোঁ
গোটেই গা
ছিৰলি, ছিৰলি
হাতত উকা সঁজাটো।

আবেলিয়েই হ'লহি।
আন্ধাৰ হওক আৰু
আন্ধাৰ গভীৰ হওক।।

★★

# প্ৰতীক্ষা

অহৰহ জলপ্ৰপাত। অবিচলিত শিলৰ পাহাৰ।
কাষৰ গছ গজি বুঢ়া হ'ল। তাৰ আগৰ জোপাও।
তাৰো আগৰ জোপা। তাতকৈও আগৰ জোপা।
তাতকৈও। তাতকৈও।

★★

# স্নান

যেতিয়া লগৰীয়াই মাতিছিল
তেতিয়া
জোনাকৰ নদীত
গা ধুবলৈ নগ'লোঁ।

এতিয়া এডিঙি পানীৰ পৰা
উঠিবই নোৱাৰোঁ
জুই যেন ৰ'দৰ।

★★

# গোপন

ভালপোৱা
কি যে এক গভীৰ বেদনা
নদী বয় শিল ভাঙি
কঠিন মাটিৰ বুকুৰেদি
পাবলৈ শেষৰ সীমনা
ভালপোৱা কি যে এক
গভীৰ বেদনা!

সি বৈ থাকে
আন্ধাৰতো সি বৈ থাকে
মাথোন নেদেখি তৰঙ্গ তাৰ
নুশুনি ক্রন্দন।

★★

# বাৰিষা কদম

বসন্তৰ কথা মোক নুসুধিবা।
মই কেনেকৈ চিনি পাম!
সদায় সেমেকা বাৰিষাৰ মই
তৰুৱা কদম।।

★★

# সমীপেষু,

## সুনীল গঙ্গোপাধ্যায়

সৰুতে মাই কৈছিল ঃ
'আমনি নকৰিবা,
তোমাক দুখন পৰীৰ ডেউকা
আনি দিম।'
যন্ত্রণাৰ ধাৰাসাৰ তেজ
বৈ গ'লেও
মাক এই দুকুৰি বছৰ বয়সলৈ
মই আমনি নকৰাকৈ থাকিলোঁ,
পিছে, মায়ে কথা নেৰাখিলে।
দেউতাই সৰুতে কৈছিল,
ঃ "তইঁতক এদিন স্বাতী নক্ষত্রৰ নিশা
মুক্তামণি উদ্ভৱ হোৱা দেখুৱাম।
কাজিৰঙাৰ গহীন অৰণ্যত শুনাম
ধনেশ পখীৰ মাত।"
কথা নেৰাখি দেউতা
মনে মনে গুচি গ'লগৈ।

কেতেকী ফুল আৰু এটুকুৰা চন্দন
উপহাৰ দি তেওঁ মোক কৈছিল ঃ
"লাচকটা ঘৰ যেন
চহৰৰ মোৰ সেই ঘৰ।
বনগীত এটা হৈ পৰি থকা
নিজান গাঁৱৰ এই, গুণ্ গুণ্ সুৰ
বৰ শান্তিৰ আৰু বৰ অপৰূপ।
মোৰ তীৰ্থ ইয়াতেই হ'ব,
ইয়াতেই। আৰু ক'তো নাই।"
প্রহৰ সোণালী হ'ল
প্রহৰ ৰূপালী
প্রহৰ আন্ধাৰ হ'ল
বৈ, বৈ, দুচকুৰ মণি গলি গ'ল
নিৰ্জনতা ৰাখিবৰ বাবে
সমগ্র পৃথিৱী মই

অনায়াসে দলিয়াই দিলোঁ
তেওঁও সেই কথা
নেৰাখিলে।

সুনীল,
তুমি কৈছিলা ঠিক,
"কথা কেউ ৰাখে না"
ময়ো কওঁ,
"কোনোৱেই
নেৰাখিলে কথা।"

★★

# অব্যক্ত

পানীযুঁৰলিত হাত তিয়াই
দিনৰ পাছত দিন।

আঙুলিত খুটিয়াই
ক'ত যায় সেইবোৰ
লীলাৱতী, গৰ্ভৱতী মাছ?
শুহি লৈ যায় নেকি
আঙুলিৰে বৈ যাব খোজা
ইচ্ছাৰ জান-জুৰিবোৰ?

নিমাওমাও
জয়াল সন্ধিয়া
এবুকু।।

★★

# অন্ধকাৰ

মই মোক বহুদিন লগ পোৱা নাই
দিনে দিনে বাঢ়ি যায় পথৰ দূৰত্ব--
কতনা যোজন, হাজাৰ হাজাৰ যেন..

এনে লাগে যেন--
স্তৰ
স্তৰ
স্তৰৰ
পাছত
মই
অন্ধকাৰ আগ্নেয় গৰ্ভত!

অষ্টাঙ্গ মাটিত পৰি জুমি জুমি চাওঁ,
একোকে নেদেখোঁ,
নিৰন্ধ্ৰ এন্ধাৰ।

কেৱল জানো যে মই ইয়াতেই
এইখিনিতেই এদিন আছিলোঁ--
এইবোৰ শিল, ধূলি, বাঘঢকা, ফুটুকাৰ ফুলে
মেলাহিকে ছাটি থোৱা বনৰ মাজত।

★★

## ৰাতিৰ বাঁহী

ওৰেদিন বিভিন্ন কৰ্মব্যস্ততাত
মই শুই থাকোঁ।
সাৰ পাওঁ, যেতিয়া চকু মুদো ৰাতি।
আৰু গোটেই ৰাতি
শুকান হাড়ৰ স্তূপৰ মাজেদি সৰকি অহা
বাঁহীৰ এক কৰুণ সুৰ শুনোঁ।।

★★

## শূণ্য লগ্ন

বাটৰ কাষৰ আমন-জিমন মগনীয়াৰ দৰে
দিনবোৰৰ হাতলৈ মুখলৈ চাইছোঁ।

বেলি পাটত বহিল,
সন্ধিয়ালৈ
বেছি পৰ নাই।

★★

## ছাই

ৰু ৰুৱাই পুৰিছে, শুনা নাই?
চন্দন কাঠৰ জুই।

মোৰ বুকুৰ কাপোৰখন
গুচাই চোৱা—
এমুঠি ছাই।

★★

## দুখৰ পাহাৰ

বুকুৰ
চুলি যেন সাকো ডালতে
দুখৰ পাহাৰটো।
বালিত পোত যোৱা
নৈখনে কিনাইছে।

বুকুৰ
ঠিক লাহি শিৰডালতে
দুখৰ পাহাৰটো।
বালিত পোত যোৱা
নৈখনে কিনাইছে।।

★★

## সংঘৰ্ষণ

মূৰত ভাগি পৰিছে আকাশ,
বুকু দি পৰিছো শিলত।
গুহাৰ মাজত টিঙিৰি জ্বলিছিল--
শিলৰ বুকুত শিল.......।।

**

## এনেকৈয়ে

ফুলৰ কলি এনেকৈয়ে সৰে
ভৰুণ নদী এনেকৈয়ে মৰে--
নির্বিকাৰৰ
ধূলিৰ ধুমুহা বলিলে।

**

## সোণালী ফিছ্বাৰ মাছ

আন্ধাৰ জলাশয়টোত
কক্‌বকাই মৰিল
সোণালী ফিছ্বাৰ মাছ

সি পানী কাটি গৈছিল
ফিছ্বাৰে,
সি পানী কাটি গৈছিল
বুকুৰে--
এদিন তাৰ শীৰ্ণ কোবাৰি ফালি
উবুৰি খাই পৰিল
সেই ভয়ঙ্কৰ সমুদ্ৰ--
একেখিনি পানী।

সি পানী খালে
পানীয়ে খালে--
সোণালী ফিছ্বাৰ মাছ।

**

# এজোপা গছ

মোক লৈ মোৰ যে
কি বিপদ!
একেবাৰে ঠৰঙা
অভজা
এজোপা গছ।
শিপাও নেযায় দূৰলৈ,
পাততো নপৰে
ৰ'দ,
ভাগিও নভগা
আজলমঠালি
মথ।
কি বিপদ!

★★

# জৰাজীৰ্ণ

কতদিন হ'ল!
বুৰিলে ঘৰ,
উঁৱলে
শালৰ শিপা।
ৰ'দ আহিবনে?
থাকিব নে বাৰু
পচা জপাটোত
ৰ'দত
দিবলে'
কিবা!!

★★

# স্মৃতি

মই চকু মেলাৰ লগে লগেই
সিহঁত আহে।
নেযায়গৈ।

কোমল কোমল হাতবোৰেৰে
পাছফালৰ পৰা দুচকু জপাই ধৰে
বুকুৰে পিঠিয়ে উঠি
মোক সাবটি থাকে
অন্য একো কৰিবলৈ নিদিয়াকৈ।

শেৱালিফুল কেঁচা ঘাঁহৰ বুকুলৈ
নামি যোৱাৰ দৰে
সিহঁতৰ আলফুল স্পৰ্শ
মোৰ তেজৰ গভীৰলৈ নামি যায়,
চকুৰ টোপালেৰে সৈতে ময়ো নামি যাওঁ
আৰু দিনটো উমলি কটাই দিওঁ।

★★

## কৰুণ প্ৰহৰ

কপডুৰ ৰুণত ৰ লাগি মোৰ ল'ৰালি
মোৰ যৌৱন
পাকঘূৰণি খাই খাই
ওলমি ৰোৱা শুকান বতাহত।
শেলুৱৈ ভৰা সেউজীয়া পুখুৰীটোৰ
থৰ পানীৰে নামি যোৱা ঘাটত
মোৰ বৰ্তমান।
শিলত পৰি ফাটি যোৱা
পকা ফলৰ গোন্ধত
মোৰ স্বপ্ন--
........ ....... .......
তলত
মাটি
আছে নে?
মাটি??

★★

## সাৰেং চৰাইৰ মাত

এদিন
গভীৰ ৰাতিৰ নিৰ্জনতাত মই শুনিলোঁ
মৃতজনৰ শুকান হাড়ৰ মাজৰ পৰা ওলোৱা
এটা চেপা বিননি।

প্ৰথম প্ৰথম মই সচকিত হৈছিলোঁ।
এতিয়া এই সুৰটো শুনিবলৈকে
কেতিয়া ৰাতি হয় তাৰ অপেক্ষাত
ছটফটাই থাকোঁ,
আৰু শ্মশান খনৰ মাজেদি যাওঁ--
সুৰটো সাৰেং চৰাইৰ
মাতৰ দৰে।

★★

## পথৰুৱা গীত

তেতিয়াই যে আহিলোঁ
জলঙাৰে পোহৰ পৰোঁতেই
আৰু উভতি যোৱা নাই।

বনৰ চৰাইৰ মাতে মাতে
উটি গৈ আছিলোঁ
সেউজীয়া সোঁতে সোঁতে

এতিয়া দেখিছোঁ
গোটেই গা
ছিৰলি, ছিৰলি
হাতত উকা সঁজাটো।

আবেলিয়েই হ'লহি।
আন্ধাৰ হওক আৰু
আন্ধাৰ গভীৰ হওক।।

★★

## এটা বাতৰি

বিৰিণাৰ দৰে বাঢ়ি অহা
তোমাৰ মোৰ কথাবোৰে
আমাক লুকুৱাই থৈছিল।

এতিয়া
তুমি গুচি গ'লা।
মোক আটায়ে দেখিছে
অনাবৃৰত!

★★

## আয়না

আটাইবোৰ আয়নাতে
মই তোমাৰ মুখ দেখোঁ--
ক'তো এখনো আয়না
বিচাৰি নেপালোঁ
য'ত দেখা পাওঁ
মোৰ মুখখন
এবাৰলৈ।।

**

## জোনাকী প্ৰহৰ

সঁজাল ধৰা আহিনৰ পথাৰৰ দৰে
তোমাৰ চিঠিখন হাতত লৈ থাকোঁতেই
মই টোপনি গ'লোঁ।
দেখিলোঁ জোনটোক এটা
সুমথিৰা টেঙাৰ দৰে
মই চুহি খাইছোঁ--
মোৰ গাৰ পৰা
সৰি পৰিছে
ৰূপালী জোনাক
জিৰ্ জিৰ্কৈ।।

**

## মৌনতা

তোমাৰ মৌনতাক
মই চুমা খাইছোঁ
আলফুলে, বৰ আলফুলে--
মোৰ ওঁঠত
লাগি আছিছে
তেজৰঙা মৌ
বাৰে বাৰে।

**

## তোমাৰ হাতৰ ৰ'দ

তোমাৰ হাতৰ ৰ'দ
দুদণ্ডৰ কাৰণে
পৰি থাকিবলৈ দিয়া
দুখৰ জলাশয়ত

তিৰবিৰাই থক
কঁজলা পানীৰ মুখ

গধূলি হয়, হয়
উৰি আহি জুৰি
পৰেহিহে লাগে
শাঁখিনী ৰাতিৰ শোক।।

## কৰুণতম

আহিনৰ পথাৰৰ গোন্ধ
কেনেবাকে নাকত আহি লাগিলে
মই হেৰাপাওঁ মোৰ দেউতাক।

দোকানৰ জাপভঙা
গামোচাৰ সুবাসত
মই হেৰাপাওঁ মোৰ আইক।

মই মোক
মোৰ সন্তানৰ কাৰণে
ক'ত থৈ যাম,
ক'ত??

**

## শব্দত

বন্দুকৰ শব্দত
ৰাতি পুৱায় নে?
ওহোঁ।
পুৱায়--
সেই চৰাইটোৰ মাতত
যি কুটি খায়
ৰাতিৰ আন্ধাৰবোৰ
লাহে
লাহে।

**

## বিহু

১

গাঁৱৰ গাভৰুবোৰে
কালিলৈকে বৈ আছিল
পেঁপাৰ মাতটো তাঁতত।

আজি সিহঁতৰ ভৰিত
নাচনী পথাৰবোৰে
ধূলিৰ জুনুকা আঁৰিছে।।

**

## বিহু

২

গাওঁখনত দুদিনলে'
দুখবোৰ পোত গ'ল
দুবৰি বনৰ গুৰিত।

ল'ৰাবোৰে উৰুখাচাল
সূৰ্যৰ জোনাকেৰে
চাইছে।।

**

## বিহু

৩

টোপাটোপে সৰা
কুলিৰ মাত
গাঁৱৰ ল'ৰা-ছোৱালীহঁতে
জেতুলীপকাৰ দৰে
হাবিখনত
বিচাৰি খালে।

এতিয়া সিহঁত
পখিলা।।

**

## বহাগ

১

এনেকুৱা লাগে—
যেন কচক্ কচক্কৈ উঠিব
কুমলীয়া তিয়হঁৰ কেঁচাখিনি।

এনেকুৱা লাগে—
নদী যেন বৈ যাব
এখন এখনকৈ বাৰখন গাঁৱৰ
নিৰ্জনতা ভাঙি।।

★★

## বহাগ

জুই জ্বলিল
এডাল, দুডালকৈ
বাৰডাল পাকৰিগছত।
জুই জ্বলিল আৰু
নুমাই গ'ল।

ছাইৰ দ'মটোত
আজি দেখিলোঁ
সেউজীয়া হাবিৰ গোন্ধ লৈ
এটা সোণ-জ্বলমল
হৰিণা।।

★★

## বহাগ

৩

কুঁহিপাত এটাৰ দৰে
দুলি আছে গোটেই গাওঁখন
কেতেকী ফুলৰ গোন্ধত।

আহত গছৰ মাজেদি
সেউজীয়া বেলিটো।

দেহৰ বনত
কুলিৰ মাত
জুৰিৰ দৰে।।

★★

## বহাগ

৪

যেন কেউটা ডাল
দোঁ খুৱাই ফুলিছে
ৰ'দ আৰু জোনাক
একেলগে।

পথাৰমুৱা ভৰিত এতিয়া
বিহুনাচৰ বাগি।।

★★

# অন্য হেমন্ত

চকুৰ সৰিয়হ ফুল
পথাৰ ছানি ফুলিছে
দিনে দিনে।

কাঁচিৰ আগে
ফালি ফালি চায় বুকু।
ছিটিকি পৰে
ফিৰ্ ফিৰ্ কৰে--
তেজত থকা
মিৰিকাবুলীয়া
ৰবাব টেঙাৰ গোন্ধ।

চৰগ পৰা
বুকু কাটি নিয়া
নৰা।

★★

# বশিষ্ঠত দুপৰীয়া

সেউজীয়া ৰ'দবোৰ জিল্‌মিলাই আছিল
হাইতাল বৰণৰ বতাহত,
জিলিৰ মাত সোণাৰুফুলৰ দৰে
ওলমি আছিল
গভীৰ অৰণ্যৰ অ'ত ত'ত।

জিৰ্ জিৰ্ জিঁ জিঁ
জিৰ্ জিৰ্ জিঁ জঁ
শব্দৰ ধাৰাসাৰ বৰষুণত
মোৰ সমগ্ৰ সত্তা তিতি গ'ল--

হাতৰ আঙুলিৰ আগেদি
মই বৈ গ'লোঁ
অৰণ্যৰ গভীৰতালৈ,
ভৰিৰ তলুৱাইদি
মই বৈ গ'লোঁ
শিপাৰ গভীৰতালৈ,
উশাহত পোৱা বনৰ নিৰ্যাসত
মোৰ আত্মা লীন গ'ল
শিলৰ খোৰোঙত, জুৰিৰ পানীত,
জিলিৰ মাতত, বনৰীয়া লতাত,
ওখ গছবোৰৰ পাতত।

ৰৈ থাকিল সাক্ষী হৈ
নিৰ্জন সেই দুপৰীয়াটো।

★★

# হৰিণাটো

বাৰিষাৰ টল্‌মল্ পানীত
মুখখন দেখোতে নেদেখোতেই
পানীবোৰ নাচি নাচি যায়গৈ।

ফুটুকা ফুটুকী হৰিণাটো
এইবাৰ জুৰিটোৰ ফালে
আহিল।

শুকাই অহা জুৰিটোৰ পানীত
নিজৰ মুখখন হৰিণাটোৱে এইবাৰ
ফটফটীয়াকৈ দেখিলে।

হৰিণাটোৱে একান্তভাৱে
হেমন্তৰ জুৰিত
নিজকে চালে
আৰু নিজৰ মুখখন মৰম কৰিবলৈ
পানীযুঁৰলিত আঁঠুকাঢ়ি
দুয়ো ওঁঠ আগবঢ়াই দিলে—
পানীলৈ।

★★

# মৰ্মান্তিক

তেওঁক মই যোৱাগৈ দেখিছিলোঁ
বেলি লহিওৱাৰ পৰত
পথাৰৰ বাঁকিয়াইদি।

মূৰত জাপি,
কান্ধত মেটমৰা দুটা ডাঙৰিৰ
জিৰিক্ জিৰিক্ মাত।

তেওঁৰ পাছে পাছেই গ'লগৈ—
আঘোণৰ সোণবৰণীয়া ৰ'দ,
খেৰৰ চুবুৰীটো, বাঁহ বননিৰ
কেঁচা আলিটো
আৰু গান গোৱা চৰাইজাক।

গৈ আছিল আৰু গ'লগৈ।

কোনে জানে
তেওঁ আৰু এই জন্মত
উভতি আহিবনে নাহে!!

★★

# সুদীৰ্ঘ দিন আৰু ঋতু

[১৯৮৩ চনৰ বাবে সাহিত্য একাডেমি পুৰস্কাৰপ্ৰাপ্ত]

ড° নিৰ্মল প্ৰভা বৰদলৈ

# মোৰ মনৰ এষাৰ

জীৱনতকৈ ডাঙৰ কবিতা আৰু কি আছে!

জীৱন এক অনন্ত কবিতা— বুজাৰ নুবুজাৰ, জোনাকৰ, ধুমুহাৰ, নোপোৱাৰ, পোৱাৰ, পাই হেৰুওৱাৰ, কোমলতাৰ, কঠিনতাৰ, পোহৰৰ, অন্ধকাৰৰ, নিসঙ্গতাৰ, অসহায়তাৰ, সত্য উচ্চাৰণৰ, প্ৰতিজ্ঞাৰ, সৌন্দৰ্যৰ, স্বপ্নৰ, শোষণতাৰ, দগ্ধতাৰ, কাতৰতাৰ, আৰ্ত্তনাদৰ, অশ্ৰুৰ,.......।

সুদীৰ্ঘ দিনত প্ৰতিবিম্বিত হৈছে জীৱন। এই জীৱন একে সময়তে ব্যক্তিগত, একে সময়তে সামাজিক, সামূহিক। দৃশ্য-অদৃশ্য, গভীৰ সুগভীৰ তাৰ অভিজ্ঞতা— বিভিন্ন তৰপত -- নিজস্ব পটভূমিত।

ঋতুত আছে ইম্প্ৰেশ্যন।

এই সংকলনখনিৰ এশ চাৰিটা কবিতাৰ ভিতৰত মাত্ৰ এঘাৰটা কবিতাহে মোৰ আগৰ সঙ্কলন কেইখনৰ পৰা আনি সন্নিবিষ্ট কৰা হৈছে। বাকী প্ৰায় আঠাইখিনি কবিতা (কোনো সঙ্কলনত নথকা) উনৈশ শ বিৰাশী চনৰ বিভিন্ন সময়ত লিখা। অসমত তেতিয়া অস্বাভাৱিক প্ৰহৰ।

বাটচ'ৰাৰ কবিতাকেইটা মূল কবিতাগুচ্ছৰ এক তোৰণ স্বৰূপ। ঋতুৰ কবিতাকেইটা দগ্ধপ্ৰহৰত জীৱন বিচাৰোঁতে হেৰাই পোৱা একোটোপাল যেন নিয়ৰ। সুদীৰ্ঘ দিনৰ গান সুদীৰ্ঘ দিনৰ কবিতাসমূহৰ "বিস্তাৰ" (সুৰৰ ভাষাত) বুলিয়েই সহৃদয় পাঠকে ধৰি ল'ব।

মোৰ আগৰ কবিতাৰ চাৰিটা সঙ্কলনে পাঠকৰ পৰা আশাতীত সমাদৰ পাইছে। তাৰ কাৰণে পাঠকলৈ অকুণ্ঠ কৃতজ্ঞতা জনাই একে সমাদৰ এইবাৰো আশা কৰিছো।

গুৱাহাটী
ডিচেম্বৰ '৮২

নিৰ্মলপ্ৰভা বৰদলৈ

# বাট চ'ৰাৰ কবিতা ঃ

## বাট চ'ৰাৰ কবিতা

সপোনৰ দেশৰ
বাটচ'ৰাতে
সময় গ'ল
ঠেলা-হেঁচাত।

বুৰ মাৰিলে
হীৰা মুকুতাৰ দৰে
দিনৰ বেলি
ৰাতিৰ জোনে
ৰাতিৰ বেলি
দিনৰ জোনে

মুখ চুপতি
আৰু
কাগজৰ সাকোঁত
ভৰ দি
ভৰি দি
সপোন দিঠক
দুয়োটা এতিয়া
তল যাওঁ
ওপঙো।

**

## সমুদ্ৰ শঙ্খ

যাৰ বুকুত
বাঁহী
তেওঁৰে হাতত
শঙ্খ

বুকুত বাঁহী
মুখত শঙ্খ
বাঁহীত যেনেকৈ
নৈ
শঙ্খত তেনেকৈ
সময়

শঙ্খ
সমুদ্ৰৰ.......
সমুদ্ৰ
আমাৰ
ৰক্তৰ
তৰঙ্গেৰে।

**

# অভিষেক

(ঋক মন্ত্ৰৰ)

শিলে কথা কওক।
আমাৰ স্তুতি
শব্দ কৰা
শিলৰ কাৰণে।
শিলৰ শব্দ
কেতিয়াবা
ঘোঁৰাৰ মুখৰ
হাঁহিৰ দৰে,
কাঁঠ হাঁহিৰ দৰে,
পখীৰ
অন্তৰীক্ষৰ
গানৰ দৰে।
শিলে কথা কওক।
গোট মৰা শিলৰ সময়ে।
শিল আৰু শিলৰ
সংঘৰ্ষৰ মাজত থকা
সোম স্বৰূপ জীৱন
বৈ যাওঁক
পোহৰ হৈ
অমৃত হৈ

হে শিলবিলাক
তোমালোক নভগা,
ফাটি নোযোৱা,
নমৰা,
নিৰোগী,
অজৰ হোৱা।

★★

# ঋক মন্ত্ৰৰ দৰে

মোৰ সোঁহাতৰ আঙুলিত
উৰি আহি পৰা
কপিঞ্জল চৰাইজনী
সোঁপিনে মাতা
সোঁপিনে
অৰ্থব্যঞ্জক
সোঁপিনে
সু মঙ্গল
বৰ্ষণ হওক

কপিঞ্জল চৰাইজনী
অৰ্থপূৰ্ণ ভাবে
মাতা
নাৱৰ গুৰিয়ালৰ
দৰে
গীত গোৱা
সোঁপিনে
সুমঙ্গল
বৰ্ষণ হওঁক।

★★

## সৰ্ব্বস্ব

কোনে ক'লে মোক?
খোদিত কৰা
খোদিত কৰা
আনন্দ বিষাদৰ
শিহৰণ
আৰু
স্তব্ধতা।
কোনে ক'লে মোক?
খোদিত কৰা
খোদিত কৰা
পতাকাৰ গতি
আৰু
গতিৰ পতাকা
তীক্ষ্ণতাৰে
খোদিত কৰা
জীৱনক
মৃত্যুৰ
কষটি শিলত
কোনে ক'লে?
কাক ক'লে?
কিয় ক'লে?

খোদিত হওক
সৰ্ব্বস্ব।

**

## সত্য উচ্চাৰণ

চৰাইৰ বাহ
বতাহত লৰে
শিপা নাই
সময়ে
দুয়োমুৰে
পোৰে
নিস্তাৰ নাই
পানী আছে
কিন্তু
ৰণৰ দেৱীয়ে
তেজেৰে ধোৱে
সকলোতে।

**

## কবি

তেওঁৰ
দুয়ো চকু
ঠিক যেন
স্বচ্ছ আয়না
প্ৰতিবিম্বিত
তাত
সত্যৰ মুখ

তেওঁৰ
কণ্ঠৰ
শব্দত
সত্যৰ বিদ্যুৎ
তেওঁৰ
আঙুলিৰে
বৈ যায়
উচিতৰ
অনন্ত নিজৰা
তেওঁৰ নাম
কবি।

**

# এটা চেনিগেল লোকগাঁথা

## (আফ্রিকাৰ)

ঘোঁৰা ডাঙৰ
কাৰ মাজত?
ঘোঁৰাৰ মাজত
তথাপি সেৱা কৰে
কাক?
মানুহক।
নাৰী ডাঙৰ
কাৰ মাজত?
নাৰীৰ মাজত
তথাপি তেওঁ
সেৱা কৰে
কাক?
সন্তানক।
চিকাৰী ডাঙৰ
কাৰ মাজত?
চিকাৰীৰ মাজত
চিকাৰীয়ে
কি কৰে?
সেৱা
কাক?
গাওঁখনক।
গায়ক ডাঙৰ
কাৰ মাজত?
গায়কৰ মাজত
তথাপি তেওঁ
গীত গায়
ৰজা আৰু
বিষয়াৰ কাৰণে।
সেনাপতি ডাঙৰ
কাৰ মাজত?
সেনানীৰ মাজত
তথাপি তেওঁ
সেৱা কৰে
কাক?
নিজৰ খেলক।
ৰজা ডাঙৰ
কাৰ মাজত?
ৰজাৰ মাজত
তথাপি তেওঁ
কি কৰে?
সেৱা।
কাৰ?
প্ৰজাৰ।

★★

# মৰ্ম বেদনা

ঝাডুৰ আগৰ
ধূলি হ'বলৈ
মোৰ
বুকুত লাগে
ঝাডুৰ আগৰ
ধূলি হোৱা
দেখিলে
মোৰ বুকুত লাগে
আমাৰ দুয়োহাতে
সূৰ্য প্ৰণাম কৰে
মনে প্ৰদক্ষিণ কৰে
সূৰ্য
তথাপি
আমি দীন, করুণ
মানুহৰ
পৃথিৱীত,
বন্দী পৰিস্থিতিৰ
পোতাশালত।
জন্মতে মানুহ
মুক্ত।

★★

# সুদীৰ্ঘ দিনৰ কবিতা ঃ

## এনেকৈয়ে

এনেকৈয়ে
দিন পাৰ হয়
অ'ত ত'ত ধৰি
থিয় হৈ
ভগা দলঙত গৈ
এচেৰেঙা ৰ'দ লয়
যদি পায় ৰ'দ
সেঙেতা শেতেলীত
পৰি, কোঙা হাত-ভৰি
কুঁচি মুচি,
আন্ধাৰলে ঠাই এৰি
নিজৰ পাটীত
আন্ধাৰ মুন্ধাৰ
কৰি
মুখ।

★★

## এটা এটাকৈ

এটা এটাকৈ
সকলো তৰা
মাৰ গ'ল

অন্ধকাৰ ৰাতিটোৰ
দুৱাৰ ৰখীয়া হৈ
মোৰ
বোবা
হৃদয়।

★★

## নিজান বাঁহীৰ সুৰ

ক'ত চেপা খাই
ক'ত লুকাই
হেৰালি অ'
নিজান বাঁহীৰ সুৰ

কোন অতলৰ তলিত
তই
সদায় সজল
কোন কদমৰ পাহিত
তই
বাঁহৰ পাতে
উচুপি থকা
চেঁচুকৰ যুঁৱলীত
চকা চমকা
বেলিত নে
তই
চকা চমকা
পানীত নে
তই
কোন এৰাবাৰীৰ
ঢাপত
টেঁপাই তিতা হৈ
ৰ'দ নাই
অকণ
ৰ'দ নাই
তোৰ বাবে
চাওঁতে চাওঁতে
চকুৰ আগতে সুগোল হাঁহিয়ে
মাৰিলে বুৰ
অ' মোৰ নিজান
বাঁহীৰ ৰ'দ আকলুৱা সুৰ।

★★

## ব্যৰ্থ প্ৰহৰ

কাণপাতি বৈ আছোঁ
অন্ধকাৰৰ চিৰিৰ কাষত
হাজাৰ বছৰ।
এনে লাগে
চব অৰ্থহীন
প্ৰাত্যহিক সূৰ্য দেখা
নৈশিক শৰীৰৰ গান
কুশল প্ৰশ্ন
পৰস্পৰ
কাণপাতি বৈ আছোঁ
অন্ধকাৰ অহা-যোৱা কৰে
চকুৰেদি হৃদয়েদি
অন্ধকাৰত চকু পাতি
অন্ধকাৰ বুকু পাতি
অন্ধকাৰত
অন্ধকাৰত।

★★

## অন্তৰালত

শেতেলিৰ শিতানত
প্ৰাতঃসতে দেখোঁ যাক
সেয়া মনস্তাপ
হাঁহি মাৰি কয়
"সু-প্ৰভাত!"
উত্তৰত মনে মনে
যি কওঁ
তাৰ অসম্ভৱ
অনুবাদ!
থৰক্ বৰক্ মই
চামুচেৰে তেজৰ টনিক
কেতিয়াবা, কোনোবাই
দি যায় জিভাৰ আগত
হয়তোবা
কোনোবা কবিয়ে
প্ৰভাত ফেৰীৰ ধ্বনি
শুনো সপোনত
গাঁতত সোমোৱা
দুচকুৰে ভাবো
টনিকৰ অৰ্থ নাই
যাৰ নাই
দেহাটো থিয় কৰাবলৈ
এগৰাহ ভাত।
অকঁৰা মুৰীয়া খণ্ডক
ঠাই দিবলৈ
চাল-বেৰ নাই
তেনেই ফুটা দেহা
নাই দ' গাঁত
বাটে-পথে
আলি-কেকুঁৰিত
অঘৰী খণ্ডৰ দেহি
ডিঙি ফটা মাত।

★★

# অন্ধকাৰত

মই মোক বহুদিন লগ পোৱা নাই
দিনে দিনে বাঢ়ি যায় পথৰ দূৰত্ব.....
কতনা যোজন, হাজাৰ হাজাৰ যেন.....
এনে লাগে যেন
স্তৰ
স্তৰ
স্তৰৰ
পাছত
মই
অন্ধকাৰ আগ্নেয় গৰ্ভত
অষ্টাঙ্গ মাটিত পাৰি
জুমি জুমি চাওঁ
একোকে নেদেখোঁ
নিৰন্ধ এন্ধাৰ!
কেৱল জানো যে মই ইয়াতেই
এইখিনিতেই এদিন আছিলোঁ
এইবোৰ শিল, বালি, বাঘঢকা, ফুটুকাৰ ফুলে
মেলাহিকে ছাটি থোৱা বনৰ মাজত।

★★

# দুখৰ বানত

দুখৰ বানত হাউলি পৰিছে ঘৰ
তাৰ উঁৱলি পৰিছে শিপা

ৰ'দ আহিবনে
থাকিবনে বাৰু
পচা জপাটোত
ৰ'দত দিবলে কিবা?

★★

# শূণ্যতাৰ স্বাদ

শস্যৰ প্ৰতিটো শিহতে
এটোপাল লুণীয়া তেজ
তেজৰ প্ৰতিটো কণিকাতে
শব্দৰ কালিকা
প্ৰতিটো শব্দতে
আন্তৰিকতা
সমস্ত সত্ত্বা।
শব্দত সময়
শব্দত তেজ
শব্দত শস্যৰ বীজ
শব্দত শস্যৰ শিহ
শস্যৰ সুগন্ধ
শব্দত সত্ত্বা।

শব্দত সত্ত্বা?
এতিয়া?

এতিয়া
শব্দত সংজ্ঞা
সজ্ঞাত তেজ
তেজত সময়
শিহত শূন্যতা
আঃ
শূণ্যতাৰ কি স্বাদ!!

★★

# সুদীৰ্ঘ দিন-ৰাতি ধৰি

সমগ্ৰ দিন
এনেকৈয়ে
সমগ্ৰ দিন
সমগ্ৰ ৰাতি
এনেকৈয়ে
মোৰ ইচ্ছাৰ ঘৰটোত
মই পায়চাৰী কৰোঁ
অন্ধকাৰ জৰাজীৰ্ণ
কোঠাটোত বহি
কেৱল পায়চাৰী

মই শুব নোৱাৰো
মই উঠিব নোৱাৰোঁ
জানো, হুকটো
অলপ ওপৰতে
হাত তুলিব নোৱাৰো
মই মাতিব নোৱাৰো
কেৱল পায়চাৰী
কেৱল অন্ধ, উদাসীন আশা
এদিন কিবা এটা হ'ব
এনেকৈয়ে।

★★

# বুৰ যোৱাৰ কণ্ঠ

অসহায়তাৰ
কাৰাগাৰত
হাত-ভৰি
ছিগি-ভাগি
আহিছে।
ক্ৰোধৰ
বৰষুণ
ষড়যন্ত্ৰৰ
ভূমিকম্প
তিতিম
নে
কঁপিম
নে
যুঁজিম
কাৰাগাৰৰ
বুকুত মোৰ
কমলাকুঁৱৰী মাত
লাহে লাহে
বুৰ গৈছে
"শুনকচোন শুনক মোৰ
বঙহৰ দেৱতা
পানীয়ে এমুখে হ'ল"
ক'ত মৰো এতিয়া
ক'ত মৰো!!!

★★

# জিজ্ঞাসা

কাৰ কাৰণে মই? কাৰ কাৰণে কৰিব অস্তিত্ব?? শিপাৰ গান কি ফাগুনতে থাকে? কোন বাঁহীত আকালৰ মাত?? কোলাহলত তল পৰে ক্ষীণ কণ্ঠস্বৰ। বিপন্ন পৃথিৱী। কাৰো মাত কোনেও নুবুজে। মূল্যহীন অহিংসাৰ ক্ষুৰধাৰ সৰ্বোত্তম বাণী। কঁপি উঠে ভয়াবহ নিসঙ্গতাত খণ্ড খণ্ড অখণ্ড পৃথিৱী।

★★

# কাৰ মুখ চাই

কাৰ মুখ চাই
জীয়াই থাকো?

দিন বন্ধো
বন্ধো ৰাতি
কাৰ মুখ চাই??

দগ্ধ দিনৰ
ভস্ম সানি
তাণ্ডবৰ প্ৰস্তুতি
তাৰো আশা নাই।

নিৰুৎসাহত
উভালি পৰে
অৱশিষ্ট শিপা

বেসুৰা
বিলাপৰ শয্যা

সংলাপ
কাৰ মুখ চাই??

★★

# ভয়ঙ্কৰ সোঁত

ভয়ঙ্কৰ সোঁত
খেদি আহিছে
সমুখৰ পৰা
আতঙ্কিত
পিঠি দি
আতঙ্কিত
ভয়ঙ্কৰ সোঁত
খেদি আহিছে
খেদি আহিছে
মই উৰি যাব
খুজিছোঁ
পৰা নাই
বতাহ হ'ব
খুজিছোঁ
পৰা নাই
পাহাৰ হ'ব
খুজিছোঁ
খহি খহি
পৰিছোঁ

কাণত
হাত দিছোঁ
চকু মুদি দিছোঁ

মুখ দিছোঁ
পিঠি দিছোঁ
মুখ দিছোঁ
পিঠি দিছোঁ

অস্......

★★

# সমাগত

তেওঁ অহাৰ কথা
তোমাৰ দৃষ্টিৰ ক্ষুৰধাৰেদি
তেওঁ অহাৰ কথা
তোমাৰ তেজত
তোমাৰ সংকুচিত হাত
প্ৰসাৰিত কৰা
আৰু
মুঠি মৰাৰ মুদ্ৰাত।।
তেওঁ আহিব খোজে
আৰু বাৰে বাৰে
উভতি যায়
কুঞ্চিত ভ্ৰূ আৰু
নিৰুপায় মুখভঙ্গীৰে
উভতি যায়
ক্ৰোধৰ অনুচ্চাৰিত
অভিশাপেৰে
তেওঁ উভতি যায়
ওলমি পৰা
মুৰ দেখি
মুহূৰ্তৰ মোহত বন্দী
বিবৰ্ণ ঘোলা দৃষ্টি দেখি
প্ৰসাৰিত হ'ব লগা হাত
স্ব মৈথুনত আবদ্ধ, সঙ্কুচিত দেখি

তেওঁ কেতিয়াবাই আহিলেহেঁতেন!

★★

## বৈ বৈ গ'ল

বৈ বৈ গ'ল
বৈ গ'ল
বুকু
মাটিলৈ
ৰঙা হৈ
মাটি
লৰি-চৰি
নেদেখা হৈ
মাত
টোপাটোপে
অৰণ্যত
ৰোদন হৈ
বৈ গ'ল
বৈ গ'ল
বৈ গ'ল
সময়
মাটি
বুকু
নিঃশেষ হৈ
বৈ গ'ল
বৈ গ'ল
বৈ গ'ল
অস্
বৈ গ'ল
বৈ গ'ল
গ'ল।

**

## দুখন হাত

আঃ মোৰ দুখন হাত!!
মোৰ দুখন হাত
হালি নপৰাকৈ
দেহাটো ৰখা
সাৱটি ৰখা
ভঙা বুকু
সাৱটি থকা
মোৰ দুখ হাত

হাত দুখনৰ
কাৰণে মই
ৰাতিৰ ৰাতিটো
ফেকুঁৰি কান্দো
আন্ধাৰতো
নোৱাৰিলো ৰুব
আকাশমুৱা কৰি

ৰোৱা হ'লে
আঙুলিত তাৰ
নাচিলহেঁতেন
ডালিম ফুলৰ বৰণীয়া
কুঁহি কোমল পাত
দুই তলুৱাত
উমলি উমলি
থাকিলহেঁতেন সুগোল পুৱাৰ মুখ
প্ৰত্যয় ভৰা জিক্‌মিক্ এক মাত
আঃ মোৰ এই দুই হাত
জন্তুৰ নেজৰ দৰে
অৰ্থহীন হৈ
ওলমি থকা
মোৰ এই দুই হাত!!

**

## বিহুৰ কাঁড়

আততায়ীৰ দৰে মূৰৰ শিতানত অহৰহ অদৃশ্য ষড়যন্ত্ৰ। মূৰত হাতুৰী, পিঠিৰ পিনে ছুৰি, সমুখৰ পৰা বিহলগা কাঁড়। দিনে দিনে বুজি পাইছো হাতুৰীৰ ওজন। ছুৰি হাড়ত লাগিছেগৈ। অমৃতেৰে ধুইছো আজুৰি অনা বিহুৰ কাঁড় সুদীৰ্ঘ দিন জুৰি।

ক'লা বিষ গাখীৰত বগা হয়নে?

**

## কতখন মুখ

তেজৰ কোলাহলত
কাণ ফাটি যাওঁ
ফাটি যাওঁ কৰে
বিদ্ধ কৰে সহস্ৰজলাৰে
ভজনৰ শাস্ত্যতীত বৃত্ত

দাপোণত মুখ চাওঁ
এখন মুখতে দেখোঁ
কতখন মুখ, কতখন মুখ
কতখন মুখ আৰু মুখ
আৰু মুখ।

ভয়ত চীৎকাৰ কৰোঁ
নিজৰে ভয়ত
পুৰাৰ কাৰণে লাগে
এখনেই মুখ
মোক, তোমাক
আৰু
তেওঁক
নহ'লে নহ'লে
এইহ মুখ, মুখাবোৰ লৈ......??

**

## নিৰন্তৰ

অস্থিৰতাৰ মূল কি! নিহত কৰিছো প্ৰতি মুহূৰ্ত স্বসংগ্ৰামত। বিপৰীত দ্বন্দ্বত শয্যাশায়ী সত্বা। গলীৰ ৰাওচালিত থানবান শিল্পৰ ভূমিকা। ওলোটাই ওভোটাই মৰা বিৰামবিহীন বতাহত বিধস্ত ঘৰ। ভয়ানক ক্ৰোধ, পিঞ্জৰাবদ্ধ বাঘিনীৰ ক্ষুৰ দাঁত। ছিৰা-ছিৰি কৰোঁ নখেৰে বুকুৰ সোণালী ৰঙৰ ফুল। থেকেচা মাৰি থিয় কৰি দিওঁ পানী চপ্ চপ্ শিমলু তুলাৰ দেহ।

**

## যুগ যুগ

"মৰা গছে ছাঁ নিদিয়ে।"

হাঁয় অন্ধ!
মৰা গছৰ মুখলৈ চাইয়ে
যুগ যুগ।

**

## চাৰিওকাষ ৰঙা

মৃত্যুৰ লগত
জীৱনে
বাস নকৰে

স্মৃতিবোৰেও
উভতি চাই
কান্দিছে
পুতৌত

ভৱিষ্যতৰ
চকুত
চকু থৈছোঁ
চাৰিওকাষ
ৰঙা হৈ
পৰিছে।।

★★

## প্ৰতিচ্ছবি

তথাপিও
দাপোনখন
মই
হাতত লৈছোঁ
তোমাৰ বেলি
মোৰ বেলি
একেটাই

ই
বুৰ
গৈছে

তাৰ ছবি
প্ৰতিচ্ছবি
কৰুণ,
কঠিন,
কঁপি
নকঁপি
কঁপি........

★★

# শৰত নেকি !

লাহে লাহে
আটাইবোৰ
পকি আহিছে।

ৰ'দত
কেঁচা ঘৰবোৰ
হৈ চৈৰ
শিপাই শিপাই
দুখবোৰ

ছাঁবোৰত
বাঘ-গৰু খেলা
হাতবোৰ

বন্ধ জুইত
দেহাবোৰ
ইটাৰ দৰে
সময় পকিছে
চেংচেঙীয়া
সুঘ্ৰাণ
তাৰ
বতাহত।

★★

# অন্তৰ্বাস্তৱ

ৰঙা আকাশখন দেখা
ভয়ঙ্কৰ কথা

ৰঙাবোৰ কজলা
লাহে লাহে
ক'লালৈ
ৰূপান্তৰিত হৈছে

ৰঙা সূৰ্য
আকাশ
চিৰি
সকলো
বৈ
আহিছে

স্বৰ্গত দেৱতা
আছেনে
এতিয়াও ?

প্ৰতাৰণাৰ
তেজেৰে
আকাশ
ৰাঙলী।

★★

## কঁাইটৰ প্ৰহৰ

তোমাক
অনুভৱ কৰিছোঁ
গভীৰত

মূৰত
কঁাইটৰ
মুকুট
লাহে
লাহে
গজি
উঠাৰ
পৰ্বত।

★★

## পোৰাৰ গোন্ধ

জয়াল দুপৰীয়াৰ
নিৰ্জনতা
কঁাহ পৰি জীণ গৈছে।

ক'ত কি পুৰিছে?
কেউপিনে পোৰাৰ গোন্ধ

শুনিছানে
মৌ ডিমক যেন
মাত-কথাবোৰ পুৰিল
মুগা বৰণীয়া আবৰণৰ আঁৰৰ
সোণ হালধীয়া আঠাবোৰ পুৰিল

তুলসী তলৰ
চাকি পোৰাৰ গোন্ধত
আকাশো পুৰিল

বন পুৰিল
মন পুৰিল
বন পুৰিল

পোৰা গোন্ধৰ ঘাটত
নুপুওৱা বাতি।

★★

# চকুলো বুলিলেই তেজ

এতিয়া চকুলো বুলিলেই তেজ। হৃদয় সেই তেজ পুনৰ পান কৰা। স্নান কৰা, অন্ধকাৰত বুৰ মাৰি। আশ্বস্ত হোৱা, আশ্বস্ত হোৱা। কাউৰীৰ পাখিয়ে আকাশত দাগ নেকাটে। ৰাতিৰ অন্য নাম হিৰণময় সূৰ্য্যৰ মখমল পথ।

★★

# মোৰ বুকুত

মোৰ ভুমিকা মোৰ। তোমাৰ ভুমিকা তোমাৰ। তোমাৰ চকুৰ পোহৰত মই বাট দেখিম কেনেকৈ। দ্বন্দ্বৰ অন্ধকাৰতে মোৰ শিপা ৰোপিত হ'বলৈ দিয়া। জুইকুৰা তোমাৰ হাততহে। মোৰ বুকুত।

★★

# অকস্মাৎ

অকস্মাৎ
শুনিলোঁ
ক'ৰ মাত?
শিৰে শিৰে
বৈ গ'ল
জ্যোতিৰ প্ৰপাত

ক'ৰ মাত
অকস্মাৎ?

হঠাৎ উজ্বলি উঠে
আন্ধাৰৰ বাট
(ঘোৰ অন্ধকাৰ, শিলা বৰষিছে)
কি জানিবা
উপজিল
জগন্নাথ!

গোপাল
তোমাৰ
মুখৰ মাজতে
দেখিলোঁ
জগত অকস্মাৎ

★★

# আগ্নেয় পতাকা

সেউজীয়াৰ খেতি কৰা গজলীয়া মই এক সুতীক্ষ্ণ আগ্ৰহ। সজাত নথকা তুমুল প্ৰচণ্ডতা মই দায়বদ্ধ সত্যৰ বেদীত। নিমগ্নতা কঠিন শ্ৰমত। আতঙ্কিত অস্তিত্বই গৰ্জি উঠে সমুদ্ৰৰ দৰে। দিকে দিকে সাহসৰ আগ্নেয় পতাকা।

**

# মোৰ তেজত

জানানে মই
খণ্ডাল কিয়
মোৰ পিতা?

জানানে মই
কঠোৰ কিয়
পিতামহ?

মোৰ
তেজত
মই নাই

এতিয়া
মোৰ
ভৱিষ্যত।

**

# শুভ বাৰ্তা

নাকান্দিবা

তোমাৰ
জীৰ্ণ আবেলিটো
আজিৰ
প্ৰভাতৰ সতে
সলাই লোৱা

অন্ধকাৰ
কেৱল এক
আৱৰণ

এই শুভবাৰ্তা
খোদিত কৰা
প্ৰতিখন
হাতৰ তলুবাত।

**

# ঐক্যতান

কোনে প্ৰতিবাদ কৰিব?
অন্যায়ৰ প্ৰতিবাদ?
আহা একেলগে
থিয় হওঁ
সিহঁত সকলোবেই
কাপোৰৰ দৰে
জীৰ্ণ হ'ব
এদিন।

**

## ৰূপান্তৰ

কজলা মুখ লৈ
মই সূৰ্যৰ পিনে
চালোঁ

ক'লা মুখ লৈ
সূৰ্যৰ লগত মই
মুখামুখি হ'লোঁ
ঢলি অহা
এখন
ৰঙা আকাশৰ
তলত।

ক্ৰমান্বয়ে
মুখৰ ৰং
উৰি গ'ল
সূৰ্যৰ পিনে
উৰি আহিল
সূৰ্যৰ ৰক্তবৰ্ণ
মোৰ চকুলৈ
মোৰ ভিতৰলৈ
পূবৰ আকাশলৈ
চৰাইৰ গীত
বতাহত।

★★

## উৎস

সকলো
মহৎ চিন্তা
হৃদয়ৰ পৰা
সকলো
সোণালী শস্য
হৃদয়ৰ পৰা
সকলো বিপ্লৱ
প্ৰেমত।

★★

## মই ক'ম

তুমি
মোৰ
পাছত
থাকা

হয়,
মই
এনেকৈয়ে কম
অন্ধকাৰক
চিৰদিন।

★★

## মই আছোঁ

য'তেই তোমাৰ
হুমুনিয়াহ
ত'তেই গজি উঠে
মোৰ
প্ৰতিজ্ঞাৰ
শালগছ

য'তেই
তুমি অসহায়
ত'তেই
মোৰ কণ্ঠস্বৰ
"মই আছোঁ"

দিচাং
ৰাইন
মিচিচিপি
টেম্‌চ
সকলোতে
তুমি।

★★

## অশ্ৰু মচাৰ গান

চকুৰ পানীৰে
নিজৰ গালেই তিতে
নাকান্দিবা
চকুৰ পানীবোৰ
পিন্ধি লোৱা
বৰ্মৰ দৰে
নাকান্দিবা
চকুৰ পানীবোৰ
তুলি ধৰা
পতাকাৰ দৰে
গানৰ দৰে
তীক্ষ্ণ হওক
অশ্ৰু
উদাৰা
তাৰাৰ
দুয়োটা
পৰ্দাত।

★★

## দ্বন্দ্ব

শিপাই শিপাই
দ্বন্দ্ব নাই
শিপাৰ তলিত
আন্ধাৰ নাই
আন্ধাৰ আছে পোহৰত
আন্ধাৰ ওপৰত

জীৱনে জীৱনে
দ্বন্দ্ব নাই
দ্বন্দ্ব যদি আছে সেয়া
দ্বন্দ্ব আছে
পথত।

**

## মোৰ আই

মোৰ বুকুৰ মাজৰ
চেতাৰখনত
বজাই তোলা
মালকোশৰ সুৰ

আকাশত চকু থৈ
বিয়পিব খোঁজো মই
বিয়পি বিয়পি
মাটিৰ লগত
মাটি হৈ
সুগন্ধৰে
একাকাৰ হওঁ

আকাশেদি উৰোঁ মই
তীব্ৰতৰে তীব্ৰ গতি হৈ
ঘ্ৰাণ পাওঁ

মোৰ আই
সকলোতে আই।।

**

# সংক্ৰান্তিত

তোমাৰ ওচৰলৈকে
বাৰে বাৰে মই
উভতি আহোঁ

ক'লা অজগৰৰ
জপটিয়াই ধৰা
মেৰ আঁতৰাই

তোমাৰ সুগন্ধি
আশ্ৰয়ৰ নিৰ্যাস
মই আঁঠু কাঢ়ি লওঁ
সাৱটি ধৰোঁ তোমাৰ
হিৰণময় নাম
জ্বলাই থওঁ মোৰ
নুনুমুৱা
কেঁচা হালধীয়া
আগ্ৰহ।
কি আশ্চাৰ্য শিহৰণত
হেৰা পাওঁ
মোৰ অতীত
কি আশ্চাৰ্য শিহৰণৰ
নিয়ৰে
জ্বলমলাই
তোলে
মোৰ
শৈশৱ।

**

# নিবিড় নিমগ্নতা

শূণ্যত একো ওলমি নেথাকে। মই মোক দেখোঁ তোমাত। কুমলীয়া ৰ'দ, আঘোণৰ নৰা, হালধীয়া পখিলা, নদীৰ সুগন্ধ, চৰাইৰ কুৰুলী, জোনৰ পোহৰ, ফলৰ সুমিষ্টতা, সেয়েতো মই। সেয়েতো তুমি।

মোৰ গৌৰব! মোৰ গৰ্ব!
মোৰ শ্যামলিমা!
তোমাক সাৱটি
সাৱটো মই
নিজকে
নিবিড় নিমগ্নতাত।

**

# কি সুৰে

তই
বজাৱ
কি সুৰে বেণু??

তাৰেই
ছায়াত
বুকুৰ মাজত
ৰাগৰ
ৰামধনু!!

**

# আকাশ দেৱতা

মই সুধিছিলোঁ
মোৰ আকাশ কেনি?
সমুখত তুমি তুলি ধৰিলাহি
নীলা নয়নৰ মণি।

মই সুধিছিলোঁ
মোৰ দেৱতা কেনি?
তুমি দেখুৱালা পথৰ কাষৰ
সকৰুণ মুখখনি।

**

# ৰূপ অৰূপ

শস্যতে দেহ। দেহেৰেই শস্য
নদীত বুৰ যায় মাত,
মাতত‌ে নদী, চৰাইৰ কুৰুলি,
বতাহ, ধুমুহা, বিজুলী

সুগন্ধ চেতনাত
চেতনা বতাহত

উখল-মাখলতা
এবাৰ ফুল হৈ
এবাৰ গীত হৈ

এনেকৈয়ে সলনা-সলনি
হৈ থাকে ৰূপ।

**

# সাকোঁ

কপৌৰ ৰূপ,
ধানৰ ফুল,
সৰিয়হ ফুল,
চিফুং বাঁহীৰ মাত
...... এইবোৰতে আৰম্ভণি
শিহৰণৰ।

আইয়ে কয়
এইবোৰেই
সাঁকো
সকলো
........ প্ৰেমলৈ।

**

## তুৰীয়

ধ্বনি বিৰক্তিকৰ
ধ্যানৰ তোৰণেৰে
যাবলৈ দিয়া
অনুভৱ কৰিবলৈ দিয়া
প্ৰেয়সৰ উত্তাপক

শক্তি সুসুপ্ত শিৰাত
সুসুপ্ত কোষত
আহা! শিথিল শীতলতাতে
সি সাৰ পাওক
বিদ্যুৎ প্ৰজ্বলিত হওক
কোষৰ শক্তি বিয়পি যাওক
ব্যাপ্তিলৈ

আছন্ন তাৰ নিৰ্যাস
গভীৰ উশাহেৰে
খোদিত হওক
আমাৰ সমগ্ৰত

হে শূন্যতা
আনন্দৰ উপত্যকাত
থিয় কৰোৱা
শিপা গজি উঠক
দুই ভ্ৰুৰ মাজৰ পৰা
কণ্ঠৰ পৰা
বুকুৰ পৰা
নাভিৰ পৰা
মূলাধাৰৰ পৰা
তুৰীয়া আনন্দৰ
উপত্যকাত।

**

## পৰম প্ৰহৰ

দৈবাৎ লগ পাওঁ
তেওঁক
যেতিয়াই লগ পাওঁ
হাতত হাত থৈ জনাওঁ
আন্তৰিক সম্ভাষণ
মুৰ দোঁৱাই জনাওঁ
শুভইচ্ছা
"জয়ী হোৱা"
মই লগ পাওঁ
তেওঁক
কাচিৎ, কেতিয়াবা
তেওঁ চকু মেলিলেই
বতাহ সেউজীয়া হয়
নিথৰ নদীলৈ আহে
প্ৰাণ
আকাশত হয়
শুক্লা প্ৰতিপদ
লগ পাওঁ তেওঁক কেতিয়াবা
শামুক ভাঙি ওলাই অহা
মুক্তাৰ দৰে তেওঁ যেতিয়া
থিয় হয়
মোৰ
মুখামুখি হৈ
মোক ক্ষুদ্ৰকায় কৰি
মোৰ মাজৰ
বিৰাট মানুহজন।

**

# জীৱন শিল্প

জীৱন এক শিল্প

এছটা শিলক
ৰূপ দিয়া ভাস্কৰ্যৰ
নিজৰ লাৱণ্যত
নিজেই হওক
বিভোৰ
সম্বোধন কৰক
মানৱতাক।

মৃত্যুতকৈ
জীৱন
ডাঙৰ।।

★★

# হে যৌৱন

শিলৰ ভগাবাটৰ
কাষে কাষে
নিৰৰ্থক অপেক্ষাত থকা
হে যৌৱন
তোমালোকৰ
চকুৰ সূৰ্যৰ
উত্তাপ ঢালা
শস্যৰ পথাৰত

তোমালোকৰ
স্ব স্ব
হৃদয়ৰ নদী
প্ৰৱাহিত কৰা
ভৰি দিয়া
এই মাটিতে।

★★

# অনুভৱৰ লগ্ন

এইবোৰ ব্যাখ্যাৰ কথা
নহয়
অনুভৱৰহে।

জীৱন জানো
কেৱল এক
জীয়াই থকা?
পথৰ শেষত
একো নাই
যদি আছে
পথৰ দুয়োকাষেই।

কৰ্ত্তব্যই ধৰ্ম
হাতখন আগবঢ়াই দিয়া
কাতৰ
হাতবোৰৰ পিনে
মনক চিনি পাবলৈ
দিয়া
কাক কয় দায়িত্ব
নীৰৱ দৰ্শক হৈ
বহি থকাতকৈ
এতিয়া ভূমিকা লোৱা
সৃষ্টিৰ নাটকৰ
যাৰ যেনে যোগ্যতা
পথ বান্ধা বুলি
কোৱাতকৈ
প্ৰয়োজন
এটুকুৰা হ'লেও শিল
মাটিত দিয়াৰ

★★

## দিয়া লোৱাৰ প্ৰতিশ্ৰুতি

এনেকৈয়ে
আৰম্ভ হয়
একোটা
উজ্জ্বল ইতিহাসৰ

যদি থাকে
লোৱাৰ আগতে
দিয়াৰ শ্ৰম আৰু প্ৰতিশ্ৰুতি

হেমন্তৰ ঋতুত
কাঁচিখন মই
হাতত ল'ম কেনেকৈ
যদিহে জহৰ দিনত
মোৰ কপালৰ ঘামে
পথাৰ কোমল কৰি
নোতোলে??

★★

## এতিয়া

এতিয়া আৰু নিসঙ্গতা নাই। ইমানদিনে মই মোক মোত বিচাৰি আছিলোঁ। ভুল হৈছিল তাতেই। অস্পষ্টতাৰ পাহাৰ বগাই এতিয়া দেখিলোঁ মই তোমালোকৰ উজাগৰী নিশাৰ অস্বস্তিত। তোমালোকৰ অস্থিৰ পদচালনাত। তোমালোকৰ কপালৰ থুপ খোৱা আঁক বাঁকত। মই তোমালোকৰ শিৰত, তোমালোকৰ মাজত, তোমালোকৰ বতাহত আৰু উভালি নপৰাৰ খোপনিত। তোমালোকৰ শিপা সাৰটি থকা চপৰাচপৰ মাটিত মোৰ সমগ্ৰতা এতিয়া।।

★★

## শ্বাশ্বত

বৈ যোৱা পানী
চুই চাবলৈ
আঠু কাঢ়িবই লাগিব

নদীয়ে পানী দিব
ঠিকেই
তাৰ আগতে
গৰা বগাই
কাঢ়িবই লাগিব
আঠু।।

★★

## হঠাৎ

তন্ময় হৈ
গাব খুজিছিলোঁ
গান
নুফুটা কলি
ফুলাই তোলাৰ
গান।

মৰুত হেৰোৱা
নদীবোৰ
দেশে দেশে
বিচাৰি পোৱাৰ
গান,
বোৱাই দিয়াৰ
গান

বুকুত জ্বলিল
জুই।।

★★

## হে সময়

ইঠাইৰ পৰা সিঠাইলৈ
ই বাগৰি গৈছে
শব্দেৰে
ইজনৰ কাষলৈ সিজন
চাপি গৈছে
শব্দেৰে

পাখি গজিছে শব্দত ঃ শূন্যতা
জুই জ্বলিছে শব্দত ঃ কুকুহা
সৰগ পৰা শৰীৰত ঃ হতবাক মৌনতা

শব্দত তেজ
শব্দত ভৱিষ্যত
হে নীল সৰস্বতী! হে কাল!!
যথাৰ্থ শব্দ উচ্চাৰিত হওক
বিচ্ছুৰিত হওক
তোমাৰ অন্ধকাৰ গৰ্ভৰ পৰা
হিৰন্ময় সূৰ্যৰ দৰে।

★★

## সচেতনতা

শব্দবোৰ ভুলকৈ নসজাবা। মনৰ বিকৃতিত শব্দৰ উদ্ভটতা। সৰল হাতত তুলি ধৰা সুনিপুণ সপ্ৰতিভ শব্দ তীৰ্যক ৰূপক। সি হওক ভয়ঙ্কৰ দিনৰ অমিতাভ কবিতা। প্ৰসাৰিত কৰা দিগন্ত শব্দেৰে, গুঠি উলিওৱা স্বপ্নৰ অবয়ব কঠিন হাতৰ কুৰুচাৰে।

★★

## অখণ্ড স্বদেশ

উঠি আহা
দেহৰ অৰণ্যৰ পৰা
দেশে-দেশে

দেহৰ উৰ্দ্ধত দেশ
দেহৰ অধঃত দেশ
চউপাশে দেশ
গভীৰত দেশ

সুনীল, সজল
স্বপ্নেৰে জ্বলমল্ দেশ
ইচ্ছাৰ অখণ্ড স্বদেশ।

★★

## সত্ত্বাৰ শিপা

আমি আন্ধাৰতে এনেকৈয়ে শাৰী পাতি আছিলোঁ। আমি আন্ধাৰতে এনেকৈয়ে হাত পাতি আছিলোঁ শুনিবলৈ মন্ত্ৰ, হাত পাতি ল'বলৈ শব্দ, সাবটি ল'বলৈ শব্দ নিশ্চিত মৃত্যুৰ পৰা উত্তৰণৰ শব্দ। এক জয়াল মৰুভূমিৰ মাজেদি আমি পাৰ হৈছোঁ শাৰী পাতি গভীৰলৈ, শাৰী পাতি সূৰ্যলৈ। ছানি গৈছে মাটি, মৰুভূমি, আকাশ। সত্ত্বাৰ শিপা তললৈ, ক্ৰমে তললৈ।

**

## তৰপে তৰপে

শত তৰপত মই লুকাই থাকোঁ
লুকাই থাকে মোৰ অস্তিত্ব

আন্ধাৰতে
মোৰ শিপা
মোৰ ফুল
মোৰ ফল

মোৰ হাতৰ
আঙুলিত
মোৰ জীৱন
মোৰ উপলব্ধিৰ
গভীৰত জয়,
সৰ্বময়
মৃত্যুৰ সমাধিত।।

**

## তুমি তোমাতেই

নিজক নিজে
ছেদ কৰা
ৰুধিৰ ঢালা
মাটিত

নিজক নিজে
দহন কৰা
ৰোপণ কৰা
মাটিত
হে পৰম
তুমি
তোমাতেই আছা
সংঘাতৰ গভীৰত
মুহূৰ্তৰ উন্মেষণত
সহস্ৰৰ উন্মেষণত
সহস্ৰৰ আৰ্তনাদত
অস্তিত্বৰ ক্ৰন্দন আৰু
জয়ত

তোমাৰ তৃতীয় নয়নৰ
বহ্নিত
কম্পমান মৃত্যু
ভস্মীভূত
চিৰকাল।

**

# সুদৰ্শন সময়

সুদৰ্শন সময়ৰ সুতীক্ষ্ণ ছেদন
হালে জালে সূৰ্যাঙ্কিত চিন্ময় পতাকা
মাটিৰ বুকুত ৰথৰ চকাৰ দাগে
লিখি যায় নীৰৱ কবিতা, অজান্তে ঃ
"আমি থাকো আমাৰ হাততে।"

★★

# শিপাৰ সংগ্ৰাম

ইয়াত
এতিয়া
একো নাটক
হোৱা নাই
জীৱন হৈছে।
ইয়াত
একো
বিলাস
হোৱা নাই
ধুমুহা
আৰু
শিপাৰ
সংগ্ৰাম
গভীৰত।

★★

# তললৈ আৰু তললৈ

সোমাই যোৱা তললৈ
চাৰিওফাল এতিয়া ৰুদ্ধ

সোমাই যোৱা গভীৰলৈ
সিংহ দুৱাৰ এতিয়া বন্ধ

শিপাৰ মূলত মন্ত্ৰ
তীক্ষ্ণতকৈও তীক্ষ্ণ কৰা
মুহূৰ্তৰ তন্ত্ৰ
প্ৰহৰী অতন্দ্ৰ
শিপাৰ মূলত মন্ত্ৰ।

★★

## যাতনাত

যাতনাতে।
শয়ন কৰা
যাতনাতে
মূৰ থোৱা
কাঠত
পিঠিবোৰ
গজালত
যাতনাতে
যাতনাতে
যাতনাতে
শয়ন কৰা
যাতনাতে
নিজক নিজে
জগাই তোলা
সময়ত
যাতনাতে
যাতনাতে
মনত ৰাখা
বেলিৰ দুখন
ডেউকা
ধুমুহাত
খহি নপৰে
তোমালোক
এতিয়া প্ৰতিজনেই
যীশু।

★★

## যুগে যুগে

মুঠি মাৰি ধৰা
সেই কাতৰতা
সূৰ্যলৈ
তুলি ধৰা
হাত

গচকত
গুড়ি কৰা
দম্ভ
কাণ পাতি শুনা
লোককথাৰ
ব্যঞ্জনা ঃ

"ৰজাৰ ডবাত
হাত নিদিবা
তোমাক যি কাটিব
মোক যি কাটিব
পেটৰ পোৱালী
ছিৰি ছিৰি
কাটিব"।।
..........সম্ভৱামি যুগে যুগে।।

★★

## এই প্ৰহৰত

এই প্ৰহৰত
তুমি প্ৰহ্লাদ
অসহ্য-বিষাদ!

হে মৃত্তিকা
হে শাল, বট
আঁহতৰ পাত
আৰ্ত্তনাদৰ,
হিৰণ্যকশিপুৰ
আস্ফালনৰ
তোমালোক
সাক্ষী

হে নিস্ক্ৰিয় দণ্ড!
তোমাৰ সময়
এতিয়া
তোমাৰ সময়
কাণত পেলোৱা
নৰসিংহৰ
দুৰ্জ্জয়
প্ৰত্যাহ্বান।

★★

## কাল ধুমুহা

বা-মাৰলীত
এখিলা
সৰাপাতৰ
দৰে
এই সময়

যেন সেই
বিয়া নামটো
"জীয়াৰী জীৱন
শিমলুৰ তুলা
নাজানি উৰি
ক'ত পৰে"।

জক্‌মক্
দোৱোণৰ ফুল
দুয়ো গাল ভৰি।।

★★

## ন হন্যতে

অস্ বৰ্ষাৰ উপচি পৰা
পানীৰ মাজতো
জিলিকি আছে সিহঁতৰ চকুলো

মৃত্যুৰ আগৰ কাতৰতা
জিলীৰ সুৰ হৈ গছে-পাতে

যাঠী নথকা ধেনু নথকা
হাতবোৰ
বৰ্ষা হৈ গজিছে
আঁৰত।

★★

# আৰ্তনাদ

আৰ্তনাদবোৰ
সঁজাত থব পাৰিনে?

নচঁচা শূলৰ দৰে
সেই বতাহজাক আহি
আটাইৰে
বুকুত সোমাল

প্ৰতি হৃদয়ৰ ভগ্নতাৰ তেজ
অভগ্ন হোৱা ৰাতি
ঘোঁৰাবোৰ চেঁকুৰি গৈছে
বজ্ৰপাত
পৰি
শিল হৈ থকা ঘোঁৰাবোৰ
পকা বালিয়েদি
ছাঁটোক বান্ধি থৈ
কি লাভ???

**

# জুইৰ প্ৰহৰত

আইয়ে কৈছিল
"জুই লৈ নেখেলিবা"

জুইয়ে যদি
মোক লৈ খেলে
মই কি কৰিম
আই?

**

# দগ্ধ প্ৰহৰ

অ, তেজৰ ডোঙা!
মই বোলো
থতা মাটিত
কি ফুলে!

অ' লুতুৰি পুতুৰি
ল'ৰাৰ দেহা!
মই বোলো
দলনিত
কি লৰে!

অ' চিতাৰ
কুকুহা!
মই বোলো
কি উৰে!

**

# আতুৰ প্ৰহৰ

লৰি গ'ল উলঙ্গ দেহাবোৰ। কচাইখানাৰ মেজত শুৱাই থোৱাৰ পৰা। লৰি গ'ল গলী, প্ৰাসাদ, পথাৰ চাপৰিয়েদি মুক্ত আকাশ বিচাৰি-- আৰ্ত্তস্বৰেৰে তেজত তালফাল লাগিছে ধুমুহাৰ জুই। অন্ধকাৰত তিৰ্‌বিৰাই উঠিছে অদৃশ্য সময়ৰ ক্ষুৰধাৰ তৰোৱাল।
শপত উচ্চাৰিত হ'ব নেলাগে। তাৰ নিজান ভয়ঙ্কৰ ধ্বনি অথলে নেযায়-- যিদৰে নাযায় চকুপানীৰ এটা টোপালো।

**

## সঁচাকৈয়ে

সকলো নিষ্ঠুৰতাৰ
গভীৰত
দুৰ্বলতা
............................
দুৰ্বলতাই
কৰে
তেজক পানী
পানীক তেজ।

**

## সোণালী নৈৰ মৃত্যুত

কেউকাষে
অনন্ত ক্ষুধা
আৰু
তৃষ্ণাৰ তাড়ণা

মত্ততাই
গিলি আনিলে
সোণালী নৈ

হীৰাখটোৱা
ভোগ জৰাৰ কাৰণে
নিৰ্বিকাৰ নৰকবাস

দেখি শুনি থকাতকৈ
মই মোক
শূলত দিব পৰা হ'লে!

**

## হে স্বগতি

এয়েই সময়।
নিজৰ ৰুধিৰ
পান কৰা নিজে।

কণ্ঠ ছিন্ন কৰা
আৰু তাকেই কৰা
পাত্ৰ
তাতেই পৰক
বিলম্বিত নিদ্ৰিত
ভয়াৰ্ত ৰক্ত
জলপ্ৰপাতৰ দৰে।

হে ছিন্নমস্তা!
হে স্বগতি!
হে স্বসংশোধন!

নিশ্চলতা, অতৃপ্ততা
ওফোৰাই দিয়া

পান কৰক তেজৰ
দুৰ্জয় বেগ
পথে পথক
সংযোগ কৰা
যোগিনীয়ে।

**

# মোৰ উক্তি

মই বিচাৰিছোঁ হাজাৰ চকুত
দীপ্ত সূৰ্যশিখা
এই ভয়াবহ যুগ সন্ধিৰ
নাশিবলৈ বিভীষিকা

মাৰৈ পূজাৰ দেওধনী মই
খেৰাই পূজাৰ দেওধনী মই
বানৰ বুকুৰ পকনীয়া মই
মেলা চুলি মেলি, হাত মেলি মেলি
তেজ পি পি নাচোঁ
মুৰ খুন্দিয়াই, হিয়া ভুকুৱাই
অফলীয়াই, সফলীয়াই
ধুমুহাৰ দৰে কঁপো।।

আজি ৰম্‌ৰম্ মনত জুই
আজি দপ্‌দপ্ দেহত জুই
ভমক্ ভমক্ চকুত জুই
শ্মশানৰ জুই জ্বলোঁ
ভূত ভৱিষ্যত একাকাৰ কৰোঁ
জাতিৰ বিভেদ ছিৰাছিৰ কৰোঁ
দুস্কৃতি গচকি খচকি
কালজিভা মেলি
সামৰো চেলেকি
হু হুঙ্কাৰ ধ্বনিৰে নিনাদি
উন্মাদ হৈ নাচোঁ
মই কামাখ্যা
মই সুৰক্ষা
শুভ্ৰ উজ্বল সময়ৰ বাবে
অদূৰৰ এক প্ৰতীক্ষা
ব্যাখ্যাৰ উৰ্দ্ধৰ ব্যাখ্যা
গতিহীনতাক গতি দিওঁ মই
থুপাওঁ সৰ্বশক্তি
দানৱক আজি সংহাৰ কৰি
লগাওঁ তাৰেই বন্তি
অসুৰৰ আজি
তেজ পি খাওঁ
চামুণ্ডা ৰূপেৰে
ভীৰুতাক খাওঁ
কেঁচাইখাতী
কেঁচাই চোবাও
অৱসাদ, ভয়, ভ্ৰান্তি।
মই কালৰাত্ৰি
কাল ৰাতি হৈ নাচোঁ।
আন্ধাৰ গচকি নাচোঁ
ক্ষুব্ধা, প্ৰচণ্ডা, বিভীষিকা হৈ নাচোঁ
ময়েই নিনাদ, ময়ে ক্ষুৰ দাঁত
বিষাদ ৰূপিনী অসহায়তাক নাশো
মই অলঙ্ঘ বীৰ্যা
নিৰাকায়া, হ্ৰস্বকায়া
অসীম অনন্ত কায়া
নিত্যা, অবিদ্যা, বিদ্যা
ময়ে আদ্যা, অন্ত্য
ক্ষমাৰূপিনী
শান্তি ৰূপিনী
ময়েই কৰুণা, শান্ত
দুঃসময় বিনাশৰ বাবে
ময়েই তীক্ষ্ণ দন্ত।।
মই কাল বিনাশী
তাণ্ডৱী
মই কালবৈশাখী
ভৈৰৱী
জীৰ্ণ বিনাশী
সংস্কৃতি থাপি
মই আছোঁ
মই আছোঁ
অখণ্ডিতা
কামৰূপা হৈ
শুভ্ৰ এক
চেতনা হৈ
আছোঁ
মই আছোঁ
মই আছোঁ।

**

# ৰঙা পোৱালৰ মণি

মোক পোৱানে নোপোৱা চিনি???
মই যোৱাটো বেলিৰ
বিহুৰ শপত
কণ্ঠে কণ্ঠে আঁৰি লোৱা সেই
ৰঙা পোৱালৰ মণি
মোক পোৱানে নোপোৱা চিনি??

মই আহিছিলোঁ
পলাশ ফুলীয়া
নিচান উৰাই
ধুমুহা হৈ ভয়ক হুৰাই
মৰুভূমিত জীৱন জগাই
শ্বহীদ বেদীত শলিতা জ্বলাই
চিনি পোৱা মোক নাই?
পাইছানে নাই চিনি?

মোক চিনি পাইছিল
কনকলতাই
চিনি পাইছিল
বিয়াল্লিছৰ দুৰ্দ্দম জনতাই
চিনি পায় যুগান্তৰে
চিনি পায় ৰূপান্তৰে
চিনি পায় কৃষ্ণৰ মহাসুদৰ্শনে
নিচিনি পাহৰি তোমালোকেও
এদিন পাবাই চিনি।
ময়ে গতি, মহা প্ৰকৃতি
বুকুত সাবটি অস্তিত্বৰ
মহান সংস্কৃতি
তোমালোকৰ
প্ৰাণৰ বন্যা ময়ে

ময়ে বিশ্বাস
ময়ে আশ্বাস
স্বপ্নৰ ময়ে
আকুল সুবাস
সুন্দৰৰ হাবিয়াস
উৰ্দ্ধমুখী প্ৰাৰ্থনাৰ
ময়ে প্ৰতিধ্বনি।।



★★

# আৰু ঋতু......

## বহাগ

১

কুঁহিপাত এটাৰ দৰে
দুলি আছে গোটেই গাওঁখন
কেতেকী ফুলৰ গোন্ধত।

আহত গছৰ মাজেদি
সেউজীয়া বেলিটো।

দেহৰ বনত
কুলিৰ মাত
জুৰিৰ দৰে।।

২

যেন,
দিকচৌ বনৰ পৰা
ফুৰ্‌ফুৰ্‌ কৰে উৰি অহা
এক পখিলা

সোণোৱালী ডেউকাত তাৰ
জিৰ জিৰ্‌
ফুলাম প্ৰহৰ।

৩

গৰখীয়াই
গৰু নিয়াৰ
সময়তে
থুৰি কলপাতত
পৰি সি কিৰীলিয়ায়
ৰিঙত সাৰ পায়
পাহাৰবোৰে

লাৱণ্য বাগৰি যায়
জিৰ্‌ জিৰকৈ
বুকুৰেদি।

৪

এইমাত্ৰ ধোৱা
আয়নাখনহে
যেনিবা

চকুৰে মনালৈকে
দেখুবায়
পাটমাদৈ চৰাইজনীৰ
হাইতাল বুলীয়া গা

কেতেকীফুল পাহহে
যেনিবা
উৰি থাকে
দিনৰ দিনটো
সোণ বৰণীয়া
ৰেণু।

★★

# জেঠ

১) খেতিয়কৰ কুঁজা বোকোচাত
জেঠৰ পুৱা, দুপৰ, আবেলি।
২) কেঁচাই খোৱা কঠালৰ ফুটাবোৰে
সাঁচি থয় জহৰ দিনৰ ৰং।
৩) হালধীয়া বেলিফুল পাহ
ডাঙৰকৈ ফুলিছে
পাহে পাহে তপত খবৰ।
৪) বৈ আছিল ভৰপুৰ গাভৰুবোৰ
সেউজীয়া ৰ'দত ভেজা লৈ
চম্পা ফুলীয়া মুখ
সোণাৰু বুলীয়া হাঁহি
খোপাত ভৰি আছিল কৃষ্ণচূড়া।।

★★

# আহাৰ

ভৰা কলহ উবুৰি খাই পৰিছে।
বশিষ্ঠত নয়নতৰা
শিলবোৰত।।

★★

# শাওণ

লুতুৰি-পুতুৰি ৰোৱনীজনী নৈ লৈ গ'ল কি নগ'ল-
আঘোণমহীয়া ভোজৰ কুমলীয়া কলপাত পৰা
হ'ল পথাৰে পথাৰে।

★★

# ভাদ

হাত চাপৰিত
গধূলি গোপাল
এবুকুকৈ।

মুৰ দোঁৱাই ৰ'ল
বগা চাদৰ
গাত মেৰিয়াই
গোটেই মাহ
আকাশখনেও।।

★★

# আহিন

১

আচৰিত লাগে
সাইলাখ সেই
সেউজী সেউজী
গীতটো
সুহুৰি হৈ
কঁপি আছে
পথাৰত।

২

আহিন কি যে যাদুকৰী ঐ!
সেউজী এখনি নৈ
তাৰে ওপৰত
বৰ আলফুলে
কুঁৱলি ৰঙৰ
আনখনি থাকে বৈ।

৩

শৰতৰ
ৰুণজুন গোন্ধ
পাৰ হয় ভগা সাকোঁৰেদি
দূৰে দূৰে

বুকুত ছাঁ পৰে করুণ কোমল
যেন সপোনতে।

**

# কাতি

অপেক্ষাৰ সুগন্ধময়তা
তিৰ্‌বিৰ্ তুলসী তলত।

**

# আঘোণ

(১)
আঘোণ এক পাহুৱাল ল'ৰা
শাকে পাতে, ধানে-মাছে
দোঁ খোৱা ভাৰ

(২)
সুগন্ধই মেলি দিছে পাখি।
উখল মাখলত
বৈ সৰা সোণৰ বৰণ।।

(৩)
নিয়ৰে ছাউনি পাতে পাহ্যাৰত
শিলক শিকায় উৰাৰ গান।

**

## পুহ

(১)
হালধীয়া পখিলা ডৰা।
অ'ত ত'ত উৰি ফুৰিছে
সৰিয়হ ফুল।

(২)
আয়ে, সৰিয়হ ফুলৰ
সৰিয়হ ফুলীয়া গা!

(৩)
যেন এক ৰঙিয়াল মন,
নৰাৰ আগে আগে জঁপিয়াই
খৰি-খেৰ গোটাই পিটাই
অনাই-বনাই
ফুটুকানি ফুলে ফুলে "পুহ"।

**

## মাঘ

(১)
নৰাৰ বুকুৰে বৈ গল ৰি ৰিয়নি
তেল ধৰা মহৰ দপ্‌দপনিত
শুন নুশুন ৰংঘৰ।

(২)
বেলিটোৱে গা ধুইছিল
দোকমোকালিতে
নৈখনত
কুঁৱলিয়ে তৰি দিছিল
আবুৰ।।

**

## ফাগুণ

(১)
তেজত পেলালে কলি তাহানি দিনৰে গীতে।
উশাহত উজনি-ভাটি।।

(২)
আকাশখন নামি আহে এনে দিনতে
ৰ'দ জোনাক একেলগে ফুলে গছত।

(৩)
নীলা পাটৰ সাজযোৰত
ফাকু ৰঙৰ
জক্‌মকীয়া বুটা।

(৪)
কোনে বুলাই গ'ল
কেউটা আঙুলি
নিজান বাঁহীটোত?

শিপালেকে
গুণগুনাই উঠিল
ফুলে।

**

# চ'ত

ছোৱালীজনী ধেমেলীয়া!

যেনিতেনি বামীমাছবোৰ
থলেহি
পথাৰখনত।

তৰাং নৈখনত
সজালে--
একোডৰা
কাঠফুলা।

বগাবালিত
শুই থকা
কাছৰ চলঙত
থ'লে
এলেং এঠেং
তাইৰ
দুপৰীয়াটো।

ছোৱালীজনী ধেমেলীয়া।।

★★

# শব্দৰ ইপাৰে
# শব্দৰ সিপাৰে

## কবিৰ কথা

-- শব্দৰ ইপাৰে বিচিত্ৰ জগত,
শব্দৰ সিপাৰে
অনিৰ্ণেয় উপলব্ধি।
তাতেই
নিজক কেতিয়াবা পাওঁ,
কেতিয়াবা হেৰুৱাওঁ।
তাৰেই পৰিচয়
চকামকাঁকৈ ইয়াত--

## শ্ৰীশ্ৰীশংকৰদেৱ

মোৰ বুকুৰ মাজত
তোমাৰ থাপনা
সুৰৰ থাপনা
থাপনা ছন্দৰ
মোৰ অন্তৰৰো অন্তৰৰ
মণিকূটত
তোমাৰে বাঁহীৰ সুৰ
পুৱা গধূলি
তোমাৰ সুৰৰ অশ্ৰুৰেই
তোমাৰ চৰণ ধুৱাওঁ
তুমি সঁহাৰি পোৱানে?
তোমাৰ সুগন্ধৰ নিৰ্যাস
আঁঠু কাঢ়ি লওঁ
তুমি গম পোৱানে?
হে মোৰ অন্তৰ্জীৱনৰ সম্ভাৱনা
তোমাৰ চৰণ আঁকোৱালি লৈ
মই দুষ্কৃতিৰ শিৰে শিৰে নাচোঁ
মই তোমাৰ সুৰত বজা বাঁহী
ভাদ মাহৰ খৰিকাজাঁইৰ দৰে
ফুলি উঠে হৃদয়।

**

## মই চিনাকি মই নহওঁ

মোৰ মাজেদি প্ৰবাহিত হৈছে
এক শ্ৰোত সময়হীন
তাত কোনো অতীত নাই
তাত কোনো ভৱিষ্যত নাই
নাই কোনো বৰ্তমান
সময়হীন সময়
সময়হীন সময়ৰ শ্ৰোত।।

কি তাৰ নাম?
চেতনাৰ উৰ্দ্ধৰ?
চেতনাৰ অতলৰ?
সি বৈ আছে
অথচ গৈ আছে
লম্ব, প্ৰলম্ব, স্তীৰ্ণ, বিস্তীৰ্ণ
অস্।
মই সকলো দেখা পাওঁ
অথচ কাকো নেদেখোঁ,
মই সকলো বুজি পাওঁ
অথচ একোকে নেপাওঁ বুজি
স্মৃতি-বিস্মৃতিৰ সিপাৰে
ভাব-অনুভৱৰ সিপাৰে প্ৰলম্বিত মূহুৰ্ত।

মই মোকে সোধোঁ
মোৰ নাম
মই নিজকে সোঁধো
মই বৈ আছোঁ ক'ত!
মাটিত নহয়, পানীত নহয়
আকাশ নহয়, বতাহ নহয়
এয়া কি? এয়া ক'ত??
দেশ-বিদেশ
সকলো একাকাৰ
সকলো একে
মোৰ ভাষা, তেওঁৰ ভাষা
(সকলো একাকাৰ বুকুৰ ভাষা)
সকলো একে, সকলোতে একে
মোৰ হৃদয়, তেওঁৰ হৃদয়
সকলো একাকাৰ, সকলো একে
যাক হেৰুৱালো বুলি ভাবিলোঁ
সি আছে বুকুৰ ভিতৰতে
যাক আছে বুলি ভাবিলোঁ
তেওঁআছে অচিনাকি হাজাৰ নামত
পোৱা-হেৰুওৱা, সকলো একাকাৰ, সকলো
একে
ক'ত যে বৈ আছোঁ মই!
কোন বিন্দুত যে বৈ আছোঁ!
নে আশ্চৰ্য গতিত গৈ আছোঁ মই?
মই জানোঁ
অথচ মই নেজানোঁ
মই নেজানোঁ
অথচ মই জানোঁ

বিশ্বৰ মাজত মই
মোৰেই মাজত বিশ্ব
এনে লাগে সকলোৰে ভূমিকাৰ মাজত
মই অকলে,
অথচ ময়ো যে এক ভূমিকা!

**

## শব্দশক্তি

একোটা শব্দৰ
শক্তি কিমান!
সকলো বছৰ, সকলো প্ৰহৰ
থৈ দিব পাৰে সুৰত বান্ধি

শব্দটোত নয়ন, শব্দটোত পোহৰ
শব্দটোত সকলো গান

তোমাৰ হয়তো মৃত্যু হৈছে
মোৰ কাৰণে এই শব্দটোৰেই প্ৰাণ
জীৱন্ত
অখণ্ড
অম্লান।

**

# স্বাধীনতা

## ১

হালি জালি থাকে
তোমাৰ বিষণ্ণ মুখ
অটব্য অৰণ্যৰ যেন সিপাৰে
তোমাৰ বিমৰ্ষ মুখ
কেতিয়াবা নৈৰ চাকনৈয়াত
বুৰোঁ বুৰোঁ হৈ।
যেন বন্দী হৈ আছে
তোমাৰ প্ৰসাৰিত হাত
আপোনমনা ক্ষমতাৰ
ধূলি খেলাত।।
তুমি চৰাই নহয় যে
উৰি আহিবা
প্ৰতিটো ডাললৈ
একোটা সুহুৰিৰ দৰে,
তুমি বৰষুণ নহয় যে
সৰি পৰিবা অনায়াসে
আপোনা-আপুনি প্ৰতিখন পথাৰত।
এনেকুৱা লাগে
তুমি যেন সোণোৱালী ৰ'দ
প্ৰতিখন চোতালতে পৰিবৰ যাৰ কামনা
এনেকুৱা লাগে
তুমি যেন সোণোৱালী শস্যৰ থোক
প্ৰতিখন পথাৰতে ফুলিবৰ যাৰ বাসনা
তথাপিও হে সূৰ্য
অবাধ অৰণ্যৰ মাজেদি সৰকি
যিকণ আল্‌পনা মাটিত আঁকিছা
তাৰেই পোহৰত মোৰ আৰু তেওঁৰ
বুকুৰ মাজত
লৰিছে-চৰিছে ৰ'দ
শুইছে-জাগিছে চেতনা।
পাইছো পৰম সত্য— কোনো কোনো লহৰত
"পৰম সময় থ'বৰ বাবে
লাগে যে পৰম পাত্ৰ।"

**

## ২

স্বাধীনতা,
বৃদ্ধবোৰে ভাবে, তুমি পতাকা নে প্ৰতিজ্ঞা।
বাওঁফালে বহাবোৰে ভাবে— তুমি নিস্তৰংগ শব্দৰ ফানুচ
সোঁফালে বহাবোৰে ভাবে— যুৰকাল বতৰৰ তুমি এক
সোণালী জাহাজ
জ্ঞানীবোৰে কয়— তুমি এক ইতিহাস,
তুমি এক প্ৰতিশ্ৰুতি
তুমি এক সুবৰ্ণ প্ৰহৰ
— সকলোৰে বাবে।

**

## ৩

বছৰৰ মূৰত এবাৰ
আহি মাত দিয়াহি
"কেনে আছা?"

পীৰাখন আগবঢ়াই
বহিবলৈ দি চোতালতে
বকলা মেলো—
বছৰটোৰ দুখ-দুৰ্গতি।

অক্ষম দুখন হাত
তোমাক দেখুৱাওঁ
আজি চল্লিছ বছৰেও
যি মুঠি হ'ব নোৱাৰি
মেলা হৈয়ে ৰ'ল।

**

# সুনিশ্চিত

সন্ধিয়া সুনিশ্চিত
কাৰণ দেহতকৈ ছাঁ দীঘল হ'ল
আৰু সন্ধ্যা মানেই ৰাতি।

আকাংক্ষা আছিল সূৰ্যোদয়ৰ
হ'ল সূৰ্যাস্ত!
এয়ে হয়
দেহতকৈ হাত দীঘল হ'লে
মুখতকৈ কথা দীঘল হ'লে
দেহতকৈ ছাঁ দীঘল হ'লে

এৰা, যি সময় যি হ'বৰ যোগ্য!
মোৰ বুকুত অথচ জুইকুৰা জ্বলে।
কিয়?
পুৰণি পাতৰ মই স্তুপ বুলি?
ছাঁ সৰু হৈ থকা দেখিছিলো বুলি?
দীঘল দিনৰ গান শুনিছিলো বুলি?

★★

# সময়

মই মোৰ সতেই খেমালিত লাগিলো
মই মোৰ ছবিখন থলোঁ চকীত,
তাৰ পাছত
হাত দুখনো মাটিত থৈ
খোজ কাঢ়িবলৈ ধৰিলোঁ
ভৰিৰ তলেদি মূৰ উলিয়াই
চালোঁ একোবাৰ
আকাশলৈ।
আকাশে ক'লে, "কি পাগলামি!
ঘাঁহলৈ চোৱা আৰু মুখ দিয়া তাতেই
........ চাৰি ঠেঙীয়াৰ ৰাজ্য!"
ঠিকেই। মই ফুচফুচাই ক'লোঁ লগৰবোৰকো
"আঃ এইটো বঢ়িয়া খেলা
আহা, এতিয়াই যদি নেখেলা
কেতিয়া খেলিবা?

আকাশ থাকক
অচিনাকি কিতাপত
ছবি হৈ বিষাদেৰে।"

★★

# কিমানপৰ!

মই আৰু কিমানপৰ ধৰি ৰাখিম
এই মুখ
কুৎসিত নোহোৱাকৈ, এই ভিৰত
মই আৰু কিমানপৰ ধৰি ৰাখিম
এই হাত
সৰি নপৰাকৈ, এই ভিৰত
মই আৰু কিমানপৰ ধৰি ৰাখিম।
পমি যোৱা পোহৰ
বুকুৰ মাজত, এই গহ্বৰত!
হে মোৰ কুৎসিত হওঁ হওঁ মুখ
হে মোৰ সৰি পৰোঁ পৰোঁ হাত
হে মোৰ দ্ৰুত গতিত কমি যোৱা
সোণালী পোহৰ
পতাকা নামি আহিছে।

**

# শব্দ হে শব্দ!

ই ঠাইৰপৰা সিঠাইলৈ
ই বাগৰি গৈছে
শব্দেৰে
ইজনৰ কাষলৈ সিজন চাপি গৈছে
শব্দেৰে
আঁতৰি গৈছে পৰস্পৰে
শব্দেৰে।
পাখি গজিছে শব্দত :
কুকুহা,
সৰগ পৰা শৰীৰবোৰত :
কাতৰ মৌনতা।

শব্দত তেজ
শব্দত ভৱিষ্যত
হে নীল সৰস্বতী
যথাৰ্থ শব্দ উচ্চাৰিত হওক
তোমাৰ অন্ধকাৰ গৰ্ভৰপৰা
হিৰণ্ময় সূৰ্যৰ দৰে।।

**

# প্ৰীতিশ নন্দী সমীপেষু

প্ৰীতিশ!
    তোমাক এদিন লগ পাইছিলোঁ
    সেইদিনা চাব জনা নাছিলোঁ
    পাহাৰ, নদী একোৱেই
দেখা নাছিলোঁ দেহৰ অন্ধকাৰত থকা
ৰূপালী নৈখন
শুনা নাছিলোঁ পাহাৰৰ বুকুত থকা
উচুপনি
বুজা নাছিলোঁ জোৱাৰৰ অস্থিৰ আস্ফালন।

দেহৰ ঘৰবোৰ
খেৰ-বাঁহৰ ঘৰতকৈও ঠুনুকা

তুমি অঘৰী হৈয়ে থাকিবানে, প্ৰীতিশ!
ফুলৰ ঘৰৰ বতৰা
ক'তো নাপালানে?

তুমি কিহৰ অন্বেষণত
যাযাবৰ প্ৰীতিশ?
তুমি সাঁতুৰি থকা নৈখনৰ নাম
জানাতো?
হাজাৰ নদীৰ নাম একেটাই-- গঙ্গা।

শুভ কামনা ৰ'ল
তোমাৰ লক্ষ্য তুমি
বিচাৰি লোৱাত।

★★

# উনাশীবৈৰ বিহু

উনাশীবৈৰ বিহু জানো
আহিছে?
তেজত জানো ফুলবোৰ
ফুলিছে?
এতিয়া
ধুমুহাত তেজ
ঘাঁহত তেজ
ভাতত তেজ
সৰিয়হ বননি
গচকি গচকি
কলহৰ কাণেৰে
কোনেনো ঢালিলে তেজ
উৰালত থ'লে
ভাঙিব নোৱাৰা শইচ!
তগৰ আন্ধাৰ হ'ল
শিমলু-পলাশৰ
আমঠু পৰিল ক'লা
কুটুমৰ তেজেৰে মজিয়া বুৰিল
বিহু হ'ল তেজীমলা।

★★

# আদা মোৰ ঐ আফা মোৰ ঐ

উগ্রতাৰ মুখাৰ তলত
লুকুৱালা মুখ
পিন্ধিলা বিষৰ সাজ

বৈশাগুৰ লয় ক'ত দলিয়ালা?
চিফুঙৰ সুৰ ক'ত লুকুৱালা?
সৰিয়হফুলীয়া সখি?
মৰি যাওঁ যেন লাগিছে মোৰ
এই ৰণমূৰ্তি দেখি।

অ' মোৰ সুৰৰ সখি
অ' মোৰ প্ৰাণৰ সখি
চোঁৱাচোন চোঁৱা, ভালকৈ চোৱা
তোমাৰ বুকুতে আমি ঐ বান্ধে
আমাৰ বুকুতে তুমি
আয়, আয়, আদা মোৰ ঐ, আফা মোৰ ঐ
গী ছী মী দমৈ জিউ নীং জৌং নিলায়।।
তুমি মোক মাৰি ক'লৈনো যাবাগৈ
ময়েই বা ক'লৈ যাম।
জুমুঠিয়ে কয় প্ৰতিমাক যদি
"তুমি মই ভাগ ভাগ"
সেয়া কি নহয় সৰ্বনাশৰ গান?

বিনাশ কালত বুদ্ধি ভ্ৰংশ
লুইতক কাটি অংশ অংশ?
আদা মোৰ ঐ, আফা মোৰ ঐ
খং শিঙা এৰা
ৰং শিঙা লোৱা
ৰাজনীতিৰ পাশা দূৰ কৰি থোৱা
বিহু-বৈশাগু-বাগৰুম্বা
মিলি আছে মিলি থাওক।

**

# বৰদৈচিখ্‌লা

বৰদৈচিখ্‌লা
তুমি উৰুৱাই নিবানে ঘৰ?
তুমি উৰুৱাই নিবানে বাৰী?
বৰদৈচিখ্‌লাই
খঙৰ ভমকত কেতিয়াবা ভাঙে ঘৰ
পিছে উৰুৱাই নিব কেনেকৈ বাৰু বাৰী?
বৰদৈচিখ্‌লাই
খঙেৰে আহিলেও
বেগেৰে আহিলেও
আঁচলত বাগৰুম্বা
নাচোনত বৈশাগু, বিহু
চিফুং, পেঁপাৰ একেটি আগলি সুৰ
একেটি তেজৰ সুৰ।।
বৰদৈচিখ্‌লা
তোমাক বুলিছো আই, তোমাক বুলিছো বাই
মিনতি কৰিছোঁ
দুয়োহাত যুৰি
তোমাৰ খঙাল ল'ৰাটো
নিচুকাই দিয়া
নিচুকনি গীত গাই।।

**

## ক'তো কোনো নাই

এতিয়া ক'তো কোনো নাই
উৰালত আছে
ভাঙিব নোৱৰা শইচ
হাড় জক্‌জক্ ৰাতি।।
হায় হায়, ক'তো কোনো নাই
আছে
দুৰ্ধষ ৰাজনীতিজ্ঞৰ
কপট পাশাৰ গুটি
হায়,
হাড় জক্‌জক্ ৰাতি।।

★★

## ১৯৮৯

কুটুমৰ তেজেৰে বন্তি জ্বলোৱা সময়!
হায়, ইয়াকো আছিল লেখা!
কাক মাত লগাওঁ
কি বুলি কওঁ
ক'ত মৰো মই
ম'ৰো!
কি ভয়ংকৰ খেলাত নিমগ্ন হ'লা তোমালোক!
তেওঁৰ টেঁটু বুলি নিজৰ টেঁটুকেই ধৰিছা চেপি
নৃশংসভাৱে
তেওঁৰ বুকু বুলি
নিজৰ বুকুতে ছুৰী
উন্মাদৰূপে
হে নৰসিংহ সময়!
দুপৰৰ এই অন্ধকাৰ শেষ কৰা, শেষ কৰা
হায় হায়, ইয়াকো আছিল লেখা!
শুনাচোন, শুনা
মই সাৱটি ধৰিছোঁ শুনা
নামেৰেনো কি আহে যায় বাৰু?
নিজকে নিজেই কোৱা ঃ
"পৃথিৱীৰ মানুহ মই।
পিন্ধিম মুকুট সৰ্বশ্ৰেষ্ঠ মানুহৰ"
তাৰেই যোগ্য হোৱা।

★★

## সত্য উক্তি

মই ফাটি যাব খুজিছোঁ
ফাটি যাব খুজিছোঁ
বেলৰ দৰে চিটাচিটকৈ
মাটি তলত নেথাকিলে নাই।
ছিঃ ছিঃ ছিঃ
ক্ৰোধত, হতাশাত
অস্থিৰতাত
বিতৃষ্ণাত, বিৰক্তিত
ছিঃ ছিঃ ছিঃ .......
মই ফাটি যাব খুজিছোঁ
মোক আৰু নুবুজাবা
নাই, নুবুজাবা
আত্ম দমন কৰিবলৈ আৰু নক'বা
একো লাভ নাই
দাঁতে দাঁতে চেপি........
ছিঃ ছিঃ ছিঃ,.........
আৰু কিমান ভদ্ৰ হ'ম!
পাপৰ হাত দুখন কাটি দিওঁ ব'লা
মিছাৰ জিভাবোৰ সী থওঁ ব'লা
দুষ্কৃতিৰ মূৰ কাটি মূৰ পিন্ধো ব'লা
সিহঁত শৱ হৈ নপৰা দিনলৈ।

**

## কাৰ দ'ল

এইটো কাৰ দ'ল
পাপৰ দ'ল
সাজিব পায়নে?
নেপায়।
ভাঙিব পায়নে?
পায়।
মন আহ
সাহ আহ
মন আহ
সাহ আহ
— ঘেকেচ্।।

**

# কপট পাশাৰ গুটি

হায় হায়
কপট ৰাজনীতিজ্ঞৰ কপট পাশাৰ
গুটি হ'লোঁ আমি
আমাৰ জীৱনৰ মূল্য আছেনে?
আমাৰ হৃদয়ৰ মূল্য আছেনে?
আমাৰ সংস্কৃতিৰ মূল্য আছেনে?
হায় হায়
হায় হায়।।
বুকু চপৰিওৱাত একো লাভ নাই
আঁঠুত মূৰ গোজাত একো লাভ নাই
তোমালোকৰ ব্যৱসায়িক কাগজৰ পাত
পূৰ্ণ হয় আমাৰ হত্যাৰ বাতৰিৰে
সংকটত বুকুৰ সাঁকো পাৰি দিওঁ আমি
পাৰ হৈ যায় সময়
বুকু গচকি খচকি
ৰাজহাঁড় ভাঙি থৈ
দুঃশাসনৰ ৰাজমুকুট পিন্ধি।

★★

# মহাকালৰ উক্তি

মই কান্ধত তুলি ল'লোঁ
নিহত সেই সততাক
কঢ়িয়াই ফুৰিছোঁ
নিহত আত্মসন্মানৰ শৱ
মই ক'ত থ'ম এই দুখ
নিজৰ কান্ধৰ বাহিৰে?

মহাকাল মই
মূল্য দিওঁ সতীত্বক,
সন্মান কৰো সততাক,
মৰ্যাদা দিওঁ শক্তিক
মই নিজেও যে অৰ্ধ-নাৰীশ্বৰ।
কিন্তু
অপমানৰ জুই বৰ্ষণ কৰি
নিহত কৰা হ'ল তেওঁক
মই ক'ত থ'ম এই শৱ
নিজৰ কান্ধৰ বাহিৰে?
উন্মাদ এই সময়
বিদীৰ্ণ এই সময়
উন্মত্ত এই নৃত্য
সতী উমা হৈ অংকুৰিত
নোহোৱা পৰ্যন্ত
উমা হৈ উচৰ্গিত সততাৰে
প্ৰৱাহিত নোহোৱা
পৰ্যন্ত।

★★

# বিহু

## ১

সাঁচতীয়া কাপোৰৰ দৰে
সাঁচতীয়া অকমান সুখ
জপাৰ বাৰটা খলপাৰ
তলৰপৰা উলিয়াই আনো
ফুল তেজ হোৱাৰ
তেজ ফুল হোৱাৰ দিনটোত

সোণ-হালধীয়া সেইকণ সুখ
সুগন্ধ হৈ উৰে দেহত
আঙুলি আগত
নাচে হালিজালি
জেতুকাবুলীয়া এক পতাকাৰ দৰে
এটা ছন্দ হয়
সমবেত এটা গীত হয়
পথাৰ জুৰি, আকাশজুৰি।।

★★

## ২

সি এটা সময়
যি গীৰ্জা মছজিদ
নামঘৰৰ তোৰণেৰে নাহে
আহে সকলো পদূলিতে ফুলা
ফুলৰ পাহিত
দোল দি
ভৰ দি

★★

## ৩

সেই ফুল পাহ
সকলো পদূলিতে ফুলে
সেই সুৰটো বৈ যায়
সকলো পথাৰৰ ওপৰেৰে

ভগা পঁজালৈও
সেই জোনটো

সেই সুৰৰ শিহৰণ
সকলো পদূলিতে
ঢউ খেলি

★★

## ৪

ফুল আৰু সুৰৰ বৰষুণে
উটাই নিছিল দুখৰ টিপ
ফৰকাল পথাৰত
সাৰটা-সাৰটিকৈ
চিনাকি-অচিনাকি
আটাইবোৰ মানুহ
যেন এপাহি কপৌফুল।

★★

৫

বেলিটো যেতিয়াই হয়
সেউজীয়া
মানুহবোৰে তেতিয়াই
সাৰটি লয়
ইজনে সিজনক
সুৰৰ জোনাক
তেতিয়াই উপচি পৰে
চোতালে, চোতালে।

★★

৬

তাৰ যে কামবোৰ?
হৃদয়ক দিয়ে ডেউকা
হাতৰ তলুৱাত থয়
সূৰ্য,
সুৰ আৰু সুগন্ধক
কৰে নদী
ওখ-চাপৰ, আন্ধাৰ জোনাক
সকলো সাৰটি
বৈ যাওক বুলি
কি অনুপম সেই কাম।

★★

# বহাগ

১

যেন দিকচৌ বনৰপৰা
ফুৰ্‌ফুৰ্‌ কৰে
উৰি অহা
এক পখিলা
পাখিত তাৰ
জিৰ্‌ জিৰ্‌
ফুলাম প্ৰহৰ।।

★★

২

ওৰে দিন ওৰে ৰাতি
দেহৰ অৰণ্যত
বোৰাই থাকে নৈখন
সেউজীয়া সুৰটোৰে
ওৰে দিন ওৰে ৰাতি
পোহৰ হৈ থাকে মনটো
তগৰ ফুলবোৰেৰে
বহাগত
নিজাকৈ
ছালবোৰ নাথাকে কাৰোবেই।

★★

৩

সেউজীয়া বেলি
আৰু
সেউজীয়া বাঁহী
কেঁচা হালধীয়া হাঁহি মুখে মুখে
তাৰে মাজত
গাওঁখন ৰমক্‌জমক্‌ এখন ৰামধনু।।

★★

৪

তগৰ ফুলৰ পোহৰত
দুখৰ আন্ধাৰবোৰ গ'লগৈ

সুৰৰ বৰষুণত ভৰিৰ তলৰ
ভৰিৰ তলৰ
কটুৰ মাটি
কোমল হৈ পৰিল

গাওঁখনৰ
পদূলিয়ে
পদূলিয়ে
অহা-যোৱা কৰি থাকিল
চেনেহৰ চৰাইজাক।

★★

৫

পি খোৱা এই
সেউজীয়া সময়
আৰু পাহৰি যোৱা
প্ৰাত্যহিক তুচ্ছতা
উশাহত ভৰাই লোৱা
এই সেউজীয়া নিৰ্যাস
আৰু পাহৰি যোৱা
প্ৰাত্যহিক তুচ্ছতা
মিলাই দিয়া সেউজীয়া বেলিৰ লগত
সেউজীয়া ঘাঁহৰ লগত
তোমাৰ সত্বা
একাত্ম হোৱা, গছৰপৰা সৰি পৰা
সেউজীয়া গীতৰ লগত
এয়া যে তাৰেই সময়।

★★

৬

সেউজীয়া গীতটোৰ মাজত
মই ওৰে দিন, ওৰে ৰাতি
মই আৰু মই হৈ নাই
বুকুৰ মাজতো কলপাতৰ থুৰি।।

★★

৭

বুকুৰ এফালে সোমাই
আনফালে ওলাই গ'ল
সেই সেউজীয়া সুৰ
মই চকু জপাব নোৱাৰোঁ
সেউজীয়া সুগন্ধত।।

★★

৮

কেইটামান প্ৰহৰ আহে
বছৰটোত
নতুন ধানৰ সুগন্ধৰ দৰে
তাক আলৈ-আথানি
নকৰিবা

তুলি লোৱা
জেতুকা পাতৰ দৰে
দুহাতত এই প্ৰহৰ,
দুহাতত ই ৰঙচুৱা সুৰ হৈ ৰ'ব
পেঁপা চিফুঙৰ সাৰটা-সাৰটি সুৰ
পি খোৱা এই প্ৰহৰ
জু'ৰ দৰে, আপঙৰ দৰে
পি খোৱা সেউজীয়া এই লগ্ন
তোমাৰ ছিৰলা-ছিৰলি
মনত যোগাব নতুন শক্তি
দিব জীৱন।
জীৱন মানে জীয়াই থকা
নহয়,
জীৱন মানেই শুভকৰ্ম
জীৱন মানেই
গতি।

★★

## ৯

জিৰ্‌জিৰ্‌কৈ সৰি আছিল
অমিয়া মাতৰ বৰষুণ
মোক তিতি থাকিবলৈ দিয়া
মোৰ বুকুত ফুলি নুঠালৈকে
এপাহ কেতেকী
সোণবৰণীয়া।

★★

## ১০

দিনবোৰে সানি ল'লে
হালধি
ৰাতিবোৰে সুগন্ধ
কেতেকী আৰু তগৰৰ
সময়
এতিয়া।

★★

## ১১

খৰিকাজাঁই ফুলৰ মাজত
তগৰৰ মাজত
কেতেকীৰ মাজে মাজে
লুকাভাকু খেলি আছে দিনবোৰে
মুখত সানি লৈ
তেল-হালধীয়া ৰং।

★★

## ১২

ঢোলৰ মাত শিকাবলৈ
মেঘবোৰক
তেতিয়াই উৰি গৈছিল
জলকোঁৱৰ
এতিয়া তেওঁ
উভতি আহিছে।

★★

# অমিতাভ শব্দ

## ড° নিৰ্মলপ্ৰভা বৰদলৈ

### তোৰণতে

বিনম্ৰ প্ৰণামেৰে তোৰণতে ক'ব খুজিছোঁ যে, দুই এটা কবিতাৰ বাহিৰে এই সঙ্কলনৰ কবিতা কেইটি ক'তো সঙ্কলিত নোহোৱা একেবাৰে সৰৱ ন কবিতা।

চেতনা-অৱচেতনাৰ মাজত, সন্ধান-অনুসন্ধানৰ মাজত লাভ কৰা দুৰ্লভ অভিজ্ঞতাই ইয়াৰ স্বৰূপ, শব্দইতো ধৰা দিওঁ নিদিওঁকৈ লুকা-ভাকু খেলিছেই, ময়ো আধা-আলো আধা-ছায়াৰ কানিমুনি পোহৰতে।

ৰাসপূৰ্ণিমা
নৱেম্বৰ, ১৯৯৪

নিৰ্মলপ্ৰভা বৰদলৈ

## ।। উচৰ্গা ।।

যিজনে চিৰদিনং
প্ৰেৰণাময় আশীৰ্বাদ
মোৰ শিৰত
বৰ্ষণ কৰিলে
সেইজনা গুৰু
পৰম পূজনীয়,
ৰবীন্দ্ৰ অধ্যাপক
ড' সত্যেন্দ্ৰ নাথ শৰ্মাদেৱৰ

কৰকমলত
অৰ্পণ কৰিছোঁ
'অমিতাভ শব্দ'

'নিৰ্মলা'
ৰাসপূৰ্ণিমা
নৱেম্বৰ' ৯৪
গুৱাহাটী

## আন্ধাৰ-পোহৰৰ খেলা

শব্দৰ ইপাৰে
বিচিত্ৰ জগত
শব্দৰ সিপাৰে
অনিৰ্ণেয় উপলব্ধি।
শব্দই শব্দই
উত্তেজনা,
শব্দই শব্দই
বিষাদ,
বিস্বাদ,
শব্দই শব্দই
আশ্বাস,
বিশ্বাস
বিমূৰ্ত আৰোহণ।

মনত পৰিছে
শব্দৰ
সৰু তৰাটোৰ
পিঠিতেই আকাশখন

★★

## শব্দ আৰু শব্দ

মই শব্দবোৰৰ মাজত
শব্দবোৰ মোৰ মাজত
শব্দবোৰৰ মাজত মই।

শব্দেৰেই মই দেখোঁ
মই চিনি পাওঁ
মই পৰিচয় হওঁ
মই গোন্ধ পাওঁ
মই স্পৰ্শ কৰোঁ
প্ৰতিটো শিহৰণ,
মই উপলব্ধি কৰোঁ আত্মীয়তা

শব্দই মোক
কেইবাটাও তৰপত
এক মুহূৰ্ততে থিয় কৰায়
মই তেওঁ হৈ যাওঁ
তেওঁ হয় মই
আকাশৰ গন্ধই
মোক মুহূৰ্ততে দিয়ে দেউকা
মাটিৰ সুগন্ধৰ গভীৰত
মই প্ৰবেশ কৰোঁ
বৃক্ষৰ সতে মই বৃক্ষ হওঁ
নদীৰ সতে নদী।।

ধ্বনিবোৰে মোক কাতৰ কৰে
আকুল কৰে
মোক স্তব্ধ কৰে
মোক কৰে উত্তেজিত
মোৰ মাজৰ অজস্ৰ মইক
জগাই তোলে
ৰিব্‌ৰিব্‌কৈ
চকামকাকৈ
ৰিপিকি ৰিপিককৈ।

মই বিচলিত হওঁ
মই মোক চুবলৈ,
মোৰ মুখ ঘূৰাই দিবলৈ
মই লৰি যাওঁ
বিচাৰো অমিতাভক
বিচাৰো আদিত্যবৰ্ণক
বিচাৰো নীলাঞ্জনক
ক'ত আছা তোমালোক??

মই নীলা হ'ব খুজিছোঁ
মই সোণবৰণীয়া হ'ব খুজিছোঁ
মই শৰীৰ ভস্ম কৰিব খুজিছোঁ।

শব্দত ইমান তেজ
শব্দত ইমান জুই!!

★★

## ৰূপান্তৰৰ গান

মই ভস্ম কৰিছোঁ
মোৰ শৰীৰ
ভিতৰে ভিতৰে
মই এক অমোঘ ইচ্ছাশক্তিলৈ
ৰূপান্তৰিত হৈছোঁ
ভিতৰে ভিতৰে

মই উচ্চাৰণ কৰিছোঁ
অমৃতৰ মন্ত্ৰ
ভিতৰে ভিতৰে

মই কজলাৰ পৰা
সেউজীয়ালৈ ৰূপান্তৰিত হৈছোঁ
ভিতৰে ভিতৰে
ৰূপান্তৰিত হৈছো নীলালৈ
এক অসীম নীলালৈ
ব্যাপ্ত হৈছো আশ্চৰ্য শক্তিৰে
ভিতৰে ভিতৰে
দুই ভ্ৰূৰ মাজৰ পৰা
উদ্ভাসিত হৈছে এক অপৰূপ জ্যোতি
ভিতৰে ভিতৰে

মোৰ এতিয়া
একো নাম নাই
মোৰ নাম 'তুমি'
মোৰ নাম 'তেওঁ'।

★★

## অনন্ত অন্বেষণ

মই সহস্ৰ দুৱাৰেদি
অহা-যোৱা কৰি থাকো
অহা-যোৱাতেই
নিঃশেষ হয় সময়।

মই সহস্ৰ নয়নেদি
নিৰীক্ষণ কৰি থাকোঁ
ভিতৰৰ হাঁহাকাৰ
আৰু বাহিৰৰ শূন্যতা
নিমজ্জিত হওঁ বিষণ্ণতাত।

মই মোক বিচাৰি থাকোঁ
অন্ধকাৰত, জোনাকত
চকুৰ পানীত আৰু হাঁহিত
(মই বাৰু কেতিয়াবা হাঁহিছিলোনে?)
গানত, তৰ্কত আৰু প্ৰেমত।
তৰঙ্গবোৰৰ মাজত মই উধাতু খাওঁ
আতুৰ হওঁ
এই চোওঁ, এই নোচোওঁ
আঃ!

তোমাৰ চকুৰ মণিত
মই মোক দেখিছিলোনে?
তোমাৰ কণ্ঠস্বৰত
মই মোক শুনিছিলোনে?

মই মোক ক'ত বিচাৰি পাম!!!

★★

## বিষণ্ণ প্ৰহৰ

বুকু খহাই নিছে
অহৰহ বিষণ্ণতাই।
সময় বৈ গৈছে
শ শ বছৰীয়া শিপা
উঘালি, ধাহি-মূহি, মাটি খহাই
হিলদ'ল ভাঙি
অন্ধকাৰলৈ।

কেনিও লৰিব নোৱাৰা
লৰচৰ কৰিব নোৱাৰা
মই শিলৰ মূৰ্তি হ'লো
ওঁঠত লাগি থকা
প্ৰাৰ্থনাৰ মন্ত্ৰটো
শব্দ প্ৰবাহত কেৱল ওপঙি ৰ'ল।

ধোঁৱা বৰণীয়া হৈ নহয়
ধুম্ৰাৱতী,
ডিঙিৰ পৰা,
মূৰ ওফোৰাই নহয়
ছিন্নমস্তা
সিদ্ধবিদ্যা নমাই আনা
নক্ষত্ৰৰ একাঁজলি পোহৰ
অন্ধকাৰ এই উপত্যকালৈ।

★★

## সঙ্কীৰ্ণ তোৰণ

জীৱনৰ অন্য নাম
যন্ত্ৰণা।
টোম এটা সাজিবলৈও
বেতডাল, বাঁহডাল
তুলাব লাগে
মূৰ্তি এটা গঢ়িবলৈও
কাটিব লাগে
শিলডোখৰ।

জীৱন এক সূক্ষ্ম অন্বেষণ।
সূক্ষ্মতাৰ তোৰণ
সঙ্কীৰ্ণ।

★★

## ৰক্তাক্ত প্ৰহৰত

তেজেৰে ধান ৰুব
পাৰিনে?
তেজ ঢালি এডাল বনো
গজাব পাৰিনে?

অভিজ্ঞতা আৰু ইতিহাস
ফালি পেলাওঁ বুলিলেও
ফালি পেলাব নোৱাৰি
মচি পেলাও বুলিলেও
মচ নেখায়।

স্বচ্ছ হোৱা
দিনৰ পোহৰৰ দৰে,
স্থিৰ হোৱা
স্তম্ভৰ নিচিনাকৈ,
উচ্চাৰণ কৰা
যথাৰ্থ শব্দ (সকলো শব্দই শব্দ নহয়)
অগ্নিতকৈও যি তীক্ষ্ণ,
যি তীব্ৰ,
অৰ্থবহ,
যি পোহৰ দিব
চন্দ্ৰতকৈও
সূৰ্যতকৈও।।

★★

## অশ্ৰুৰ প্ৰহৰ

সিহঁতক মৃত্যুৰ উপত্যকাত
খোজকাঢ়ি থকা দেখি
ভাবিছিলোঁ
ধানৰ ফুল কেনেকৈ ফুলে
শিকাওঁ
শুনাওঁ
মাটি আৰু শিপাৰ
সমস্বৰ গান
দেখুৱাওঁ
জীৱনৰ বিশ্বাসৰ ছন্দ,
বুজাওঁ
শব্দ একোটাৰ কিমান শক্তি
কাণে কাণে কওঁ
জীৱনক জীয়াই তোলাৰ

আকাশৰ নীলালৈ চাই
পমি যাবলৈ সিহঁতে শিকক
বিকৃতিৰে নহয়,
সুস্থতাৰে জীৱনক
আলিঙ্গন কৰক।

ইমান কোলাহল, ইমান আস্ফালন
কোনেও কাকো নুশুনিলে
ধূম্ৰাৱতীয়ে গ্ৰাস কৰিলে সময়।

★★

## এটা এবচ্‌ট্ৰেক্ট কবিতা

মই ওলাই আহিছিলোঁ
হুমুনিয়াহটোৰ হাতত ধৰি
আৰু ঘৰটোলৈ উভতি চাইছিলোঁ
মোৰ অচিনাকি সঙ্গীতৰ ভৰত
ঘৰটো মাটিত শুই পৰিছে।

মই আলিটোৰেদি
খোজকাঢ়িব খুজিছিলোঁ
পিছে এতিয়া কোনো আলি
ক'লৈকো নেযায়।

মই কথা পাতিব খুজিছিলোঁ
কিন্তু
মোৰ ভাষা
কোনেও বুজি নেপালে।

কোন কৌটি যুগৰ
প্ৰলম্বিত মোৰ আৰম্ভণি
সঙ্কুচিত হ'ল পলকতে
মই এটা সৰিয়হৰ দৰে
আজ্ঞাৰ ঢুলিটোত
সোমাই পৰিলোঁ।

★★

# মূৰ্ত-বিমূৰ্ত

যেতিয়া তোমাৰ যাবলৈ
কেনিও পথ নেথাকে
সোঁৱে-বাঁৱে, আগেপিছে
তেতিয়া তোমাৰ পথ
ওপৰৰ পিনে।

যেতিয়া তোমাৰ
কেনিও চাবলৈ উপায় নেথাকে
তেতিয়া তোমাৰ পথ
ভিতৰৰ পিনে।

অন্তৰ্দৃষ্টিৰে চোৱা
আৰু বুকুত কাণ পাতা
অশ্ৰু আৰু উল্লাসৰ ধ্বনিৰে
মূৰ্ত আৰু বিমূৰ্তৰ স্বাদেৰে
চেতনা হ'ব স্বচ্ছ

জীৱনৰ অৰ্থ এক দীঘল পথ?
নহয়, জীৱনৰ অৰ্থ হ'ল মুহূৰ্ত
এক মুহূৰ্ত- অনন্ত জীৱন।।

★★

# অনন্য চেতনা

তোমাৰ হাত আকাশলৈ
তুলি ধৰা
অসীমতাই আকাশ,
আৰু স্পৰ্শ কৰা
অনন্য চেতনা।।

তোমাৰ ভৰি
এখোজ আগবঢ়াই দিয়া
স্থবিৰতাৰ মৃত্যু হ'ব
লগে লগে
তুমি অনুভৱ কৰিবা
গতিৰ অনন্য আনন্দ।।

আনন্দ উদ্ভাসিত হ'ব
হৃদয়ত
পৰিবেশত।

শুক্লা প্ৰতিপদ
যদি আহিলেই
পূৰ্ণিমালৈ
আৰু কেইদিন???

★★

## সাকাৰ-নিৰাকাৰ

তুমি মোৰ বিগলিত গীতৰ
কৰুণ ধনশ্ৰীৰ সুৰে সুৰে
(পামৰু মন...........)

সম্মোহিত নৃত্যৰ
ছন্দে ছন্দে
লয়লাসৰ শীৰ্ষত,
হেঙুল-হাইতালৰ
খাপে খাপে
অদৃশ্যত
সমাহিত অনুভৱত।।

কি যে গভীৰত!
কি যে গভীৰত!

হৃদয়ত পৰে ৰাসৰ জোনাক
ৰুণু জুনু ৰুণু জুনু
কোন দোলনত দোলো মই
কাৰ মুৰুলী শুনো

মোৰ ৰং উৰি যায় কেনি
মোৰ ছাল উৰি যায় কেনি
মোৰ মঙহ নোহোৱা হয় ক'ত
মই মই হৈ নেথাকোঁ।
থাপনাত ফুলা
থাপনাত জ্বলা
মই টপ্‌টপ্ চকুলো।

তুমি সমুখত মোহন হাঁহিৰে
তুমি আকাশত অসীম নীলাৰে
হে মোৰ সত্তাৰ স্বাধীনতা
হে মোৰ মুক্তি!
সকলো সুস্মৃতাৰ প্ৰেৰণা
সকলো কলাৰ গুৰু
হে অমিতাভ জ্ঞান
পাৰে পৰিহৰি
কৰোহোঁ প্ৰণাম।।

**

## মই অভিনৱ তন্ত্ৰ

সঙ্কুচিত মই বিন্দুত
ব্যাপ্ত মই অসীম নীলাত
বিন্দুত
অথচ
সমগ্ৰ বিশ্বতে।

এটা বিন্দুতেই
সহস্ৰ বিন্দু!
বিন্দুতো নহয়
সংযোগৰ মাথোঁ সেতু
ই মুক্ত, বিচ্ছিন্ন
অবিচ্ছিন্ন, বন্ধন যুক্ত।।

অখণ্ডৰ মাজতে খণ্ড
অৰূপৰ মাজতেই বিচিত্ৰ
ৰূপ মোৰ,
তথাপি অৰূপ,
তথাপি অৰূপ,
অথচ, কত শত মোৰ ৰূপ!
ময়েই আকৃতি
ময়েই ক্ৰিয়া
ময়েই শক্তি,
ময়েই প্ৰজ্ঞা,
ময়েই কৃষ্ণ
ময়েই হ্লাদিনী ৰাধা

সংগোপনে
অস্তিত্বত।

ময়েই দেৱতা
ময়েই ‘যন্ত্র’
ময়েই ‘বীজমন্ত্র’
মোৰেই মাজত ‘ভূ’
মোৰ মাজতেই ‘ভব’
মোৰ দেহতেই
নিছিগা ধাৰাৰে
প্ৰৱাহিত হোৱা
আত্মা,
মই
অভিনব
তন্ত্ৰ।।

**

## নীলাভ দৰ্শন

মোৰ বুকুৰ তলিৰ
নীলকান্ত মণি,
মোৰ কৃষ্ণ!
শুনিছানে নাই
কি কোৱা হৈছে ঃ
“আঁতৰি আহা”
ঃ নৱ বিপ্লৱৰ বাণী।

শুনিছানে নাই
কি কোৱা হৈছে
তোমাৰ বাঁহীৰ সুৰ
নুশুনিবলৈ
কোৱা হৈছে
নেচাবলৈ তোমাৰ মুখক।

দেখিছানে নাই
বাঁহৰ সকলো খুঁটি
কাঠৰ সকলো খুঁটা
শিলৰ সকলো স্তম্ভ
উভালি পেলোৱা হৈছে
চুৰমাৰ কৰি
ধূলিসাৎ কৰি
ওফোৰাই দিয়া হৈছে
আমি একেলগে
যুগে যুগে আহি থকাৰ
আলিঙ্গনৰ, সমন্বয়ৰ
সকলো স্বাক্ষৰ।।

**

# এই কথাবোৰ

এই কথাবোৰ
কোনে কাঠত কাটিব?
কাঠ উৰলি যাব।

এই কথাবোৰ
কোনে শিলত কাটিব?
শিল নোহোৱা হ'ব।
পাছৰবোৰে কেনেকৈ জানিব
এই কথাবোৰ?
তলৰ মাটি ওপৰ হোৱাৰ
কথবোৰ?
প্ৰচণ্ড বিশ্বাসঘাতকতা আৰু ভণ্ডামিৰ
কথাবোৰ?
যেয়েই মনত ৰাখিব ক'ৰলৈ
তাৰেই মূৰ কটা যাব
গুলি সৰকি যাব বুকুৰ মাজেৰে

সকলো একেই মৃত্যু
সকলো মূল্য হেৰুওৱাটোও মৃত্যু
শিৰচ্ছেদ হোৱাটোও মৃত্যু
সংযোগ অথবা কমিউনিকেট
কৰিব নোৱাৰাটো
আৰু যন্ত্ৰণাৰ মৃত্যু।
নিস্তাৰ নাই
এই অৱস্থাৰ পৰা ক'তো।

★★

# অপেক্ষাৰ প্ৰহৰ

বোবা আকাশৰ দৰে
মই কেৱল নিৰীক্ষণ
কৰি আছোঁ
এই সময়
আৰু কিমান পোত যায়
পঙ্কত।

তোমাক তুলি ধৰিছিলোঁ
পঙ্কজৰ দৰে
তুমি নোচোৱা কিয়
সূৰ্যৰ পিনে?
বেলিৰ পিনে পিঠি দি
খোজ ললে
ছাঁ দীঘল হৈ যায়।

তোমাৰ বিবেকৰ সূৰ্যক
শিৰত লোৱা
ছাঁ তেতিয়াই হ'ব
অপসাৰিত।

★★

## নুশুনা বিলাপ

কৰুণ শব্দটোৱে
কৰুণতা কিমান বুজায়?
বুজায়নে উৰলা শিপাৰ ৰং?
বুজায়নে চকুৰেদি বৈ থকা
ৰঙা তেজ,
চিতাৰ উত্তাপ?
নিঃশব্দৰ শব্দই
যন্ত্ৰণাৰ
নুশুনা বিলাপ।।

★★

## তাতেই পোহৰ

সকলো শব্দই শব্দনে??
সকলো শব্দইয়ে শব্দ।
অৱশ্যে সকলো শব্দৰে
শক্তি নাই
হঠাৎ সকলো পোহৰাই দিয়াৰ
শক্তি।

আৰ্তনাদৰ শব্দই
পোহৰ দিয়েনে?
নৈৰাশ্যৰ শব্দৰ
পোহৰ আছেনে?

যি শব্দই দি যায়
সৰ্বোত্তম প্ৰেৰণা একোটা
তাতেই পোহৰ,
যি শব্দত থাকে
উচ্চ শিখাৰ দৰে
অবাৰিত জ্যোতি
তাতেই পোহৰ,
সেয়াই পোহৰ।

★★

# নিঃশব্দ শব্দ

উচ্চাৰিত হৈছিল
এই নিঃশব্দ শব্দ
তোমাৰ দুয়ো নয়নেৰে।
সোমাই পৰিলোঁ
সমগ্ৰ মানুহজনী মই
সেই নিঃশব্দ শব্দটোৰ মাজতে
সেই মুহূৰ্ততেই

ই ইমান সত্য যে
কোনো অস্ত্ৰই ইয়াক
কাটিব পৰা নাই,
ইয়াক পুৰিব পৰা নাই,
কোনো অগ্নিয়ে,
বুৰাব পৰা নাই,
কোনো প্লাৱনে।

স্বদহনেৰে ই সূৰ্যৰ দৰে
জ্বলমল।

★★

# শব্দৰ বৰ্ণ

মোৰ আইয়ে মোক শুৱাইছিল
নীলাভ ৰঙৰ সুৰীয়া শব্দেৰে,
মই তেতিয়া পৃথিৱীখনৰ লগত
পৰিচয় হৈছিলোঁ,
শব্দবোৰ আছিল সেউজীয়া,
আমি সংগ্ৰাম কৰিছিলোঁ
শব্দেৰেই
যি আছিল দুৰ্মদ, ৰক্তাভ বৰ্ণৰ।।

তুমিও কথা কৈছিলা
শব্দেৰেই, বিজুলী ৰঙৰ শব্দেৰে
তাতেই মোৰ সকলো শব্দ
সকলো প্ৰাণ।।

জীৱনত শব্দ
শব্দত জীৱন।

★★

# এতিয়া নির্জনতা

মই গলি শেষ হোৱা গান
মই কৈ শেষ হোবা কথা
এতিযা নির্জনতা।।
মই বৈ শেষ হোবা নৈ
ছাযাটোহে আছে বৈ
এতিযা নিস্তব্ধতা।।
জীৱনটোবেই চাগে অন্বেষণ
কি বিচাৰিলোঁ নাজানো
ইযাকেই কয প্ৰহসন
নিঃসীম শূন্যতা।

★★

# বসন্ত - বৰ্ষা - শৰত

## বুকুৰ মাজৰ কুৰুলি

ক'ৰ পৰা আহে
এই চৰাইটো?
বুকুৰ ভিতৰত
দিন-ৰাতি ধৰি
কুৰুলিযাই থাকেহি
সুহুৰিযাই থাকেহি
ক'ৰ পৰা আহে
চৰাইটো?
ক'ৰ পৰা?

কুলিৰ মাতৰ পৰা
গচ লৈ?
কেঁচা হালধিৰ
সুগন্ধৰ পৰা
ৰূপ লৈ?
তগৰৰ,
জোনাকৰ পৰা
শিহৰণ লৈ?
চৰাইটো?
মই নেদেখা
চৰাইটো??

**

## অনন্য প্ৰহৰ (১)

গুণগুণনিবোৰ ফুল হৈ ফুলিছিল ওঁতশালত। ৰিৰিয়নিবোৰে তেজত অকাই পকাই নামিছিল, উঠিছিল।

এইটো বতৰতে সিহঁতে পি খাব খুজিছিল ৰাগিব ধৰা ঋতুটো।

**

## অনন্য প্ৰহৰ (২)

এইটো প্ৰহৰতে অৰণ্যখনে ভৰ কৰেহি মোৰ গাত। এইটো প্ৰহৰতে মোৰ শৰীৰ আয়নাৰ দৰে জিলিকি উঠে। প্ৰতিবিম্বিত হয় তোমাৰ মুখ। বুকুৰ মাজত ফুলি উঠে কেতেকী ফুল।

এইটো প্ৰহৰতে বতৰে ৰূপ সলায় স্থলপদ্মৰ দৰে। বাঁহীৰ মাতবোৰ হয় সেউজীয়া।

শিমলু ফাটিবলৈ ধুমুহা নেলাগে।

**

## অনন্য প্ৰহৰ (৩)

নিজান বাঁহীৰ সুগন্ধ উশাহত লোৱাৰ সময় এইটোৱেই। জোনাকবোৰ নৈৰ পানীত চুই চোৱাৰ সময় এইটোৱেই।

**

## অনন্য প্ৰহৰ (৪)

পাটগাভৰু গছবোৰে গা ধুই উঠিছে। কুৰুলিয়াই উঠিছে সময়ে। তেজৰ তৰাং পানীত ৰূপালী মাছৰ উজান-ভাটি। উশাহত জোনাক। জোনাকত সুবাসিত ঝৰণা।

★★

## অনন্য প্ৰহৰ (৫)

ই এটা সময়
যি গীৰ্জা, মছজিদ
নামঘৰৰ তোৰণেৰে নাহে
আহে সকলো পদুলিতে ফুলা
ফুলৰ পাহিত
দোল দি
ভৰ দি।।

★★

## অনন্য প্ৰহৰ (৬)

ফুল আৰু সুৰৰ বৰষুণে
উটাই নিছিল দুখৰ টিপ
ফৰকাল পথাৰত
সাৰটা সাৰটিকৈ
চিনাকি-অচিনাকি
আটাইবোৰ মানুহ
যেন এপাহি কপৌ ফুল।

★★

## অনন্য প্ৰহৰ (৭)

সেউজীয়া বেলি
আৰু
সেউজীয়া বাঁহী
কেঁচা হালধীয়া হাঁহি
মুখে মুখে
তাৰে মাজতে
গাওঁখন
ৰমক জমক
এখন ৰামধেনু।

★★

## অনন্য প্ৰহৰ (৮)

তগৰ ফুলৰ পোহৰত
দুখৰ আন্ধাৰবোৰ গ'লগৈ
সুৰৰ বৰষুণত
ভৰিৰ তলৰ
কটুৰ মাটি
কোমল হৈ পৰিল
গাওঁখনৰ
পদূলিয়ে
পদূলিয়ে
অহা-যোৱা কৰি থাকিল
চেনেহৰ চৰাইজাক।।

**

## অনন্য প্ৰহৰ (৯)

দুপৰটো আছিল পাটমাদৈ চৰাইজনীৰ দৰে। ৰাতি বিয়পি পৰিছিল তগৰৰ জোনাকবোৰ পঁজাঘৰটোৰ কেউকাষে। বন-লতাৰ আঁৰে আঁৰে ঝৰণাৰ দৰে বৈ গৈছিল যৌৱন। বিহু মতলীয়াইঁতৰ মুখত জিলিকি পৰা জোনে তাত হাতত সাৰে ভৰিত সাৰে গৈ চাইছিলগৈ মুখ।

**

## অনন্য প্ৰহৰ (১০)

বিহুৰ মাহ-হালধি সানি নতুনকৈ নোৱাই তোলনী হ'ল প্ৰতিজনী গাভৰু। ফুলমতী হ'ল কপউ ফুলেৰে। মুগাৰ মেখেলাৰ খচমচনি উঠিল (ইফালে পেঁপাৰ মাত, সিফালে পেঁপাৰ মাত.....)। সিহঁতৰ গাত দেও লম্ভিল। ঢাপৰ চতিয়না, বাঁহৰ বননি পাৰ হৈ কানি-মুনি হওঁতে নহওঁতেই লৰি গ'ল পথাৰৰ বৰ গছজোপাৰ তললৈ। নিমাওমাও যৌৱন, গুণগুণ যৌৱন ফুটি যাওঁ ফাটি যাওঁ হ'ল। যৌৱনমতী মাটি নাঙলৰ ফালে ছিৰলা ছিৰলি কৰাৰ সময় আহিল।

**

## মহানগৰীৰ বিহু (১)

ক্ৰমান্বয়ে দেখি আহিছোঁ অৰণ্যখন কেবল গাছ ইহকি গৈ থকা। 'সখী ক'ত' বুলি সেই নিৰ্জানত বিহুৱা চৰাইটোৱে বিনালেও মই ইয়াত নুশুনো। মোৰ ৰিঙো নুশুনে চৰাইটোৱে। যন্ত্ৰৰ যন্ত্ৰণাই আমঠু ক'লা পেলালে। কোনে বুজিব তেওঁৰ এই শোক -- যি সেউজীয়াৰ লগত সেউজীয়া হৈ মিলি গৈছিল, শস্যৰ লগত শস্য হৈ, সুগন্ধৰ লগত সুগন্ধ।

**

## মহানগৰীৰ বিহু (২)

এতিয়া কেৱল মোৰ বুকুৰ পৰা তোমাৰ বুকুলৈ তোমাৰ পৰা মোলৈ। নহ'লে ক'তো একো নাই। সেউজীয়াবোৰ পাছ হুঁহকি গৈ গৈ কোনোবা ধুবুৰী পালেগৈ।

কেৱল আছে সোণৰ সঁজাত নথকা দিনবোৰৰ সোঁৱৰণি। সিও আদবাটতে নোহোৱা হয় যান্ত্রিক আৱাজৰ কাণতাল মৰা শব্দত।

বিহুৰ নাটকে আৰু আমুৱালে। দেহি ঐ ক'ত দেখিম আচল বিহুৰ খোজ! ক'ত শুনিম আচল বিহুৰ মাত!

★★

## মহানগৰীৰ বিহু (৩)

বিহু!
তোমাক আবেগেৰে
আৰু কিমানদিন
জীয়াই ৰাখিব পাৰিম?
তোমাৰ ওঁঠত
আদৰৰ এটোপ, দুটোপ
আঙুৰৰ ৰস দি??

তুমি নিজেই দেখিছা
তোমাৰ স্থিতি ক'ত আছেগৈ!

তুমি তোমাতেই লুকালা
মাটি লুকাল মাটিত
ফুল নহ'লে সুবাসে
কাক আশ্রয় কৰিব?
ছাঁ হ'ল দীঘল।

কিমান যে ভাল হ'লহেঁতেন
তোমাৰ ফুৰ্ ফুৰ্ সুগন্ধই
আমাক বেঢ়ি থকা হ'লে!
তোমাৰ বিয়পি পৰা হাঁহিৰ দাপোণ
আমাৰ মুখবোৰ হ'ব পৰা হ'লে!

জেওৰাই শস্য খাই পেলালে।

★★

## বৰ্ষাৰ আশ্চৰ্য স্বাদ

মোৰ আইৰ বুকুৰ সুগন্ধ
গছবোৰত
যেন সুমিষ্ট অন্ন
আগবঢ়াই দিয়ে
শাখা মেলি
মই যেন ছায়াৰ গভীৰলৈ
সোমাই যাওঁ সংগোপনে
অভিনৱ স্বাদ
ছাঁবোৰত
স্নেহ শ্যামল নয়ন
মোৰ আইৰ দৰে

সেউজীয়াত কি
গভীৰতা!
কি আশ্চৰ্য
স্বাদ!!

★★

## ডাৱৰৰ নটুৱা নাচ

গছবোৰক
আজি তিনি চাৰিমাহে
বিষণ্ণ দেখা গৈছিল
যেন ভৰপূৰ একোখন সংসাৰ
কান্ধত লোৱাৰ দায়িত্বত
সিহঁতৰ লৰচৰ কৰিব নোৱাৰা
অৱস্থা,
পাতেদি বৈ আছিল ঘাম।

এতিয়া সিহঁতৰ
মুখবোৰ ফৰকাল
পথাৰবোৰে পকানেমুৰ
বৰণ লৈছে
সিহঁতে বতাহত
কেঁচা ৰবাবৰ গোন্ধ পাইছে
গোন্ধ পাইছে
উৰি যোৱা শৰালিবোৰৰ ডেউকাৰ।।

বগা ডাৱৰে
মূৰত পাগুৰি মাৰি
নটুৱা নাচ এটা
আখৰা কৰিছে
শুক্ল তিথিলৈ।

★★

# শাৰদী

## ১

আয়নাৰ দৰে চক্ চক্কৈ জিলিকি উঠিছে
তেওঁৰ নয়ন। স্নিগ্ধ জোনাকৰ দৰেই।
এইবোৰেই প্ৰেমৰ নয়ন, কামুকতা, চঞ্চলতাহীন।
দুয়োটি চকুতে গভীৰ প্ৰেমৰ যেন কৰুণ আশ্ৰয়,
বিয়পি বিয়পা সেউজী সুষমা এটি হৈ।

**

## ২

প্ৰণাম কৰা। তেওঁ গৰ্ভৱতী নাৰী, বহন কৰিছে
তেওঁ সেউজী অঙ্কুৰ। ভৱিষ্যতৰ সোণালী
সময়। প্ৰণাম কৰা। তেৱেঁই নৱ পত্ৰিকা, দোঁ
খোৱা শস্যৰ ভৰত, সোণালী প্ৰতিজ্ঞা এক
হৃদয়ত লৈ তেৱেঁই মেলি দিয়ে হাত, আঁতৰে
এন্ধাৰ, প্ৰস্ফুটিত জোনাকী সময়।

**

## ৩

এটা গানৰ দৰে শেষ হৈ যাব পৰা হ'লে এই
মুহূৰ্ততে। শৰতৰ মাত শুনি সিৰিক্ কৰে যোৱাৰ
মুহূৰ্ততে শেষ হৈ যাব পৰা হ'লে! সেউজীয়া
সুগন্ধবোৰ বুকুলৈ সোমাই যাওঁতেই!

**

# বসন্তৰ এদিন

## (কবিতা সংকলন)

## ড° নিৰ্মলপ্ৰভা বৰদলৈ

**বসন্তৰ এদিন**

বসন্ত ইমানেই মায়াময় -- সৰাপাতবোৰো উৰি যায় দুপাখি মেলি।
জীৱন ইমানেই বৰ্ণ সুষমাৰে ঐশ্বৰ্যময় যে তাৰ বক্তব্য অনন্ত
'বসন্তৰ এদিন' তাৰেই স্বাক্ষৰ।

লেখিকা

## বসন্তৰ এদিন

বসন্তকালত এদিন
এটা মৌ মাখিৰ দৰে
উৰি গৈছিলোঁ

বশিষ্ঠত শিলবোৰ
পৰি আছিল
তোমাৰ উদং বুকুৰ দৰে

পানীবোৰ বৈ আছিল
তোমাৰ ৰূপালী সোণালী
কথাৰ দৰে,
মোৰ মুখখন
প্ৰতিবিম্বিত কৰি
তোমাৰ বুকুত।।

★★

## অৰণ্যৰ দিন আৰু ৰাতি

মোৰ আইৰ বুকুৰ সুগন্ধ
গছবোৰত
যেন সুমিষ্ট অন্ন আগবঢ়াই দিয়ে
শাখা মেলি
মই যেন ছায়াৰ গভীৰলৈ
সোমাই যাওঁ সংগোপনে
অভিনব স্বাদ
ছাঁ বোৰত
স্নেহ-শ্যামল নয়ন
আইৰ।

সেউজীয়াত কি
আশ্চৰ্য শিহৰণ।
আশ্চৰ্য গভীৰতা!!
সেউজীয়াত কি
আশ্চৰ্য স্বাদ!!!

★★

# শব্দৰ ইকেবানা

(এক)

বুদ্ধই শিকালে
জীৱন বীক্ষা।
প্ৰাৰ্থনা কৰিলোঁ
সকলো ঐশ্চৰ্যৰ বিনিময়ত
পাবৰ কাৰণে
ভাঁজ থকা কেইচলামান কাঠ
ভাঁজ থকা কেইদালমান লতা
সেউজীয়া আৰু হালধীয়া
কেইখিলামান পাত
বাৰে বৰণৰ কেইপাহমান ফুল

অসীমৰ ব্যঞ্জনা তাৰেই
ফুটাই তুলিম
অন্তৰ আলোকিত কৰা।।

(দুই)

পূজাৰ মণ্ডলৰ
সঙ্কোচন নাই,
শৃঙ্খলিত বিধিৰ
সঙ্কোচন নাই,
আছে ধূপৰ ধোঁৱাৰ
স্বৰ্গমুখী, মৰ্ত্তমুখী
সূক্ষ্ম, মুক্ত কল্পনা--
ইকেবানা।

(তিনি)

ইকেবানা --- বৈ যোৱা নৈ নহয় যে
উভতি নাহিব
ইকেবানা --- ই জলাশয়ৰ পদুম
নহয় যে
জাপ খাই যাব,
ইকেবানা --- কৈ আঁতোৱা কথা,
গাই উঠা গান নহয় যে
পুনৰাবৃত্তিত আমনি লাগিব,
ইকেবানা হৈছে
বৈ থকা অথচ বৈ থকা নৈ
ই সজীৱ পদ্ম গন্ধ
সকলো ৰাগৰ সমাহাৰ হোৱা
সঙ্গীত এক আকণ্ঠ।।

(চাৰি)

আচলতে চাব জনাটোতহে
নিৰ্ভৰ কৰে সকলো কথা
অন্তৰ্দৃষ্টিয়েহে দিয়ে দৃষ্টি।

(পাঁচ)

প্ৰতিটো বস্তুৱেই প্ৰতিটো বস্তুৰ প্ৰতীক
পৰিপূৰক নহয়,
ৰঙে বতৰা দিয়ে সুৰৰ
সুৰে বতৰা দিয়ে কথাৰ
গন্ধই পাৰ্থিৱ-অপাৰ্থিৱতাৰ
ইকেবানাৰ সাৰ্থকতা তাতেই
ই বহু তৰপীযা।

(ছয়)

ভাঁজ লগা লতাদালতে
কাঁচি জোন
নীলা ফুলৰ বিছনাখনতে সাগৰ
প্ৰকৃতি ইমানেই প্ৰতীক ধৰ্ম্মী।

(সাত)

লতাদালতে যদি
ওলমি থাকিলহেঁতেন মনটো!
নাই, পাহাৰ বগাই সি বৈ যাব খোজে
নৈ হৈ মাটিৰ পিনে,
পখিলা হৈ গালত গাল থৈ খোজে
ফুলৰ।

(আঠ)

ইকেবানা– ই কেৱল
ফুলনেকি? নহয়
ইকেবানা– ই কেৱল
লতা নেকি? নহয়
ইকেবানা– ই যে অবাৰিত ব্যঞ্জনা

(ন)

অকলশৰীয়া পাত এটাৰ
লম্ব নিসঙ্গতা
মৌনী বুদ্ধ।

(দহ)

জীৱন এক শিল্প নে
শিল্প এক জীৱন?
শিল্পৰ অৰ্থই যে
জীৱনক অৰ্থময় কৰা।

(এঘাৰ)

জীৱনক জীৱন কৰিবলৈকে
ইমান ব্যঞ্জনা, ইমান কাৰুকাৰ্য
নহ'লে জীৱন
খালি এক ভিক্ষা পাত্ৰ।।

(বাৰ)

নৃত্যৰ স্থিৰ
এক লহমা,
সুৰৰ আলাপৰ শীৰ্ষবিন্দু
এক লহমা–
ইকেবানা।

(তেৰ)

সকলো নিষিদ্ধতাৰ
উৰ্দ্ধৰ গানগোৱা
ই এক অচিনাকী চৰাই,
ই আধুনিক ইকেবানা।

(চৌধ)

বন্ধ ঘৰত
আকাশ চাব পাৰিনে?
আত্মাক স্পৰ্শ কৰিব পাৰিনে?
মৈত্ৰীৰ বিশালতা
এবেগেতত পায়নে??
তাকেতো কয়
নুশুনা ৰাগৰ মূৰ্চ্ছনা ঃ
ইকেবানা, ইকেবানা।।

(পোন্ধৰ)

মই তেওঁৰ হাতত
হাত থলোঁ,
আবেগত বাঙময় হল মন
চিডাৰ গছত গ্লোডিয়লি
পাইন বনত লিলি।।

(যোল্ল)

কথাবোৰ লীন গৈ আছে
মুকুতা হৈ নীৰৱতাত
বুটলিব খুজিলেই
আঙুলি কেৱল তিতে
শোকত।।

(সোতৰ)

মোৰ দুখ দুটোপাল
সজাই থ'লোঁ
উকাডালত
তুমি অহাৰ পৰত
পখিলা হৈ উৰিবৰ বাবে।

(ওঠৰ)

যেতিয়া কথাৰ শেষ
তেতিয়া ইকেবানা
যেতিয়া সুৰৰ শেষ
তেতিয়া ইকেবানা

য'ত কথা সুৰ, ছন্দ, নৃত্য
একত্ৰিত হৈ মূৰ্ত্ত হয়
সিও ইকেবানাই।।

(ঊনৈশ)

মোকো হাতত ধৰি ধৰি
লৈ গৈছে মুগ্ধতাই
ইটো শৃঙ্গৰ পৰা সিটো শৃঙ্গ ওখ
সামান্যক অসামান্য কৰাৰ কাম শিল্পীৰেই।

(বিশ)

পাত্ৰটো চপচপীয়া হৈ পৰিছে
ৰজনীগন্ধা, তগৰ
গুলঞ্চৰ শিপাই শিপাই
ডালে, ডালে
সুগন্ধৰ শীতলতাৰে ভৰপূৰ
গ্ৰীষ্মৰ প্ৰাঙ্গণ
আজি ঊনৈশ শ ছয়ানব্বৈৰ
মে মাহৰ পোন্ধৰ তাৰিখ।*

* অহল্যা গগৈৰ "জাপানৰ কলা ইকেবানা" নামৰ গ্ৰন্থখনৰ উন্মোচন হৈছিল গুৱাহাটীত ১৫ মে' ৯৬ চনত। সেই উপলক্ষে হোৱা ফুল সজ্জা ইকেবানাৰ উদ্দেশ্যে এই মৌলিক কবিতা লানি লিখা হৈছিল। ৰচনা স্থান আছিল কলিকতাৰ অসম হাউচত। কবিতালানি পঠাই দিয়া হৈছিল আৰু উন্মোচনী সভাত পাঠ কৰা হৈছিল। এই বিশটা কবিতা কোনো জাপানী কবিতাৰ অনুবাদতো নহয়েই জাপানী একো কবিতাৰ আধাৰতো লিখা নাই।

**

# এজেলীয়াৰ ফুলত ফাকু

এজেলীয়াৰ ফুলত ফাকু

তাত দেহ নাছিল
আছিল আজলী প্ৰেমৰ
বুজা নুবুজাৰ লুকাভাকু

আগবসন্তত কেৱল ফুল
নাথাকে পাত
গুলঞ্চ ফুল
কাঞ্চন ফুল
প্ৰিয় কুসুমৰ
উৰিছে জাক
উতনুৱা মৌমাখিয়ে
দিয়েহি কাষত
এযাৰি মাত।।

**

# কুলিৰ মাতত

কুলিৰ মাতত
দোল দি
বসন্ত আহিল
ফুলৰ হাঁহি
ওঁঠত লৈ
বসন্ত আহিল

তগৰৰ সুগন্ধই
বা বলাই গ'ল,
সেউজীয়া
চুলিকোঁচা মেলি
তাতৰ পাটত
বিহুমালতী।

★★

# বসন্তৰ এদিনত

বসন্তৰ এদিনত
ক'লা আমঠুৰ কথা।।

শিলৰ দ'ম
মোৰ শীৰ্ণ দুহাতেৰে
ছাঁ থকা ঠাইলৈ
ঠেলি নিব নোৱাৰোঁ

হে সূৰ্য দেৱতা
তোমাৰ তাপটো
কিছু কমাই দিয়া
চোৱাচোন,
এই দুদিনতে
মোৰ হাতখন
কিমান ক'লা পৰিল।

হে বতাহ,
কিছু ক'মঁকৈ
বলি থকা
ধূলিবোৰ কিমান যে বেগেৰে
উৰিছে
চোৱাচোন।
মোৰ মুখখন
চিৰাল ফটা দিব
এতিয়া

মই আৰু কিমানপৰ
ধৰি ৰাখিম মোৰ দেহা
লেৰেলি নপৰাকৈ?
মোৰ উচুপনি
শুনি নোপোৱানে??
বাটৰ শিলগুটি ভঙা
বনুৱা ছোৱালীৰ নেদেখা কান্দোন??

মই বিচাৰি ফুৰোঁ
এমুঠি ভাত
মোক বিচাৰি ফুৰে
অপমানে।
হে সূৰ্য
তোমাৰ ইমান খাওঁ খাওঁ কৰা
মূৰ্ত্তি কিয়??

য'লৈকে যাওঁ
তাতেই একেটা কথা
"দিবিনে, দিবিনে, দিবিনে?
দিবিনে নিদিয় ক",

"মোক গধূলিকৈ
লগ দিবিচোন
পথাৰৰ সিমূৰৰ হাবিতে
*টকা পাবি এশ টকা।"*

"ৰাতি হ'লে তই
কোনো নথকাত
মোৰ দোকানলে
আহি যাবি তই
ধাৰলৈ নহয়
চাউল দিম
এনেয়ে তোক"
এই কথাবোৰে
কেউদিশে খেদি ফুৰে
কেনি যে পলাম মই।।

হে সূৰ্য দেৱতা!
গাৰ ছাল মোৰ
ক'লা নকৰিবা
বায়ু দেৱতা!
কমকৈ তুমি
ধূলি উৰুৱাবা
মোৰ মিনতি শুনা

মই ক'লা মলা পৰি গ'লে
কোনেনো দেখিব ভাল?

ভাল হৈ থাকিলে
কোনোবা ল'ৰাই
আহি নকবনে
"তোৰ হাতুৰীৰ কোব
শিলত নহয়
মোৰ বুকুতেই
পৰিছেহি ধক্ ধক্
হাতুৰী আঁতৰাই থ
সেন্দুৰ পিন্ধাই নিওঁ ঘৰলৈ
এই বহাগতে
জীৱনৰ লগৰী হ
মোৰ দুহাতকে
দুহাতে সাৱটি ল।।"

★★

# বিহুৰ দিন

সেইবোৰ আছিল
মাটি আৰু পানীৰ দিন
পথাৰ আৰু নদীৰ দিন

ভৰিত লাগি আছিল
আলতীয়া মাটিৰ গোন্ধ
গা আৰু মনত আছিল
নিলাজী বনৰ লাজ
লফা শাকৰ পাতৰ দৰে
বহল আছিল সেইবোৰ
লহপহীয়া দিন।

সেই জোনাক ফুলা
ঘাটত
সেই ববচা বনৰ
তলত
পোত গৈ আছে
পোত গৈ আছে
সেইবোৰ
ধানৰ থোকৰ দৰে
দিন
সেইবোৰ পথাৰ, নদীৰ
দিন

সেইবোৰ
আমৈ লতাৰ দিন
গাধৈবোৰত পৰি থকা
নাঙল আৰু যুৱলিৰ দিন
মহৰ শিঙত লাগি থকা
পথৰুৱা দিন
কপৌ ফুলৰ পাহিত থকা
ৰমক্‌জমক্‌ দিন।

সেইবোৰ
লাই হালে-জালে
আবেলি বতাহে
লফা হালে-জালে
দিন।

**

হে বতাহ,
কিছু ক'মকৈ
বলি থকা
ধূলিবোৰ কিমান যে লে
উৰিছে
চোলা

ৰে

হে আধুনিক
কোনফালে লৈ
চকু অন্ধ কৰি??

ঘোৰ অন্ধকাৰৰ তলিত
মনো নে নমনোকৈ দেখোঁ
এৰি অহা ঘৰবাৰীৰ
এচেৰেঙা ৰ'দ
যি নিমিষতে অন্তৰ্হিত হয
অপসূযমানতাৰ কি দ্রুত গতি!

ইঠাইতে আছিলো আমি
আজি তাত নাই
সি ঠাইত আছোনেকি?
নাই, তাতো নাই

তাৰ চুলি যেন
শিপাডালো নাই
চিন মোকাম তাৰ
নাই ক'তো নাই!!

শিপা থাকে জানো
প্লাষ্টিকৰ গছৰ,
বনৰ??

★★

## গীতৰ দৰে কবিতা

পাহে পাহে
জিলমিলাই উঠিছে বহাগ
পাতে পাতে
তিৰবিৰাই উঠিছে বহাগ
বহাগৰ প্রতিটো দিনেই
একোটা সেউজীয়া কবিতা
নাহৰ ফুলে ফুলে
থুপ খায়
সোণোৱালী কথা
দিকচৌ বনৰ পৰা
উৰি আহে
সেউজী সুষমা
বহাগ নামটোৱেই
বৈ বৈ বাজি উঠা
জিৰিজিৰি
সুগন্ধি কবিতা।।

★★

## বসন্তত

এইটো প্ৰহৰতে
অৰণ্যখনে ভৰ কৰেহি
মোৰ গাত
এইটো প্ৰহৰতে মোৰ শৰীৰ
আয়নাৰ দৰে জিলিকি উঠে

স্থলপদ্মৰ দৰে ৰূপ সলাইছে
বতৰে
বাঁহীৰ মাতবোৰ
সেউজীয়া হৈছে

শিমলু ফাটিবলৈ
ধুমুহা নেলাগে।

★★

## বসন্তত

নিজান বাঁহীৰ সুগন্ধ
উশাহত লোৱাৰ
সময়
এইটোৱেই

জোনাকবোৰ
নৈৰ পানীত
চুই চোৱাৰ
সময় এইটোৱেই

বসন্তক
বুকুৰ গভীৰত
উপলব্ধি কৰাৰ
সময় এইটোৱেই।

★★

## বসন্তৰ এদিন

বসন্তৰ এদিন
পিকনিক পাতিছিলো
তুমি আৰু মই
জোনাকত

সুখৰ বৰষুণে
উটুৱাই নিছিল
দুখৰ পঁজা
আমাক অনাবুৰ কৰি।।

★★

## বেলিটোৱে কথা কয় জানো?

বেলিটোৱে
কথা কয় জানো?
বেলিয়ে নকয়।
পোহৰৰ গুণেৰেই
বেলিটো সৰৱ

ফুলবোৰে
কথা কয় জানো?
ফুলেতো নকয়
ৰং আৰু সুবাসেই
ফুলৰ গৌৰৱ।।

**

## বসন্ত কালত

বসন্ত কালত
ৰামধনুখন
হাতেৰে ঢুকি পোৱাতে থাকে
এজেলিয়া
চিলভেনিয়াৰ মাজে মাজে
দুখৰ বৰষুণেহে
তুলি ধৰে
সুদূৰ আকাশত।।

**

## মানুহে মানুহৰ মুখলৈকে চায়

মানুহে মানুহৰ
মুখলৈকে চায়
জীয়াই থাকিবলৈ
দুটা শব্দ
উচ্চাৰণ কৰিব
বৰঘৰে, মাৰলঘৰে
উমলি থকা শব্দ
উজাগৰী গাৰুত
চকুৰ টোপালৰ দৰে
পৰি থকা দুটা সুগন্ধি শব্দ
তাৰ বাবে
সাঁচিপাত মেলিব নেলাগে।

**

## ভাদ মাহৰ গধূলি

ভাদ মাহৰ গধূলি
মোৰ বুকুত
এবুকুকৈ
গধূলি গোপাল

শব্দই শব্দই
ৰুণুক জুনুক
সুৰে সুৰে
একেটা বাঁহীৰ মাত

মই আঁঠু কাঢ়োঁ
আৰু গৈ থাকোঁ
হাত চাপৰি পাৰ হৈ
মণিকূট পাৰ হৈ
আৰু

চাল-বেৰ ফালি
হিয়া ফালি
বৈ যাওঁ
অসীম নীলাৰ পিনে
ওপৰলৈ।

**

## বসন্তৰ বতাহ ল'বলৈ

বসন্তৰ
বতাহ ল'বলৈ
অকলে যাব নোৱাৰি

বন্ধুৰ চকুৰ নীলা
কিমান গভীৰ
তাকো চাব পাৰি
নীলা আকাশৰ
তলতহে।।

**

# অচিনাকি সময়

সকলোকে শূন্যতা
সকলোবোৰতে ভয়লগা নির্জনতা
এই ভয়ঙ্কৰ সময়
পাৰ হওঁ কিদৰে?

এটাই উত্তৰ
শব্দেৰে।

তোমালৈ
এখন সেতু
গঢ়ি দিছো শব্দেৰে ঃ
চেতনা প্ৰেৰণালৈ
ৰূপান্তৰিত কৰা
স্ব প্ৰজ্ঞাৰে, স্ব শক্তিৰে
হৃদয়ক কৰি তোলা
স্বচ্ছ এক আয়না
তাত প্ৰতিফলিত হওক
সত্যৰ মুখ

জীৱনৰ অন্য নাম
"অন্বেষণ"
নিজক বিচাৰি পাবৰ কাৰণে
কৰা এক নিৰন্তৰ যাত্ৰা
তোমাৰ যাত্ৰাৰ সঙ্গী মই
মোৰ যাত্ৰাৰ সঙ্গী তুমি
আঁহা, হাতত ধৰাধৰিকৈ
পাৰ হাওঁ
এই ভয়ঙ্কৰ অচিনাকি সময়।

★★

# গীতৰ দৰে কবিতা

গছে-পাতে
বিহু আহে
বিহু চৰাইৰ মাতত
বিহু আহে
ঢোলৰ মাতত
বিহু পেপাঁৰ সুৰত
বিহু থাকে
গামোচাত
মাহ-হালধিৰ গোন্ধত
চিৰা-পিঠাৰ
ফুৰফুৰীয়া
মিঠা সুবাসত
বিহু আহিল
ৰমক জমক
অৰণ্যৰ বুকুত
বনৰ বুকুৰ
বিহু আহি
ফুলিল আজি মনত
অ কি বৈয়া বৈ
ওলাই আহ
তৰাদৈ
আঁটি ল' ৰিহাখন গাত
উজুটিত ভাঙি যা
জেওৰা, জপনা
সুৰত তোল কুলিৰে মাত।

★★

# বিহু গীতবোৰ

বিহু গীতবোৰ
ক'লৈ যায় গৈ
উচলি-পিছলি?
এই যে বুকু ফালি
ধাৰাসাৰে পৰা
মাটি ফালি থোপাথোপে ফুলা
বিহু গীতবোৰ??
আকাশে বতাহে
জাকি মাৰি মাৰি উৰা
বিহু গীতবোৰ??
ক'লৈ যায় গৈ??

যায় গৈ
যৌবনৰ কোমল পাটা
ফুলেৰে
ফুলাম কৰিবলে
প্ৰহৰে
প্ৰহৰে।।

★★

# বহাগ প্ৰাণেৰে উদ্দাম

বহাগ প্ৰাণেৰে
উদ্দাম
গছে-পাতে গান

বহাগে সুহুৰিয়ায়
বহাগে বিজুলীয়াই
বহাগেই
ঢোলৰ মাতেৰে যায়
ৰজান জনাই
বহাগৰ
ইমানেই প্ৰাণ।

বহাগ মানেই যে
সৃষ্টিৰ আকুলতা
বহাগ মানেই যে
বাসনাৰ ব্যাকুলতা
মাটিৰ সীৰলুৰে
গাই উঠে গান

বহাগৰ কি প্ৰাণ!
বহাগৰ কি প্ৰাণ!

★★

# বসন্ততে গোপনে

মোৰ এই
লাহি দুহাতেৰে
চাহ গছবোৰ
বেচিকৈ ছাঁ থকা ঠাইলৈ
ঠেলি নিব নোৱাৰোঁ

চোকা ৰ'দত
এটি কলি দুটি পাত
ছিঙোতে ছিঙোতে
মোৰ হাত দুখন
মুখখন
আৰু ক'লা
পৰিল।

ধিনিকি ধিন্দাও ......
খিটি খিটি তাও ........
ধিনিকি ধিন্দাও দাও ......
টিহিটি টলল ........
টিহিটি টলল .........
টিহিটি, টলল তাও
ঢোল পেঁপাৰ মাত
ওচৰৰ গাঁৱৰ পৰা
ভাঁহি আহিছে
গাটো ৰাই-জাঁই লাগিছে
বিহু কাইলৈৰ পৰাই
হ'বলা।

বাগিছাত পাত তোলা
কেবাদিনো
বন্ধ থাকিব
মই মুখত দেহত
সানিব পাৰিম
তেল দিয়া
কেঁচা হালধিৰ ৰস।

কাইলৈ পুৱাতে
হে সূৰ্য দেৱতা
হালধি সনা
দেহাটো
অৰণ্যত অকলে
তোমাক দেখুৱাম
তুমি মাথোন
লাজত চকু মুদি
নিদিবা
কেৱল দেখা দিবাহি
মাদল বজোৱা
পাহুৱাল
ডেকা এটি হৈ
চকুৰ আগত।।*

*লোকবিশ্বাসৰ আধাৰত

★★

# মোৰ তেজত

মোৰ তেজত
বেলি উঠে নে
জোন উঠে?

জোন-বেলি
দুযোটাই
সকলো প্ৰহৰতে

মোৰ এটা চকুত
জোন
আনটো চকুত
বেলি
বেলিৰ উত্তাপৰ লগত
সৰি পৰে জোনাক
মই বিযপি যাওঁ
বহল হৈ যাওঁ
আকাশৰ দৰে
আৰু সাৱটি লওঁ
মাটিক
মাটিৰ পৰা
আকাশলৈ
আকাশৰ পৰা
মাটিলৈ
নিৰন্তৰ অহা যোৱা।

★★

# নিজৰ মায়া

নিজৰ মাযা
দেখুৱাইছিলা
কেৱল সত্যব্ৰতকহে
সত্যব্ৰত।
শব্দটোত ব্যঞ্জনা আছে।
সত্যক যি ব্ৰত কৰি লয
তেওঁৱেইতো
সত্যব্ৰত।
সত্য জাগতিক
নে পৰমাৰ্থিক?
শেষ সত্য
কোনটো'
পায়নে কোনোবাই?
নে
তেওঁক বিচৰাটোতেই
সত্য।

কিজানি
বিচৰাটোৱেই

বিচাৰি যাওতেই
পাৰ হ'ব লগা হয
মাযাৰ
একো একো অধ্যায়
য'ত
মাছেই সাগৰ গিলে
অথবা
মাছৰ আকাৰ সাগৰে
বহন কৰিব নোৱাৰা
অৱস্থা হয়।

★★

# দিন লেখি লেখি

দিন লেখি লেখি
বুঢ়া আঙুলিৰ মূৰ পালেহি
কেৱল বাগৰি গ'ল
কেৱল বাগৰি গ'ল

চিনাকি মুখবোৰ হ'ল
অচিনাকি
অচিনাকিতো
অচিনাকিযেই
মূল্যবোধ
অন্তৰ্ধ্যান হোৱা
পৃথিৱীখনত
মই ক'ত এপতা
মাটি পাওঁ
থিয় হ'বলৈ?
দুৰ্দান্ত গতিত
কেউদিশে সকলো
ভাগি পৰিছে, ভাগি পৰিছে
বিশ্বাস, ভৰসা, স্নেহ,
আশ্ৰয়

ক'ত আশ্ৰয়, ক'ত আশ্ৰয়
ক'ত আশ্ৰয়???

আশ্ৰয় অন্তৰ্যামীতে চাগৈ
যি আছে নিজৰ বুকুতে।

★★

# বসন্তৰ এদিন

মই সেউজীয়া
ডালত দুলি
গাব খুজিছিলোঁ গান

বৈ যাব খুজিছিলোঁ
এটা জুৰিৰ দৰে
আকাশৰ জোন
বুকুত লৈ
মাটিৰ বুকুত বুকু দি

বসন্তৰ এদিন
হ'ব খুজিছিলো
এটা সোণোৱালী পখিলা
সুমথিৰা বনৰ সুগন্ধেৰে

আজিও বসন্তৰ
এটা দিন
মই ঠিকেই গান গাই আছোঁ
গাইছোঁ
পানী নোহোৱা জুৰি
শুকাই অহা কণ্ঠ
পাখি ছিগা পখিলাৰ গান।।

★★

# সৰাপাতৰ দিন

মই নিৰ্বিকাৰ
নহয়
কিন্তু
নিৰ্বাক

মই উদাসীন
নহয়
কেৱল
স্তব্ধ।

ডেউকা কোবাওঁতে
কোবাওঁতে
ডেউকা ছিগি ৰক্তাক্ত
অথচ মুক্তিৰ বাট
নিকপকপীয়াকৈ ৰুদ্ধ।

চকু মুদি দিন
চকু মেলি ৰাতি
পাৰ কৰিছো
তীক্ষ্ণতম ছুৰীৰ ওপৰত
পিঠি দি।
ক্ষুৰধাৰ সময়ে
কিয় ৰেপি থাকে
মোৰেই ডিঙিত?
কোনে দিব
ইয়াৰ উত্তৰ??

**

# বসন্তত

বসন্তত
সৰাপাতবোৰো
উৰি যায় উলাহত
এজাক সৰু চৰাইৰ দৰে
দুপাখি মেলি।

পাতবোৰ হয় চৰাই
চৰাইবোৰ হয়
গান গোৱা মানুহ
মানুহবোৰ হয়
গৰখীয়া পেপাঁৰ সুৰ
পাহাৰ তলিত
হ্যালি-জ্বালি।।

**

## অবিৰত যাত্ৰা

শব্দবোৰ চকুৰে-কাণে সোমাল
আৰু মই তিতি
জুৰুলি-জুপুৰি হ'লোঁ
তেনেকৈয়ে, তেনেকৈয়ে।

গছৰ পাত সৰিল, গছৰ পাত ওলাল,
গছৰ পাত সৰিল, গছৰ পাত ওলাল,
পাত ওলাল, পাত সৰিল
পাত ওলাল, পাত সৰিল

এনে লাগে অনন্ত জীৱন মই
গৈ আছো, গৈ আছোঁ
গৈ আছো এনেকৈয়ে
মোৰ সোণবৰণীয়া দেহা
ছাই হৈ গৈছে,
চকুৰ পোহৰ অস্তমিত হৈছে,
অন্বেষণৰ উত্তৰ মই পোৱা নাই,
মই গৈ আছো

সত্যক মই চাব খোজোঁ
সত্যক মই চুব খোজোঁ
সত্যৰ লগত মই
কথা পাতিব খোজোঁ
মই গৈ আছোঁ
ইখনৰ পাছত
সিখন মহাদেশৰ সীমা
পাৰ হৈ
গীৰ্জা, মচজিদ, নামঘৰ
পাৰ হৈ,
শকত গ্ৰন্থবোৰৰ মাজেৰে

তীক্ষ্ণ কাঁইটৰ আঁচোৰত
ওলোৱা তেজবোৰেই কি সত্য??

স্বাদেই কি সত্য?
স্পৰ্শই কি সত্য?
বৰ্ণই কি সত্য?
ভোগৰ তুৰীয়া মুহূৰ্তই
কি সত্য?
নে অৰ্থহীন অন্বেষণটোৱেই।

ই পোহৰত
নে আন্ধাৰত??

ইপাৰৰ ধ্বনিময়তাত
নে সিপাৰৰ নিৰ্জনতাত??
সত্য মানে কি
শূন্যতা?
সত্য কি
অস্তিত্ব ৰহিত??

মোৰ চেতনা
অৱচেতনা
মগ্ন চেতনা
আনকি
সপোনতো
মই গৈ আছোঁ
গৈ আছো, গৈ আছোঁ।

★★

## সত্যৰ মুখ

সত্যৰ মুখ
প্ৰতিবিম্বিত হয়
দুখৰ
স্থিৰ পানীত
সুখৰ সাগৰ
ফেনীল।

★★

## আঁচল পাতি পাতি

আঁচল পাতি পাতি
সকলোবোৰ ল'লোঁ
তিতা, টেঙা
কেঁহা, কাঁইটীয়া
ফলবোৰ
এবেলাতে শুকাই যোৱা
ফুলবোৰ

ভৰত
চাদৰখনেই উৰলি গ'ল
ক'ত থওঁ
এতিযা
এইবোৰ??

★★

## শব্দ আৰু শব্দৰ

শব্দ আৰু শব্দৰ
মাজে মাজে
কোনোবা আহি থাকে
মোৰ ওচৰলৈ

শব্দ আৰু গন্ধবোৰৰ
মাজে মাজে মাজে মাজে,
সুৰুঙাৰে
কেতিয়াবা দূৰত
থকা যেন লাগে
কেতিয়াবা
কাষ পাওঁ পাওঁ হয়,
কোনোবা আহি থাকে
মোৰ কাষলৈ
মোৰ বুকুলৈ
মোৰ অনুভৱলৈ

গন্ধত ঠেকা খাই
শব্দ অদৃশ্য হয়
শব্দত ঠেকা খাই
গন্ধ
সেই যে শব্দবোৰ
কলিংবেলৰ শব্দত
ক'ৰবাত কাঠ কটা শব্দত
দাইলত তেল মৰাৰ শব্দত
চামুচৰ টুং টুং শব্দত
ৰাস্তাৰ ট্ৰেফিকৰ শব্দত
দূৰৈতে ভাগি
চুচুৰ্মৈ হয় গন্ধও

কাচিৎ হেৰা পোৱা
গভীৰ নিৰ্জনতাৰ
সুযোগ লৈ
কোনোবা আহে
ধূপিতৰাত ভৰ দি

গছৰ পাতৰ
জিৰ্‌জিৰ্‌ শব্দত ভৰ দি।
কোনোবা আহে
কেতিয়াবা ফুলৰ
অপৰূপ তন্ময়তাত
কেতিয়াবা মোৰ বাজি থকা
চেতাৰৰ সুৰত ওলমি
কোনোবাই দেখা দিয়ে
আকাৰ বিহীনতাৰে

কোন আহে, কিয় আহে
দুটা শাৰীৰ মাজৰ সুৰুঙাৰে
দুটা শব্দৰ মাজৰ সুৰুঙাৰে??

কোন আহে?
চকু চাট মাৰি ধৰাকৈ
কোন আহে??

★★

# মই বাটটোলৈ

মই বাটটোলৈ
কিয় চাই থাকো?
কোন আহিব বুলি?
নে কোনোবা গ'লগৈ বুলি??

এৰা,
কিমান যে গ'ল গৈ
আকৌ আহিম আহিম বুলি!
তেওঁ আহিব নোৱাৰিলে?
নে কওঁতেই কৈছিল এনেয়েহে।

এৰা, আস্থাই গ'লগৈ এই বাটেদিয়ে,
গ'লগৈ বিশ্বাস,
গ'লগৈ বিশ্বাস,
গ'লগৈ মূল্যবোধ
আহিছিল যেনেকৈ

কোন আহিব বুলি
মই বাট চাই থাকো??

এটা দিন?

মোৰ বুকু ভৰি যোৱা
এটা দিন??

বুকু কিহেৰে ভৰে
তাকেতো নেজানো!!

★★

## এটা প্ৰতীকি কবিতা

কেৱল এটা ৰীডত
এটা গানৰ সম্পূৰ্ণ সুৰ
লুকাই থাকেনে??

বস্তুত ৰীডত
আঙুলি বুলোৱা
যোগ, যোগ
বিযোগ, বিযোগ
যোগ, বিযোগ
বিযোগ, যোগ

উচ্চ পৰ্দাৰ পৰা
ঝৰণাৰ দৰে
নামি অহা,
উঠি যোৱা
ধূপৰ ধোঁৱাৰ দৰে আকৌ

ইটোৰ মাজত সিটো ৰীডৰ
আলিঙ্গন নহ'লে
এটা সুৰ কেনেকৈ হ'ব'?

**

## মূল্য সলনিৰ সময়

একেটা সূৰ্যই
অস্ত গৈছে,
সকলো নদীত
জুৰিত
বিলত
আনকি
গৰুৰ খোজৰ
পানী খোঙাতো।

মোৰ দেখাৰ
দুৰ্ভাগ্য হ'ল
সেই সূৰ্যাস্ত
সূৰ্যাস্তৰ
কাটি হৈ পৰা
হেলনীয়া ৰং

বিহুল মোৰ
অন্তৰ

জানো
কাইলৈ সূৰ্য উঠিব
কিন্তু
সি
একেটা সূৰ্য নহয়।

**

# সময় বৈ গৈছে

সময বৈ গৈছে
সময বৈ গৈছে
লেলিহান জিভাৰ
মাজেৰে
সময়ৰ গৰ্ভলৈ
বৈ গৈছে সময।।

সময লেহন কৰি আছে
সুদীৰ্ঘ জিভাই।
সময়ক সময়ে
গ্ৰাস কৰিছে।

শ্যামবৰ্ণ, নীলবৰ্ণ
ৰক্তবৰ্ণ জিভাৰ মাজেদি

সময় গৰ্ভমুখী
উদাসীন, নিৰ্বিকাৰ
সংৰক্ষিত, সুচতুৰ
গভীৰ সময়,
সময়ৰ সকলো মস্তক
সময়ৰ দেহজ শৰীৰ
অশৰীৰি, শব্দৰ শৰীৰ
ক্ষোভদগ্ধ
অদগ্ধ শান্তিৰ শৰীৰ।
প্ৰাৰ্থনাৰ বীজমন্ত্ৰ
অগ্ৰাহ্য কৰি
ৰূপান্তৰৰ অৰ্থে হোৱা
বৈপ্লৱিক আস্ফালন
অগ্ৰাহ্য কৰি
ৰহস্যক ৰহস্যময় কৰি
সময়ক শুহি লৈছে
সময়ে
দুঃসময়, সুসময়
সকলো সময়

সময়হীন সময়?
নিৰ্বান য'ত
ত'তেই।



★★

# আজিৰ দিনটো

আজিৰ দিনটো
যোৱা কালিৰ
প্ৰায়শ্চিত্ত
আৰু
কাইলৈৰ
প্ৰস্তুতি।।

প্ৰাযশ্চিত্ত
যিটো নকৰিলোঁ নজনাৰ কাৰণে,
তাৰ কাৰণে,
যিটো আধা কৰাকৈ থাকিল
তাৰ কাৰণে,
যিটো কৰিব পাৰিলোহেঁতেন
অথচ নকৰিলোঁ
তাৰ কাৰণে,
আৰু ভাল চৰ্চা এটা যে নকৰিলোঁ
তাৰ কাৰণে,
আলস্যৰ কাৰণে
অস্থিৰতাৰ কাৰণে
অক্ষমতাৰ কাৰণে,
যথাৰ্থ শব্দ উচ্চাৰণ কৰিব
নোৱাৰাৰ কাৰণে
এখোজ আগবাঢ়ি যাব
নোৱাৰাৰ কাৰণে
অন্ধকাৰে মোক
পুৰি নিয়ে
প্ৰতিদিনে মই
ভস্ম হওঁ,
আৰু কৰোঁ
প্ৰতিদিনৰ প্ৰতিজ্ঞাৰে
কাইলৈৰ প্ৰস্তুতি

এনেকৈয়ে
এনেকৈয়ে
এনেকৈয়ে।।

**

# আনে জীৱনক দিয়ে বয়স

আনে জীৱনক দিয়ে বয়স
মই বয়সক দিওঁ জীৱন।।

মোৰ শব্দবোৰ শব্দনেকি?
ওঁহো,
মোৰ শব্দ
শব্দৰ অন্তৰালত শব্দ
তাত আছে
তৰপে তৰপে
অনুচ্চাৰিত, অনুস্তাষিত
উত্তাপময় কত অৰ্থ।।

মোৰ ভিতৰত
মই নেকি??
অজন্তাৰ অৱয়ব?
ৰেখাৰ সুমিষ্ট ঘ্ৰাণ?
ওঁহো,
মই স্পৰ্শৰ অতীত
কোনেও নুশুনা গান।।

**

## মোৰ কবিতাবোৰ

মোৰ কবিতাবোৰ
শিপাৰে সৈতে উভালি অহা মাটি,
মাটিৰ সুগন্ধ,
মাটিত লীন গৈ থকা
বেলিৰ তেজ।

তাত লাগি থকা বিষণ্ণতা
কেতিয়াও ব্যক্তিগত নহয়
ই সৰ্বকালৰ
আৰু বৰ্তমান যুগটোৰ
ধাৰাসাৰ অশ্ৰুৰ
প্ৰতিচ্ছৱি।।

**

## মোৰ শিল্প এক তীক্ষ্ণধাৰ অস্ত্ৰ

মোৰ শিল্প এক তীক্ষ্ণধাৰ অস্ত্ৰ
ই সকলো ধৰণৰ
অন্ধকাৰৰ বুকুত
শানিত ছুৰী বহুৱায়,
আৰু নেদেখা বস্তু
জিলিকাই তোলে।

**

## মই জানো

মই জানো,
মই তোমাক
'আই' বুলি কেৱল মাতিলেই নহয়
তোমাৰ অস্তিত্ব অৰ্থময় কৰি
ৰাখিবৰ বাবে
মোৰ পৌৰুষ ৰোপিত হ'ব লাগিব
মাটিত।
সুউচ্চ পৰ্বতৰ কঠিনতাৰে
মই বাধা দিব পাৰিব লাগিব
ধুমুহা,
নদীৰ কোমলতাৰে
তোমাক কৰিব লাগিব মই
শ্ৰীময়ী।
মোৰ সতৰ্কতাৰ স্নিগ্ধতাত
তুমি টোপনি যাবা
প্ৰতি প্ৰভাতৰ শুভকৰ্ম
গুণ গুণ ধ্বনি তোমাৰ হ'ব
জাগৰণী গীত।
তোমাৰ হেঙুলীয়া উম
আৰু মোৰ দৃপ্ততাৰ
তেজৰ লক্ষণ একে হ'ব লাগিব
তেতিয়াহে তুমি মোৰ
আই, মই তোমাৰ সন্তান
নহ'লে তোমাক আই বুলি
মতাৰ মোৰ
অধিকাৰ ক'ত??

**

## বজ্ৰহুঙ্কাৰ কণ্ঠত আজি কিয়?

বজ্ৰহুঙ্কাৰ কণ্ঠত আজি কিয়?
চেতনা আজি সজাগ অতন্দ্ৰ কিয়?
প্ৰতিৰোধৰ স্তম্ভ হৈ
হিমালয়ৰ দৃঢ় কঠিন হৈ
এখন পতাকাৰ তলত আজি
থিয় হৈছোহি কিয়??
এই পতাকা অসমবাসীৰ
এই পতাকা এক সংস্কৃতিৰ
জাতি ধৰ্মৰ বিভেদ ইয়াত নাই
মুক্তে কণ্ঠে দুস্কৃতি ৰোধিম
প্ৰয়োজন যদি শিৰ বলি দিম
সঙ্কট কালৰ সন্মান ৰাখিম
হৈ একেলগে থিয়।।

মহাকালক দেখুৱাম আমি
একত্ৰিত এই শক্তি
দেশৰ মাটিত নাই, ঠাই নাই
অযুক্তিকৰ যুক্তিৰ।

ৰাজনীতিৰ ই নহয় সমস্যা
ভাষাৰ ই নহয় সমস্যা
ধৰ্মৰ ই নহয় সমস্যা
সমস্যা ৰাষ্ট্ৰনীতিৰ
সমস্যা অৰ্থনীতিৰ
সৰ্ব্বস্ব আজি শেষ হয় হয়
ৰুদ্ৰ ৰূপেৰে তাণ্ডৱ নাচা
সংহতিৰে ভস্ম কৰা
দুৰ্নীতি অন্যায়
হৈ একেলগে থিয়।।

**

# শেষ হোৱা নাই

শেষ হোৱা নাই
শৰাইঘাটৰ ৰণ
আজি অসমীযাৰ
জীৱন মৰণ পণ
অহিংস নীতিৰ
মুক্ত ৰণাঙ্গণ
নীতিৰ মন্ত্ৰ
ন্যাযৰ অস্ত্ৰ
ঝন ঝন ঝন ঝন।।
তন্দ্ৰা নাই
অতন্দ্ৰ চেতনা আজি
ক্লান্তি নাই
বীৰৰ বেশেৰে সাজি
দেশৰ হকে
ডিঙি আগ কৰি
কৰিছে শেষৰ পণ
ভাষা সংস্কৃতিৰ
কলিজা কামোৰা
মাতৃ ঘাটক
ঐক্য নাশক
ক'লৈ পলাবি
কাপুৰুষ বিভীষণ।।
দস্যুৰ দৰে
জাকে জাকে আহি
দেশক আক্ৰমণ,
লুণ্ঠনকাৰীৰ
শোষণকাৰীৰ
কিহৰ আস্ফালন?
আজি অসমীযাৰ
জীৱন মৰণ পণ
অখণ্ডিত শক্তি আজি
অগণন যৌবন।।
আবাল বৃদ্ধ বনিতা আজি
প্ৰতিৰোধৰ স্তম্ভ
জীৱন কপোঁৱা
ছলনাৰ এই
ভাঙিব লাগিব দম্ভ।।
মহাকাল
উঠিছে চমকি
সুপ্ত সিংহ
উঠিছে গৰজি
সাৱধান দুৰ্জন
শেষ হোৱা নাই
শৰাইঘাটৰ ৰণ
নীতিৰ মন্ত্ৰ
ন্যাযৰ অস্ত্ৰ
ঝন ঝন ঝন ঝন।।



★★

## প্ৰত্যাহ্বান মই

প্ৰত্যাহ্বান মই
ময়ে সমস্বৰ
বীজমন্ত্ৰ মই
জাগৃতি পৰ্বৰ মহামন্ত্ৰ
মই বিদ্যুৎ চেতনাৰ দূত
হোমকুণ্ডৰ ময়ে অগ্নি জ্বলন্ত।।
ময়ে ক্ষুদ্ৰ
ময়ে ৰুদ্ৰ
ময়ে সুপ্ত
ময়ে জাগ্ৰত
ময়ে অনন্তবীৰ্য,
কালীয়ৰ সহস্ৰ ফনাক ময়ে
কৃষ্ণ হৈ কৰো ৰক্তাক্ত।।

ময়ে সহস্ৰসূৰ্য
জ্যোতিপ্ৰপাতৰ উৎস
কাল অন্ধকাৰত জ্বলি উঠা লেলিহান
ময়েই অমোঘ সংকল্প
মই স্বপ্ৰকাশ
অবিনাশ
অনিবাৰ্য।।

★★

## আজি দিশে দিশে

আজি দিশে দিশে
বজ্ৰৰ আহ্বান
স্খলিত; দলিত
পঙ্ক পতিত
ক্ষুধিত জনৰ
তেজৰ উঠিছে বান
উত্তাল উদ্দাম।
কিমান সহিব।
কিমান কান্দিব।
জুইৰ শিখাৰে
অশ্ৰু মচিব দিশাবিহীন
আশ্ৰয়হীন
ক্ষুধাৰ্ত মলিন
অন্ধকাৰৰ পোতাশালৰ
জীৰ্ণ, সহস্ৰজনে
শত ক্ৰন্দন
অৰণ্য ৰোদন
জীৱন ইয়াত কেৱল উপেক্ষা
মৃত্যুৰ বাবে কেৱল প্ৰতীক্ষা
দুয়ো হাত শীৰ্ণ ৰিক্ত
প্ৰতিটো দিন বিফল ব্যৰ্থ

কেৱল গ্লানি পুঞ্জীভুত
যন্ত্রণা স্তুপীকৃত
অন্যায় অপমান
কিমান সহিব এই জ্বালা আৰু
ভাঙি দে, ভাঙি দে ভাঙ।।
ভাঙ, ভাঙ
লাজ ভাঙি দে ভাঙ
বিলাসীতা, কৃত্রিমতাৰ, মিছাভেমৰ
লাজ আজি ভাঙ, ভাঙ
সৰু, বৰ
সকলো কামকে
আগবাঢ়ি কৰ, কাটি লৈ কৰ
নিজৰ ভৰিৰে
খোপনি পোত
বাউসী বলেৰে
সাতোৰ সোঁত
পুঞ্জীভূত জড়তাক আজি ভাঙ
ভয় ভাঙি দে ভাঙ
পথ যদি সত্য হয়
কিহৰ ভয়ৰ সঙ্কুচিত ম্লান?
নিৰ্ভীক তই স্পষ্ট হ
মনৰ দ্বিধা গুচাই থ
শক্তি তই সূৰ্যৰ পৰা আন
সাহসেৰে কৰ
ভয়ক থানবান,
ভাঙ ভাঙ
ভয় ভাঙি দে ভাঙ।।
সঙ্কোচ আজি ভাঙ
মনৰ দ্বিধা ডাঙৰ বাধা
বিচাৰেৰে তাক ভাঙি যা
কৰ্ত্তব্যকে শিৰৰ আজি
মুকুট বুলি মান
সৰুবৰ সকলো কামৰ
শিল্পী হ তই, হাতিয়াৰ হ
কালৰ বুকুত ৰাখি যা
ৰচি তাৰেই গান।

ভাঙ ভাঙ
লাজ ভাঙি দে,
ভয় ভাঙি দে,
ভণ্ডৰ মুখা সোলোকাই দে
মিছাৰ প্ৰাচীৰ ভাঙি দে ভাঙি দে
বৈ যাওক তোৰ
শক্তি প্ৰবাহ
কল্‌কল্‌ অবিৰাম
ভগীৰথ হে
নমাই আন
ঝন্টাৰুদ্ধ গঙ্গা
শঙ্খ বজাই
বাট দেখুৱাই
প্ৰাণৰ গতিক লৈ যা
গা আজি তই
কঠিন মাটি
সিক্ত কৰা মহামন্ত্ৰৰ গান
মৃত্যুক আজি
গচকি খচকি
দুস্কৃতিৰ তই তেজ পি পি
ল নিজে তই নাম
মৃত্যুঞ্জয় তোৰ নাম।।

★★

# জনতা মোৰ প্ৰাণৰ জনতা, গণ দেৱতা

জনতা মোৰ প্ৰাণৰ জনতা, গণ দেবতা
ক'ত লুকাই আছিল তোমাৰ
এই দুৰ্জয় শক্তি
অমোঘ অসীম বীৰ্য
প্ৰণাম, প্ৰণাম
প্ৰাণৰ প্ৰণাম
হে সহস্ৰ, সূৰ্য।।
তুমি দেখুৱাই দিলা,
বিপ্লব নহয় ৰজা ভঙা-পতা
বিপ্লব নহয় গান
সামূহিক ই মহা আকাঙ্খা
জনতাক দিয়ে প্ৰাণ
গতিৰ যদি দুৰ্গতি হয়
ভুল হয় পদক্ষেপ
চিন্তাত যদি জড়তা আহে
নীতি লাঞ্ছিত দেশ।
ধুমুহা গতিৰে ই নিজে আহে
বিপ্লব ঃ সংশোধন
ই নিজেই চেতনা নিজেই প্ৰেৰণা
মৰণক জিনা জীবন।।
মৃত্যুঞ্জয়ী জনতা অ, দেশৰ ভাগ্য বিধাতা
তুমিয়ে সত্য, সততা
হাতত ন্যায়ৰ পতাকা
তুমিয়ে অঙ্কুৰ, তুমিয়ে শিপা
তুমি মহীৰুহ, স্নিগ্ধ শ্যামল
তুমিয়ে দৃঢ়, প্ৰাণ চঞ্চল,
পত্ৰ-পুষ্প শাখা।।
তুমিয়েই বনুৱা, তুমিয়ে ৰণুৱা
সংগ্ৰামী জীৱন শক্তি
তুমিয়েই শ্ৰম, তুমিয়েই পণ
তুমি বুদ্ধি, তুমি মুক্তি
প্ৰাণক প্ৰাণে জগাই তুলিলা
শীৰ্ণ নদীলৈ প্লাৱন আনিলা
(তোমাৰ) শব্দ শক্তিৰ আশ্চৰ্য যাদুৱে
ছিৰাছিৰ কৰি আন্ধাৰ ফালিলে
বিদ্যুতৰ শিখা উফৰি পৰিলে
প্ৰচণ্ড বেগৰ তীক্ষ্ণ গাজনি
দিকে, দিকে ধ্বনি প্ৰতিধ্বনি
কি দুৰ্মদ তেজ!
ইতিহাস অভিনব
মাতৃ পূজাৰ স্তব
কণ্ঠে কণ্ঠে লৈ
"তৰিলে দেশ, মৰিলে স্বৰ্গ"
"জয় আই অসম, জয় আই অসম"
বীজমন্ত্ৰ লৈ
অখণ্ডিত মহাশক্তি হৈ
তুমি দেখুৱাই দিলা
ধৰ্ম নহয় বিভেদী শক্তি
সংস্কৃতি একে হ'লে,
তুমি দেখুৱাই দিলা
'চাকৰি নহয় দেশতকৈ ডাঙৰ'
নায্য দাবী হ'লে।
হে জনতা—
অসমৰ প্ৰতিজন আজি
ক্ষুদ্ৰ হ'লেও
নহয় তুচ্ছ
মাটিৰ ৰসেৰে
অঙ্কুৰিত
প্ৰাণবন্ত
পল্লৱিত প্ৰাণ
নেলাগে বেলেগে
সীমাত বন্দী
তোমাৰ সামান্য নাম
তুমি নিজা দেশৰ
গণআত্মা
পৰমাত্মা
অখণ্ডিত
মহাআত্মা
সেয়েই তোমাৰ নাম।।

**

# অমৰত্বৰ আভাস

(ৰাছিয়ান কবিতা)

(১৯৪১-৪৫ চনৰ মহান জাতীয় যুদ্ধত প্ৰাণ আহুতি দিয়া
চোভিয়েট কবিসকলৰ অমৰ গাঁথা)

# মোৰ একাষাৰ

মই এবাৰ কলিকতাত থাকোতে ভাতৃ প্ৰতীম, শিল্পী শ্ৰীপ্ৰাঞ্জল শইকীয়াই (নগাঁৱৰ) মোক 'ইম্‌মৰটেলিটি' নামৰ ৰাচিয়ান কবিতাৰ ইংৰাজী অনুবাদ সহ এই কিতাপখন উপহাৰ দিছিল। তাৰ পাছত গুৱাহাটীৰ মেডিকেল কলেজ হস্পিটেলত পেয়িং ৰুমত প্ৰায় ডেৰমাহ মান থাকিব লগা হোৱা সময়খিনিত মই এই কিতাপখন পঢ়ি চাইছিলো। প্ৰতিটো কবিতা মোৰ চকু পানীৰে তিতি গৈছিল।

মায়া! ই কি ৰহস্যময়, ই কি প্ৰহেলিকা। মায়াৰ নাম কি আবেগ? নিজা দেশখনৰ প্ৰতি, নিজা দেশৰ পতাকাখনৰ প্ৰতি, নিজৰ নৈ, বিল, গছ গছনিৰ প্ৰতি, নিজৰ মানুহখিনিৰ প্ৰতি নিজৰ প্ৰেয়সীৰ প্ৰতি ভাষাৰে বুজাব নোৱাৰা কি এক দুৰ্বাৰ আকৰ্ষণ! বিশ্বজনীন এই আবেগ, এই অনুভূতি পৃথিৱীৰ সকলো ঠাইতেই একে।

আমাৰ কাব্য, মহাকাব্য সমূহত যুদ্ধৰ ভয়াবহ বৰ্ণনা আছে যদিও, সাধাৰণ যুজাৰু সৈনিকৰ অন্তৰ্বেদনা থকা ভাৰতীয় কবিতা মই পঢ়িবলৈ পোৱা নাই। চোভিয়েট ইউনিয়নৰ 'ইম্‌মৰটেলিটি' নামৰ এই সঙ্কলনখনত যুজাৰু সৈনিকৰ কলিজাৰ স্পন্দন স্পষ্টকৈ শুনিবলৈ পোৱা যায়। জীৱনৰ চৰম সঙ্কটত লিখা এইবোৰ কবিতা বৰ মৰ্মস্পৰ্শী। জীৱন্ত দেশপ্ৰেমেৰেও কবিতাবোৰ প্ৰাণময়।

যুদ্ধক্ষেত্ৰৰ এই কবিতাবোৰৰ লগত আমাৰ পাঠকৰো পৰিচয় হওক বুলিয়েই কবিতাখিনিৰ অনুবাদ কৰিবলৈ মন গ'ল। তেতিয়া এই তেত্ৰিশজন কবিৰ ইমানবোৰ কবিতা অনুবাদ কৰিবলৈ শক্তি নাছিল। প্ৰতি কবিৰে এটাকৈ তেত্ৰিশজন কবিৰ তেত্ৰিশটা কবিতা মাত্ৰ অনুবাদ কৰি 'অমৰত্বৰ আ' মাত্ৰ ভাস' দিবলৈ চেষ্টা কৰিলো।

কিতাপখন অনুবাদ কৰাৰ পাছত প্ৰেছ কপি কৰিবৰ সময়ত মোৰ দুয়ো চকুৰ অসুস্থতা ইমান বেচি হ'ল যে মই নিজে প্ৰেছ কপি কৰিব নোৱাৰা হ'লো। মোৰ ছাত্ৰ ড° পৰাগ কুমাৰ ভট্টাচাৰ্য, মোৰ নাতি জোন শ্ৰীসপ্তৰ্ষি ভট্টাচাৰ্য, মোৰ দুজনী সহচৰী শ্ৰীমতী ৰুমী দেৱী আৰু শ্ৰীমতী ৰীতা তহবিলদাৰে লাগি ভাগি প্ৰেছ কপি কৰি নিদিয়া হ'লে কিতাপখন প্ৰকাশেই নাপায়। প্ৰুফ চাওঁতে ভাই মুনু (শ্ৰীপ্ৰদীপ বৰদলৈ) আৰু ভতিজী শ্ৰীমতী সুদৰ্শনা বৰদলৈয়ে সহায় কৰি দিছে। মই এওঁবিলাকৰ কাষত কৃতজ্ঞ। কৃতজ্ঞ শ্ৰীপ্ৰাঞ্জলৰ ওচৰতো।

এতিয়া সহৃদয় পাঠক সমাজে ভুল-ত্ৰুটি মাৰ্জনা কৰি কিতাপখন আদৰি ল'লে মোৰ পৰিশ্ৰম সাৰ্থক হ'ব।


নিৰ্মল প্ৰভা বৰদলৈ

শ্ৰীময়ী

জু-নাৰেঙ্গী পথ,

গীতানগৰ, গুৱাহাটী

# শেষ নিশ্বাসলৈ

মানুহ বুঢ়া হোৱাৰ লগে লগে আবেগ প্ৰৱণ হয়। এই কিতাপখনৰ পাত লুটিয়াই থাকোতে মোৰ কণ্ঠত শোকে খুন্দা মাৰি ধৰিছে, চকুৰ পৰা ধাৰাসাৰ চকুলো বৈছে। এটা নাম, এটা কবিতাৰ শাৰী এইবোৰ যিযেই নহওঁক, একো একোজন ডেকা ল'ৰা যাৰ জীৱন যুদ্ধৰ খড়্গই কাটি লৈ গ'ল তেওঁ বৈ গ'ল একোটা কবিতা বা গীতত। তেত্ৰিশটা জীৱন- তেত্ৰিশটা অদৃষ্ট। তেত্ৰিশজন মানুহে স্মৰণীয় তেওঁ বিলাকৰ জীৱন অমৰ কৰি থ'লে। তেওঁ বিলাকৰ মাজত আছিল প্ৰখ্যাত চোভিয়েট কবি জোচেফ উটাকিন। তেওঁ গীতিকাৰ আছিল আৰু আছিল মস্কোৰ গাভৰুবোৰৰ নয়নৰ মণি। তেওঁ আছিল হুৰমুৰীয়া আৰু প্ৰাণচঞ্চল। জেক আলটচ্চেন আৰু বহুতো তৰুণ -- যিসকলে সৃষ্টিশীল পথত ভৰি দিছিলহে। পাভেল কোগান, নিকোলাই, মেয়ৰভ, ভেচিলি, কুবালেভ, মিখাইল কুলৰ্চিটস্কি ..... এইবোৰ নামে সেই ত্যাগৰ কথা সোঁৰৰায় যিযে চোভিয়েট সাহিত্য উজ্বল কৰি তুলিছে দুখ আৰু শোকাবহ সময়ৰ কথাৰে। মই এই পাণ্ডুলিপি পঢ়ি থাকোতে যুদ্ধৰ আৰম্ভণীত মোৰ সহযোগী কমাণ্ডাৰ এজনে কোৱা কথা এটা ঘনাই মনলৈ আহিছে-- "যেতিয়া শই শই হাজাৰে হাজাৰে সৈন্য নিহত হৈছে বা আহত হৈছে, তুমি স্বাভাৱিকতে বেজাৰ পোৱা, আঘাত পোৱা সাধাৰণ ভাৱে। কিন্তু নিজৰ কম্পেনী চেক্টৰত যুদ্ধ এখন ধৰা শেষ হ'ল, প্লেটুনৰ পৰা কেজুৱেলিটি লিষ্ট আহিল, নিহত হোৱা প্ৰত্যেকজনকে তুমি ব্যক্তিগত হিচাপে জানিলেও তুমি সৈনিকসুলভ প্ৰকাশহে দিব পাৰিবা। সেই নিহত সকলৰ লগত তুমি এসময়ত একে মেছতে একে আহাৰ পাত্ৰৰ পৰা আহাৰ লৈছিলা, পানীয়ও। সেই কথাবোৰে, স্মৃতিবোৰে এনে যুদ্ধৰ ক্ষতিক ব্যক্তিগত শোকলৈ পৰ্যবসিত কৰে। প্ৰতিজনৰ মৃত্যুত গাৰ পৰা যেন এচকল মঙহহে খহি পৰিল। প্ৰকৃতিৰ আশীৰ্বাদ এয়ে যে অত্যন্ত ভয়ঙ্কৰ কথাও সহিবৰ কাৰণে প্ৰকৃতিয়ে আমাক শক্তি দিয়ে। নহ'লে যুদ্ধৰ সময়ত আমি আমাৰ পৰাই হেৰাই গ'লোহেঁতেন।

সেই ডেকা অফিচাৰজনৰ কথা কিমান সত্য! এই তেত্ৰিশজন কবিৰ কবিতা মই যুদ্ধৰ আগতে পঢ়িছিলো, কাৰোবাক হয়তো সম্পাদকৰ মেজতো লগ পাইছিলো, নতুবা লগ পাইছিলো কোনোবা সাহিত্য সন্ধিয়াত। এই সকলৰ মাজৰ অন্ততঃ বিশজনে মোৰ মনত গভীৰ সাঁচ বহুৱাইছিল।

**ৱাদিম ষ্টেলঃ**– মোৰ স্মৃতিৰ পৰাই তেওঁৰ ভৱিষ্যত বাণীৰ নিচিনা কবিতা এশাৰী মাতিব খুজিছো। কবিতাটোৰ নাম 'নেটিভলেণ্ড', লিখা হৈছিল ১৯৩৫ চনত--

মই পৃথিৱীৰ গায়ক
মই মাটিৰ গীত গাওঁতা
মই এনেকৈয়ে জীৱিকা উলিয়াওঁ।
কবিতা লিখি নহয়
আৰু যুদ্ধতো নহয়।
শব্দই মোক হত্যা নকৰে
মোৰ আইৰ দুগ্ধৰ নামত
শপত খাই ক'ব পাৰো
অন্তিমলৈকে আনন্দৰ.........
যাত্ৰা কৰিম।
মিছলীয়া আৰু কৃপণৰ মই শত্ৰু,

বন্ধু নহওঁ;
বলৰ নিচিনা আপেলৰ গীত গাওঁ মই।
পতাকাখনে ৰঙা ডেউকা কোবাই
যেতিয়া প্ৰতিৰোধ কৰে
মোৰ জীৱন হৈ পৰে ডাঠ, দৃঢ়, শক্তিশালী
এখন দেৱাল।

তেওঁৰ কবিতাৰ প্ৰথম সংগ্ৰহৰ এনে উচৰ্গাৰ বৈশিষ্ট্য আছে। সেই সময়ত তেওঁ ওডেচাৰ পৰা মস্কোৰ আমাৰ ওচৰলৈ আহিছিল-- ওখ মজবুত হাড়ৰ কৰ্মঠ ৰঙিয়াল ল'ৰা। তেওঁৰ মনোমোহা অবয়ব আৰু ৰঙিয়াল মনৰ মৌলিক প্ৰতিভাসম্পন্ন কবিতাৰ শাৰীবোৰে আমাক মুগ্ধ কৰিছিল। সেই সময়ৰ আমাৰ নিচিনা কবিবোৰে সততেই ভাবিছিল যে, বাদিম এসময়ত গৈ ক্ষমতাশালী বনুৱা কবি (Worker-poet) হ'বগৈ। সেই সময়তে আহিল যুদ্ধ। মাতৃভূমি ৰক্ষাৰ অৰ্থে আগবাঢ়ি যোৱা, প্ৰতিৰোধ দিওঁতা সকলৰ লগত জীৱন ভালপোৱা এই কবিজনে যোগ দিলে। কিন্তু দুপতীয়াতে সময়ে তেওঁক ছিঙি লৈ গ'ল। সেই সময় এনে আছিল যে গীতিকবিৰ সাহসী হৃদয় ঢাকি দিবৰ কাৰণে পতাকাৰ ৰঙাসূতা পৰ্যন্ত নাছিল।

**আলেক্সি লেবেদেভ ঃ** তেওঁ যেন মোৰ চকুৰ আগতে বৈ আছে। সুগঢ়ী, বহল কান্ধৰ, নৌ সেনা গৰাকী আছিল প্ৰতিভাশালী এজন কবি, প্ৰকৃত এজন মানুহ আৰু এজন সুন্দৰ 'কমৰেড্'। নৌ বাহিনীৰ কলেজত পঢ়ি থকা অৱস্থাতে মই তেওঁক দেখিছিলো আৰু যেতিয়া তেওঁ চাব্‌মেৰাইন অফিচাৰ হৈছিল তেতিয়াও তেওঁক লগ পাইছিলো। বাল্টিকৰ লুণীয়া সোৱাদৰ, মানুহৰ সাহস আৰু জীৱনৰ প্ৰতি প্ৰেমেৰে পৰিপূৰ্ণ কবিতা তেওঁ আবৃত্তি কৰিছিল। আলেক্সি লেবেদেভ আৰু তেওঁৰ বন্ধুবোৰে সক্ৰিয় ভাবে নৌবাহিনীত কাম কৰিছিল কিন্তু অপাৰেচনেল কৌশলত আত্মনিয়োগ কৰি উভতি আহিব আৰু নোৱাৰিলে। ফিনলেণ্ডৰ শীতল পানীত তেওঁৰ জীৱনে বুৰ মাৰিলে। শক্তিশালী প্ৰতিভাৰ উজ্জ্বল, বিস্তাৰিত পাখি স্তব্ধ হৈ গ'ল।

**বাগ্ৰিটস্কি ঃ** কুন্টচেভৰ উপকণ্ঠত থকা এক সৰু ঘৰ। পকা ৰুম এটা একুৰিয়ামেৰে সজোৱা। পাছলৈ এই সকলোবোৰ অমৰ হ'ল। এডৱাৰ্ড বাগ্ৰিটস্কিকৰ কবিতাত আকৰ্ষণীয় সৰু এই পৃথিৱীখনৰ মাজত থকা স্ফূৰ্তিবাজ, উৎপতীয়া সৰু ল'ৰাটোৰ চকু আছিল তীক্ষ্ণ আৰু চুলিবোৰ আছিল ক'লা। তেওঁৰ নাম আছিল ভেচভলভ আৰু তেওঁ আছিল কবিৰ পুত্ৰ। "চিগাৰেট বক্স" নামৰ কবিতাত তেওঁৰ পিতৃয়ে গোটেই পৃথিৱীক এখন 'ইষ্টেট'ৰ দৰে পুত্ৰক দান কৰি গৈছে। এই সৰু ল'ৰাটো আমাৰ চকুৰ আগতে ডাঙৰ হ'ল, দুষ্ট ল'ৰাৰ পৰা উৎপতীয়া স্কুলীয়া ল'ৰা হ'ল, উচ্চাকাঙ্খী কবি হ'ল, নাট্যকাৰ আৰু উচ্চাকাঙ্খী ভাৱবীয়া হ'ল-- যাৰ পৰিচালনা আৰু প্ৰেৰণাৰে আজিৰ বিখ্যাত এলেক্সি আৰ বুজভ হৈ উঠিল। আগৰ বৈপ্লৱিক বছৰবোৰৰ আদৰ্শৰে ঐতিহ্যৰ পুনৰ স্থাপনেৰে তেওঁ বিলাকে সমূহীয়াকৈ "চিটি এট ডন" নামৰ নাটক লিখি উলিয়াই মঞ্চস্থ কৰিলে। তেওঁ বিলাকৰ আছিল সুদূৰ প্ৰসাৰী বলিষ্ঠ আঁচনি। কিন্তু আহিল যুদ্ধ।

কবি পুত্ৰই লিখিলে ঃ
ভল্যা ভেলেন্টিনা পৰ্বতৰ ওপৰৰ
আমাৰ শিবিৰৰ ৰক্ত পতাকাখন চোৱা
বতাহত উৰি আছে, সাহসেৰে,
পতাকাৰ খুটাত যেন "সাজু হোৱা ভল্যা"
এই বজ্ৰ ঘোষণা।

ডাঙৰকৈ উচ্চাৰণ কৰা--

তোমাৰ ঘোষণা বজ্ৰৰ দৰে গৰজি উঠক।

যোৱাকালিৰ ডেকা ল'ৰা, আগৰণুৱা, সজীৱ যৌৱনৰ গৰাকী ভেচভলভ বাগ্রিটস্কিয়ে পশ্চিমৰ পৰা অহা বজ্ৰপাত ধুমুহাক সম্ভাষণ জনালে-- "সদায় সাজু" এনে ধৰণৰ আগৰণুৱা যুৱক সুলভভাৱে। তেওঁ আৰ্মি নিউজ পেপাৰৰ লিখক হ'বলৈ বুলি ফ্রন্টলৈ গ'ল। তেওঁ যুদ্ধত বেচিদিন নাথাকিল। নৰ্থ ওৱেষ্ট ফ্রন্টৰ মাৰ্চত যাওঁতে ষ্ট্ৰ ৰয়া ৰাছাৰ ওচৰত জাঙ্কাৰৰ পৰা অহা এটা বোমে তেওঁক হত্যা কৰিলে।

**জিঅৰ্গি সুভৰভ ঃ** মস্কো যুদ্ধৰ শীৰ্ষ সময় তেতিয়া। ৱেষ্টাৰ্ণ ফ্রন্টৰ বাতৰি কাকত "ক্ৰাচনৱাৰ মেইচকয়া প্ৰাভদা"ৰ ফিল্ড এডিটৰিয়েল অফিচলৈ আহি কৰ্মৰত আৰ্ডৰলীয়ে মোক ক'লেহি-- "এজন লেফ্‌টেনেন্টে আপোনাক লগ পাব খুজিছে। তেওঁক লৈ আহোনে?" সেই সৰু অফিচ ৰুমটোলৈ এজন তেনেই কুমলীয়া অফিচাৰ-- বাহিৰে দেখাত তেওঁ এজন তেজোদীপ্ত পুৰুষ-- সোমাই আহি থিয় হৈ নিজৰ চিনাকি দিলে "লেফ্‌টেনেন্ট সুভৰভ! কথা ক'বলৈ অনুমতি বিচাৰিছো, কমৰেড্ জেষ্ঠ সেনা বাহিনীৰ ভাৰপ্ৰাপ্ত বিষয়া।" তেওঁক মই মোৰ কাগজেৰে ঠাহ খাই থকা মেজখনৰ কাষত আহি বহিবলৈ মাতিলো, তেওঁ মোক চমুকৈ ক'লে যে তেওঁ লেনিনগ্ৰাড ফ্রন্টলৈ যাবলৈ হস্পিটেলৰ পৰা ওলাই আহিছে আৰু মোক দেখুৱাবলৈ কবিতা কেইটামান আনিছে। তেওঁ 'মেপকেছ'ৰ পৰা কবিতাৰ বহী এখন উলিয়াই পঢ়ি শুনোৱা আৰম্ভ কৰিলে। সেয়া আছিল গীতি কবিতা। ব্যক্তিৰ লগত বিশ্বৰ সুৰ মিলোৱা এই কবিতাখিনি শত্ৰুৱে সৃষ্টি কৰা জুই ধোঁৱাৰ মাজেদি সৰকাই লৈ ফুৰোৱা কবিতা। এই যুৱকজনৰ কবিতাখিনিয়ে যৌৱনৰ স্বাক্ষৰ বহন কৰিছিল। কবিতাত থকা গীতিময়তাই যুদ্ধৰ আগৰ প্ৰচলিত কাব্য কৌশল লাঘৱ কৰিছিল। এক কথাত তেওঁৰ সেই বহীখনৰ কবিতা আছিল তেনেই ন-লেখাৰুৰ কবিতা। প্ৰকাশৰ দুৰ্বলতা স্বত্বেও তেওঁৰ কবিতাত মানৱীয় বলিষ্ঠতা আৰু সাহসিকতা সৃষ্টি কৰিব পৰা অনন্য প্ৰতিভাৰ সুৰ শুনিবলৈ পোৱা গৈছিল।"

মই জিঅৰ্গিৰ লগত দুঘন্টা সময় জুৰি তেওঁৰ কবিতাৰ বিষয়ে, সাধাৰণভাৱে অন্য কবিতাৰ বিষয়ে আৰু কেনে কঠিন সময়ৰ আমি সন্মুখীন হৈছো সেই বিষয়ে কথা পাতিলো। মোৰ পৰা একো সহায় (favour) নিবিচাৰি জিঅৰ্গিয়ে থিয় দিলে, মোৰ হাতত হাত থৈ ধন্যবাদ জনালে আৰু কবিতাৰ বহীখন এৰি থৈ গ'ল-- নতুন ফ্রন্ট লাইন কবিতাৰ যি সংকলন আমি কৰিবলৈ লৈছো তাত তেওঁ পঢ়ি শুনোৱা কবিতাখিনি অন্তৰ্ভুক্ত কৰিব পাৰিনেকি সেই আশাৰেই হয়তো।

লেফটেনেন্ট সুভৰভ গ'লগৈ আৰু কেইমাহমানৰ পাছতেই মৃত্যুৱে তেওঁক আকোৱালি ল'লে-- লেনিন গ্ৰেড ফ্রন্টৰ মাৰ্চত। সম্পাদকীয় অফিচৰ আৰ্কাইভৰ ক'ৰবাত তেওঁৰ এক্সাচাৰচাইজ বহীখন পৰি থাকিল।

এটা এটাকৈ নাম, নাম আৰু নাম। লেনিনগ্ৰেডৰ যুৰিইঙ্গে আৰু ফ্রন্ট বাতৰি কাকতৰ লিঅনিভ ভিচ্চলি আছিল "ক্ৰাচনয়াজেভদা"ৰ (Krasnaya Zvezda) লিখক। টাটাৰ সকলৰ গৌৰৱ নায়ক মুচা জলিলকে বা পাহৰিম কেনেকৈ! তেওঁক মই যুদ্ধৰ আগৰেপৰা জানিছিলো। পাছত ফ্রন্টলৈ যোৱাৰ সময়তে তেওঁক লগ পোৱাৰ সুযোগ পাইছিলো। জুলিয়াচ ফুজিক আৰু গেব্ৰিয়েল পেৰিৰ দৰে কিম্বদন্তিত পৰিণত হোৱা এই বীৰজনো নিজৰ মানুহবোৰৰ মাজলৈ ঘূৰি আহিছিল।

নামৰ পাছত নাম। প্ৰতিজনৰ কণ্ঠস্বৰ মই কবিতাৰ মাজেৰে শুনিছো। মনৰ চকুৰে প্ৰতিজনকে মই দেখিছো। কবিতা আৰু জন্মভূমিৰ প্ৰতি ভক্তি থকা এই প্ৰতিভাশালী, আগ্ৰহী তৰুণসকল যেন চকুৰ আগতে আছে।

সাহিত্য মানুহৰ জীৱনৰ দাপোন। যুদ্ধই চোভিয়েট ইউনিয়নৰ প্ৰায় সকলোকে ধ্বংসৰ বলি কৰিছিল।

কবি সকলেও হাতত বেয়নেট বা কলম লৈ যুদ্ধত জপিয়াই পৰিব লগা হৈছিল। সৈনিক বীৰসকলৰ সমাধিৰ কাষতে ৰাছিয়ান কবি উটকিন, আলটাওচেন, ষ্ট্ৰেলচেক' লপিন আৰু অন্যসকল—উক্ৰাইনিয়ানচ্, গ্ৰেভলিইয়ুক, গেৰাচিমেনকো, স্পক, বেল'ৰাছিয়ান, ছুমাচেভ, দিনিথুয়ানিয়ান মন্টভিলা, দি জ্বিউ ৰোচিনৰ সমাধি।

স্বদেশ ৰক্ষাৰ কাৰণে হোৱা মহান যুদ্ধৰ বোজা আৰু গৌৰৱৰ অংশীদাৰ হৈছিল ছোভিয়েট নাৰীসকলো-- তেওঁবিলাকৰ পিতৃ, স্বামী আৰু সন্তানসকলৰ লগত। যুদ্ধৰ জুইৰ মাজতেই বহুতো প্ৰতিভাময়ী নাৰীয়ে কবিতা আৰম্ভ কৰিছিল। বিজয়ৰ দিনটো উপভোগ কৰিবলৈ অদৃষ্টই নিদিয়া সকলৰ সমাধিৰ কাষত এলিনা ছিৰমেন আৰু ৱাৰৱাৰা নৌমভাই চিৰনিদ্ৰাত পৰিছিল।

স্মৃতিৰ প্ৰতীক স্বৰূপে এই সংগ্ৰহৰ বহুতো কবিতাই অৱশ্যে সূক্ষ্ম ৰূপলৈ উঠা নাই। কাৰণ এই কবিতাৰ ৰচকসকলৰ বেছি ভাগেই আছিল কুমলীয়া। সেয়ে কবিতাৰ গোপন কলা-কৌশল তেওঁবিলাকৰ পৰা আশা কৰা অনুচিত। 'মাল্টি নেচনেল ৱাৰ পয়েট্ৰি'ৰ ভিতৰত এই কবিতাবোৰ আনহাতে নিশ্চয় অন্তৰ্ভুক্ত হ'ব। জীৱনৰ আশা আকাঙ্খা, বিজয়ৰ স্বপ্ন এই কবিতাবোৰত প্ৰকাশ পাইছে।

পাঠক সকলে গভীৰ, সাৱলীল আশাবাদৰ সুৰ মৃত্যুৰ আগে আগে ৰচা, মোৱাবিট বন্দী মুচা জলিলৰ কৰুণ কবিতাবোৰত শুনিবলৈ পাব। তেনেকৈয়ে "সচচেন হাছেন কনচেনট্ৰেচন কেম্পৰ (Sachsen hausen concentration Camp) ধ্বংসস্তুপৰ মাজত উদ্ধাৰ হোৱা অখ্যাত কবৰৰ টেষ্টামেন্টতো এনে সুৰ পোৱা গৈছে।

"উৰি থকা ৰঙা পতাকাৰ তলেদি
আমাৰ কোটি কোটি সৈন্য
মাৰ্চ কৰি যাব।
এই শক্তিশালী যাত্ৰাৰ জয় সুনিশ্চিত।
শত্ৰু সৈন্যবোৰ আক্ৰমণত পতিত হ'ব।
মোৰ দেশখন আকৌ সমৃদ্ধিশালী হ'ব।'
তেতিয়া ল'ৰাহঁত, তেতিয়া
দুখ আৰু বিজয়ৰ ওজন
তুলাচালনীত জুখিব পাৰিবা।
সেই অখ্যাত বীৰসকলক তুচ্ছ জ্ঞান নকৰিবা
মৃত্যুৱেই আছিল তেওঁবিলাকৰ কপালৰ লেখা
যুদ্ধত যিসকল পতিত হ'ল
তেওঁ বিলাকৰ পবিত্ৰ নামবোৰ
তুলি ধৰা
আৰু স্মৃতিত দীঘলীয়াকৈ
জীয়াই ৰাখা।
যেতিয়া গোটেই দেশখন
গানেৰে উপচি পৰিব
তেতিয়া তোমাৰ গীতত

হত্যাৰ বলি হোৱা সকলক মনত পেলাবা"।

এই কবিতাবোৰ সহজ সৰল হ'লেও এইবোৰ সেই সকলেই লিখিছিল যিসকলৰ জীৱনৰ চকু মৃত্যুৱে নিশ্চল কৰিলে।

এটা বৰ মৰ্মস্পৰ্শী কথা এয়ে যে, তেওঁবিলাকে জীৱন মাত্ৰ আৰম্ভ কৰিছিলহে, অকাল মৃত্যুৰ কাৰণে আপত্তি কৰি নিজকে সৰু কৰা নাছিল। একেখন বহীৰ পৰা উদ্ধৃত এই কবিতা কেইশাৰীতেই এই কথাৰ স্বাক্ষৰ আছেঃ--

"অ' ৰাচিয়া, মই এতিয়াও তোমাৰ কাষলৈ
ঘূৰি অহা নাই,
তোমাৰ অৰণ্যৰ গুণ গুণ শব্দ মই
আহি আকৌ শুনিমহি,
বৈ থকা সুন্দৰ নৈবোৰৰ নীলা
আকৌ আহি চামহি
মোৰ পিতৃয়ে গচকি যোৱা পথেদি
মই যাবলৈ বিচাৰো।

মৃত্যুৱে অথবা নাজী বন্দীত্বই এই কবিতাবোৰৰ কবিসকলক নিজৰ জন্মভূমিলৈ ঘূৰি আহি বিজয়ী সকলৰ লগত নিজা অৰণ্যৰ মৰ্মৰ ধ্বনি শুনিবলৈ নিদিলে, নৈৰ নীলা পানীৰ দাপোনত মুখ চাবলৈ নিদিলে আৰু পিতৃসকলে গচকি যোৱা পথেদি যাবলৈ নিদিলে। মহাবিপ্লৱৰ জুইয়ে বিশ্বৰ শিপালৈকে কপাঁই তুলিলে। কিন্তু তেওঁ বিলাকৰ মৃত্যু হোৱা নাই। এই তৰুণ-তৰুণী কবিসকল মানুহৰ প্ৰতি যেন উপহাৰ স্বৰূপ হ'ল। তেওঁবিলাকৰ সৎ আন্তৰিকতা পূৰ্ণ সাহসী কবিতাবোৰ যেন তেওঁবিলাকৰ আত্মাৰ ফুলহে। বিশ্বজনীন আনন্দ তথা কমিউনিজম্ গঢ়ি তুলিবৰ কাৰণে কৰা বীৰত্বপূৰ্ণ কৃতিত্বৰ মাজতেই তেওঁ বিলাক জীয়াই আছে।

এই সংকলনত লিখা সকলৰ বিষয়ে এই বিলাকেই কথা। এওঁ বিলাকৰ কবিতাৰ শাৰীয়ে ধুক ধুক কৈ অন্তৰ কঁপাই তোলে। যুদ্ধৰ আৰম্ভণীতে এজন সৈনিক কবিয়ে সেয়ে কৈছিল ঃ

যেতিয়া ৰেজিমেন্টৰ কেৰাণীয়ে
মোৰ কামৰ চাৰ্টিফিকেট লৈ
নিৰাশাৰ বাতৰি পঠাই দিয়ে
ক'লা আঁচেৰে ঘেৰা খামত,
তেতিয়া চকুৰ পানীৰে গাল নিতিয়াবা
তৎক্ষণাত ফালি পেলাবা ইয়াক।।
জীৱনত মৃতজনৰো ধেমালি আছিল
আৰু ক'লা ৰং তেওঁ
সদায়েই কৰিছিল
পৰিত্যাগ।।

— **এলেক্সী চুৰকভ।**

# মাতৃভূমি

মৰমৰ মোৰ এই দেশখনক
ভাল নোপোৱাকৈ থাকিব পাৰিনে?
ধুমুহা বিধ্বস্ত অস্ত্ৰেৰে
যুদ্ধত তেওঁ জয় লাভ কৰিলে,
য'ত তেওঁ ডাঙৰ দীঘল হ'ল,
য'ত প্ৰথমবাৰৰ কাৰণে তেওঁ
দেশৰ গীতবোৰ শুনিলে
য'ত একোখন উৰা জাহাজ
প্ৰথমবাৰৰ বাবে
তেওঁৰ হাতেৰে পৰিচালিত হ'ল
তেওঁৰ সেই দেশখন
তেওঁ ভাল নোপোৱাকৈ
থাকিব পাৰেনে?
যিখন দেশৰ ধুমুহাত
একাধিকবাৰ তুমি
বলিষ্ঠ ভাৱে থিয় দি থাকিলা
যুদ্ধ ক্ষেত্ৰৰ গুৰিবঠা
সুদক্ষ হাতেৰে ধৰি থাকিলা
য'ত তুমি প্ৰথম বুজি পালা
যশস্যা আৰু বন্ধুত্ব কি
যন্ত্ৰণাময় বিচ্ছেদ আৰু উত্তাপময় আলিঙ্গনৰ
মাজত পাৰ্থক্য কি।
এই পৃথিৱীত বহুতো দেশ নিশ্চয় আছে।
সেইবোৰ দেশতো চৰাইবোৰে নিশ্চয়
উৰিবলৈ শিকে
সেইবোৰ দেশৰো চেৰীবোৰ নিশ্চয় ৰঙা
সইবোৰ দেশতো নিশ্চয়
একেই আপেলৰ ফুল।

তথাপিও ক'ম
সেইবোৰ কোনো দেশেই
আমাৰ দেশৰ দৰে নহয়,
বিশাল সমুদ্ৰই এনেকৈ তীৰ সজাই
সেইবোৰ দেশত নিশ্চয় যোৱা নাই
সকলোতকৈ ধুনীয়া
প্ৰিয়তকৈও প্ৰিয়
এই দেশৰ ৰ'দৰ পোহৰত
জিলিকি থাকে
আৰু বৰষুণেৰে হয়
নিৰ্মল আৰু উজ্জ্বল
সুন্দৰী প্ৰিয়তমা মাতৃভূমি মোৰ।

**মূল ৰচনাঃ জেক আলটাইচেন**
**ইংৰাজী অনুবাদঃ ডাৰিয়ন বটেনবাৰ্গ**
**১৯৩৬ চন**



**

# কবি

"মৰা মোৰ কবিতা
মৰি যোৱা, ব্যক্তিগত দৰে"
-- ডি, মাযাকভস্কি

ষ্ট'ভটোৱে ধোঁৱাইছিল ফোঁচ ফোঁচ শব্দ কৰি
জলঙা ওলোৱা ষ্ট'ভৰ দৰে
অসহ্য লগাকৈ,
ষ্ট'ভটোৱে কোনো উত্তাপ দিয়া নাছিল
কেৱল ক'লা কৰি পেলাইছিল বতাহ।
এলান্ধুবোৰে তৰপে তৰপে
বেঙুনীয়া বৰণ দিছিল
মুখত, কাগজত, চকীমেজবোৰত।
মেজৰ কাষত তেওঁ বহি থাকোতে
ৰাতি এঘাৰ বজাত
এখন টেলিগ্ৰাম আহিল
পূবৰ ফ্ৰন্টৰ পৰা।
অস্বস্তি,
এটা আকোৰ গোঁজ দৃষ্টি
তেওঁৰ মুখত ফুটি উঠিল।
ইতিমধ্যে তেওঁক ধৰা দিছিল
ছন্দৰ সাৱলীল গতিয়ে।
তেওঁ বাতৰিটো বহুতবাৰ পঢ়িলে
তেওঁৰ উশাহ বন্ধ হোৱাৰ দৰে হ'ল
শব্দবোৰ আছিল সম্পূৰ্ণ বিৰক্তিকৰ
আৰু পোনপটীয়া।
স্তৱকবোৰ তেওঁ গুলীৰ দৰে এৰি দিছিল
ট্ৰেঞ্চ আৰু সৈন্যৰ শাৰীৰ ওপৰত যেন পৰিছিল
অবিলম্বে আগবাঢ়ি আহিছিল প্ৰতিযোদ্ধাবোৰ
শব্দবোৰক অনুসৰণ কৰিছিল সংৰক্ষিত সৈন্যৰ
গুলীৰ গৰ্জনে
অশ্বাৰোহীবোৰে খেদি গৈছিল
গুলীবৰ্ষণ আছিল ভয়াবহ আৰু গভীৰ
তেওঁ থিয় দিলে।

**মূল ৰচনাঃ আলেকজেণ্ডাৰ আৰ্চেমভ**
**ইংৰাজী অনুবাদঃ ৰোণাল্ড ভ্ৰূণ।**

★★

# আমনি লাগিছে গৈ

এনেকৈ আৰু আমনি লাগিছে গৈ
এই যে কাপোৰ কানি পিন্ধিযেই মই থাকিব লাগে
সেমেকা, পচা খেৰবোৰ ওপৰত।
আমনি লাগিছে গৈ।
এনেকৈ আমনি লাগিছে গৈ ভোকৰ যন্ত্ৰণাত।
গোটা মাৰি বৰফ হোৱা অকমান বস্তু
মগনীয়াক দিয়াদি খাই।
আমনি লাগিছে গৈ
বাট চাই চাই চিঠিৰ বাবে
যি চিঠি আৰু কেতিয়াও নাহে।
আমনি লাগিছে গৈ আহাৰৰ কাৰণে
অগ্ৰং বগ্ৰং কামবোৰ দেখি দেখি
আমনি লাগিছে গৈ ফেৰ্ ফেৰীয়া বতাহ জাকেৰে
বৰষুণৰ দিনবোৰ দেখি, দেখি
আমনি লাগিছে মৃতকবোৰৰ লেখ লৈ, লৈ।
মোৰ যাবৰ হ'ল--
এই কথা ভাবি ভাবিও
আমনি লাগিছে গৈ।
বেমেজালি আঁচনি আৰু
খেলি মেলি দিনবোৰেও
আমনি লাগিছে গৈ
"বিশ বছৰলৈ পচি থাকিব
এইটো কাম কৰিলো"--
এই বুলি ভাবি যি আনন্দ পাম
সেই কথা ভাবিও আমনি লাগিছে গৈ।"

**মূল ৰচনাঃ ভেচভলভ বাগ্ৰিটস্কি**
**ইংৰাজী অনুবাদঃ ইৰিণা ঝেলেজনোভ।**
১৯৪১ চন

★★

# আলিঙ্গন কৰিছিলো

এচিলনৰ (Echelon) কাষত
আমি দুয়ো আলিঙ্গন কৰিলো,
শোকে হঠাতে তোমাৰ
আন্তৰিকতাৰে ভৰা ডাঙৰ চকুযোৰৰ পোহৰ
কমাই পেলালে।
এই হাত দুখনেৰে
তোমাৰ মৰমৰ হাত দুখনত
টানকৈ মুঠি মাৰি ধৰি
বিদায় পৰত মই কৈছিলো
মোৰ প্ৰিয়তমা, মই ঘূৰি আহিম,
মই নিশ্চয় ঘূৰি আহিম।
কিন্তু, ......................................
কিন্তু, যদিহে সঁচাকৈয়ে কিবা এটি ঘটি যায়
যদি মই মৰমৰ এই গাওঁখন
আকৌ দেখিবলৈ নেপাওঁ
তেতিয়া মোৰ এটা অনুৰোধ
তোমাৰ কাষত--
তুমি তোমাৰ হৃদয়
অন্যক দান কৰিব লাগিব
সঁচাকৈয়ে সন্মানিত এক ব্যক্তিক
যিজন যুদ্ধ ক্ষেত্ৰৰ পৰা
উলটি আহিব
পাৰিলে।

**মূল ৰচনাঃ ৰবিচ বগটকভ**
**ইংৰাজী অনুবাদঃ ৰোণাল্ড ক্ৰণ**
**১৯৪২ চন**

**

# আমি প্ৰবল হ'ম

আমি প্ৰবল হ'ম
এই কথাটো মোৰ,
বিশ্বৰ উজ্জ্বলতম নীল স্বৰ্গখিনি মোৰ,
এই সেউজীয়া জোপোহা
আৰু গছবোৰ মোৰ,
সপোন আৰু সন্দেহবোৰো মোৰ।
মাটি শীঁয়ৰি উঠিলেও
একো নহয়,
বন্ধ কান্দোনে কাণ আক্ৰমণ কৰিলেও
একো নহয়,
ধুমুহাৰ আগৰ জাহাজৰ দৰেই
মই মাটিত মুৰ নোদোৱাওঁ।।
মই যেনেকৈয়ে সিদ্ধান্ত লওঁ
তেনেকৈয়ে জীৱনটো চলাই নিম।
চৰাইৰ দৰে স্বাধীন হৈ
উৰিম বহুত ওপৰলৈ
মোৰ মতবাদ তুলি ধৰিম উৰ্দ্ধত
মাটিৰ তলৰ গভীৰ শিপাৰ দৰে
মই খোপনি ধৰিম
মৰুভূমিত মই হ'ম পানীৰ টোপাল
সমুদ্ৰত মই হ'ম দিবাদৰ্শী তৰা
ধুমুহা বিধ্বস্ত প্ৰহৰত পৰ্বতলৈ উঠা এটা পথ
সেয়ে মই
এজন মানুহ
সকলো মোৰ ক্ষমতাৰ ভিতৰত।।

**মূল ৰচনাঃ লিঅনিড ভিলকমিৰ**
**ইংৰাজী অনুবাদঃ পেটাৰ টেমপেষ্ট**
**১৯৪১ চন**

**

# মোক ক্ষমা কৰা

ঘৰ্ঘৰাই যোৱা বক্সকাৰখনে
মোক লৈ গ'ল,
তুমি প্লেটফৰ্মখনতে থিয় হৈ থাকিলা,
মোৰ বুকুত তোমাৰ সেই
হেঁপাহ ভৰা হাঁহিটো
ৰৈ থাকিল চিৰদিনৰ বাবে
তোমাৰ চুলি কোঁচা, সেই চুলি কোঁচা
শৰত কালিৰ মেপল গছৰ পাতৰ দৰে.......।
তোমাৰ চুলি কোঁচা, সেই চুলি কোঁচাই
মোক তোমাৰ কাষলৈ ঘূৰাই আনিব।
মই শপত খাই ক'ব পাৰোঁ
তথাপিও হয় ভয়।
শৰত কালিৰ এই সংগ্ৰামে
মই কৰা প্ৰতিজ্ঞা নেৰাখিবও পাৰে।
যদি বুলেটৰ গতি ৰোধ কৰিব লগা হয়
মোৰ বুকুৰে
অথবা আক্ৰমণৰ কাৰণে লৰি যাওঁতে
মই পৰি যাব লগা হয়,
মোক ক্ষমা কৰিবা সোনজনী
মোক ক্ষমা কৰিবা
মই তোমাক কাকুতি কৰিছো
এই কাৰণে যে
মই তোমাক প্ৰতাৰণা কৰাৰ দৰে হ'ব তেতিয়া
যদিহে ঘূৰি আহিব মই নোৱাৰোঁ
তোমাৰ কাষলৈ।

**মূল ৰচনাঃ মিৰ্জ্জা গেলৱনি**
**ইংৰাজী অনুবাদঃ ওলগা স্মাৰ্টচে**
১৯৪২ চন

**

# গীতটো

সোনকালেই আৰম্ভ হ'ব
আক্ৰমনৰ ৰাতি
আমি আন্ধাৰ হোৱালৈ
কেৱল ৰৈ আছোঁ
আমি গাবলৈ আৰম্ভ কৰিছোঁ
শান্তিৰ সুৰ থকা এটা গান
আমাৰ দেশৰ গান
যিটো গান আটায়ে জানে ভালকৈ।

গানটো য়ট্ৰান নৈৰ গান,
বহুত দূৰৰ ছায়াঘন পৰিবেশৰ গান,
যিটো গানে মন ঘৰমুৱা কৰে
গানটো শুনিলে
মাটিত পৰি হাত আগবঢ়াই দিয়া
যুৱকবোৰে
নৈখন যেন দেখেহে।
কিন্তু কাঁচিয়ে কটাৰ দৰে
বুলেটে সেই শান্ত গানটো
কাটি লৈ গ'ল
বোমাই ধোৱাচ্ছন্ন কৰিলে
আকাশ বতাহ
এনেকৈয়ে জীৱনৰ নামত
আমি লগ পাওঁ মৰণক
আমি আগবাঢ়োঁ।
পানী আৰু জুইৰ মাজেৰে।।
ঘাঁহবোৰ বোকাময়, ধূলিময় হৈ পৰে
শত্ৰুৰ দেহাৰ তেজেৰে।
আমি পুৱাতে শুই পৰোঁ
সপোনতো গানটোকে লৈ
যেতিয়া সাৰ পাওঁ
তেতিয়া গানটো গাওঁ ডাঙৰকৈ।
**দীৰ্ঘ পথত শত্ৰুক অনুসৰণ কৰা হৈছিল**
**সূৰ্য আছিল অপ্ৰখৰ, বৰফবোৰ গলিছিল**

মই আগবাঢ়ো বিজয়ৰ পূৰ্ণ আস্থাৰে
মোৰ গানটো আৰু মই
শত্ৰুৰ মাজেদি।

নাইটিঙ্গেলৰ কোমল গীতৰ দৰে
মোৰ গীতটো হেলমেটৰ ওপৰেদি
আকাশৰ পিনে উৰি যায়।
স্বাধীনতা উপভোগ কৰি
ক্ৰোধ আৰু প্ৰেমেৰে
হৃদয় পৰিপূৰ্ণ হয়
অ' মোৰ গীতটো
যুজাৰুৰ আনন্দৰ গীত।

যদি ৰণক্ষেত্ৰত মই আহত হওঁ
যদি মৰণে চুমা খায় মোৰ বুকুত
তুমিয়েই মোক পাবা মোৰ গীতটোত
য'ত ঘেঁহুবোৰ দীঘলকৈ গজাৰ পাছত
এদিন কাটি পেলোৱা হ'ল, শস্যৰ মুঢ়াবোৰ নৰা
হ'ল
আৰু ঢাকি দিয়া হ'ল শ' ঢকা কাপোৰখনেৰে।

মোক কুঁৱাৰ পাৰলৈ লৈ নেযাবা
য'ত মই পানী খাব পাৰোঁ
আনন্দেৰে ৰিঙিয়াই উঠিবা, ওচৰতে, সহজ
শব্দেৰে
এটা হুমুনিয়াহৰ দৰেই আদৰ কৰিবা মোক।
মোৰ গীতটো, মোৰ ভগ্নীস্বৰূপ গীতটো
'কিভৰ' মাজেদি, মোৰ গাওঁখনৰ মাজেদি বৈ
যোৱা
'য়ট্ৰান' নৈয়ে মৰমেৰে মাতিব।

এটা চৰাইৰ দৰে মোৰ হৃদয়
মোৰ হৃদয়
চটফটাই উঠিব,
মই আকৌ সাৰ পাই উঠিম
শত্ৰুৰ লগত যুঁজিবৰ বাবে।

যুদ্ধৰ পৰা যুদ্ধলৈ মই থিয় হ'ম
উৰি থকা মোৰ পতাকাখন মই লৈ ফুৰিম

মোৰ ভগ্নীস্বৰূপ গীতটো,
মোৰ লগত তুমি সদায় থাকিবা
যুদ্ধ যেতিয়া সৰব হৈ উঠিব
তেতিয়াওঁ থাকা যেন তুমি
মোৰেই লগত।

**মূল ৰচনাঃ কোষ্ট গেৰাচিমেনকো**
**ইংৰাজী অনুবাদঃ গ্লেডিচ ইভানচ**
**১৯৪১ চন**

★★

# উপহাৰ

(মোৰ বেলজিয়ান বন্ধু আঁদ্রে লৈ
যাক মই লগ পাইছিলো বন্দীশালত)
অতীতত কটোৱা মোৰ দিনবোৰ
ঘূৰাই আনিব পাৰিম জানো
পৃথিৱীখন মধুৰ হৈ থাকোতে
ফুলবোৰৰ মাজত কটোৱা
সেই দিনবোৰ!

মৰমৰ বন্ধু, তোমালৈ
উপহাৰ এটা আগবঢ়ালোঁ
মোৰ জন্ম যি গাঁৱত হৈছিল সেই গাওঁখনৰ
কিছুমান ফুল।
এতিয়া পিছে ইয়াত
একোৱেই নাই,
বাগিছা নাই, ঘৰ নাই
আনকি স্বাধীনতাও।
ফুলবোৰো শুকাই যায়
বৰ সোনকালে,
আনকি মাটিয়েও কান্দে
অৱৰোধত।

ভালভাৱবোৰ নমৰাকৈ ৰখা
এটা বস্তুৱেই মোৰ আছে
সেয়া হৈছে চিৰসত্য হৈ থকা
মোৰ প্ৰেৰণা
গীতবোৰ মোৰ হৃদয়ত
ফুলি উঠক বসন্তৰ বনফুলৰ দৰে
আৰু সেয়ে হওঁক তোমালৈ
মোৰ মৰমৰ উপহাৰ।
মোৰ গীতৰ মৃত্যু কেতিয়াও নহয়
জীৱনৰ শেষ প্ৰহৰত
যি নিৰ্দ্দিষ্ট হৈ আছে
সেয়ে হ'ব।
দেশৰ সকলোকে ক'বা
বন্ধুত্বৰ মূল্যবান ফুলবোৰ
কেনেকৈ ফুলে
অৱৰুদ্ধ আত্মাতো।।

**মূল ৰচনাঃ মুছা জলিল**
**ইংৰাজী অনুবাদঃ এলেক্স মিলাৰ**
১৯৪২ চন

# যুদ্ধ

নহয়, বিশ্বাস কৰা মোৰ সোণ,
এইটো কি বস্তু তুমি নাজানা
এইখন কেৱল যুদ্ধক্ষেত্ৰ নহয়,
শোকৰ পতাকাৰ তলত,
এইটো সাহস বা মৃত্যুও নহয়
এইটো এনেকুৱা ঃ

ঃ ট্ৰেঞ্চৰ ধূলি বালিয়ে মোৰ আত্মাক পিহি আছে।
ঃ ৰাতিৰ বন্দুকৰ কুণ্ডা কাঠ বোলোৱা বিস্ফোৰণ।
ঃ মোৰ কুমত মই অনুভৱ কৰা ভয়ানক বিষ
ঃ চকুৰে নমনালৈ পৰি থকা ৰাস্তাৰ চকাৰ বোকাবোৰ।

মোৰ দুৰ্ভগীয়া সৰু কালটো ট্ৰেঞ্চতে পাৰ হ'ল
উজাগৰ ৰাতিৰ আৰামবিহীন তৰালি
তোমালৈ লিখা চিঠিবোৰ তেজেৰে লেখা
হাতখন মোৰ অস্থিৰ
ধূলি আৰু বাৰুদৰ ধোঁৱাৰ মাজত জীৱনৰ শেষ পুৱা
মোৰ জীৱনৰ সুস্থিৰ পুৱা ধূলি আৰু বন্দুকৰ ধোঁৱাত।
শেহান্তৰত বৰহিলৈৰ উৎকট শব্দ
এজন বীৰৰ মৃত্যু
ৰণক্ষেত্ৰত কথাবোৰ
এনেকুৱাই হয়।

**মূল ৰচনাঃ ভলাদিস্লাভ জানাদভৰভ**
**ইংৰাজী অনুবাদঃ ডৰিয়ান ৰটেনবাৰ্গ**
১৯৪২ চন

**

# মোৰ দেশৰ কাৰণে

মই তোমালৈ চিঠিখন লিখিছোঁ
যুদ্ধ আৰম্ভ হোৱাৰ ঠিক আগে আগে
অতিশীঘ্ৰেই কামানবোৰ গৰজি উঠিব
মই হয়তো শেষবাৰৰ কাৰণেই
সোণালী আকাশখনলৈ মূৰ তুলি চাইছোঁ।

অৱশ্যে জয়ৰ নিশ্চিত আশাৰেই, মই যাম
অব্যৰ্থ লক্ষ্যৰে শত্ৰুক ধৰাশায়ী কৰিম
মোৰ যদি মৃত্যুও হয়, মোৰ সন্তানে
এই দায়িত্ব ল'ব
মোৰ দেশৰ অস্তিত্ব অক্ষুণ্ণ হৈ ৰ'ব
শতাব্দীৰ পাছত শতাব্দী জুৰি।

এই পৃথিৱী মৃত্যুহীন
জ্বলমল্ সকলো ৰঙেৰে
ফুলবোৰ ফুলি উঠে পথাৰে পথাৰে।
মোৰ নিজা দেশখনে সাঁচি ৰাখিব
সকলো খোজৰ চিন ....................
য'ত মই প্ৰায়ে ঘূৰি ফুৰিছিলোঁ।

মৃত্যু মোৰ কাৰণে ভয়ৰ কথা নহয়
জুই জ্বলিথকা যুদ্ধলৈ যাওঁতেও মই শান্ত
দেশৰ গৌৰৱৰ কাৰণে মৃত্যু বৰণ কৰা সৈন্যই
গোটেই বিশ্বই শুনাকৈ গান ৰচি যায়।

**মূল ৰচনাঃ ফাটাইখ কৰিম**
**ইংৰাজী অনুবাদঃ এলেক্স মিলাৰ**
১৯৪২ চন

**

# তৰা

অ' মোৰ তৰা, উজ্জ্বল জিলমিল তৰা
জীয়াই থাকা দীৰ্ঘদিন জুৰি।
যুগ জোৰা যন্ত্ৰনা,
দুখৰ ঔষধ তৈয়াৰ কৰা গছৰ গন্ধ,
কঢ়িয়াই আনে প্ৰতিখন ট্ৰেইনে তিক্ততা
বিদেশী, ইউৰোপৰ দক্ষিণ পূব অঞ্চলৰ ছুনপৰা
পথাৰৰ উদণ্ডীয়া
য'ত আজিৰ উৎস
মোৰ সকলো উৎস, সকলো দিনৰ উৎস
য'ত মোৰ অসহনীয় বেদনাই
লঙ্গৰ পেলায়।
চিঠিবোৰে কি যে এক বুকু ভগা ঢল আনে!
যোৱা চেপ্তেম্বৰত আহিছিলে চিঠি।
এতিয়া চিঠিৰ বাবে বৈ থকাটো
মোৰ বাবে কোনো কথাই নহয়।
চিঠি অহা উচিত; তথাপিতো নাহে।।

সমতলত গোমোঠা মৰা অন্ধকাৰ
শৰতকাল পাৰ হোৱা ৰাচিয়া
খিড়িকিত অন্ধকাৰ, ঘন নীলা, ভয় লগা,
নিঃশব্দ
পুৰণি বেদনাই দাঁত কৰচে
অ' তৰা, মোৰ তৰা, মোক শিকোৱা পুৰুষৰ
দৰে
সহিবলে,
ববলৈ শিকোৱা
মোৰ বোজাবোৰ,
সদায় শিকোৱা
দূৰৰ লক্ষ্য মোক চিনি পাবলৈ
আৰু চিৰদিন জ্বলি থকা শোক
নিবৃত্তি কৰাৰ মন্ত্ৰ।
মোৰ আত্মাৰ দিকদৰ্শনকাৰী
আলোক স্তম্ভৰূপী মোৰ তৰা!
সমতলত অন্ধকাৰ বিৰাজিত
ৰেল গাড়ীয়ে অনা তিক্ত গন্ধ
অ' মোৰ মাতৃভূমি, অ' মোৰ তৰা
জীয়াই থাকা দীৰ্ঘদিন,
যুগজোৰা যন্ত্ৰণা.............................।

**মূল ৰচনাঃ পাভেল কগেন**
**ইংৰাজী অনুবাদঃ ডৰিয়ান ৰটেনবাৰ্গ**

**

# মাতৃভূমি

শৌৰ্য বীৰ্যেৰে ভৰা মোৰ দেশ
সমুদ্ৰৰ দৰে পাৰাপাৰহীন।
আমাক ঘেৰি থকা
এই পাহাৰ আৰু উপত্যকাবোৰত
যিবোৰ বাট
সেই আটাইবোৰ
ক্ৰেমলিনলৈকে।
বীৰত্বপূৰ্ণ কাম আৰু সাহসে
আমাক এখন নিজৰ ঠাই দিছে।
ইয়াতকৈ আৰু ক'তো শুৱনী দেশ নাই
কোনেও ক'তো আৱিস্কাৰ কৰিব নোৱাৰে
পূবৰ পৰা পশ্চিমলৈ চলাথ কৰিলেও।
মাতৃভূমি,
তুমি আমাৰ হৃদয়ৰো হৃদয়ত,
কলিজাত
চিৰদিনৰ কাৰণে।

**মূল ৰচনাঃ বৰিচ কষ্ট্ৰভ্**
**ইংৰাজী অনুবাদঃ পিটাৰ টেমপেষ্ট**

★★

# ৰঙা পতাকা

মোক মাতিলত্ মই বেৰেক ৰুমটোলৈ আহিছোঁ
মোৰ লগৰীয়াবোৰে দেখুৱালে
"হাইকমাণ্ডে" উপহাৰ দিয়া
বগা দেৱালখনত আঁৰি থোৱা
এখন পতাকা।
পতাকাখনৰ ব্ৰঞ্জৰ বস্তু আৰু আঁচলবোৰে মোৰ
চকু থৰ লগালে
কুহুমবুলীয়া পাটৰ কাপোৰখন বুলেটৰে থকা
সৰকা।
ই আমাক মনত পেলাই দিলে
দক্ষিণ-পূবৰ পৰা বোৱা
বিষাদময়, উচুপণি সনা
বতাহ জাকলৈ।
শীতল নীৰৱতাৰে ভাঁজ লগাই
ইয়াক জাপি দিয়া হৈছিল
মৃতকসকলৰ দেহৰ ওপৰত
যিসকল জোঙা শিলৰ
এচলীয়া ছালিৰ তলত পৰি ৰ'ল।

হয়তো এনেকুৱা হৈছিল-খুটিটোৰ পৰা
চিৰি আনি পতাকাখন যেন
এজন সৈনিকে নিজৰ
ছালৰ তলতেই লুকুৱাব।
পতাকা
ই আকৌ উৰিব
বেয়নেটৰ শাৰীৰ আগত
বিজয়ৰ দূত হৈ।
জুই যেন লগা পতাকাখনে
কৰ্মীৰ হৃদয়লৈ আনে উত্তাপ।
মৃত্যুমুখী আক্ৰমনত
বহুদিনৰ পৰা পতাকাখনে উত্তাপ দি আহিছে
আক্ৰমণ আৰু ভীষণ ঠাণ্ডাৰ দিনবোৰ!
উশাহ-নিশাহত নাকমুখৰ পৰা
বৰফ ওলোৱা অসহনীয় শীতৰ ৰাতিবোৰ!
ই উলহ-মালহকৈ উৰিব- ইয়াৰ পোহৰ বিলাই
জয়োল্লাসত।
ই উৰিব শেষ যুদ্ধানত
আমাৰ সংগ্ৰামৰ সামৰণি দি,
ই উৰিব মাটিৰ বহুত ওপৰত
প্ৰভাতৰ শিখাৰ দৰে।
ই এক প্ৰতীক
নিজৰ, মাতৃভূমিৰ
প্ৰেম আৰু জীৱনৰ।।

মূল ৰচনাঃ **মিখাইল কুলচিটস্কি**
**ইংৰাজী অনুবাদঃ ডৰিয়ান ৰটেনবাৰ্গ**

★★

## আৰম্ভণী

মটিয়া আৰু গোমোঠা অৰণ্যত
জুই জ্বলি উঠিল
প্ৰতিজোপা গছৰ তলতে "মাজল্"
এটা ধুমুহাৰ প্ৰতীক্ষাত।

মানুহ আৰু বেৰেল
দুয়োটা উত্তপ্ত
আমি উদ্যমেৰে পূৰ্ণ
আমি বন্দুক মৰাবোৰক চিঞৰি কৈছোঁ
"আকৌ এবাৰ" "অন্য এটা"
কাণ তাল মৰা শব্দেৰে পৃথিৱীখন
কঁপি উঠে
আঃ কি শক্তি!
পথাৰখনৰ মাজেদি, জুৰি আৰু অৰণ্যৰ
মাজেদি
দপালনি তুলি শব্দবোৰ পাৰ হয়।
তাৰ পাছত
বিজয়ৰ পিনে
বগুৱা বাই, লৰৰি আগবাঢ়ে
ধুমুহা বিধ্বস্ত
আমাৰ পদাতিক সৈন্যৰ দল।

**মূল ৰচনাঃ ভেচ্‌ভলড লবদা**
**ইংৰাজী অনুবাদঃ ৰোনাল্ড ড্ৰূণ।**

★★

# কবৰত নীৰৱে পচিবৰ কাৰণে আমি নহয়

শান্তভাৱে কবৰত
পৰি থকা কথাটো
আমাৰ বাবে নহয়,
আমি আধা খোলা কফিনত
পৰিহে থাকিম।
শুনিম দোক-মোকালিৰ আগে আগে
কামানৰ মাত,
আমি গচকি অহা "হাইৱে"ৰ পৰা অহা
ৰেজিমেন্টৰ 'বিউগল'ৰ খিঙখিঙীয়া আহ্বান
জন্মভূমি বচাবৰ বাবে।
আমি সকলো নিয়মনীতি
অন্তৰেৰে জানো
মৃত্যু আমাৰ বাবে
একোৱেই নহয়,
সি এনে এটা বস্তু যাক আমি ঘৃণা কৰো
আমাৰ মৃত মায়াহীনতা পৰি থাকে
লানি লানিকৈ
আদেশৰ অপেক্ষাত।
ভৱিষ্যতৰ বংশধৰসকল
আহা,
মৃতজনৰ লগত কথা পাতোতে
পিছে
সাৱধান হ'বা
কাৰণ মৃতকৰো
থাকে চকু কাণ
সঁচা-মিচা জানিবৰ বাবে।

**মূল ৰচনাঃ নিকোলাই মেয়ৰভ**
**ইংৰাজী অনুবাদঃ ডৰিয়ান ৰটেনবাৰ্গ**

**

# মোৰ নিজা মাতৃভূমি

মোৰ দেশত আছে
পাহাৰ-পৰ্বত, শস্য পথাৰ
আৰু অৰণ্য।
ডাবিজ, নিমেন চেচুপ-এই নদীবোৰ
আমাৰ দেশৰ।
মই ইমান যে ভাল পাওঁ
দেশৰ সোণোৱালী শইচবোৰ,
বনুৱা মানুহবোৰ,
মোৰ দেশখন।
মই তোমাক
চিৰ জীৱন ভাল পাই থাকিম,
মোৰ সকলো শক্তিৰে।
মোৰ দেশ মই তোমাক
ভাল পাই থাকিম
মোৰ ব্যক্তিগত সুখ
এটা যেন শূন্য শব্দ।
মোৰ দেশৰ কাৰণে
এটা অন্ধকাৰ নিশাকো
মই ভয় নকৰোঁ
দেশক কোনোবাই উগ্ৰ আঘাত কৰিলে

মোৰ গা পুৰিবলৈ ধৰে
মোৰ নিজা দেশখন
মোৰ আত্মাৰ আশ্ৰয়,
দেশক বাদ দিলে
মোৰ লক্ষ্যৰো সমাধি হ'ব
এনে লাগে
দেশক বাদ দিলে মই
মাটিৰ পৰা উভাল খাই পৰা
শিপাৰ দৰে হওঁ
হওঁ ডেউকাবিহীন চৰাইৰ দৰে
ওখ আকাশত উৰিব নোৱাৰা।
মৰমৰ মোৰ দেশখন
তেজৰ বান্ধোনেৰে
আমি বান্ধ খাই আছোঁ।
নাই, কোনেও এই প্ৰীতিৰ বান্ধোন
গুচাব নোৱাৰে,
কোনো মাটিৰ গৰাকী প্ৰভুৱে
কোনো দাম্ভিক অভিচাৰে
কোবাব নোৱাৰে
শৃঙ্খলিত কৰিব নোৱাৰে,
দাসৰ
বিষণ্ণ ভাগ্য।

**মূল ৰচনাঃ ভিটাউটাচ মন্টভিলা**
**ইংৰাজী অনুবাদঃ গ্লেডিচ ইভানছ**

★★

# প্ৰতিশোধ

আমি আগতকৈ উগ্ৰ হ'লো বুলি
শান্ত হ'লো বুলি,
আমাক কোনেও দোষাৰোপ কৰিব নোৱাৰে।
এটা শব্দ মুখেৰে নমতাকৈ আমি
যুদ্ধ ক্ষেত্ৰলৈ আহিছিলো
এটা শব্দও নমতাকৈ আজি
যুদ্ধতেই প্ৰাণ হেৰুৱাম।

আমাৰ নীৰৱতা মানুহে
ঠিকেই বুজি পাব
সঙ্কট সময়ত লোৱা এটা
ভয়ঙ্কৰ সিদ্ধান্তৰ দৰে
জীৱন ভাগি যোৱাৰ পৰত হোৱা
ক্ৰোধৰ দৰে,
সবাতোকৈ মৰমৰ দেশখনৰ
অসহনীয় বেদনাৰ বাবে

তেওঁবিলাকে বুজি পাব
ৰাতিপুৱাৰ কাৰণে এৰা হুমুনিয়াহ,
নাজী অঘৰীবোৰৰ ওপৰত উঠা তীব্ৰ ক্ৰোধ
যিদৰে ভাষাৰে প্ৰকাশ কৰিব নোৱাৰি
তেনেকুৱা অৱস্থা আমাৰ।
হয়, তেওঁবিলাকে বুজি পাব
আমাৰ শব্দৰ নাটনি।

যেতিয়া তেওঁবিলাকে ধুমুহাটো বলা দেখিব
তেওঁবিলাকে আমাক ক্ষমা কৰিব।
উত্তোলিত হ'ব আমাৰ কামান ওচৰত
আমাৰ কামান দূৰত; সমস্বৰে এটা পবিত্ৰ শব্দ
উচ্চাৰণ কৰি "প্ৰতিশোধ"।

**মূল ৰচনাঃ জয়ৰ্গি চুভৰভ**
**ইংৰাজী অনুবাদঃ ডৰিয়ান ৰটেনবাৰ্গ**
**১৯৪৩ চন**

★★

# মোৰ মালৈ এখন চিঠি

তুমি কেতিয়াবা হঠাতে দুৱাৰ মুখত
গ্ৰে কোট পিন্ধা, বেল্ট্ মৰা
সৈনিকক লগ পাব পাৰা মা,
তেতিয়া তেওঁবিলাকক স্বাগতম জনাবা
আৰু অভ্যৰ্থনা কৰিবা
ঘৰত কৰা সুমিষ্ট পিঠা-পনাৰে।।
তেওঁবিলাকো বৃদ্ধা মাকবোৰৰ সন্তান;
ঘৰৰ পশ্চিমলৈ গৈছিল তেওঁবিলাক
'ৰোই'ৰ গীতেৰে ভৰা অৰণ্যবোৰৰ পৰা
আঁতৰ হৈ,
সুগন্ধেৰে ভৰা, ফুলৰ বাগিছাবোৰৰ পৰা
আঁতৰ হৈ
সোণালী ঘেঁহুৰ পথাৰবোৰৰ পৰা
আঁতৰ হৈ,
নতুন মহমহীয়া গোন্ধৰ
খেৰৰ দমৰ পৰা
আঁতৰ হৈ
সেউজীয়া পথাৰ আৰু
মোহনীয়া ছোৱালীবোৰৰ পৰা
আঁতৰ হৈ।
হয়তো যুদ্ধৰ তাপে দগ্ধ কৰিলে,
হয়তো শত্ৰুৱে
খকা সৰকা কৰিলে তেওঁক
কোনোদিন আৰু তেওঁৰ বন্ধু-বান্ধৱবোৰক,
আত্মীয়বোৰক লগ পাব নোৱাৰাকৈ
তেওঁক মৃত্যুৰ মুখত পেলালে।
শোকত তেওঁ বিলাকৰ নয়ন বন্ধ
তেওঁবিলাকৰ সমাধিৰ ওপৰত
ছটিয়াই দিবা
সুগন্ধি পদিনাৰ পাত
আৰু মে মাহৰ নীল বৰণীয়া
পুৱা এটাত
সেই সাহসী যুৱকবোৰৰ কাৰণে
এটোপাল চকুপানী পেলাবা, মা।

**মূল ৰচনাঃ মিকলা চুৰ্নাচেভ**
**ইংৰাজী অনুবাদঃ ডৰিয়ান ৰটেনবাৰ্গ**
**১৯৪৩ চন**



**

# এজন সৈনিকৰ সাধু

জাৰকালিৰ গধুলি বেলিকা
জীৱনৰ সঁচা কাহিনীবোৰ ক'বলৈ
ভাল লাগে
মোৰ পৰিয়ালৰ মানুহবোৰক।।
বহুত দূৰত
বৰফেৰে ঢাক খাই থকা চাইবেৰিয়াত
আছিল মোৰ বৃদ্ধা আই,
মই ঘৰলৈ আহিম বুলি
মোৰ আয়ে মৈলৈ সদায়
বাট চাই থাকিছিল, বুজিছা।

দুৱাৰ মুখলৈ আহি তেওঁ সদায়
থিয় দি ৰৈছিল
(এইবোৰ কথা অৱশ্যে আনে নেজানে)
বৰফেৰে ঢাক খোৱা বাটটোলৈ চাই চাই
তেওঁ আশা কৰিছিল
ঘৰত নথকা ল'ৰাটো
ঘৰলৈ ঘূৰি আহিব।
মোক ব্যস্ত কৰি ৰাখিবৰ বাবে

মোৰ আছিল অন্য বহুতো কাম
টেঁগাৰ পৰাই আৰম্ভণী মোৰ বাটটোৰ।
কেনেকৈ জানো পাটিজানবোৰে আইক দেখা কৰি
কৈছিল, "তেওঁৰ (মানে মোৰ) শাস্তি হ'ব আৰু
সেয়া হ'ব ফাঁচী।"
তেওঁ বিনম্ৰ ভাবে সিহঁতলৈ আগবঢ়াই
দিছিল চাহ, যদিও চাহ খাবলৈ কাৰো
নাছিল মন।

তেওঁ সযতনে মূৰত বান্ধি লৈছিল
ক'লা ৰুমালখন,
তেওঁ পিন্ধি লৈছিল দোক-মোকালিতে
ক'লা বুট যোৰ
কাহিলি পুৱাটো আছিল
শেঁতা হালধীয়া।।

অফিচাৰবোৰৰ
হেড্ কোৱাৰ্টাৰৰ ফালে
তেওঁ বেগাই গৈছিল
আৰু ঘৰবোৰত গৈ
লগাই দিছিল জুই।

গীৰ্জাঘৰে ক'লে
"এই খৃষ্টানগৰাকীক
আমি সমাধিস্থ কৰিব নোৱাৰো।"
পুৰোহিতে ক'লে--
"ভগৱানৰ কৰুণা তেওঁ নেপায়।"

তেওঁক লোহাৰ মাৰিৰে
মৰিয়াই মৰিয়াই মাৰি পেলোৱা হ'ল, বুজিছা
সেই অফিচাৰবোৰৰ
হেড্ কোৱাৰ্টাৰতে।।

অৱশেষত যেতিয়া
সঁচাকৈয়ে শেষ হ'ল
এই যুদ্ধৰ,
মোকো আৰ্মিৰ চাকৰিয়ে
অৱসৰ দিলে,
চাইবেৰিয়াৰ
মোৰ নিজৰ গাওঁখনত
মই মোৰ আইক জনাওঁ
তেওঁৰ প্ৰাপ্য সন্মান।।

**মূল ৰচনাঃ জোচেফ উটকিন**
**ইংৰাজী অনুবাদঃ এলেক্স মিলাৰ**
১৯২৪ চন



★★

# বিজয়ৰ দিনা

আমাৰ বিজয়ৰ দিনটো
আনন্দময় আৰু উজ্জ্বল কৰি
তুলিব লাগিব।
আমি হলৰ মেজখন ঘেৰি বহিম
বন্ধু বহিব সোঁফালে
বন্ধু বহিব বাওঁফালে
বন্ধু বহিব বিপৰীত ফালৰ চকীখনতো।

উৎসৱ উদ্‌যাপনৰ প্ৰহৰ যেতিয়া হ'ব
মই থিয় হৈ "টষ্ট" কৰি ক'ম
"আমি আটাইবোৰ ইয়াত উপস্থিত নাই
কিছুমান জীৱনৰ অৱসান হ'ল
কিছুমান পৰি আছে হস্পিটেলত
যি বিলাক জীয়াই আছে তেওঁবিলাকৰ নামত
আৰু যিসকল মৃত্যুৰ মুখত পৰিল
তেওঁবিলাকৰ নামত এই "টষ্ট'--
সহজ সৰলকৈ কিন্তু বৰ মৰ্মস্পৰ্শী ভাষাত
মই ক'ম,
"মোৰ দেশখনক মই গৌৰৱান্বিত কৰিব লাগিব"
বিশ্বাস কৰা, কেতিয়াও কোনেও নোকোৱা
এটা সুন্দৰ বক্তৃতা মই সাজু কৰিম।
মই কোমলকৈ সৰু মাতেৰে ক'ম,
"আমাৰ মস্কো চিৰদিনৰ কাৰণে
যুগজয়ী হৈ থাকিবই।"
আমি খিড়িকিৰে চাম

আকাশৰ তৰাবোৰ
ক্ৰেমলিন টাৱাৰৰ ওপৰত
যিবোৰ জিক্‌মিকাই আছে।
বতাহত যেন নতুন বসন্তৰ ৰাগি
এনে অনুভৱ হ'ব
আমাৰ দেশখন যৌৱনশ্ৰীৰে পৰিপূৰ্ণ।
সৌবোৰ পঢ়াশালি য'ত আমি
লেখাপঢ়া কাম কৰিছিলোঁ আৰু খেলিছিলোঁ,
সৌবোৰ ফুলৰ বাগিছা য'ত আমি
ঘূৰি ফুৰিছিলোঁ,
সৌটো ষ্টেচন য'ত আমি
হাত দাঙি বিদায় লৈছিলোঁ আৰু লৈছিলোঁ
ঘৰলৈ ঘূৰি অহাৰ বাবে শুভ ইচ্ছা।
কিন্তু যদি মোৰ অন্তিম কাল
উপস্থিত হয় যুদ্ধত
সেই বিজয়ৰ দিনটোৰ আগতেই,
তেতিয়া মোৰ ঠাইত তুমি
হাতত এটা গিলাচ তুলি লৈ
থিয় হ'ব লাগিব আৰু ক'ব লাগিব
মই যি ক'ব খুজিছিলোঁ।

মোৰ দেশখনৰ কাৰণে মই
যি কৰিব নোৱাৰিলোঁ
তুমি কৰিবা, য'তেই নাথাকা লাগে
কিন্তু এটা কথা, মোৰ প্ৰেয়সীক চুমা যাচিবলৈ
কাকোৱেই নিদিয়া যেন;
তেওঁ যেন মোকেই সোঁৱৰণ কৰে।।

**মূল ৰচনাঃ লিঅনিড চেৰচেৰ**
**ইংৰাজী অনুবাদঃ এলেক্স মিলাৰ**
**১৯৪১ চন**

# প্লেটফৰ্মখনতে তুমি আৰু মই এৰাএৰি হৈছিলোঁ

প্লেটফৰ্মখনতে তুমি আৰু মই
এৰা এৰি হৈছিলোঁ
মোক দূৰৰ ঠাইলৈ
লৈ যোৱা হৈছিল
এতিয়া তোমাৰ নাম
মোৰ মৃত্যুৰ ফুলকটা চিত্ৰপটত
যেনিবা মোৰ হৃদয়ৰো হৃদয়ত।

তথাপি যদি কিবা এটা ঘটি যায়,
যদি মৃত্যু আহে আমাৰ বিচ্ছেদ
ঘটাবৰ বাবে,
যদিহে চৰাই এটাৰ দৰে
'কেৱল' উৰি যায়
তীব্ৰ বেগেৰে নহ'লেও
মাৰাত্মক সেই বাতৰি তোমালৈ
তুমি সেই বাতৰি বিশ্বাস নকৰিবা
মোৰ সোণজনী!
বেজাৰত দগ্ধ নহ'বা
হুমুনিয়াহ নেপেলাবা, নাকান্দিবা
তুমি মই যেনেকৈ ইজনে সিজনক এৰি
থাকিব নোৱাৰো,
বেলেগে বেলেগে
মৰিবও নোৱাৰো ক'তো।

যদি তুমি কোনোবা চোভিয়েট সৈনিকৰ বিষয়ে
ক'ৰবাত পঢ়া
পৰিপাটীকৈ কাগজত ওলোৱা খবৰ,
কোনোবা বেটেলিয়ানক যি পাছ হুহুকিবলৈ
বাধ্য কৰিছে-- এনে বাতৰি যদি পঢ়া
অনুভৱ কৰিবা আৰু বুজিবা, মোৰ সোনজনী
সেয়া মই।
যদি এজন চোভিয়েট পাইলটৰ বিষয়ে পঢ়া
বাতৰি কাকতত পৰিপাটিকৈ ওলোৱা খবৰ,
যিজনে নাজ ট্ৰেইনৰ ওপৰত বোমা পেলাইছে
অনুভৱ কৰিবা আৰু বুজিবা
সেইজন ময়েই।
বিপদৰ মাজতো নিৰ্বিঘ্নে যাবলৈ
মই যেন বুদ্ধিমান আৰু তজ্‌বজীয়া
হৈ থাকো,
মই যেন সদায় সৰ্বোত্তম আৰু
সাহসী হৈ থাকো।
কাৰণ মই যেতিয়া জীয়াই আছিলোঁ
মই যে তেনেকুৱাই হ'ব খুজিছিলোঁ!
আমাৰ দুয়োৰে মাজলৈ
কেতিয়াও নাহে যেন
উত্তৰৰ নদীবোৰৰ ওপৰেদি বৈ অহা
উচুপি থকা বতাহবোৰ,
মৃত্যুৰ উপত্যকাৰ মাজেদি বোৱা
সেই বতাহবোৰত থাকে কান্দোন
বাকী থকা হাড়বোৰ কঁপাই সিহঁত বৈ যায়।
তুমি মোৰ প্ৰতিকৃতি আৰু স্পষ্টকৈ দেখিবা
কুঁৱাৰ অটল পানীত দেখাৰ দৰে,
তুমি বিশ্বাস কৰিবা, তোমাৰ প্ৰিয়তম
শীঘ্ৰে ঘূৰি আহিছে, দুৱাৰত টুকুৰিয়াইছে
"সকলো ভালে আছেনে?"
আমাৰ মাজত
কেতিয়াও বিচ্ছেদ হোৱা নাছিল।
তোমাৰ অকলশৰীয়া ঘৰটোলৈ
মই যাম
তুমি মোক চিনি পাবা
তোমাৰ দুইবাহু আগবাঢ়ি আহিব
আলিঙ্গনৰ বাবে
উপলব্ধি হ'ব
আমি ইজনে সিজনক এৰি
মৰিব নোৱাৰোঁ।

**মূল ৰচনাঃ অৰন্ কেপস্টেইন**
**ইংৰাজী অনুবাদঃ ডৰিয়ান ৰটেনবাৰ্গ**
১৯৪০ চন

★★

# দূত

দূত! তোমাৰ উপস্থিতিয়ে কি কয়?
সঁচাকৈয়ে তুমি মোকে বিচাৰিছা নেকি?
মই এই স্থিতিক বৰ ভাল পাইছো
ইয়াৰ পাছত কি আছে তাক মই বিশ্বাস নকৰোঁ।

মোৰ কপালৰ কুমত কুঁবলিৰ স্পৰ্শ
অদৃশ্যৰ বিষাদময় প্ৰতীক
সেই অদৃশ্যৰ-- যাৰ খোজ নিঃশব্দ
যাৰ আলিঙ্গনক --- বাধা দিব নোৱাৰি।

অনিমন্ত্ৰিত অতিথি, তেওঁ তোমাক ঘৃণাৰে ধৰিবহি
ব্যাধি আৰু ৰুগ্নতাই তোমাৰ লগ লেৱা হ'ব
প্ৰত্যেকৰে কান্দোন "তোমাৰ বাবে এয়া বৰ সোনকালে আহিল" -- সেই কাৰণে অন্তৰ্ধ্যান হোৱা, -- মোৰ আদেশ।"
তুমি ইমান কিয় জঘন্য, কিয় ঘৃনণীয়?
এনে উৰ্দ্ধশ্বাসেৰে আৰু এনে নেৰানেপেৰাকৈ
মোৰ কিয় ভ্ৰু মেল খুৱাইছা?

মই অলপ দীৰ্ঘ জীৱন বিচাৰোঁ
যদি তোমাৰ অলপ ধৈৰ্য আছে, ৰ'বা,
মই অলপ পি খাব খুজিছোঁ মোৰ
সঙ্গীসকলৰ লগত,
আমি দীৰ্ঘদিন জুৰি কামনা কৰা
বিজয়ৰ দিনটোত।
তুমি মোক ধৰিবলৈ
লৰা ঢপৰা নকৰিবা
মোক বান্ধিবলৈ লৰালৰি নকৰিবা
জীৱন কৰ্ম আৰু সত্য প্ৰেমেৰে
এই পৃথিৱীখন কিমান অমূল্য!!

**মূল ৰচনাঃ আলি ছগেনচুকভ**
**ইংৰাজী অনুবাদঃ ডৰিয়ান ৰটেনবাৰ্গ**

১৯৪০ চন

**

# পৃথিৱীখন

কি যে এই পৃথিৱী!
সকলো ব্যাখ্যাৰ উৰ্দ্ধত
কোনেও নোৱাৰে ইয়াৰ সত্য
নিৰ্দ্ধাৰণ কৰিব।
ধাৰাসাৰ বৰষুণ যেতিয়া আহে
আমি আটায়ে কওঁ
এনে বৰষুণ আগতে কেতিয়াও হোৱা নাছিল।
সূৰ্যৰশ্মি যেতিয়া জ্বলমলাই উঠে
কিশোৰ কালটো যেন ঘূৰি আহে আমালৈ।
প্ৰভাতৰ অৰণ্য ভৰি উঠে পখীৰ গীতেৰে
জনা-শুনা গীত, তথাপি সদায় নতুন
এই সকলোবোৰ সম্পদ -- পথাৰ, অৰণ্য, মুকলি
ৰ'দ- এই সকলোবোৰে ৰচনা কৰে এখন পৃথিৱী
-- সেউজীয়া তৰঙ্গেৰে ঢউ খেলি থকা,
সুগন্ধি, সজীৱ, ছাঁ আৰু পোহৰৰ
খেলা, গছৰ পাতৰ মধুৰ ভ্ৰিৰঝৰণি।
বৈ যোৱা সৰু নৈখনৰ ঢউ
এই সকলোৰে আমাক নিচুকণি গীতৰ
দৰে টোপনিত যেন নেপেলায়!
কাৰণ সদা জাগ্ৰত হৈ আমি
থাকিব লাগিব,
যাতে জীৱন বৈ থাকে
আৰু শক্তিৰে পৰিপূৰ্ণ হয়
পথৰ পৰা যাতে সকলো মৃত বস্তু আঁতৰি যায়
বিজয়ৰ কাৰণে ই নিজৰ প্ৰহৰ
লাভ কৰিবৰ বাবে।

**মূল ৰচনাঃ নিকোলাই অট্ৰাডা**
**ইংৰাজী অনুবাদঃ ডৰিয়ান ৰটেনবাৰ্গ**

**

# শিলালিপি

শ্ৰদ্ধাৰে মূৰ দোঁওৱা
এই সমাধিটোত,
ইয়াতে তোমাৰ বয়সৰ
মানুহজন শুই আছে।
কোনো ‘ক্ৰচ’ নাই
কোনো পুষ্পমাল্য নাই
কোনো পতাকাও
ইয়াত উৰি থকা নাই।
মৃত যদিও তেওঁৰ
সঙ্গী হৈ আছে
কান্ধত লোৱা শূণ্য মোনা এটা
ভঙা ফ্লাস্ক এটা
হাত বোমাৰ টুকুৰা এটা।

তেওঁৰ শুভচিন্তা কৰা।
যুৱকজনে ৪১ চনত স্কুল এৰিছিলহে
টিউনিকৰ তলত থকা তেওঁৰ বুকুৱে
সযতনে চেপি ধৰি আছিল
তেওঁৰ প্ৰিয়তমাৰ ছবিখন।

শ্ৰদ্ধাৰে মূৰ দোঁওৱা
এই সমাধিটোৰ কাষত
ইয়াতে
তোমাৰ বয়সীয়া মানুহ এজন
শুই আছে।
তেওঁ জীৱন দান কৰি
চহৰখন পুৰ্ননিৰ্মান কৰিলে
আৰু তাৰ পাছত
শুই পৰিলে।

শিলে আজি দেখুৱাওক
তেওঁ কিমান শক্তিশালী আছিল
আয়নাই আজি দেখুৱাওক
তেওঁ কিমান পৰিষ্কাৰ আছিল
সেই কঠিন সময়ছোৱাৰ
এই ল'ৰাজন।।

**মূল ৰচনাঃ চেমিয়ন গুৰ্জ্জেন্‌ক**
**ইংৰাজী অনুবাদঃ পিটাৰ টেম্পেচ**
**১৯৪৩ চন**



★★

# বিদায়ৰ বেলাত

আবেগৰ চক্ৰত বন্দী হ'ল
মোৰ মনটো
মোৰ মূৰটো যেন চক্ৰাকাৰে ঘূৰি আছে
তুমি সুধিছা— "মই কেনেকৈ ইয়াত
সোমাই পৰিলো।"

নীৰৱতা,
মিনিটবোৰেও যেন ঘোৰ পাক খাইছে
আমাৰ ক'বলৈ একো নাছিল।
তুমি ক'লা— "ট্ৰেইনখন সোনকালে গ'ল"
কেতিয়াও ঘূৰি নহা
এই এক্সপ্ৰেছ ট্ৰেইনবোৰ খৰধৰকৈ যায়।

মই তোমাৰ কাৰণে
ধুমুহা বতাহৰ মাজত
প্ৰতীক্ষা কৰি থাকিলো
তোমাক ক'বৰ কাঁৰণে
মোৰ কিমান যে হেঁপাহ—
"এইবোৰ বতৰত মই
বিবুদ্ধি হওঁ,

মেঘ আৰু বৰষুণ
মোৰ বুকুৰ মাজতেই......"
আৰু তুমি ঃ
ইয়াতে তুমি বিদায় দিবা
এই প্লেটফৰ্মতে
এইটোৱেই সময়
তেতিয়া মই আৰম্ভ কৰিম.........

আলিবাটটো
দুৰ্ঘোৰ অন্ধকাৰ আৰু
ধুঁৱলি-কুঁৱলি
বসন্তকাল আৰম্ভ হোৱাৰ সময়
আজিৰ পৰাই।
তুমি গুচি গ'লা—
তুমি গ'লা গৈ,
তোমাৰ লগতে
গ'লগৈ
মোৰ আনন্দও।

মূল ৰচনাঃ নিকোলাই অষ্ট্ৰদা
ইংৰাজী অনুবাদঃ ডৰিয়ান ৰটেনবাৰ্গ
১৯৩৮ চন

**

# এগৰাকী নাৰী দাত্ৰীৰ চিঠি

মোৰ বন্ধু, মই বৰ দুখিত যে
মই তোমাৰ নাম নেজানোঁ
হে আহত হোৱা সৈনিক বন্ধু।
নাম নাজানিলেও
আমাৰ সকলোৰে
প্ৰীতি তোমালৈ যাচিলোঁ
সকলোৰে হৈ,
আমাৰ সকলোৰে অন্তৰৰ স্নেহ
এক জীৱিত অংগ হৈ
তোমাৰ ওচৰলৈ যাওক।

এই বিশাল দেশখনে
তোমাৰ এই দশাৰ অংশীদাৰ হৈ
মৰমীয়াল মাতৃৰ দৰে
বুকুৰ কায চপাই লৈছে,
ৰাতি নাই দিন নাই
জিৰণি নোলোৱাকৈ
বিপদৰ ধুমুহা আঁতৰি
নোযোৱালৈকে আৰু তুমি
সুস্থ নোহোৱালৈকে।

শুনা, অস্ত্ৰ-শস্ত্ৰ লৈ থকা
অসংখ্য মানুহে লক্ষ্য কৰি থাকিব
তোমাৰ ওপৰত ন্যায় বিচাৰ কৰা
হৈছেনে নাই,
তোমাৰ হৈ তেওঁবিলাকে
পথাৰ আৰু অৰণ্যক
ঘৃণনীয় হুনবোৰৰ কবৰলৈ ৰূপান্তৰিত কৰিব।
তুমি মোক ক্ষমা কৰিবা
যদি মই তোমাৰ কাৰণে বন্ধুত্বৰ
সঠিক শব্দ
বিচাৰি পোৱা নাই
কাৰণ মই বেলেগ শব্দ আৰু নাজানোঁ।
তুমি আমাৰ দেশৰ কাৰণে
তেজ ঢালিছা বন্ধু
সেয়ে তুমি মোৰ তেজ লোৱা
আৰু তোমাক ভাই বুলি
সম্বোধন কৰিবলৈ দিয়া।

**মূল ৰচনাঃ এলেনা চিৰমেন**
**ইংৰাজী অনুবাদঃ ওলগা ছাটছে**
১৯৪১ চন



★★

# “এন”ৰ দ্বীপ

চৰাইৰ দৰে তীৰ্যক গতিৰে
দ্বীপৰ ওপৰত উৰি আছে
গৰ্বেৰে চোভিয়েট পতাকাখন

দুদ্ধৰ্ষ, শিলৰ দ্বীপ পুঞ্জৰ স্তম্ভ
দুৰ্গৰ দৰে পৰ্বতৰ সেই থিয় শিখৰ
এইবোৰ নগৰৰ গড়
যিবোৰ অপৰাজেয়।
চোভিয়েট সাগৰৰ
ই দণ্ডায়মান প্ৰহৰীৰ দৰে

এই দিনবোৰত
কেৱল তয়াময়া ৰণৰ দৃশ্য
য'ত মেচিনগানে অবিৰাম
জুই বৰ্ষণ কৰি আছে
আমাৰ উপকুল ভাঙি
এটা শত্ৰুও সোমাব নোৱাৰে
আমি ঢালৰ দৰে প্ৰতিৰোধ কৰি আছোঁ
মূল দেশখন
আমি হিলৈদাৰী সৈন্যবোৰে
শক্তিশালী টোপধ্বনিৰে
আৰু নৌবাহিনীৰ সৈন্যবোৰে
ৰঙা বেয়নেটেৰে
নাজীবোৰক ঘৃণাৰ
তীব্ৰ দৃষ্টিৰে চাই
ডাঠবেৰাৰ বিন্ধাত শক্তিশালী বৰটোপ থৈ
পৰম্পৰাক দুৰ্বাৰ আক্ৰমণ
কৰিলেও
বিখ্যাত এন দ্বীপৰ পতন নহয়।

অন্ধকাৰত
খুন্দাখাই
আখেজত ডকাইতবোৰ
চূৰ্ণ বিচূৰ্ণ হৈছে
আগবাঢ়ি অহা মানুহবোৰ
জাহাজে সমান কৰি গৈছে।

আকৌ এবাৰ মৃত্যুশীতল হ'ল কমাণ্ডো
কাৰণ, বায়ু যুদ্ধৰ সময় আহিল।
ৰঙা নৌ বাহিনীয়ে, খেদাই পঠালে
বুলেটেৰে ক'লা হোৱা বুকুৰ সৈন্যবোৰক।।
আৰ্টিলেৰীয়ে যেন সমবেত গীতহে জুৰিলে
চাইৰেণ তীক্ষ্ণস্বৰত গৰ্জি উঠিল
সাহসী দেহৰক্ষক সকল আগবাঢ়ি গ'ল,
বুকু আগকৰি
নিৰ্ভীকভাৱে থিয় দিলে
'এন' দ্বীপটোৰে।

জুই, ধোঁৱাৰ বিধ্বংসী চাকনৈয়াত পাকত খাই
খাই
শত্ৰুসৈন্য ক্ৰমান্বয়ে যেন ডুব গৈছে
বিজয়ৰ মালা পিন্ধি দ্বীপটো
অপৰাজিত হৈ ৰ'ল,
চোভিয়েট পতাকাখন
গৰ্বেৰে উৰুৱাই।

**মূল ৰচনাঃ য়ুৰি ইনজে**
**ইংৰাজী অনুবাদঃ ডৰিয়ান ৰটেনবাৰ্গ**

★★

## স্বদেশ

তিনিবাৰ নতুন আপেল
পকিল
মই যথাৰ্থ শব্দ বিচাৰি
থাকোতেই সময় পাৰ হ'ল
পথাৰৰ পৰা তিনিবাৰ
শস্য চপোৱা হ'ল
চতুৰ্থ বসন্তৰ কাৰণে
ঘাঁহবোৰ মুঞ্জৰি উঠিল।

তপত মাটি মই স্পৰ্শ কৰিলোঁ
মোৰ বুট জোতাৰে
মোৰ যাত্ৰা পথ চিহ্নিত কৰিবলৈ
আৰু মোৰ জীৱনৰ সময় পাৰ হ'ল
ৰঙা ক'লা চিয়াহি আৰু
কাগজৰ সৈতে।

মই জীৱিকা উপাৰ্জন কৰোঁ
গান গাই-- মাটিৰ গান গাই
কবিতা লিখি নহয়
আৰু যুদ্ধক্ষেত্ৰত
এটা শব্দৰ দ্বাৰা
মই নমৰোঁ---
মাতৃদুগ্ধৰ নামত মই শপত খাইছোঁ।

★★

## তোমালৈ

'ক্ৰনষ্টাডত'
আমি এৰা-এৰি হ'বই লাগিব
আমি দুয়ো দুয়োৰে পৰা।
যাত্ৰাৰ দীঘলীয়া বাটটো যেন
হালি-জালি আছে,
আমি বিদায় সম্ভাষণ জনাম।

উজাগৰী নাওখন যেন
দ্ৰুতৰ পৰাই উতলি আছে
ই প্ৰশস্ত বাটৰ ওপৰেদি
গৈ থাকিব।

মেঘবোৰক এতিয়া হেলনীয়া
ফিটা যেন লাগিছে
জোনটোক ই মেৰিয়াই
যেন ধৰিছে
তোমাৰ ধুনীয়া ওপৰলৈ তোলা
বগা হাতখনলৈ মই চাই আছোঁ
ই দ্ৰুতগতিত আঁতৰি গৈছে।

সাগৰৰ ওপৰত
আমাৰ পতাকাখন
ফৰফৰকৈ উৰিছে
বাল্টিকৰ বতাহ পাতল
কিন্তু শক্তিশালী।
বতাহৰ স্পৰ্শটো ৰুক্ষ
ই মৰহাই পেলাব পাৰে
চিৰাচিৰ কৰিব পাৰে
তোমাৰ ওঁঠ দুটাও শীতত
শুকাই পৰিব।

তীৰৰ পৰা দূৰত থকা
ঢউবোৰে যদি মেৰিয়াই ধৰে
তাৰ পৰা ৰক্ষা পাবলৈ যদি
আশ্ৰয় লোৱা যায়
তুমি ডাকত এখন চিঠি পাবা
এটা নিশ্চিত সৰু খবৰেৰে।

আমি জীৱনত সাহসী আছিলোঁ
বেজাৰ নকৰিবা
আমি ৰণক্ষেত্ৰত সসন্মানে নিজক
আহুতি দিলোঁ
আমাৰ কামবোৰৰ বিষয়েও লিখা
এখন চিঠি পাবা।

তীক্ষ্ণ শীতল সেই সঙ্কোচন
সহ্য কৰিবা
ছমাহ ল'ব লাগিব
বৈধব্য
তোমাৰ হৃদয়ৰ গভীৰত
মোৰ বয়স নাবাঢ়ে
তোমাৰ আত্মা মোৰ আত্মাৰ
কাষতেই থাকিব।

যদিহে এটা পুত্ৰ সন্তান জন্ম হয়
তাৰ এটা দৃঢ় মহান লক্ষ্য থাকিব লাগিব—
ল'ৰাটোৱে সাগৰতে যাত্ৰা কৰিব
মোৰ আৰু কবৰৰ প্ৰায়শ্চিত্তৰ পানী গ্ৰহণ কৰিবৰ
কাৰণে।

**মূল ৰচনাঃ এলেক্সি লেবেদেভ**
**ইংৰাজী অনুবাদঃ টম বুটিং**
**১৯৪১ চন**

★★

## যদি যুদ্ধই কয় ঃ সময় হ'ল

যদি যুদ্ধই কয় ঃ সময় হ'ল!
আমি ততালিকে আমাৰ কিতাপ পত্ৰবোৰ
একাষৰীয়া কৰি থ'ম,
যদিও সেইবোৰ আধৰুৱা হৈ ৰ'ল।

আমি শূন্য
পঢ়া কোঠাবোৰক
বিদায় জনাম
য'ত বিদায়ৰ ধ্বনি
প্ৰতিধ্বনিত হৈ থাকিব,
আমি খৰধৰকৈ
ওলাই আহিম
আন্দোলিত পথলৈ।

আমাৰ জৰাজীৰ্ণ
নাগৰিক টুপীৰ সলনি
পিন্ধি লম লনি 'নেভী কেপ'
আৰু একেবাৰে নতুন
পাইলটৰ হেলমেট।।

**মূল ৰচনাঃ বৰিচ স্মলেনচ্‌স্কি**
**ইংৰাজী অনুবাদঃ ইৰিণা হেলেজন'ভা**
**১৯৩৯ চন**

★★

# প্ৰিয়তমা

মই তাইক মাতিছিলোঁ
'প্ৰিয়তমা' বুলি
তাই মোলৈ নহয়াঁকৈ
মূৰ তুলি চালে
মই তাইক কৈছিলোঁ প্ৰেমৰ কথা
পিছে তাইক এই কথাই বেজাৰহে দিলে
চুম্বনত তাই অনিচ্ছুক হ'ল।
মই ঘূৰি যাব খুজিছোঁ
কিন্তু তাই মোক এৰি নিদিলে।
মোৰ কান্ধৰ ওপৰত
লাহেকৈ তাই হাত থৈ ক'লে--
"একো নোকোৰাকৈ থকাই বেচি ভাল।"
আমি তাত জানো সময়খিনি কটোৱা
নাছিলো??
গধূলি নিয়ৰ সৰি নপৰালৈকে?
ভালপোৱাজনে ঘূৰি চাবই
সপোন সনা অতীতৰ অবনতলৈ
আৰু ওচৰতে হওক বা দূৰতে হওক
দেখা পাব স্মৰণীয় গছজোপা
ভঙা ঠালটোৰে--
যি বিদায়বেলাৰ প্ৰতীকৰূপে থিয়হৈ থকা।

মূল ৰচনাঃ **ইভান ফেডৰভ**
ইংৰাজী অনুবাদঃ **এলেক্স মিলাৰ**
১৯৩৯ চন

★★

# বিদায় বেলাৰ কথা

আমি এদিন এৰাএৰি
হ'বই লাগিব
এই চিৰ পৰিচিত বাটটোৰেই
নগৰখন চুণকাম কৰা
ঘৰবোৰ পাৰ হৈ
খৰধৰকৈ যাব লাগিব
ট্ৰেইন ধৰিবলৈ।
বাৰ্চ গছবোৰ মাজেদি যোৱা
বাটটো ইয়াৰ পৰাই
আৰম্ভ হৈছে
আমাৰ শৈশৱৰে পৰা
দেখা সেই বাটটো।
ইয়াৰ পৰা, এখন গাঁৱৰ পৰা
যোৱা বাটটোত আমি এৰাএৰি হ'বই লাগিব।
আমি আন্তৰিক বিদায় লম
আমাৰ বয়-বস্তু ঠিকে ঠাকে থৈ
মৰমৰ বন্ধুবোৰৰ হাত খিড়িকিৰে মূৰ হলাই
ধৰিম
জোকাৰণি এটা মাৰি
ট্ৰেইনখন আগবাঢ়িব,
ঘৰবোৰ খিড়িকিৰ
কাষেৰে পাৰ হৈ যাব
পানী আৰু ওপৰত উৰিছে ধোঁৱাবোৰ।
প্লেটফৰ্মত বন্ধুবোৰ ৰৈ থাকিব,

ৰুমাল আৰু টুপী দাঙি
তেওঁবিলাকে জোকাৰি বিদায় জনাব
চকাৰ ঘৰ্ঘৰণি শব্দৰ লগত
বিদায়ৰ বাণীবোৰ মিহলি হ'ব।
বন্ধু, অপাৰ সুখ তোমালৈ
আহক
উজ্বল আৰু সাহসী হওক ভৱিষ্যত,
নিষ্ঠা, সত্য সদায় লগত থাকক
যাত্ৰাৰ হাতীপটিয়েদি আগবাঢ়ি যাওঁতে।

বহুত দূৰত আঁতৰি থাকোতে
অনেক চিঠি তুমি যেন লিখা,
তোমাৰ জীৱন মসৃণ হওক, উজ্বল হওক
বিশাল নদীৰ দৰে তোমাৰ জীৱন প্ৰবাহিত হওক,
তোমাৰ ঘৰ আলোকিত আৰু আনন্দিত হৈ ৰওক,
এই পোহৰ বহুত খিড়িকিৰে বিচ্ছুৰিত হওক,
তুমি কৰা প্ৰতিটো কামৰ দ্বাৰা
সুখ আৰু আনন্দ আহক।
বাগিচাৰ মাজেদি আমাৰ ট্ৰেইন
হেলনীয়া হৈ পাৰ হৈ আহিছিল
দলংবোৰৰ ঘৰ্ঘৰণি শব্দ
সেউজীয়া পথাৰবোৰত বাজি উঠিব
শান্তিবোৰ,
গছৰ ঠাল ঠেঙুলীবোৰে
ট্ৰেইনখন পাৰ হৈ যাওঁতে
বিদায় সম্ভাষণ

শেষৰ বাৰৰ কাৰণে
জনাব।
ৰাতিবোৰ শীতল
ধূলিবোৰ উৰুৱাই নিছে।
কৰ্মী খাৰকোভে কৈছিল
মাইল ষ্টোনৰ দৰে,
"আমাৰ যাত্ৰাৰ পথ আৰু কিমান দূৰ"

সোঁৱে বাঁৱে যুদ্ধ লাগিছে
তাৰ মাজত মৃত্যু পাকঘূৰণি খাই খাই ঘূৰিছে
পল্টভাৰ কাৰণে
যুদ্ধ কৰিছোঁ,
দেখা গৈছে আমাৰ পৰা আগত

আইতাইতৰ বেজাৰ,
ল'ৰা-ছোৱালীবোৰৰ............
এৰি থৈ সেই তাত............
এলেক বাৰ্ছকিমাৰি সুখী
ডনবাচক মুক্ত কৰিবলৈ
তেওঁ যুদ্ধ কৰিবলৈ পাইছে।

মূল ৰচনাঃ **ভাচিলি কুৰবানেভ**
ইংৰাজী অনুবাদঃ **টম বুটিং**
১৯৪৩ চন



★★

# শব্দৰ আকাশ আৰু
# অন্যান্য কবিতা

সীতাকান্ত মহাপাত্ৰ

# ধাংড়াৰ প্ৰেম সঙ্গীত

পাহাৰত এদিন
তোৰ চেনেহ মাগিলোঁ, সপোন মাগিলোঁ
স্পৰ্শ মাগিলোঁ, ধঁপাত মাগিলোঁ
কলি, ঝুম খেতিৰ মানুহেৰে ভৰি আছে ঠাই
ইয়াত নহয়, ইয়াত নহয়।।

গধূলিৰ এন্ধাৰত, গাঁৱৰ মূৰত
মহুৱা ফুলৰ গোন্ধেৰে ৰাঁই-জাঁই লগা পৰত
তোৰ চেনেহ মাগিলোঁ, দেহ মাগিলোঁ
ক'লো, "নহ'লে কথাকে দে"
কলি, "জোনাকী পৰুৱা আৰু নিঃসঙ্গ তৰাটোলৈ
সকলো সময়তে মোৰ বৰ ভয় লাগে
এই নিজানৰ পৰা আমি গুচি যোৱাই ভাল।"

নিজান গভীৰ অৰণ্যত
নিজৰ কলিজাৰে ধক্ ধক্ শব্দ শুনাৰ পৰত
তোৰ চেনেহ মাগিলোঁ, স্পৰ্শ মাগিলোঁ
কলি, "ছিঃ, এই মলিন ধূলি-মাটি
ফুলৰ দৰে দেহাটো, সোণৰ দৰে জীউটো মোৰ
শুকাই নাযাবনে?
ধূলিত মিহলি নহ'বনে?
ইয়াত নহয়, ইয়াত নহয়।"

পাহাৰী ঝৰ্ণাৰ পাৰত
নাছিল কোনো ক'তো
ক'ৰবাত গান গাইছিল এটা সৰু চৰায়ে
তোৰ স্পৰ্শ মাগিলোঁ, আত্মাৰ মাগিলোঁ
কলি, ঝৰণাৰ টলমল পানীৰ আইনাত
দেখা গৈছে সকলোবোৰ
ইয়াত নহয়, ইয়াত নহয়।।

শুই আছিল
গোটেই পৃথিৱী
আনকি জোন আৰু তৰাও
তোৰ স্পৰ্শ মাগিলোঁ
প্ৰাণ মাগিলোঁ
মোৰ থৰ্ থৰ্ আত্মাৰ বাবে
তোৰ দেহৰ ভিতৰত তেনেই অকণ
ঠাই বিচাৰিলোঁ
মোৰ থৰ্ থৰ্ আত্মাৰ বাবে
তোৰ দেহৰ ভিতৰত তেনেই অকণ
ঠাই বিচাৰিলোঁ
কলি, "আন্ধাৰতো, তোৰ চকুৰ মণিত
দেখা গৈছে সকলোবোৰ
এতিয়া নহয়, এতিয়া নহয়।"

মোৰ দুয়োটা চকু
আঁজুৰি আনি
পদ্ম ফুলৰ দৰেই উপহাৰ দিলোঁ তোক
"নে, এতিয়া স্পৰ্শ দে, চেনেহ দে
আত্মাৰ দে,
মোৰ অঘৰী* আত্মাক
অকণ ঘৰ দে
আশ্ৰয় দে, দে।।"

★★

ধাংড়া-উৰিষ্যাৰ আদিবাসীসকলে অবিবাহিত ডেকাক ধাংড়া বুলি কয়।

* অঘৰী- ঘৰ নোহোৱা, অনাশ্ৰয় অৰ্থত।

# ভগা মন্দিৰ

অন্ধকাৰ নাভিত
গোটেই ৰাতি জুৰি
তৰা আৰু নিয়ৰ সৰে
মন্দিৰৰ পুখুৰী পাৰত
অপৰিচ্ছন্ন, ফটা সী থোৱা
ইতিহাস-পৰম্পৰা
ধোৱা হয় বিদ্যাদাতা গণেশৰ
প্ৰশান্ত পিঠিত
অন্ধ দেৱতাৰ দৰে
নিজৰ ইচ্ছাত অহা
একোছাটি বতাহৰ দৰে
দুটা এটা বাদুলিও উৰে
আন্ধাৰৰ ভিতৰৰ পৰা
অনিশ্চিত ভৱিষ্যৰ পিনে
উদাসীন আকাশৰ তলত
দীঘল, অস্বস্তিৰ অপৰাহ্ন
শেষ হৈ যায়
দূৰত গৰুৰ গাড়ীৰ কেৰেচ কেৰেচ শব্দত
এনে লাগে সময় যেন
ৰৈ যাব অলপ পাছতে
গহীন ধানৰ পথাৰ
একান্ত অসহায় সন্ধিয়াৰ আন্ধাৰত
যেন কোনে কাক মাতে
মৰণত, লোভত, দুখত
এই জন্মৰ, ................জন্মৰ
পানীৰ উত্তাল সোঁত, উজ্বল মুখৰ হাঁহি
মন্দিৰৰ ছাই আৰু উদিত চন্দ্ৰমা
পৰস্পৰক চেনেহত টানে
প্ৰতীক্ষাৰ দিন শেষ কৰি
হামিয়াই উঠি গুচি যোৱাৰ আগত
কোনো এজনো নাহিবনে অতিভক্ত
কুষ্ঠ ভিক্ষাৰীয়ে প্ৰশ্ন কৰে নিজৰ
মনকে।

**

# মহানদীৰ সেতু

ইস্পাতৰ চৰাই
যি উৰি যায় যায়

অথিৰ নীলা পানীৰ জলাশয়ত
চক্ চকীয়া ৰূপৰ চমকনিৰ
মাছবোৰক চাবৰ কাৰণে
সি নৰয় বালিৰ প্ৰান্তৰত,
গৰা খহা পাৰৰ ঢাপবোৰত,
খেজুৰ গছবোৰত
তাৰ বাহ সাজিবৰ বাবে।

ইস্পাতৰ চৰাই
যি উৰি যায় যায়।
কাগজ কলৰ পৰা
মৃত প্ৰেমিকৰ চিঠি ওঁঠত লৈ
বাৰবাটিৰ* জোনাক* বিচাৰি যায়
আৰু ম্লান পোহৰত সি বিচাৰি ফুৰে, বিচাৰি থাকে।।

**

---

* বাৰবাটি- এখন ঠাইৰ নাম (উৰিষ্যাৰ)
* জোনা- ব্যক্তিৰ নাম-বিশেষ

## গ্ৰীষ্মৰ সন্ধ্যাৰ দৃশ্য

অন্ধ ৰাখাল বালক
কোমল করুণ বাঁহীটিৰ সুৰ
গোপালৰ খোজৰ দৰেই খোজ দি যায়

বুৰিবলৈ ধৰা বেলিৰ
গুণ গুণ সুৰেৰে
লাহে লাহে কয়– "যোৱা তেতিয়াহ'লে
কাইলৈ আকৌ আহিবা
সোনকালে।"
এইবুলি কোৱাৰ পাছত কিয় নাজানো
তাৰ সুৰটো শুনা যায়
নিঃসঙ্গ, করুণ কান্দোনৰ দৰে
ভিতৰি ভিতৰি সি যেন অসহায় হয়
এনেকৈয়ে বিদায় পৰত।।
নদীৰ পাৰত সন্ধিয়াপৰত
বতাহত উপচি পৰা
সৰু সৰু ঢৌ ছুই
সেই সুৰ বিয়পি যায়
চকু পানী সৰে।।

অন্ধ ৰাখাল বালক
আন্ধাৰত বাঁহীৰ সুৰ
অন্ধকাৰ কি তাক সি
ভালকৈয়ে জানে
গুমৰি থকা সুৰৰ নিৰ্জনতাত
নিস্তব্ধ পৃথিৱী লাহে লাহে বুৰ যায়
নিৰ্জন আকাশৰ কেইটামান তৰা
তাৰ চকুৰেই
অশ্ৰু কণাৰ দৰে
চক্ চক্ কৰে।।

**

## সময় বৈ যায়

সময় বৈ নাযায়
মানুহবোৰ হে যায়,
হেৰাই যায়
আচলতে প্ৰাণীবোৰহে বৈ যায়।।

খয়েৰী ৰঙৰ কোট পিন্ধা ছোৱালীজনী
বাৰান্দাৰ বেৰত ভেঁজা দি
আকাশলৈ চাই থকা চিত্ৰ প্ৰতিমা,
দেউতাকক 'বিদায়' বুলি কৈ
তাই গুচি যায়
পাছদিনা দেউতাকে আমাক পাছত পেলাই
পিছুৱাই, পিছুৱাই বৈ যায় সেইফালে
যি ফালে সূৰ্য অস্ত যায়
দিগ্বলয়ৰ তলত
প্ৰতিদিনে।।

বিদায়, বিদায় বুলি সৰি পৰে পাত
গছৰ ফালে চাই উচুপি, উচুপি
তাৰ পিছদিনা গছকেই কাটি পেলাই দিয়ে
কাঠ কটীয়াই
মাটিৰ ওপৰত থিয় হৈ ৰোৱা
সকলো সম্পৰ্ক ছিন্ন কৰি।।
অকস্মাৎ দেখা যায়
ঘৰ, ঘাট, নদী, বন, বিল
স্ত্ৰী-পুত্ৰ, বন্ধু-বান্ধৱ
সীমাহীন সময়ৰ যত চিত্ৰ পট
বৈ যায় আন্ধাৰৰ পিনে
সেই আন্ধাৰেই
তোমাৰ ছায়া
তুমি নিশ্চয় জানিছা
কিয় বৈ যাওঁ আমি সকলোটি
আৰু
কোনফালে।

**

# বাগান

সাগৰে বিচাৰি যায় দ্বীপ
আকাশে বিচাৰি ফুৰে পৰ্বতৰ শৃঙ্গ
কিন্তু মই আছোঁ তোমাৰেই প্ৰতীক্ষাত,
এই সৰু বাগানতে বহি
তুমি আহিবা ফাইভ-ডাউনত
অথবা বাছত কিম্বা খোজকাঢ়ি
অথবা ৰিক্সা আহি টিলিং টিলিং
কৰি ৰ'ব
গেটৰ সমুখত হয়তোবা
শুনা যাব মাত
"কেনে আছা সীতাকান্ত?"
"বহুত দিনৰ পাছত হ'ল দেখা"
হে অতিথি, হে মোৰ মহান অসহ্য বেদনা
হে মোৰ প্ৰাণৰ সখী,
ইয়াতেই মোৰ বাগানত
বহোঁ আহাঁ আমি।
কেউকাষে বাঁহ আৰু অমৰা গছৰ বেৰা
নিৰাপত্তা এধানি এধানি
আশা আৰু আশ্বাসৰ তাত
সৰু সৰু স্বপ্নৰ অ'ত ত'ত পৰি আছে
অশ্ৰু দীৰ্ঘশ্বাসৰ যেন ঠাই।

গেটত তলাটো মাৰি
ইয়াতেই বহি কফি খাম
বজাম ৰেডিঅ'
অথবা কাগজ পঢ়িম
ইয়াতেই সমুদ্ৰই আকাশে পাব
দ্বীপ ও পাহাৰ।।
তুমি আহি নাপালেহি
প্ৰতীক্ষা বাগৰি যাব
সন্ধ্যা যাব নিজ গৃহমুখে
পানীতকৈও কোমল, পোহৰতকৈও পাতল
তোমাৰ অনুপস্থিতি সিঁচৰিত হয়
মনোৰম জোনাকত।
আৰু মই চকুৰ পানী টুকি থাকোঁ
পচা শিপা,
সৰি পৰা কলি
আৰু শুকান পাতৰ নিচিনাকৈ
গোলাপৰ পাপৰিত গোপন
দীৰ্ঘশ্বাস, যেন মই
শুনিবলে পাওঁ।

সৰু সৰু আনন্দ দুখৰ
এইবোৰ সম্ভাৱনাময় মুহূৰ্ত
শিপাই যেনেকৈ
পানী শুহি লয়
গছৰ গুৰিৰ পৰা
তেনেকৈয়ে সেউজী পাতবোৰে
সানি দিয়ে মোৰ ই হাড়ত
স্বপ্নৰ নীলিমা

এইবোৰ নীৰৱ তৃপ্তি
সৰু সৰু হাঁহি কান্দোনৰ
সৌ বিৰাট শূন্যতাৰ নিঃশব্দ প্ৰান্তৰ

যেনেকৈ জেওৰাৰ কাষে কাষে
নাচি নাচি যায় বালিমাহী
ময়ো চেষ্টাত আছোঁ
ভৰাই দিবলৈ মোৰ
স্থিতিৰ আকাশী কলচী
তেওঁ নিজেই সেই কৰ্মকাৰ
কুম্ভকাৰ আৰু চিত্ৰকাৰ
নিজে তেওঁ আমডালি, নাৰিকল, চন্দন, সেন্দুৰ
বাটেদি যাওঁতে সিহঁতে, জেওৰাৰ বাহিৰত
মাথোঁ দেখি যায়
ছাগলী, গৰু, ভেড়া আৰু দুষ্ট ল'ৰাবোৰে
বেৰত লাগি থকা শেলুৰৈবোৰ
তাৰ পাছত দৃষ্টি যায় বাগানখনলৈ
দৃষ্টিয়ে স্পৰ্শ কৰে
ঘাঁহ, পাত, ফুল
মই জানো সিহঁতে মনে মনে
হঁহা-হঁহি কৰে
যেতিয়া ফুলৰ কলিবোৰে মোৰ

যন্ত্রণাত কঁপি থাকে ফুলিবৰ বাবে

য'তেই বাটৰ শেষ,
ত'তেই আৰম্ভ বাগানৰ
লক্ লক্ কৰা জিভা মেলি সেই বাট
কুণ্ডলী পকাই আছে বৈ
মই জানো সেই জিভাই হঠাৎ এদিন
চাটি দিব বেৰা, ঘাঁহ, পাত, ফুল, ফল
বাগানৰ সজাৰ পৰা মুক্তি দিব
আমি ৰোৱা গছ বন লতা পাতবোৰ
আৰু চামিল কৰি দিব সেইবোৰ
শূন্যৰ শিবিৰত নি।।

মই জানো ল'ৰাবোৰে এদিন আহি
ভাঙিবহি ডাল পাত
ফুলবোৰ ছিঙি নিব, মোহাৰিব গোলাপৰ পাহি
ঘাঁহৰ মুক্তি হ'ব গৰু-গোহালিত
প্ৰান্তৰৰ অসীম সীমাত
হেৰাই, হেৰাই যাব নিৰ্দিষ্ট সীমাৰেখাবোৰ,
নাশিব শূন্যতা চতুৰ্দ্দিকে।

সমূদ্ৰ থাকক সেই দ্বীপক বিচাৰি
আকাশে বিচাৰি থাকক শৃঙ্গৰ পাহাৰ,
মই কিন্তু বহিয়ে থাকিম
তোমালৈকে বাট চাই।।

তুমি আহিবা ইয়ালে
ট্ৰেইনৰ তৃতীয় শ্ৰেণীত
অথবা বাছত
মোৰ ঘৰৰ ঠিকনা লৈ পকেটত
আৰু তাক সুধি সুধি,
মই সেয়ে চকী এৰি নুঠো
বাট চাই ৰ'ম মই
মোৰ বাগানত
তুমি আহি পাবা বুলি
সন্ধ্যাৰ পাছত, অথবা ৰাতি গাঢ় হ'লে।

★★

## লেণ্ডস্কেপ

নিৰ্জন সন্ধ্যাত
ঘৰমুৱা পৰদেশী পখীৰ
ডেউকাৰ ধপ্ ধপনি
দিগন্তত মিলি যায়
শান্ত, দীঘল দুপৰীয়া
এতিয়াও মৃত
তাৰেই মাজত
মালগাড়ীখন গৈ আছে
তাৰ অন্তহীন ক'লা আৰু
ইটাৰঙী আয়তাকাৰ অৱয়ব লৈ।

নিৰ্লিপ্ত বাৰ্ণিশ্ কৰা আকাশে
স্নান কৰিছে যেন ৰ'দত
পাতল সেউজীয়া, পাতল ক'লা
ছিট কাপোৰৰ দৰে ৰং গোটেই গাত
ভঙা তুলিকা আৰু ফটা কেনভাচ।
বিদ্যুৎ তাঁৰত ওলমি
এটা মৃত, সুন্দৰ, নীলৰঙী পখী
সঁচাকৈয়ে মোৰেই স্বপ্ন সি
মোৰ চকুৰেই অশ্ৰু সি
মালবাহী ৰেলগাড়ী এই
অপৰাহ্ণ এই
দূৰৰ বাগান আৰু
আমৰ সউ মল।

কুলিৰ কুউ কুউ সুৰে
কাক, কাক বা মাতিছে
তাৰ সাক্ষী হ'বলৈ?
কটা ধানৰ শুকান নৰাত বহি
সৰু চৰাই এটা ধানৰ দুখত মন মৰা
আনটো চৰায়ে
গৰু পিঠিত বহি
জুৰি দিছে এখনি কণ্ঠৰ গান

আবেলিটো মৃত চৰাইটোৰ
কফিনৰ দৰে
অস্পষ্ট ঘন কুঁৱলি এই
কোনে জানে কেতিয়া আহিব ৰাতি
পথ ভুল কৰি
চউদিশে সিঁচৰতি
ৰঙা, নীলা, ধোঁৱা বৰণীয়া
সেউজীয়া ৰঙৰ নির্যাস
এই সকলোবোৰ মোৰেই
মাংসৰ অগনি
আৰু প্ৰাণৰ আভাস
তুলিকা, কেনভাচ
সকলোবোৰ গুড়ি হৈ
শূন্য হৈ গ'লে
কি বা থাকিব এই পৃথিৱীত
থাকিব কি আমাৰ সত্ত্বা?
থাকিব হয়তো মাথোন
শেষ নিশ্বাসৰ কেৱল বতাহ
স্নায়ুত জ্বলন্ত বিকাৰ
টুং টাং কৰি ছিগি যাব সিৰা ও ধমনী
মোৰ কবৰৰ
হাড়ত শুনা যাব
বিষাদৰ শেষ আৱাহনী
ক'লা শিলৰ পাহাৰ
জ্বলি থাকে
দপ্‌দপ্ জ্বলন্ত শিখাৰে
এনে লাগে
মৃত্যু যেন দীৰ্ঘতম
শেষ অনুভূতি
আধা ফলা কাগজখনত
বহুতো মৃত ঠিকনা
দপ্‌দপ্ কৰি জ্বলিছে
আৰু তাৰ অশান্ত ছাই-ভস্ম
বতাহত উৰিছে, উৰিছে।।

★★

## বতাহ

বতাহে একো ধৰি নেথাকে
একো নিজৰ কৰি নলয়
নিজৰ কাৰণে একো খামুচিও নেথাকে।
কেৱল ছুই ছুই গুচি যায়
লৰি যোৱা পথিকৰ দৰে,
সন্মুখলৈ যিহকে নাহক
নাৰীৰ কোমল স্তন, খিল্ খিল্ হাঁহি
অথবা ৰুক্ষ পথাৰ।।
পুতি গন্ধেৰে ভৰা নৰ্দমা
হাঁহো হাঁহো জোন,
সুবাসিত ফুল
নিজৰ ধৰণে ছুই ছুই
গুণ গুণ কৰি
মূৰ তল কৰি, নীৰৱে যোৱাৰ নিচিনা
সহজ কাম এই পৃথিৱীত
আৰু একো নাই, কোনোদিনেই নাছিল।

সবাতোকৈ অপ্ৰত্যাশিত ঠাইত
তেওঁৰ লগত দুবাৰ এবাৰ মোৰ
দেখা হৈছিল,
এবাৰ তীব্ৰ জাৰৰ এটা গধূলি
সাগৰ তীৰত
কোনো ক'তো নাই
আনকি তীৰ্থযাত্ৰী এজনো
অথবা মছলা মুৰিৱালা
কেৱল আছিল গৰ্জন
নিৰ্জন সমুদ্ৰখনৰ অন্য দিনবোৰৰ দৰেই
বুকুত দুহাত চেপি ধৰি
শূন্য সেই সাগৰ তীৰত
কাৰোবাক বিচৰাৰ দৰে
তেওঁ অকলেই বিচাৰি আছিল
কাৰোবাক।
আৰু আনফালে

ভিক্ষাৰী ল'ৰাটো
পৰি থাকে
কোনে জানে কি আদৰ
বিচাৰি সি
দোঁ খাই পৰে
অলপ পালেই তাৰ
চকুযোৰ তিৰবিৰ হয়
আৰু সি উঠিয়ে বহিব
দেখিছিলোঁ পিতৃৰ লগত
যাৰ আছিল বৰ লগ তেওঁ

অন্ধকাৰ বাৰান্দাত পিতা
দেৱতাৰ দৰে অকলে অকলে
বহি থাকে,
বাৰান্দাত বহি, থিয় দি
ক'ত কি যে গল্প কৰে পিতৃৰ লগত
বিছনাখনত পিতৃক অস্থিৰ কৰি
আধা মেলা খিড়িকি কাষত বৈ
কাণে কাণে কথা কৈ যায়।
সিদিনা স্বৰ্গদ্বাৰত
তেওঁ মৃত শৰীৰৰ জুইকুৰা দেখি
পাগলৰ দৰেই কিজানি
ক'ৰবাৰ পৰা লৰি আহি
জুইৰ গৈ সোমালে ভিতৰ
কোনে জানে
কি আছিল মনত তাৰ
গোপন কথাটি।

★★

# আহাঁ, অন্য এদিনা, হে মৃত্যু

সৰু কালিতেই
তোমাক নকৈছিলোঁনে
হে মৃত্যু, আহিবাই
যেতিয়া আহিবা,
কেৱল নাহিবা
আহাৰৰ বৰষুণৰ দিনা,
কাৰণ সেইদিনা
তোমাৰ কাৰণে সঁচাকৈয়ে
অকণোকে সময় নহ'ব
আখৰ লিখা বহী
কিম্বা ফৰ্দ্দ-টৰ্দ্দ ফালি
কাগজৰ নাও সাজি থকাতেই
ব্যস্ত ৰ'ম মই।

গাঁৱৰ মাজবাটৰ
উজান সোঁতত
উটাৰ বাবে
কাগজৰ নাও
মেঘ চিধাচিধি আহিবা নামি
মাটিত শুই পৰা
আমাৰ ঘৰৰ ওপৰত উঠি
আড্ডা মাৰি থাকিম দেই
তোমাৰ লগত

ধোঁৱাৰ লগত মহা আনন্দেৰে
মনটো উৎফুল্ল থাকিব
কদম ফুলৰ গন্ধ লৈ
ঘৰৰ বাৰীৰ জেওৰাৰ কাষৰত
জিকাফুল, তিয়ঁহৰ ফুল।
ঘিটমিটিয়া ক'লা নদীৰ পাৰত
এতিয়াও অপেক্ষা কৰোঁ মই
অকণি অকণি সেই নাওবোৰ ঘূৰি
কিজানিবা আহে।

সংখ্যাতীত স্বপ্ন, স্মৃতি, আশাভৰা
সেই নাওবোৰ
হয়তো ঘুৰি আহিছেও মেঘতকৈও ক'লা, সুগন্ধি
মৃত্যুৰ আহ্বানত
দেখা নাই, মোৰ যে চুলি মানো
সময় নাই
অনুশোচনা কিম্বা শোকৰ কাৰণেও
আনকি কথাবোৰ সুঁৱৰি নিজকে
হেৰুৱাবৰ কাৰণেও
তেনেহ'লে কোৱা, এই বৰষুণ অহাৰ পৰত
উচ্ছল বাৰিষাত, কেতিয়া তোমাক সময় দিম,
কোৱা?
শুনা যেতিয়া আহিব তুমি আহাঁ
প্ৰিয় বন্ধু, মই প্ৰস্তুত
কিন্তু দয়া কৰি নাহা যেন
ঘনঘোৰ বৰষাৰ
অলস লগ্নত।।

★★

## ঘৰ (১)

সন্ধিয়া নামি আহিছে
ক'ব পাৰানে ভাই
ক'ত মোৰ সেই আপোনাৰ ঘৰ?
কোনোবাদিনা মই আছিলোঁ
যি ঠাইত
ক'ত সেই পৰিচিত গাওঁ??

তাত আছে মাটি, বালি, ৰ'দ তৰা
তাত সৰি সৰি পৰে বৰষুণ,
কোমল নিয়ৰ
এই ওখ পাহাৰৰ সিপাৰে থকা
নদীৰ বালিত
আৰু পানীৰ সোঁতত।

মোৰ ল'ৰাই এতিয়া মোৰ
শৱদাহ কৰি অস্থি আনে
তাৰেই নখেৰে
বালিত আঁকে অৰ্থহীন আঁক
অকলে অকলে
বাগৰি বাগৰি আহে
চকু পানী মোৰ
তাৰ ককাক, দেউতাকৰ দৰেই
এই তৰাবোৰৰ দৰেই
যন্ত্ৰণাৰ অশ্ৰু অগ্নি
বনান্তত সি হায় অকলশৰীয়া
কোনে জানে ঘৰৰ ভিতৰত
টিমিক-টামাক চাকি
জ্বলি ৰ'ব পাচিৰ ভিতৰত
তাৰ পোহৰত তিৰ্‌বিৰাই থাকিব
কড়িৰ শূন্য পেটটো।

★★

# সৰুকালি

থপ্ থপ্ কৈ খোজ কাঢ়িছিলোঁ
অকণি অকণি দুখন ভৰিৰে
কৌতুক-বিস্ময়ৰ পাৰ ভঙা অমৰাৱতীত
অকমানি তুলসী পুলিটোৰ
পাত ছিঙিবলৈ যাব ঠিক খোজোঁতেই
ককা, তোমাৰ নৌকা ডুবিল
আন্ধাৰৰ মেঘৰ মাজত
হঠাতেই সূৰ্যাস্ত হ্ৰদত

কোমল প্ৰাণ মোৰ
দেখি শূন্যতা চউদিশে
দেখি কান্দোনৰত মুখবোৰ
লিপা-পোচা ঘৰ,
চুলি হীন টকলা সেই মূৰ
আন্ধাৰ ঘৰৰ কোণত
এন্দুৰৰ মাটি
পাখি জোকাৰি যায়
অন্য এক পখী
সন্মুখেদি বৈ যায়
অশ্ৰুৰ পাৰহীন নৈ
মুকলি ধানৰ পথাৰে
তাৰ দিগন্ত ছুই
চোতালত শবাধাৰ
তাৰ পাছত ঘৰত
কণমানি চাকিৰ
ছাঁ ও পোহৰ।।
তাৰ পাছত
হঠাৎ চুমা খাই
যি মোক কোলাত তুলিলে
তেওঁ মোৰ আই
প্ৰচুৰ আহাৰ, ভৰসা, সান্ত্বনা
আৰু প্ৰতিশ্ৰুতি,
উষ্ণ বতাহ।।

সেই বছৰ শীত বেছি নাছিল
বসন্তও আধামৰা, ক্ষীণ
দূৰত নিৰ্জন বনত গা ঘঁহাই
ৰেলগাড়ীৰ দীঘলীয়া মাত
বতাহত অশ্ৰুৰ সূচনা
শব্দবোৰ যেন হাহাকাৰ।
তেওঁৰ ভৰিত ভৰি দি
আৰু ভৰ দি চিনিবলৈ শিকিলোঁ
এই পৃথিৱী
ইয়াৰ সূৰ্য কিৰণ,
ইয়াৰ বিপুল গন্ধ
ৰেখা আৰু ৰঙৰ শোভাযাত্ৰা
জীৱনৰ ব্লু প্ৰিন্ট পৃথিৱী আঁকা হ'ব
জাতি, গোত্ৰ, ক্ৰম'জোম
স্নায়ু ও সিৰাৰ
কাঁটা আৰু কম্পাচ দি
খাওঁ খাওঁ কৰা ৰ'দৰ তাপৰ পৰা
তেওঁৰ খোপাৰ চুলিয়ে মোক
আৱৰি ৰাখিলে
তেওঁৰ দুটি চকুত কেতিয়াবা বৰষুণ
কেতিয়াবা খেলা কৰে দুয়োটি চকুৰে
জোনবাই হৈ।।
মই সেয়া মিছা কোৱা নাই
জিভাও লুটি খোৱা নাই
কোনো সন্মান প্ৰদৰ্শন কৰাৰ কাৰণে
বা কোনো ভয়ৰ কাৰণে নহয়
কৃষ্ণৰ ময়ুৰ পাখিৰ কাৰণে
অথবা প্ৰভু জগন্নাথৰ
ক'লা চকুৰ মণিৰ কাৰণে
সমুখত বাৰস্কন্ধ ভাগৱত
চন্দনৰ স্তূপীকৃত বাকচ
আৰু ফুলৰ ওৰণি আঁতৰাই
কান্ধৰ পৰা মুখক উঠাই
বহুত চেষ্টা কৰিও
খুটি-নাটি চাইও
আন্ধাৰক চিনিব নোৱাৰিলোঁ

দেৱতাৰ গঠন বা তেওঁৰ
ৰূপসজ্জা একোৰেই
বৰং সেই দ্বিধা দেখি
তেওঁৰ চকুৰ আকাশত
আকস্মিক মেঘ আৰু বৰষুণ।

মই অন্যমনস্ক হ'লে
তেওঁ হয় বিব্রত
সেয়ে মই একাগ্র হওঁ
দেৱতাৰ আসনৰ ফালে
চকু থওঁ উদ্যত খড়গৰ ওপৰত
ত্রিশূল অথবা পদ্ম কিম্বা হাতৰ
লাড়ুৰ ওপৰত, হাঁহ অথবা এন্দুৰৰ
বাহন সিংহ,
ওপৰত,
অথবা সৰু এটা ময়ূৰৰ ওপৰত
আৰতিৰ পাছত
শঙ্খ আৰু ঘন্টাৰ শব্দত
মন্দিৰৰ নির্জন প্রান্তৰত
প্রতিধ্বনি হৈ বিচাৰি ফুৰোঁ নিজকে
তাৰেই মাজত কেতিয়াবা অনুভৱ কৰোঁ
কান্দোনৰ হাহাকাৰ
হাতত হাত ধৰি ঘৰলৈ ওভতোঁ
দূৰৰ আকাশৰ পৰা তৰাবোৰে
চাই থাকে আমাৰেই পিনে
সেই কান্দোন ঘৰৰ ভিতৰৰ
কি অন্য এক পখীৰ??

২
এতিয়া মই এটা কুঁৱাৰ ভিতৰত
বহুত, বহুত বছৰ ধৰি নিমজ্জিত
ইয়াত সূর্য আৰু মেঘ
বৰ ৰাস্তাটোৰ ৰ'দত দগ্ধ হয়
আৰু বৰষুণত তিতে
সূর্যাস্তৰ হ্রদৰ ঠিক মাজত
মোৰ ডিঙি বুৰ যাবলৈ

আৰু কিমানদিন!

পৰিচিত পথবোৰ
কেতিয়াবা উজ্জ্বলি উঠিছে
কৰবী, অর্কৰ জোপা,
চাকুগুা বনৰ ভিতৰত
আমবাগান, পুখুৰী সকলোতে
বেছ পোহৰ পোহৰ দেখা গৈছে
পোহৰবোৰক
ঘৰৰ ভিতৰৰ অন্ধকাৰত
ময়লা পৰ্দ্দা
চকীবোৰত ধূলি
সময় যেন বাহিৰত ৰৈ আছে
ফটা ধুতি এখন পিন্ধি
চকু দুটাত পাহাৰৰ গাঁত
আৰু মুখভৰ্ত্তি দাড়ি
মোৰ কাৰণেই অপেক্ষা কৰে
বেচেৰাই
জীর্ণ-শীর্ণ হৈ অকলে অকলে।

এতিয়া অতীত সকলো
বোকাত ডিঙিলৈকে পোত খাই
অস্পষ্ট চেতনাৰ
গভীৰতাৰ পৰা
তুলি আনিম সিহঁতৰ স্বপ্ন
শুনিম বৰষুণৰ নিঃসঙ্গ গান
সৰা পাতবোৰৰ মর্মৰ ধ্বনি
উমাল বিছনাৰ আৰাম এৰি
জাৰৰ ৰাতিপুৱাতে
দ্বিধা আৰু বিৰক্তি আঁতৰাই
উঠি পৰিম দেউতাৰ মাত শুনি
গাম একেলগে প্রার্থনা সঙ্গীত
'অখিল ব্রহ্মাণ্ড গতি'
শুই শুয়েই উটি ভাহি যাম
বৈকুণ্ঠ বা নৰকৰ পিনে
সৰু ফ্রক, লম্বা শাৰী,

দেহৰ উত্তাপ
খেলনাৰ ভঙা ভৰি
মাষ্টৰৰ বেত্ৰাঘাত
তাৰ পাছত কোনো কাৰণ নোহোৱাকৈয়ে
কান্দি ৰ'ম, কুলিৰ উদাসীন
গান শুনি শুনি।
মোৰ অতীতে এনেকৈয়ে এটা
নিগনিৰ দৰে
ঘূৰি ফুৰে শূন্য ঘৰটোত
টোপনি আৰু জাগি উঠাৰ মাজৰ
হাইফেন্ ডাল পাৰ হোৱাৰ আগেয়ে
মই দেখিবলে পাওঁ
নীৰৱতাই মোৰেই কাষত নাক ঢাকি শুই থকা
যাৰ নিশ্বাস আহি বাৰে বাৰে পৰে
মোৰ বুকু আৰু মুখত।
যেতিয়া মই কান্দো
অন্য এক কোঠাত
মোৰ পুতলাটোৰ ডিঙিৰ
প্লাষ্টিকৰ মালাডালৰ বাবে
কান্দি থাকে মোৰ নাতিনীয়েও

কিয়নো কান্দিম!
মই কি ভূতৰ প্ৰতিকৃতি হৈ
নিজৰেই মুখামুখি হ'ম?
নে আকাশলৈ জপিয়াম
জোন, তৰা, নীহাৰিকা
ধৰিবৰ বাবে?
অথবা খণ্ডত তৰ্জন-গৰ্জন কৰি
সাপ ধৰা যোগীৰ পাচিবোৰত
শুই ৰ'ম কুণ্ডলী পকাই
মোৰ সন্তান, নাতি-পুতিয়ে
তেতিয়া
বগুৱা বাই বাই অৰণ্যে পাহাৰে
মোকেই বিচাৰি থাকিব।

সিহঁত
চকমাটিৰ দৰে বগা, শেঁতা
অফিচৰ কেৰাণীৰ দৰে
নক্ষত্ৰৰ পোহৰত
মুখবোৰ যেন
মৃত শেলুক
পৃথিবীৰ হকাৰবোৰে আন্ধাৰত
কাগজ কঁকালত বান্ধি
উজুটি-মুজুটি খাই লৰি লৰি যায়
পুৰণা খবৰকে বেচিবৰ বাবে
পুৰণা মাটি আৰু
পুৰণা জোনৰ
পুৰণা স্বপ্ন আৰু
মৃত্যুৰ
ৰাতিৰ গছত বাজে
চৰাইৰ কান্দোন
শব্দবোৰৰ মাথোঁ হাহাকাৰ।।

ৰাতিপুৱা
বাৰান্দাৰ চিৰিত হঠাৎ
(কতদিনৰ আগেয়ে)
দেখা হয় বাগানৰ মল্লিকাৰ স'তে
উৰি যায় এধানি পখিলা
চুচুক-চামাক কৈ
ফুলি উঠে যেন গেন্দা ফুল
টোপনিৰ আন্ধাৰৰ পৰা
যেন গোলাপৰ
সিৰা-উপসিৰা,
অকমানি পখিলাবোৰৰ যেন
ভাং খোৱা থৰক-বৰক দেহাই
কচুপাতৰ ভিৰৰ মাজত যেন জিৰাব খুজিছে
আগৰ দৰেই যেন
পৃথিৱী ভাঁহিছে চিত্ৰ-বিচিত্ৰ পাখি মেলি,
বচ্, এই মুহূৰ্তটো
তাৰ ডায়েৰীৰ লেখা, আঁক-বাঁক
পকেটত কুচি-মুচি থাকে

লিখিবলৈ মন যায় হাঁহি-কান্দোনৰ কথাবোৰ
যেতিয়ালৈকে চকু, কাণ, নাকে
সিহঁতৰ কাম শেষ কৰি
দোকানত তলা ওলোমাই
নিঃশেষে পুৰি শেষ হৈ যায়
কেলিকো মিলৰ ধুতি, ঘিউ
আৰু চন্দন কাঠৰ লগত মিলি
নদীৰ পাৰত
বতাহৰ প্ৰসাৰিত বুকুত।

★★

## ছায়া (১)

সেই শেঁতা ইটাৰ ৰং
শেঁতা গেৰুৱা মাটিৰ ভগা পাত্ৰ
ধাৰণাৰ পৰা জন্ম হোৱা
ৰূপ, শব্দ
আৰু তাৰ পাছত শূন্যতাৰ
সৰু মানচিত্ৰ।।

আজি আৰু কাম-বনৰ ফন্দী নাই
আজি ধৰিবৰ বাবেও ঠাৰি নাই
সুশীতল পূৰ্ণ গৰ্ভ নাই
কটা গৈছে নামহীন ছায়াৰ দৰে
বিবৰ্ণ বাটৰ কেঁকুৰিত
নিজৰ শিকলি বিচাৰি
যি আছে আকাৰ আৰু আয়তন
অৰূপ তথা আকাৰহীন
সম্মোহন বাঁহীৰেই তেওঁ
মাতে।

মহেঞ্জোদাৰোৰ
তেতিয়াৰ শেষ সন্ধ্যা
প্ৰত্নতত্ত্ব গায়
দৰ্শকৰ ভিৰে
ভগা পাত্ৰৰ কাষত
কালজয়ী হাঁহি হাঁহে
থিয় হৈ ৰয় মহামৃত্যু
ভগ্নাৱশেষৰ এই
স্তব্ধ মুহূৰ্ততো।
কোনে পান কৰিলে সোমৰস
কোনে আকৌ সেই পাত্ৰতে দিলে
অমৰত্বৰ পানী
নাৰিকল, চন্দন আৰু
প্ৰাণৱন্ত স্তোত্ৰ
হোমানল, ঘিউ আৰু
লাখ বেলপাত
সকলো ঠাহি থোৱা থাকে
সন্ধ্যাৰ পাছৰ ছায়াৰ দৰেই।

ব্যস্ত সময়ৰ পাৰে পাৰে
হঠাৎ লৰি উঠে
শীতল পানীৰ পাত্ৰ
কাৰ পাথেয় সি মৃত্যুৰ পাছত
সময়ৰ ম্লান ছায়া
নিস্তৰঙ্গ হৈ দুলি থাকে হ্রদত।।

★★

# শব্দ

নাজানো, মই নাজানো
সেয়া কি ভাষাৰে
দেৱ-দেৱীয়ে কথা পাতে
পৰস্পৰে
গোপন, ঘন ৰহস্যেৰে ভৰা কথা
জীৱন আৰু অমোঘ মৰণৰ
সন্ধিয়া বা পুৱা।।

নাজানো, কোন সেই শব্দৰাজিৰে
সুনিশ্চিত, প্ৰবোধ বাণী
শুনায়, নিজেই নিজৰ আত্মাক
দুখ-সুখ হাঁহি-বেদনাৰ
পৰিধিৰ
বাহিৰত ৰৈ।

নাজানো, কোনটো ভাষাৰে মাতে
চাতকে মেঘক
তৰাই মাতি যায়
জিলমিল্ কুঁৱলিক
আত্মাই মাতে
ৰক্ত-মাংসৰ শৰীৰক
শব্দহীন মুহূৰ্তৰ
দিন-প্ৰতিদিন
কত জন্ম জন্মান্তৰৰ আঁৰত আছে
ধূলি ধূসৰিত সেই
অমৃতৰ শব্দৰ স্পন্দন!

আমাৰ শব্দৰ লগত
চিৰদিন মিলি থাকে
অজস্ৰ কামনা দুঃখৰ তীব্ৰ কোলাহল
আমাৰ ভাষাত মিলি থাকে
সৰু সৰু কত কি যে
আশা ও আকাঙ্খা

পৰিব্যাপ্ত দুঃখৰ নিচিনা
মধ্যবিত্ত পৰিয়ালবোৰৰ
সীমাহীন অশান্তি আৰু
ক্ষোভৰ নিচিনা
অথবা
তৰাহীন আকাশৰ
গুণ গুণ সুৰ আৰু
স্মৃতিৰ প্ৰভাত।

আমাৰ ভাষা যে
আইতাৰ তামোলৰ দাগ
সাত পুৰুষৰ
যেন আঙুলি মূৰত থকা চূণ
আন্ধাৰত, যন্ত্ৰণাত, বিষাদত
আশাৰ দৰে, মন্ত্ৰৰ দৰে
আত্মাৰ দৰে
বগা দেখা যায়,
আমাৰ শব্দত পূৰ্ব পুৰুষৰ
সকলো আশা আৰু সকলো কান্দোন,
হুঙ্কাৰ, ওঁঙ্কাৰ, টুপ্‌টাপ্ গুণ গুণ সুৰ
মিঠা হাঁহি, চল্ চল্ চকুপানী
হুমুনিয়া য'ত
নদীৰ দৰে মিহলি হৈ
যায় সমুদ্ৰত।

আমাৰ অব্যক্ত শব্দত সেই
শেষ বসন্তৰ
অপ্ৰতিভ কোকিলৰ
হেৰাই যাওঁ যাওঁ কুউ কুউ সুৰ
মোৰ ভাষা
মূক বধিৰ শিশুৰ
মাটিৰ দেৱতা পুতি
অজানা বৈকুণ্ঠৰ পিনে
চিৰকাল প্ৰসাৰিত বাহু।।

**

## শব্দৰ আকাশ

মাটিৰ মজিয়াত
ল'ৰা-ছোৱালীহঁতে
চকেৰে লিখা "ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ"
চিলটৰ ওপৰত
একা-বেকা চকৰ আখৰ
ইটো নাম, সিটো নাম
যেনেকৈ আকাশত অসংখ্য আখৰেৰে
ফুটি উঠে
কত যে বস্তু, ধ্যান ধাৰণাৰ

পানীৰ এশটা ঘটত
জগন্নাথ দাসেই বোধহয় কৈছিল
পানীৰ এশটা ঘটত
যি আকাশ দেখা যায়
সেয়া একেখন আকাশেই
কফিৰঙৰ খুৰাৰ দাগ লগা
বোকা ভৰা গাঁত
বিবৰ্ণ দুঃখ আৰু
নিদ্ৰাভৰা চকু
কুষ্ঠ ৰোগীৰ বেঙেজ আৰু
প্ৰভু জগন্নাথৰ নিৰ্লিপ্ত চকুত
ক'লা মেঘৰ বিজুলীৰ দৰে
সময় জ্বলিছে আৰু নুমাইছে
প্ৰায়ে পঢ়িবই নোৱাৰি
সেই সাঙ্কেতিক ভাষা
আধামচা আখৰ আৰু
অন্ধ শিলত।
কি বিচিত্ৰ সেই খোদিত শব্দ
ইন্‌কা বা আজটেকৰ...............
কিম্বা হাতীগুম্ফাৰ কিছু অস্পষ্ট প্ৰতীক
দেৱালত উৎকীৰ্ণ সব চিকাৰ,
পশুহত্যা আৰু বিদ্বেষৰ ছবি

ৰাতি দিন মোৰেই কাণত
গুণ্ গুণ্ কৰি থাকে
নীলা আকাশৰ মচি দিয়া কৰুণ পূৰবী
তাৰ কাষত ডুবি যায়
অসংখ্য ভৈৰবীৰ মাত
হাটৰ দিনৰ শব্দৰ হৈ চৈ।।

শব্দৰ আকাশত
নীল নীল
শব্দৰ আকাশ
শব্দ কেতিয়াবা নীলা
কেতিয়াবা ধূসৰ
কেতিয়াবা পিঙ্গল
কেতিয়াবা ৰঙা,
ইস্পাত, পিতল, তাম
ৰঙীণ সেই চিত্র পট
উৎকীর্ণ
আমাৰ মানস পৃথিৱীৰ
পুৰণি প্রাণ
আকাশ উপকূলত
সেই প্রথম বাক্য
আৰু সেই বাক্যৰ
শব্দবিলাক
তাৰ অনুপ্রাস, যতিপ্রাস আৰু যমক
এতিয়া প্ৰায় পাহৰিয়ে পেলাইছোঁ
ইতিহাসৰ তালুৰ ওপৰত অঁকা
একা-বেকা ভাগ্যৰেখাৰ কথা
কর্মফল, যদইচ্ছা নিয়তিৰ
প্রথম স্বাক্ষৰৰ
আধামচা অৱশেষ।
তাৰ প্রথম শব্দৰ সেই
হেৰোৱা বিবৃতি।।

অ' মোৰ নীলা আকাশ
ধূসৰ প্রতীতি
আমাৰ হৃদয়ৰ
পঙ্গু আৰু খণ্ডিত নীলাভ বন্ধু

তোমাৰ অশ্ৰুৰে
তোমাৰেই ক্ষতেৰে
এই দুৰ্বোধ্য পৃথিৱীৰ
যি কিছু বুজা-বুজি
সময়ৰ শব্দহীন ষড়যন্ত্র
আকাৰহীন গুহাৰ
সীমাহীন ব্যাপ্তিৰ ব্যুহ
সকলো দীর্ণ কৰি
কেৱল
তুমিয়েই প্রতিভাত।।

হ'ব পাৰা তুমি
দন্তহীনা এক সুন্দৰী ষোড়শীৰ
স্মৃতিৰ দৰেই
খাপচাড়া, বিষণ্ণ, কৰুণ
তথাপি সব স্মৃতি, সব স্বপ্ন
ইফালে সিফালে যেন
অহা-যোৱা
তোমাৰে অকুণ্ঠ দান
এই বোৰো।

সেয়ে তোমাৰ কাৰণেই মোৰ
এই যে কবিতা
তোমাৰ জৰায়ুৰ সুন্দৰ নৈঃশব্দই
ইয়াক জন্ম দিছে
মায়া সীতা
গঢ়িবৰ বাবে
যাতে নিজেই বুজাব পাৰোঁ নিজকে
তোমাৰ নীল-ধূসৰ ৰেখাৰ
দৃপ্ত নীৰৱতাৰে।

★★

## জৰা শবৰৰ সঙ্গীত

ধনু আৰু আকাশৰ নীলধনু
মোৰ মনৰ কাঁড়
কোমল ভৱিষ্যতৰ ভুৰুত
নম্র চকুদুটা পৰি থাকে
সময়ৰ হেৰোৱা চেতনাৰ
অগভীৰ, স্পন্দনহীন অন্ধকাৰ।
এয়া কি তোমাৰ
ছলনাৰ ব্রত উদ্‌যাপন, হে প্রভু!
গকুলৰ পৰা দ্বাৰকা যাত্রা
শাম্বৰ নাৰীৰূপ আৰু
হেঁতাল বনৰ পাছত
তোমাৰ মনৰ অন্তিম উচ্ছাস
সব যেন মিছা কথা, সব প্রতাৰণা
সৰু মানুহৰ লগত
তোমাৰ এই লুকা-ভাকু খেলা
যদিও
আকাশত শুনা গৈছে
তোমাৰ চেপা হাঁহিৰ গুণ্ গুণ্।।

যদি তোমাৰ জন্মও নাথাকে
মৃত্যুও নাথাকে,
তোমাৰ অস্তিত্ব যদি
ইতিহাসৰ বাহিৰত,
তেনেহ'লে কিয়বা তোমাৰ বাবে
কান্দি উঠে যমুনাৰ পানী?
কদমৰ ফুল আৰু
গিৰি গোবৰ্দ্ধন
কিয়বা গুমৰি উঠে বাঁহী?
কিয়বা বসুদেৱ দৈৱকীৰ
দুয়ো চকু পানীৰে হয় পূৰ
ঈষৎ পিঙ্গল চকু যিয়ে
পুৰি নিয়ে মোৰ এই মোৰ শৰীৰ
মোৰ ই হৃদয়, মোৰ ই আত্মাৰ বিভূতি

ধূসৰ অতীত যেন
উটি ভাঁহি যায় জোনাক ৰাতিৰ দৰেই
গোপিনীৰ চকুবোৰো
পানীৰে ভঁহায়!

মনত পৰিছে মোৰ
ছলনাৰ অভিষেক
যমুনাতীৰৰ ৰামলীলা
এবাৰ হেৰুৱাই, এবাৰ ঘূৰাই পোৱা
আকৌ হেৰুওৱা
আমাৰ বিনীত জীৱন যাপনত থকা
ভালপোৱা, বিশ্বাসৰ দৰে

সকলো ছলনা প্রভু,
সকলোবোৰ মিছা
এই পৃথিৱী
এই আকাশ
যুগে যুগেই তুমি আমাক
কেৱল ঠগাইছা
সঁচাকৈয়ে তুমি মিছলীয়া
তুমি এতিয়া আছা ৰথৰ ওপৰত বহি
আকৌ পানীৰ অটল গভীৰত
অক্রুৰৰো মতিভ্রম হৈ থাকে যদি
তেতিয়াহ'লে কোৱা
এই সামান্য শবৰৰ
নহ'বনো কিয়?
হয়তো তুমি ঘূৰি আহিবা
এই বিবর্ণ পৃথিৱীলৈ
কোনোবা এদিন আকৌ ন ছলনাৰে
তেতিয়া তোমাৰ কি
মনত পৰিব এই অভিশপ্ত জৰা শবৰৰ কথা??
এই বিকট শৰীৰ,
পাহাৰৰ গাৰ দৰে ৰুক্ষ যাৰ গা
একুৰা একুৰা জুই
ৰঙা দুটা চকু
এই ধনু, এই তীৰ

শবৰৰ আদিম বৰ্বৰতা।।

হয়তোবা মনত পৰিব
তোমাৰ সকলোবোৰ কথা,
দেখিবা নতুন ৰূপ মোৰ
চিনিবা মোৰ পুৰণি আত্মাকো
হয়তো দেখিবা দ্বাপৰ, ত্ৰেতাৰ কথা
হয়তো দেখিবা এই জৰাৰ মাজতে
কিস্কিন্ধ্যাৰ সম্রাট বালিক।

মই একো নেজানো
কোনোদিন নেজানিমো
তোমাৰ নতুন ৰূপ
চিনিও নেপাম
নতুন শৰীৰত
অতীতৰ মেঘ বৰণ চেহেৰা
হৰিণী মায়াভৰা চকু
তোমাৰ বুকুৰ কৌস্তুভ মণি
কুঁহি পাতৰ দৰে দুয়োটি চৰণ
য'ত লাগিবগৈ
অভিশপ্ত জৰাৰ এই কাঁড়।
তাৰ একোকে মই নেজানিম,
চিনিও নেপাম।
তুমি কিন্তু সকলো দেখিছা
বৰ্তমান, ভূত, ভৱিষ্যত
জীৱন আৰু মৃত্যুৰ
অনন্ত ৰহস্য
কেৱল আমাৰ বাবেই
যোৱা তুমি
বিস্মৃতিৰ অবুজ অনুকাৰ।।
নাচিকেতাৰ দৰে প্ৰশ্ন নকৰোঁ মই
জীৱন আৰু মৃত্যুৰ
দুৰ্বোধ্য ৰহস্য
কিম্বা অৰ্জুনৰ দৰে
কুৰুক্ষেত্ৰৰ বিষণ্ণ নিশ্চেষ্টতাত
জ্ঞান, কৰ্ম আৰু ভক্তি যোগৰ কথা।

হে ছলনাময় নিষ্ঠুৰ
হে শাশ্বত সুন্দৰ
মই চাব খোজা নাই
তোমাৰ বিশ্বৰূপ
য'ত জ্বলি আছে
চন্দ্ৰ-সূৰ্য, গ্ৰহ, তৰা
নীহাৰিকা আদি

মই নিবিচাৰোঁ
তোমাৰ জ্ঞান
নিবিচাৰোঁ তোমাৰ
সীমাহীন স্মৃতি
হে মায়াময় বিশ্বৰূপ
কেৱল এটাই প্ৰাৰ্থনা
যুগে যুগে আমাৰ তীৰেই যেন
তোমাক দিয়ে
তোমাৰ ছলনাৰ পৰা
তোমাকে মুক্তি
যুগ যুগ ধৰি মই
উচুপি উচুপি কান্দো
বুকুৰ ওপৰত চেপি ধৰি
এই ফটা কাপোৰৰ টুকুৰা
আৰু তোমাৰ
সুন্দৰ জামৰঙা
দুখনি চৰণ।।

★★

# বিদুষক

তেওঁ পাহৰি গ'ল
দুয়ে দুয়ে হয় চাৰি
নে ন
তেওঁ পাহৰি গ'ল
এডাল সৰল ৰেখায়ে
দুটা বিন্দুৰ মাজত থকা
সকলোতকৈ ওচৰৰ ৰেখা

তেওঁ দেখা পালে
প্ৰজাপতিৰ কোমল পাখিত
চিতাবাঘৰ আঁচ আঁচ দাগ
হাঁহিবৰ সময়ত তেওঁ কান্দি উঠে
আৰু কান্দিবৰ সময়ত
হাঁহে মুখ টিপি
তেওঁৰ মূৰত এটা অদ্ভুত টুপী
আৰু তাৰ ওপৰত আছে শিং
তাতে ফুল আৰু লতা
গাত পখৰা চোলা
ভৰিত ছাতি আৰু জোতা
মুখত যে কতবোৰ ৰং
গাধৰ পিঠিত বহা
সেইজন যেন
নকৈ ওলোৱা পূৰ্ণিমাৰ জোন।

গেলেৰীৰ শাৰীবোৰত
হাঁহিৰ যেন বানপানী উঠে
তেওঁ তেতিয়া যেন হাত মচি বিচাৰি ফুৰিছে
অনুভূতিহীন মুহূৰ্তৰ ফেনাৰ তলত
গোপন যন্ত্ৰণাৰ গহ্বৰ
ভঙা খেলনা, ৰক্তাক্ত শৰীৰ
আৰু হাঁহিৰ আঁৰত থকা
দীৰ্ঘশ্বাস
যত যিমান বিবৰ্ণ, ৰুচিহীন

সকলো হেৰুৱায়,
সিক্ত চকুৰ অস্পষ্টতাতে
জিলিকি উঠে
নিবিড় অনুসঙ্গবোৰ
ভঙা চিলট আৰু স্কুলৰ মসৃণ গ্লোব
ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ।।
প্ৰতিটো মুহূৰ্তৰ গঠন আৰু গন্ধ
সমুদ্ৰ তীৰৰ যেন শামুকৰ খোলা
অঘটনবোৰো এনেকুৱা
হাঁহি আৰু কান্দোন
যত হয় একাকাৰ।।

জ্বলন্ত সূৰ্য যেতিয়া
জ্বলি থাকে দীপ হৈ
ঘন অন্ধকাৰৰ বুকুত
পেটত গিলি থয় সব স্থিতি
আৰু দূৰত্বক
যেন আৰামত বহি লৈ
মাৰিছে উগাৰ
যেনেকৈ ৰাতিৰ অন্ধকাৰত
উদিত হয় সেই নক্ষত্ৰ
দূৰৰ পৰা দেখা যায় যাক
দ্বীপৰ দৰেই
স্নান কৰিছে যেন
কুঁৱলিৰ জোনাকত
কিন্তু আচলতে
জ্বলিছে সেয়া নিৰাশাতহে
অযুত সূৰ্যৰ জুইত
দুপৰীয়া অকলে অকলে
নিৰ্জন অন্তৰীক্ষৰ
ক্লান্ত চোতালখনত।

সকলো খুটি-নাটি কথা
দেখা যায় তেনেই কাষৰ পৰা
কম্পাচ আৰু মানচিত্ৰ
ৰ'দত ৰাখি, জ্বলাই লৈ
কষটি শিলত ৰেখা টানি

নিজৰ স্বৰূপ বুজা,
হাড় ভঙা শীতৰ
ৰূপ দেখা
হাঁহিৰ ঢউ পাৰ হৈ
টকলা মূৰৰ খোলাত
লাগি থকা দাঁতবোৰ দেখা

সন্তৰ তেওঁ জানেই
সেয়ে তেওঁ পাহৰি যায়
কোনফালে সূৰ্যৰ উদয়
পূবে নে দক্ষিণে
কিয়বা বতাহ বয়
নিয়ৰত কিয় কঁপে গছ
কিয়বা শিশুৰ হাঁহিয়ে
বৃদ্ধৰ চকুলৈ আনে পানী
চৰাইবোৰৰ দৰেই
লোকে ভিৰ কৰেহি গেলেৰী
জিক্‌মিক্ কৰি আকৌ নুমাই যায়
সঁচাসঁচি তৰাৰ দৰেই
আকাশৰ অজান কোণত।।
সেয়ে তাৰ এটাই প্ৰাৰ্থনা
হে মহাপ্ৰভু
হে নীলকন্দৰ বিহাৰী

হে দয়াময়, মোৰ মিনতি শুনা
ক্ষমা কৰা, মোৰ জ্ঞানৰ হীনতা।
সেয়ে ক্ষমাই কৰিছোঁ তোমাক
গেলেৰীৰ তৃতীয় চিৰিত বহি
হাঁহি হাঁহিয়েই
চিৎকাৰ কৰি উঠো
তোমাৰ ছলনা-চাতুৰী দেখি
তুমিতো নাজানা
তুমি কি কৰি আছা
তোমাৰ মুখা আৰু
তোমাৰ 'পৰচুলিৰ'* আঁৰত
তুমি যুগে যুগে কিমানক
হঁহুৱাই, কন্দুৱাই গ'লা
তুমিওতো এজন
মহান বিদূষক।।

* পৰচুলিঃ পৰৰ মানে লোকৰ চুলি নিজৰ দৰে ব্যৱহাৰ কৰা।



**

# কৃষ্ণ কৈৱৰ্ত্ত

কি অদ্ভুত অন্তৰঙ্গ হৈ
তুমি মাতি আনিলা খেললৈ
হাতত মোৰ গুজি দিলা পাশাৰ কাঠি

খেলিবলৈ ক'লা, তোমাৰ খেলা
যিহেতু তোমাৰ ইচ্ছাই ইযাত
একমাত্ৰ নিযম।।

যিমান জোৰেৰেই মই নিচিঞৰো লাগে
তুমি কেৱল হাঁহি থাকা
পাশাৰ গুটি মৰা ভুল হৈ যায
আৰু তেতিয়া কান্দিব লগা হয় মই।।

শুনিছিলোঁ তোমাৰ লগত
খেলা মানেই অপযশ
কিন্তু সকলো শুনা বা
ভবাৰ পাছত
এইটোকে বুজিব নোৱাৰিলোঁ যে,
একোৱেই আগৰ দৰে নেথাকে
ৰঙা, নীলা ৰঙৰ ভাগি পৰা গছ
মোৰ চকুৰ আগত সেয়ে একো গছ নাই
শুকান ডালত শুনা যায
কুঁহিপাতৰ হাঁহি, কোলাহল
বোঁটাহীন পাতবোৰে হাঁহে
ফুল নোহোৱাকৈয়ে ওলমি থাকে ফলবোৰ
বুকুত লৈ কঠিন শিল হঠাৎ ডুবি যায়
মোৰ পৃথিৱী আৰু ইস্পাতৰ ৰথৰ চকা
নীল গভীৰ অন্ধকাৰত
এটা অসহায় পাথৰৰ দৰে।
ইয়াৰ পাছত গধূলিৰ ক'লা দৈত্য অহাৰেই সময়
তৰাৰ অৰণ্যত ৰঙা সূৰ্য
ডুবি যোৱাৰ পাছত
তোমাৰ স্নেহৰ আলিঙ্গনত
গুড়ি হৈ যাব লোহাৰ ভীমসেন
বাঁহীৰ সুৰ গ্ৰাস কৰে ভীম শ্মশানে
জোনটোও ডুবি যাব
সমৃদ্ধ মেঘৰ ব্যস্ত সমস্ত অহা-যোৱাৰ
মাজত
আকাশৰ হাইওৱেৰ ওপৰত থকা
পচা আৱৰ্জনাত।
প্ৰেমিকাৰ হাঁহিৰ প্ৰতিধ্বনি হ'ব
চামুণ্ডাৰ উন্মত্ত হাঁহিৰ দৰেই
তেতিয়াই কঁপি উঠিব মেদিনী আৰু
শিশুৰ আধা ফুটা কথাৰ দৰে
ভীম ভৈৰৱৰ স্বৰ।।

সিহঁতে হাতত হাত ধৰি
নাচি নাচি আগুবাই আহে
জুইৰ হৈ-হল্লা ভৰা এটা বৃত্ত
যি ক্ৰমশঃ সঙ্কুচিত হয়
মোৰ কিতাপ, মোৰ টেবুল, শিল্পবস্তু সব
দৌৰি আহে,
এটা মাছৰ চৌপাশে
যেনেকৈ চাপি আহে জাল
মোক শেষ কৰি
দিবলৈকে যেন!

মোৰ কণ্ঠ শুকাই যায়
চিঞৰি চিঞৰি মই দৌৰি
পলাই যাওঁ নদীৰ তীৰলৈ
সেই ক্ষণতে ঠিক
কাণে কাণে কোনে যেন ক'লে
"সৌ সিপাৰেই তোমাৰ জন্মভূমি"
কিন্তু হায়! তাততো নাও নাই
সন্ধ্যা হৈ আহিছে
ঘন হৈ আহিছে মেঘ
নীৰক্ত পোহৰত
নদীৰ উলঙ্গ তৰোৱাল
যি এটোপ দুটোপ কৈ ৰঙা তেজ

জিলিকাই থাকে।
তাতেই কৃষ্ণ কৈৱৰ্ত্ত
জাগি আছে ঘাটত
তেওঁৰ মূৰত তালপাতৰ
ভগা জাপি এটা
চকুদুটা চিৰন্তন নিদ্ৰাহীন ৰঙা
তেওঁ চিঞৰি ক'লে, কোন আহিছা
সোনকালে আহাঁ, ৰাতি হ'ল ৰাতি হ'ল।
তুমিয়েই সেই কৈৱৰ্ত্ত
তুমিয়েই আমাক লৈ আহিছা, এই খেললৈ
প্ৰতিবাৰ ঠগাই আমাক
উদ্দেশ্যহীন ভাৱে ক্লান্ত কৰি
মাতি আনি বহুৱালা নদীৰ পাৰত আৰু ক'লা
"সৌ সিপাৰেই তোমাৰ সোণৰ দেশ"
কিন্তু ভঙা নাও এখনো তুমি ৰখা নাই
বুকু ভৰা নদী।।

**

## বৰষুণ

মেঘৰ ভাৰ বৈ বৈ
নদীৰ পাৰৰ সমস্ত নিস্তব্ধতা ভাঙি
ভাগি পৰিল আকাশ
চিত্ৰোৎপলা নদী বৈ যায়,
পৱিত্ৰ নদী তীৰৰ সমাধিৰ কান্দোন লৈ
চকুৰ পানীয়ে যেন অকলেই বাট বুলি যায়
অকলশৰে মই পথিকেও
বাটকুৰি বাই যাওঁ
গোমা আকাশখন মূৰত লৈ

ঘৰৰ চালৰ পৰা পানী পৰে
পানী পৰে মুধচৰ পৰা
মোৰ ভাবনাবোৰো যেন
তিতি জুৰুলি-জুপুৰি
কেঁচা দুবৰিৰ দৰে মোৰ আত্মাই
অনুভৱ কৰিছে সিক্ত শৰীৰৰ গন্ধ
খণ্ডত একো নাই হৈ মনত ভাবিছোঁ
হতভাগা এই পৃথিৱীখনত
কত যে বিষ
কত যে যন্ত্ৰণা!
তথাপি এই কথাটো মই
ভালকৈয়ে জানো
কোনোদিনে গৰুড় হ'ব নোৱাৰিম
সাপবোৰ টুকুৰা-টুকুৰ কৰি ছিঙিবৰ বাবে
কিয়নো, কোনোদিনে নাপাহৰোঁ সিহঁতৰ চক্‌চক্
ছামড়া আৰু বেজী জোঙা মুখ
অস্ তেতিয়াহ'লে
কোন বা ঘাতক!
ঘাতকেও বাহ সাজে, কণী পাৰে
আৰু চাই থাকে আকাশৰ ফালে।

হে পৃথিৱী, যদি তোমাৰ পিনেই
কেৱল চাই থাকিব পাৰিলোহেঁতেন!

বছৰ বছৰ কিম্বা যুগ যুগ ধৰি
গোটেই চৰাইবোৰক ডেউকা কোবাই
কোবাই দূৰলৈ, বহু দূৰলৈ, গুচি যাবলৈ
এৰি দি
ময়ে মূৰ পাতি ল'লোহেঁতেন
এই বৰষুণ ললোঁহেঁতেন মূৰ পাতি বতাহ,
কৰিলোঁহেঁতেন অসীম সম্পৰ্ক নদীৰ লগত

মোক কৰা, সোণবৰণীয়া সৰিয়হ
দেৱদাৰুৰ ডাল আৰু নাৰিকলৰ পাত
গৰু পোৱালিটো তিতিছে গাঁৱৰ বাটত
কৰা মোক স্থিৰ পানীৰ হাঁহ,
দুলি উঠিছে গছৰ ছায়া যে
আকাশৰ কান্দোনত।

মোক তুমি কৰা সেই গান
যাৰ পাখিয়ে জুৰি থাকে
বৰষুণত তিতা অলস সন্ধ্যা
অথবা মোক ঘূৰাই দিয়া সেই গান
সেই হাঁহবোৰৰ।
যাৰ পিনে চাই মই পঢ়িব পাৰিম স্নেহৰ ভাষা
মোক ফালি টুকুৰা-টুকুৰ কৰা, গুড়ি কৰি দিয়া
সমস্ত জ্ঞান
তেতিয়াহ'লেই বুজিব পাৰিম
বিল, গছ, আকাশ আৰু তৰাবোৰক
এই গানৰ ভিতৰত, বৰ্ষাৰ দিনত।।

★★

# কুঁৱলি (১)

ৰাতিপুৱা সাগৰ আছিল
সাগৰৰ ঢৌবোৰে
সকলো একাকাৰ কৰি
দহগজ দূৰত্বৰ পৰা
হাত-বাউলি দি মোক মাতিছিল
মন্ত্ৰ পঢ়ি ওভোতাই দিছিল
মোক মোৰ দুৰ্ব্বা, চাউল
নাৰ্জ্জী ফুল তামোল আৰু ডাব
যি দি ভাবিছিলোঁ
মৃত্যুৰ আগতে সি
মুকুলিত হ'ব
সাগৰৰ বাগিছাত সৰু সৰু জলকীয়াৰ
গছ হৈ।।

মই বেচেৰাই বাগিছাত বুটলিছিলোঁ
কোমল দিনৰ তলৰ পৰা
অলপ প্ৰত্যয় আৰু ভৰসা, আশ্বাস
সমুখৰ গোটেই দিন আৰু
তাৰ ওপৰৰ মাটি, বালি চৰ
চাহৰ পিয়লাত নাজানো
হঠাতে কি ফুলৰ
সেউজীয়া হাতৰ মুঠি খুলি
ৰঙা পোহৰ সৰি পৰিল

নাও মোৰ নাছিল কেতিয়াও
আনকি কাগজৰো,
কেনেকৈ যাম বাৰু
ঢৌ কাটি কাটি
হপ্ ষ্টেপ জাম্পত স্কুলত
প্ৰথম হোৱা স্বত্বেও
মোৰ প্ৰবল বিশ্বাস থকা স্বত্বেও!
তোমাৰ কৰুণা হ'লে
পঙ্গুৱেও লঙ্ঘিব পাৰে পৰ্ব্বত

ইয়াতেই আনন্দ যে,
এই সাগৰ, এই মহাসাগৰৰ
মোৰ দৰে সাধাৰণ হিচাব ৰক্ষকে
তেওঁৰ হিচাবৰ বহীৰ নিৰ্দ্দিষ্ট পাতত
নাম, ধাম, তাৰিখ, সময় আৰু
সুদ আদায়ৰ
হিচাব ৰাখিছোঁ,
সেই কাৰণেই
মোৰ দৰে নিচলাক
কোনে বাৰু ৰাখিব মনত
আৰু এই মুহূৰ্ত্তত সকলোকে
মোৰ চুবুৰীয়া, ঘৰ-বাৰী, গছ-গছনি
আৰু ৰাস্তা-ঘাট
সকলো একাকাৰ কৰি
অফিচৰ পৰিচিত মোহৰ মাৰিছোঁ
মই নিৰ্দিষ্ট দিনৰ আৰু শক্তি সঞ্চয় কৰিছোঁ
আমাৰ সন্তানৰ বাবে।
ভয়ত আৰু কোনেও নকঁপিব
সাগৰৰ ঢউবোৰৰ বাবে,
কেৰানো আৰু অকলশৰীয়া নহয়
কান্ধত কান্ধ মিলাই যাব
মহাকালৰ লগত
বুজা-বুজি হ'বৰ কাৰণে
বালিত লৰি যোৱাৰ কাৰণে
ঝন্ ঝন্ তৰঙ্গৰ বিজয় বাহনীৰ
ৰূপ লৈ।

★★

## কুঁৱলি (২)

এতিয়া ৰাতিপুৱা নহয়
বগুৱা বাই আকাশৰ নীলিমা কামুৰি
সূৰ্য দেৱতা পাঁচহাত আগুৱাই আহিছে

এতিয়া সাগৰ ইয়াত নাই
কোনে জানে কেতিয়া আছিল!
এটা বান্দৰ আৰু দহোটা ধাপ
কোনে জানে মোৰ সময় শেষেই হ'লনে
আৰু আছে বাকী
এতিয়া শেঁতা বগা দেখা গৈছে
যন্ত্ৰণাৰ বিভিন্ন পৃথিৱী
বেদনাত লেতু-সেতু আত্মা
দপ্‌দপ্‌কৈ পোৰে জুইত
সমুখৰ বাৰান্দাত থকা গাভৰুৰ
খুলি পৰে খোপা
কাপোৰ-কানি বন্ধাৰ আগতেই
নাপিত আৰু স্বৰ্ণ দিওঁতাৰ দল
জ্বলি আৰু নুমাই যোৱা
স্মৃতি, কামনা আৰু ভৱিষ্যত
প্ৰকৃতিৰ চিত্ৰৰ আৰু
বিবেকৰ প্ৰহৰী ভয়ঙ্কৰ।।

সকলো পৃথিৱী ভিন্ন ভিন্ন
পৰিণতি তাচৰ পাতৰ দৰে
যি বতাহত কঁপে ভয়ত কঁপাত দৰেই

বালি আৰু বোকাৰ সেই
সমুদ্ৰ তীৰ
তাৰ ওপৰেদি তুমি
খোজ কাঢ়ি যোৱা তোমাৰ
ঋণ বাকী আছে
সদাগৰক মই কেতিয়াও নাপাহৰোঁ
সৰু সৰু মুহূৰ্তৰ মোৰ
সঞ্চিত সম্পত্তি
প্ৰত্যয়ৰ সামান্য খুচুৰা
নাপিতৰ মোনাত সাঁচি থোৱা টকা দুটিৰ
ধাৰ জানো শুজা যায়?
শীতৰ পুৱাৰ ভ্ৰান্তি
আৰু এপিয়লা চাহৰ
হিচাব-নিকাচ এতিয়াও শেষ হোৱা নাই
নাই, মোৰ সময়
হোৱা নাই এতিয়াও।।

★★

## আৰু এক দৃশ্য

অনেক দিন হ'ল সেই ঘটনাৰ
মই, যশোদা, অশিক্ষিত গোৱালনী এক
পাহৰিব পৰা নাই কথাবোৰ
দধি মথিবৰ সময়ত অথবা
স্বামীৰ খোৱাৰ পৰত কাঁহীৰ সমুখত
"আৰু অকণ, আৰু অকণ খাওক" বুলি
আদৰ-সাদৰ কৰি
তেওঁক মই কোৱাৰ পৰত
কিম্বা গৰুৰ পাল উভতি অহাৰ
অপেক্ষাত বৈ থকা নিজান পৰত
হঠাৎ সেই দৃশ্য জ্বল্‌মল্ কৰে মোৰ
চকুৰ আগত
মূৰটো যেন মোৰ
গধুৰ গধুৰ লাগে,
ঘূৰিবলে ধৰে
উত্তাল ক'লা সমুদ্ৰৰ অদ্ভুত ঢউৱে
যেন মোক খেদি আহে
ক'লা ক'লা আন্ধাৰ পানীৰে
সূৰ্য, চন্দ্ৰ, গ্ৰহ, তৰা, পাহাৰ, অৰণ্য
আৰু মাছবোৰে কিল্‌বিল্ কৰি
অঘটন যি ভাবে দেখিছিলোঁ
তেওঁৰ মুখত
সেই ক'লা-ম'লা দিনটোত!
একো মই বুজিব নোৱাৰোঁ
মই কোন? কোন তেওঁ?
এই অদ্ভুত নাটকৰ ভীৰু দৰ্শক?

স্বামী, বন্ধু, বান্ধৱৰ
কাকোৱেই, কোনোদিন
বুজাব নোৱাৰোঁ
কেতিয়াও নকৰে বিশ্বাস!
কেনেকৈ কৰিব! লোকে দহবাৰ মুখ চাব
আৰু হাঁহি হাঁহি লুটি খাই পৰিব
আৰু ক'ব
"যশোদা নিশ্চয় এক পাগলী"
বৰ্ষাৰ দিনৰ কাঠফুলাৰ দৰে
কি সুন্দৰ তেওঁৰ দাঁত দুটা
কি সুন্দৰ তেওঁৰ ৰঙা ওঁঠ!
তাৰ ভিতৰত ক'ৰবাত
মাটি খোৱা এধানমান দাগৰ
বাহিৰে আৰু একো নাই।
কেনেকৈ যে সেই দৃশ্য নোহোৱা হ'ল
ৰাতি শেষৰ ভয়ঙ্কৰ দৃশ্যৰ দৰে
কেৱল ৰৈ যায় এটা দুষ্ট বালকৰ
থিয় হৈ থকা দৃশ্য
মুখত মিচিকিয়া হাঁহি
যেন একো ঘটাই নাই, এনে ভাৱত।

মোৰ মনে কয়, 'সকলো পাহৰি যা
যশোদা,' যি দেখা পালি সকলো চকুৰ ভুল
অহেতুক, অলীক সপোন
সময়তো ভগা ভৰি লৈ
থিয় হৈ থাকে চুপ্ চাপ্
তাৰ অযুত বছৰ কমি কমি গৈ
ক'লা চকুৰ কোণত
মাত্ৰ এটা পলক হৈ যায়
অন্তহীন বিশ্বক
দুহাতত প্ৰদীপৰ দৰে
ধৰি ৰাখে ওৰণিৰ আঁৰত।

গধূলিৰ সময় আহিলে
মোৰ মন উদ্বাউল হয়
ফুলৰ পাহিৰ দৰে কি সুন্দৰ
তেওঁৰ দুটি নীলা চকু
কি তীক্ষ্ণ নাক
ৰঙা টিক্ টিক্ ওঁঠ
ওঁঠৰ সজা খুলি যি কথাবোৰ
ওলাই আহে সেইবোৰ যেন
অকণি অকণি চৰাইৰ কিচিৰ্ মিচিৰ্।

মই মোৰ অবুজ মনক
সান্ত্বনা দি মিঠা কথাৰে পাহৰাবৰ
চেষ্টা কৰোঁ
মই হৈছো যশোদা, গোপ ৰজা নন্দৰ
ধৰ্ম পত্নী,
এই যে মোৰ গাই-গৰুবোৰ
মোৰ সঙ্গী, সখী, দাস-দাসী
মোৰ ল'ৰাৰ নাম কানু, সি গৰু চৰাবলৈ যায়
চুৰ কৰি খায় গাখীৰ, মাখন
লগৰ লগৰীয়া আৰু গোপীইঁতে
তাৰ বদনাম গায়
তাৰ মূৰত ময়ূৰ পাখিৰ মুকুট
ওঁঠত বাঁহী
এতিয়াই আহিব সি
ধূলিৰে ধূলিময় গা লৈ
চোতালত আহি মাতিবহি--
'মা ভোক লাগিছে, খাবলৈ দিয়া'
ভিতৰলৈ আহিব হাঁহো হাঁহো মুখখনি লৈ

তেনেহ'লে কিয় এই
মূৰৰ ঘূৰণি, কিয় এই অন্ধ বিষাদ
কিয় মই পাহৰি নাযাওঁ
শতবাৰ চেষ্টা কৰিও?
সকলো ৰাজবৈদ্য, কবিৰাজে চাই-মেলি
কয়-- ক'তা একো অসুখেইতো নাই!
তেনেহ'লে কিয় এই ক'লা দৃশ্য
বাৰে বাৰে চকুৰ আগত থিয় দিয়ে?
কোন বা ইয়াৰ সাক্ষী হ'ব!
কাকেই বা কৰাম বিশ্বাস!
মৰেই বা কেনেকৈ অকলে অকলে

সহ্য কৰোঁ এই মায়া-যাদুৰ খেলা?
কাকো অংশীদাৰ নকৰাকে
কাকো বুজাব নোৱাৰাকে!
এই অদ্ভুত দৃশ্যটো কাকো বুজাব নোৱাৰোঁ বাবেই
বাৰে বাৰে গুমৰি উঠে যন্ত্ৰণা

আৰু কোনেনো বুজিব এই অশিক্ষিত
গোৱালনীৰ মন!
সকলোবোৰ যেন কিবা খাপছাড়া, স্বামী, পুত্ৰ
বন্ধু-বান্ধৱ, মেলা-মহোৎসৱ
আনন্দৰ জোনাক ৰাতিও
এইবোৰ চব মিছা,
যেনিবা ভূতৰ মেলা
সঁচাতো নহয় একো
মুখ নহয় মুখা
ছায়াৰ দৰে উৰি, ভাঁহি যায়
অশৰীৰী স্বপ্নৰ প্ৰতিমা
প্ৰশ্ন হয়, কোন মই? এইবোৰ কি?
কিহৰেবা খেলা! কিহৰ সম্বন্ধ মোৰ সতে?
নুবুজোঁ একোকে।

অথচ, মই মোৰ স্বামীৰ প্ৰিয় পত্নী
কানুৰ দৰে ল'ৰা এটাৰ মাক
(কোনে জানে কোন কাৰ স্বামী!
কোন কাৰ ল'ৰা)
সিংহাসনত বহি আছে
পাথৰৰ মূৰ্তি এটা,
মই জানো মই হাঁহি থাকিবই লাগিব,
প্ৰতিদিন কৰাৰ দৰে গাখীৰো
খীৰাব লাগিব
মাধৱী, প্ৰতিমা অথবা সুচিত্ৰাৰ দৰে
বহিব লাগিব প্ৰতিদিন স্বামীৰ কাষত
আৰু অকণ ভাত ল'বৰ কাৰণে
ক'বই লাগিব,
আৰু নিৰ্জন গধূলি কটাব লাগিব বাট চাই
গৰু চৰাই ঘূৰি অহা ল'ৰাৰ কাৰণে
তাৰ পাছত দিন বৈ যাব পানীৰ দৰেই
ভালপোৱা, সুখ, স্বামী, পুত্ৰ
সকলো হেৰাব লাহে লাহে।
চকু-কাণৰ সাৰ-সিকতি নোহোৱা হ'লেও
সেই একে দৃশ্যকে
দেখা যাব, শুনা যাব বাৰে বাৰে।।

এনেকৈয়ে কাটি যাব দিন
হাঁহি, হুহুঁৱাই
চুলি উঠিব পকি
সকলোৰে অজানা এই
ঘন কৃষ্ণ অনুভৱ
নীৰৱে বুকুৰ মাজত লুকাই থাকি
মোৰেই লগত যাব
শ্মশান ঘাটলৈ।।



★★

# ৰোগশয্যা

এতিয়া বিশ্বাস হয়
তুমি মোক গঢ়িছিলা বুলি
তোমাৰ জোপোহা গছৰ
ডাল এটা কাটি
বটালি, চেনি লৈ
ঠিক চাইজত কাটিছিলা
এতিয়া সঁচাকৈয়ে এনে ভাব হয়।

নহ'লেবা হ'ব পাৰে
মাটিৰ পৰাও
এমুঠি বোকা লৈ
কুমাৰৰ চাকত দি
গঢ় দি, এতিয়া পাহৰি গ'লা
মই নৰকতে জ্বলিলোঁ
নে বদ্রিকালৈকে গলোঁগৈ নে
উদ্ধাৰৰ অৰ্থে বিশ্বাসৰ মন্ত্ৰ পূত পানী লৈ
গাঁৱৰ শ্মশান ঘাটত খেৰ-কুটাৰ
মাজত বাগৰি, পৰিয়ে থাকিলোঁ!

শিশুৰ হাতৰ পুতলাৰ দৰে
খেলা কৰি, নচুৱাই
পাহৰি যোৱা কি
উচিত কথা হ'ল?

সেই কাৰণেই চাগে মোৰ এই
চুপ্ চাপ্ শুই থকা কাম
তোমাৰ দৰেই, যেতিয়ালৈকে
মাই আহি নকয়হি
"উঠ, উঠ এখন্তেক মণি, সন্ধিয়া লাগিল
তেতিয়া জোৰ কৰি উঠি আহোঁ
বিছনাৰ পৰা আৰু খন্তেক বহোঁগৈ
মোৰ টিনৰ চকীত
তোমাৰ সন্মুখত
সৰু কালিতে দেখা কথা এটাৰ
দৰে লাগে, মোৰ এতিয়াৰ এই কথা
চাকি হাতত লৈ
প্রতিহাৰীয়ে মন্দিৰৰ গধুৰ দুৱাৰ মেলি
চিঞৰি উঠে, "প্রভু, হে প্রভু
তুমি ৰত্ন সিংহাসনৰ পৰা উঠি
ৰত্ন বেদীৰ ওপৰত দেখা দিয়া প্রভু"
ন টা প্রদীপ জ্বলি উঠে
হাত-মুখ ধুবৰ কাৰণে
সেবকে পানী আনি থয় ৰত্নৰ পাত্রত
ৰাতিপুৱা হয়
কর্পূৰ, পিঠা, চাকি আৰু
আৰতিৰ শুভ সম্ভাৰেৰে।।

কিয় মোক বহুত ঠাই লাগে?
বিস্তৃত চাৰণ ভূমি লাগে?
এখন খাট বা চকীয়ে যথেষ্ট।
দহ বাই বাৰ ফুট ইটা আৰু কংক্রীটেইতো বহুত
খোৱা ভৰি লৈ
কিয়বা মই ভূতৰ দৰে
আৰ ওপৰত তাৰ ওপৰত ভৰ কৰি ইমানে
ডাঙৰ
পৃথিৱীত থাকিম
তোমাৰ অকণ কৰুণা পালেইতো
পঙ্গুৱেও পাৰ হয় গিৰিশৃঙ্গ, গহ্বৰ।
তাতকৈ বৰঞ্চ ভাল
বছৰে বছৰে লোকৰ কান্ধত উঠি
মাদল আৰু ঢোল বজাই
নন্দী ঘোষৰ ৰথত যোৱাই
আবেগ আৰু কল্পনাৰ
মোটা মোটা ৰচি টানি টানি
লৈ যাব পৃথিবীৰ 'বৰদান্ত' পথত,

জানালা বন্ধ, দৰজা বন্ধ
ইয়াত বন্ধ বাহিৰৰ পৃথিবীখনেই
জানালাই দি কেৱল আহে

বাহিৰৰ ধূলি আৰু আবিল মুহূৰ্ত
তুমিও নিজকে আঁতৰাই ৰাখিছা
তৃষিত সমুদ্ৰৰ দাবীৰ পৰা
(কি যে তোমাৰ লীলা প্ৰভু! এনেকৈ
চাৰি দেৱালৰ মাজত বন্ধ হৈ থকা
কি অহঙ্কাৰ তোমাৰ!
কিমান যে বধিৰ তুমি।
সমুদ্ৰৰ শব্দ কিমান ওপৰত, নাই
একোৱে নপৰশে তোমাৰ কাণক!

মোৰ চশ্মাৰে বা প্ৰয়োজন কি।
মোৰ দহ বাই বাৰ ফুটৰ পৰিসৰত
সকলো দেখা যায
চকুত আইনা লগাই মিট্ মিট্ কৰি চাবলৈ
সময় নহয়
এই ঘৰৰ বাহিৰত দূৰৰ ছবিবোৰ দেখি দেখি
মোৰ চকুৰ মণি ক্লান্ত
খাট, চকী, দৰজা, জানালাৰ মাজতে
মই এতিয়া মোৰ চকু থ'ত
মোৰ মেজত থাকে ঔষধৰ গিলাচ
ফল, ৰেডিঅ' আৰু টেলিফোন
কেৱল এইবোৰ চাবৰ কাৰণে
দুটা চকুৰ প্ৰয়োজন নাই
এটাই দেখোন যথেষ্ট
যি পৃথিবী এবাৰ দেখিলোঁ
তাৰ পুনৰাবৃত্তিৰ
কি প্ৰয়োজন!!

চকু মুদি অনুভূতিহীন হৈ বহিলেই
বেছ জকমকীয়া হৈ উঠে
আন্ধাৰৰ পৃথিৱী
মন্দিৰৰ ভিতৰত
অন্ধকাৰ ৰাতিৰ সমুদ্ৰ!

★★

# কুৰুক্ষেত্ৰ (১)

সন্ধিয়াৰ খোপাৰ ভিতৰত
এটি পোক শুই আছিল
বাৰান্দাৰ একোণত
সন্মুখত মহাশ্মশান
দিনৰ কুৰুক্ষেত্ৰ
ম্লান হৈ আহিছিল
কুঁৱলিৰ অন্ধকাৰত।

মোৰ মনত খেলালে
কোমল ৰাতিপুৱাৰ
নিৰাশ্ৰয় সৰল আৰোহণৰ কথা,
অহঙ্কাৰী দুপৰৰ আক্ৰমণৰ কথা,
যিবোৰ একেবাৰেই বেলেগ ধৰণৰ
কিন্তু এই নিৰক্ত, শৈতা, দুৰ্বল সন্ধ্যা
যি নিঃশব্দে বৈ থাকে মোৰ সমুখত
তাৰ ৰূপ সঁচাকৈয়ে ভয়ঙ্কৰ
বৰ ভয়ঙ্কৰ।

সেই চকুৰ পিনে চাই
কি অজানা ভয়ে সাবটি থাকে মোক
সকলো উৎসাহেই নুমাই পৰে যেন
মই যেন পলস্তাৰ খহা দেৱালৰ ওপৰত
স্থিৰ হৈ থকা আইতাৰ তৈলচিত্ৰখনহে
যেনিবা।
বাহিৰৰ আন্ধাৰত অহেতুক শূন্যতা
কেৱল জোনাকীবোৰ আৰু পাতৰ সন্ সন্ শব্দ
নিৰ্জন আকাশৰ মন্ত্ৰৰ দৰে
অস্পষ্ট গান আৰু
অসংখ্য অচিনাকি পখী।
সেউজীয়া মোৰ স্বপ্নবোৰৰ কবন্ধ
আৰু হাত-ভৰি ছিন্ন হোৱা
আশাৰ ইমাৰত
ছট্‌ফটাই থাকে মোৰ

হাত-ভৰিবোৰে
(কি বা লৈ যাম লগত
যেতিয়া এই শৰীৰ নেথাকে)
হতাশা আৰু ভয়ৰ শগুনবোৰে
পকাই থাকে চকুবোৰ
সন্দেহৰ শিয়াল-কুকুৰবোৰে
দাঁতেৰে টুকুৰা-টুকুৰ কৰে
সদ্য মৃতকৰ শোক

কোনে যে কি কৰি থাকে, কৈ থাকে
বুজাই দুৰ্বোধ্য
ভঙা ভঙা আখৰবোৰ
আগ্নেয়াস্ত্ৰৰ দৰে উৰি আহি
সোমায়হি শৰীৰ আৰু মনত।
বাক্যবোৰে হৈ-চৈ কৰি উঠে
শত সমুদ্ৰৰ দৰে গৰ্জি উঠে শব্দবোৰে
যিবোৰে এদিন প্ৰজাপতিৰ দৰে
উৰি আহি পৰিছিল মোৰ স্মৃতিৰ ডালত।।

এতিয়া কেৱল গাঁৱৰ যাত্ৰাপাৰ্টিৰ খড়গ যুদ্ধ
আৰু শেষ দৃশ্যৰ ঝনৎকাৰ।।
এই মূৰ্ত্ত দিনটো মোৰ
এই ভয়ঙ্কৰ কুৰুক্ষেত্ৰ
মোৰেই কৃতকৰ্ম, নিষ্ঠুৰ নিয়তি
মোৰ অসীম যন্ত্ৰণাৰ লক্ষণৰে খাটি
মই কোনোদিনেই পাৰ হ'ব নোৱাৰোঁ।

★★

# কুৰুক্ষেত্ৰ (২)

তেওঁ আহিছিল সৰু ছোৱালীজনীৰ
হাতত ধৰি টানি টানি
তেওঁ লৈ গ'ল মোক
আৰু এক সমৰ ভূমিলৈ
স্মিত বিদ্যুতে যেন বাট দেখুৱায়
তেওঁ যেন মোৰ মাষ্টৰ
মই যেন তেওঁৰ বাধ্য ছাত্ৰ

সৰু নদীখনৰ
সাঁকো পাৰ হৈ
লক্ষ্মণৰেখা পাৰ হৈ
হামখুৰি খাই পৰে
বিষাদৰ চৌকাঠ
বাৰান্দাৰ পৰা কুঠৰীলৈ
ভিন্ন এক ৰসানুভূতিত
সাপ নচুওৱা মানুহ মই
শূন্যোৰেই যেন পাৰ হ'লোঁ
হাতত চেপি ধৰে
তাইৰ মিঠা কথা আৰু
হাঁহিয়ে
মই গৈ কি দেখিলোঁ??
সাংঘাতিক ৰণভূমি,
তাত পৰি আছিল ঘোঁৰাবোৰ
ভৰি ভাঙি
পৰি আছিল তাৰ আৰোহী
মুখ থেকেচা খাই
অ'ত ত'ত ৰণক্ষেত্ৰত
আৰু ঢাল ধৰি
হাতীৰ গাৰ পৰা
ওফৰি পৰিছিল আৰোহী
পাঁচ হাত দূৰত
ৰথৰ চকাবোৰ
তাত

বাগৰি আছিল
খাট আৰু মজিয়াত
ট্ৰাম, বাছ, চকী, মেজ
য'ত যিমান আছে
উলটি আছিল
ঘৰবোৰ পৰিছিল ভাগি
মুখ তললৈ কৰি
পুতলাৰ দৰে ছোৱালীজনীয়ে
কোনে জানে কিয়
নাক সৰ সৰ কৰি
কিমান কান্দিছিল
মণিৰ মালা
আৰু
আইনাৰ গহনাবোৰ
মজিয়াত পৰি আছিল
জলমল্ কৰি
পুবাৰ আকাশৰ
তৰাৰ দৰে
মহা শ্মশানত।
তেওঁ হাঁহিলে
মহাসমুদ্ৰৰ শূন্যতাৰ যেন
জোনৰ প্ৰথম কিৰণ
আন্ধাৰত মৰা মুখবোৰ
অলপ দেখা গৈছিল
আধাপোৰা শৱৰ
অস্থিৰ দৰে।

★★

# কুঠৰী

যদি এই কুঠৰী হ'লহেঁতেন
মোৰ এই শৰীৰৰ খোলা
মোৰ শৰীৰ আৰু আত্মাকেই
ঘেৰি থাকিলেহেঁতেন
ৰাতি, দিন, দণ্ড আৰু মুহূৰ্তই
সেইবোৰ নিবিড় অনুভূতিৰ ক্ষণ
গোটাই গোটাই এদ'ম কৰিব
পাৰিলোঁহেঁতেন
ড্ৰয়াৰ আৰু চুটকেচৰ ভিতৰত
ছবি, পট আৰু কিতাপৰ থাকত
কেতিয়াও খং নুঠিলেহেঁতেন
গেঁড়ি আৰু শামুকৰ ওপৰত

সাগৰৰ কিনাৰত
অশ্ৰুসিক্ত বালিৰ ওপৰত
সুৰীয়া ঢৌৱে এৰি যোৱা এটা
শামুকৰ খোলা
গাঁৱৰ পুখুৰীৰ পাৰৰ
শিলৰ ছিঁড়িৰ ওপৰত
মৰি পৰি থকা এটা সৰু গেঁড়ি
অসংখ্য ৰেখাচিত্ৰ আঁকি
যি লেখিছিল তাৰ গল্প
আৰু.. . ধাঁহৰ কবৰৰ তলত
কাৰোবাৰ ভৰিৰ গচকত খেতেলা খোৱা
সৰু এটা কেকোঁৰা
সিহঁতৰ খোলাবোৰ দেখি জানিলো
সিহঁতৰ শৰীৰৰ সত্য
নিস্তব্ধ শৰীৰ লৈ আকাশৰ পিনে,
চাই থকা অবাক চকু
সিহঁতৰ সৰু অন্তৰঙ্গ
পৃথিৱীখনৰ বীৰ গতি
মই শুনিবলৈ পাওঁ
বিদায় বেলাৰ অশ্ৰুপূৰ্ণ

## চানাইৰ সুৰ

শামুকটোৰ দৰেই
ময়ো সোমাই গৈছোঁ ঘৰটোৰ ভিতৰতে
ইফালে সিফালে
ত্ৰস্ত আৰু শঙ্কিত মনেৰে
মূৰ তুলি একোবাৰ চাওঁ
আকৌ ভয়ে ভয়ে পিছুৱাই আহোঁ
সকলো সময়তে ভয়
কিজানিবা খোলাটোৰ ভিতৰলৈ
ঘূৰি আহিব নোৱাৰোঁ,
খোলাটো ভাঙি যদি চূৰ্ণ হৈ যায়।
কিন্তু এই কুঠৰীটো এৰি
যিদিনা অজানা ইঙ্গিত পাই
পাগলৰ দৰে তেওঁ গুচি যাব লগা হ'ব
এই কুঠৰী এৰি
চিৰকালৰ কাৰণে
তুমি কি জানিব পাৰিবা
তাৰ স্থিতি, তাৰ মানচিত্ৰ??

এই কুঠৰীত? তুমি কি জানিব পাৰিবা
কোনে বাস কৰিছিল এই কুঠৰীত?
মূৰ গুজি কেইদিনমান?
তুমি কি ক'ব পাৰা, প্ৰিয় বন্ধু
তেওঁ দেহী নে বিদেহী?
মোৰ কিতাপৰ থাকত
দেৱালত, চিত্ৰপটত, পৰ্দাত?
তাক বিচাৰা সময়ৰ ছিন্ন পৃষ্ঠাত
শূন্য চকীত শূন্য হিচাবৰ বহীত
চেনিৰ দৰেই মিলি গ'লো
বস্তু আৰু ভাবনাৰ পানীৰ গিলাচত

যদি ভয়ে ভয়ে মোক বিচাৰা
মোৰ মেজৰ ড্ৰয়াৰত
যেনি তেনি পৰি থকা
ফটা-ছিটা কাগজত
এচট্ৰেৰ ভিতৰৰ পোৰা চিগাৰেটৰ টুকুৰাত
যদি ব্যৰ্থ আৰু শঙ্কিত মনেৰে বিচাৰি থাকা
মোৰ কাপোৰৰ আলনাত
মোৰ হাতেৰে আঁকা চিত্ৰপটত
অথবা মোৰ কবিতাত
শৰীৰৰ অলপ গন্ধ
অলপ হেৰোৱা স্মৃতি
এযোৰা ফটা জোতা আৰু
হেৰোৱা সুৰৰ প্ৰতিধ্বনিত

মই জানো তুমি আমাৰ দৰেই
ৰাখিবলৈ বিচাৰা নিজৰ স্মৃতি
যাতে নিজৰ সত্ত্বা বজাই ৰাখিব পাৰা
ভিৰ ঠেলি ঘূৰাই ঘূৰি আহিব পাৰা
নিজৰ পথলৈ
অভ্যৰ্থনাত উদ্বেল
গানৰ ভিতৰলৈ
শ্মশান আৰু পিণ্ডদান
অন্ত্যেষ্টি ক্ৰিয়াৰ পাছত
ভূত-প্ৰেত আৰু ডাইনীবোৰৰ
কবলৰ পৰা মুক্তি পাবলৈ
আৰু বিচাৰি বিচাৰি
তুমি যেতিয়া ক্লান্ত
যদি নিজকেই নিজে
বকাবকি কৰা
তেতিয়াই স্মৰণ হ'ব পাৰে।
তোমাৰ ওপৰত কিন্তু
মোৰ যথেষ্ট দয়া
মই হাঁহিলোঁহেঁতেন
আৰু খুবেই আনন্দিত হ'লোহেঁতেন
যদি এই কুঠৰী শূন্য হৈ পৰি যায়
ঠিক মোৰ শৰীৰৰ আৱৰণটোৰ দৰেই।

★★

# স্থিৰ তৰঙ্গ

## [শিল্পী বি. বাৰ্মাৰ উদ্দেশ্যে]

পানী চলক চলক্ কৰি উঠিছে
ঢউ হৈ ভাগি পৰিছে
ঢউ পুনৰায় স্থিৰ হৈছে

টোপনিতে
জেঠৰ অপৰাহ্নৰ ধূলি ধুমুহা
শ্ৰাবণ-সন্ধ্যাৰ অবিৰাম বৰষুণ
মাঘ মাহৰ সৰিয়হ ফুলৰ
খাঁটি সোণবোৰ
মোৰ অস্থিৰ মন
আৰু পাঁচ ইন্দ্ৰিয়ই স্বপ্ন দেখিছে
ঢউ স্থিৰ হৈছে
আৰু ফুল ফুলিছে ডিমৰু গছত।
ৰেখা, ৰং, ৰূপ আৰু তুলিকাই
আমন্ত্ৰণ কৰি মাতি আনিছে
বৰষুণ, নিযৰ, ঘাঁহ আৰু ফুলক
সিহঁতে লাহে লাহে চৰণ বুলাই আহি
আমাৰ সত্ত্বা আৰু সপোন ঘেৰি বহিছে
মৃত মানুহৰ চাৰিওপাশে থকাৰ দৰে
ভাই বন্ধু বান্ধব, কুটুম্ব।
পক ধৰিছে
চিনাকি, অচিনাকি
ৰূপ, ৰস গন্ধ আৰু শব্দত
সেউজীয়াৰ পৰা হালধীয়া
হালধীয়াৰ পৰা ৰঙা
লগতে পকিছে ডিমৰুৰ ফলো।

ৰেখাৰ জ্যামিতিয়ে আবিস্কাৰ কৰিছে
শৰীৰৰ মসৃণ পাথৰৰ স্থাপত্য
লজ্জাবতী লতাৰ সৰ্পিল দৃষ্টি
তাৰ শূন্য ঘটৰ তৃষ্ণা
আৰু দেহ মনৰ অস্থিৰ ঢউ
কেতিয়াবা ৰঙৰ বিস্ফোৰণৰ
লগে লগে
মাটিত সৰি পৰিছে
ডিমৰু গছৰ ফল
আকৌ স্থিৰ হৈছে ঢউ
স্মৃতি আৰু কথাবোৰ ৰৈ গৈছে,
ৰেখা আৰু ৰঙে মাতি আনিছিল
যেন কেতিয়াবা
নটৰাজ আৰু তথাগতক
নিৰ্বাণ আৰু বোধিসত্ত্বক
অস্থিৰতাৰ বৃত্তৰ ভিতৰত থকা
স্থিৰ, শান্ত মূৰ্ত্তিক
যি ফুল ফুলিছে
ফল ধৰিছে
ডিমৰু গছত
সৰিও পৰিছে ইয়াৰ পাছত

কোনে জানে
হয়তো কোনোদিন
ডিমৰু ফুল ফুলাই নাছিল।



★★

# শিল

ই ক'লৈকো যাব লগা নহয়।
স্বৰ্গলৈও বা নৰকলৈও
কোনো বন্ধুৰ ঘৰলৈ নহয়
কাৰাগাৰলৈও নহয়।।

শূন্য চকুৰে চাই
ই কেবল দেখে
গৰখীয়াবোৰে গৰু লৈ কেনি যায়, সেই কথা
কেতিয়াবা শুনে
কোনো অন্ধ গৰখীয়াই
তাৰেই ওপৰত বহি কেনেকৈ
চমৎকাৰ সুৰ তোলে বাঁহীত।

চৰাইবোৰ উৰি যায়
ভাহি যায় মেঘবোৰ
ৰাতি হ'লে জোন আৰু নক্ষত্ৰবোৰ
হয় অন্তৰ্হিত
আকাশৰ নীল সমুদ্ৰত
সাঁতুৰি সাঁতুৰি
সি কিন্তু ক'তো যাব লগা নহয়
কি ঘটিছে আৰু ক'ত ঘটিছে কি
একো নেজানে
কোন ক'ত থাকে, কি কৰে
তাকো সি নেজানে।

সি ভাল পায় সূৰ্যক
সূৰ্যৰ উষ্ণ কৰুণাৰ কণাবোৰক
তাৰ ওখোৰা মোখোৰা বুকুৰ কাষত ধৰি ৰাখে,
টানি লৈ যায় আত্মাৰ পিনে
তাৰ অসহ্য তৃষ্ণা দেখি
ক'লা মেঘে
তাৰ শৰীৰ মোচোকায়
কৃতজ্ঞতাৰে সি পি খায়
সেই স্নেহ চুম্বিত জলবিন্দু
কিন্তু এইদৰে অকলে অকলে চিৰকাল
এই কাৰণেই তাৰ কান্দিবৰো মন যায়
মাজে মাজে

এটা ডাঙৰ হাতুৰিয়া সৰি পৰে
তেতিয়া
এদিন এনেকৈ হাতুৰিয়া কাটোঁতেই
সি হঠাৎ দুফাল হৈ ফাটি গ'ল
আৰু তাৰ আত্মাই
অৱশ্যেই এটি সঙ্গী পালে অৱশেষত
যি তাক এৰি আন ক'লৈকো কেতিয়াও
নেযায়।



★★

# ছায়া (২)

লক্ষ্য কৰিছোঁ অনেক দিনৰ পৰা
তাক
সি সেই ঠাইত থিয় হৈ থকা তাক
ভৰি পুতি মুখ নমাই তললৈ
ঠিক আমাৰ গেটৰ সন্মুখত
নিশ্চল এক মূৰ্ত্তিৰ দৰে
ৰৈ থকা।

ইচ্ছা কৰা হ'লে অনায়াসে গেট খুলি
সি ভিতৰলৈ আহিবও
পাৰিলেহেঁতেন
বাৰান্দা, ড্ৰইংৰুম পাৰ হৈ
পোনে পোনে আহি
আনকি শোৱা ঘৰতো
সোমাব পাৰিলেহেঁতেন
মোৰ কিতাপ, ইচ্ছা-অনিচ্ছা
মোৰ অৱশিষ্ট, পৰমায়ু, মোৰ স্বপ্ন
যি ইচ্ছা তাকে লৈ সি
গুচি যাব পাৰিলেহেঁতেন
কিন্তু নকৰে
আন নেলাগে, আন পাঁচজনৰ দৰে
বাৰান্দালৈ উঠি আহি
সম্ভ্ৰমেৰে কোনোবা আছেনেকি
বুলিও নেমাতেহি।

অথচ সি গুচিও নাযায়
ৰ'দ-বৰষুণ-নিয়ৰ সহ্য কৰিও
জোনাক ৰাতিৰ কাকতাড়ুয়াৰ দৰে
একেই ভাবে থিয় হৈ ৰয়
গেট হয়তো খোলা নহয়
কিন্তু কি যে যাদু সি জানে
মোৰ সকলো সপোনতো আহি
সি উপস্থিত হয়
আৰু তাৰ পাছত
ল'ৰা-ছোৱালী স্ত্ৰী আৰু মই
মুখা-মুখি কৈ বহি চাহ খোৱাৰ সময়তো
সি।।
এনেকুৱা লাগে আমি সকলো
শূন্য চৰাচৰত
টিপ্ টিপ্ কৈ জ্বলা নক্ষত্ৰ
হঠাৎ আমাৰ কথা-বাৰ্তা সকলোবিলাক
বৰ খাপছাড়া যেন লাগে
কথাৰ মাজে মাজে অন্য মনস্ক হৈ
মই মনে মনে ৰওঁ।
তাৰ ভয়তে নে কি জানো
যিবোৰ চৰায়ে
ঘৰৰ সন্মুখৰ বাগানত বহি
গান গাই আছিল
আৰু যিবিলাকক মই ভাবিছিলোঁ
মোৰেই কাৰণে গান গাইছিল বুলি
সেই চৰাইবোৰ ক'লৈ যেন উৰি গ'ল!

গছ-বনবোৰো হ'ল দুৰ্বল, শুকান-উবান
জোনৰ পোহৰো হ'ল নিস্তেজ, নিষ্প্ৰভ
হঠাতে মনত খেলালে
ই যদি থিয় হৈ থাকে
আৰু কিছুদিন
জোনটোও ক'লা হৈ যাব
চৰাইবোৰেও পাহৰিব গান
গছবোৰো শুকাই লেৰেলি যাব
শব্দবোৰ যাব নিস্তব্ধ হৈ।।
সুধিলে চাকৰ-বাকৰ
স্ত্ৰী-পুত্ৰইঁতে কয়
গেটৰ কাষত
সন্ সন্ কৰে বৈ থকা
বতাহৰ বাহিৰে
আৰু ক'তো কোনো নাই।

উপায় ভাবোঁতেই মোৰ দিন যায়।
হয় তাক অতিথিৰ দৰে
ঘৰৰ ভিতৰলৈ মাতি আনিম
নিষ্ফল হ'লে ধমক দি বাহিৰ কৰি দিম
শত্ৰুৰ দৰে
কিন্তু একোৱেই
কৰা হৈ নুঠে
কি ৰাতি কি দিন
আহাৰ বা ফাগুণত
সপোনত দেখা সপোনৰ দৰেই
সি সেই ভাৱেই
সেইখিনিতে
মূৰ তললৈ কৰি
থিয় হৈ থাকে।

★★

## এৰোড্ৰোম

আকাশৰ পৰা মাটি
মাটিৰ পৰা আকাশ

মেঘৰ ক্লান্ত ঢৌ
ৰূপালী ৰ'দৰ চিক্ চিক্
আকাশৰ নিজম এলেকাত
নিৰুদ্বিগ্ন শূন্যতাৰ এলেকাৰ পৰা
দেখা যায় তলৰ বালিচৰ
চিনাকি নদী, সৰু পথাৰ
বগা ৰেখা, নীলা ৰেখা
ধোবাৰ ঘাটত মেলি থোৱা
শুকান কাপোৰৰ ঢৌ
গাঁৱৰ ছোৱালীৰ দৰে দুলিছে
নাঙলৰ ফালত কুমাৰী মাটি
নতুন নৱৌৰে বান্ধে
ননদৰ চুলি

দূৰৰ পৰা কাষলৈ
কাষৰ পৰা দূৰলৈ

গাঁৱৰ পুখুৰীত থকা ৰূপালী চিতল মাছৰ ঘূৰণৰ
দৰে
থমকি থমকি যেন উৰি যায়
উৰা জাহাজ
আকাশৰ ৰ'দে সেকা বাৰ্ণিশৰ তলত
এৰোড্ৰোম গাঁৱৰ ...... আবেলি পৰৰ
ৰাতিৰ স্বৰ্গ ফেৰৎ ৰথ
ৰঙা নীলা ৰশ্মি
ঘূৰি অহা আৰু বিদায় বেলাৰ
অনাহত সুৰ।
দূৰৰ পৰা ওচৰলৈ
ওচৰৰ পৰা দূৰলৈ
সীমাহীন বিচৰাৰ ব্যস্ততা
ইয়াত নাই, তাত নাই
টোপনিৰ তলিত নাই
ভয়ঙ্কৰ চেতনাত নাই
জীৱন আৰু মৃত্যু
স্বপ্ন আৰু জাগৰণ
শেষত মাথোন থাকি যায়
মুহূৰ্তৰ সফলতাত
অতৃপ্তিৰ ছায়া
আকৌ ঘূৰি যোৱা
চকু চাঁট মৰা ৰ'দৰ মাজেদি
ইথাৰীয় শূন্যতাৰ মেঘৰ জাহাজ
তাৰ শেষ ক'ত?
যাত্ৰা পথৰ শেষত?
আকাশৰ পৰা পৰিচিত মাটি
মাটিৰ পৰা অচিনা আকাশ।

★★

# ইতিহাস

মথুৰাই আকৌ হাঁহে
মনভুলোৱা হাঁহি
জয় কৰে কাল।
দ্বাৰকা পানীত ডুবা নাছিল
আৰু এবাৰ হাঁহে
পৱিত্ৰ ইন্দ্ৰপ্ৰস্থই
অষ্টাদশতম পৰাজয়ৰ পাছত
নতমুখেৰে
জৰাসন্ধক ঘূৰি অহা দেখি
মথুৰাৰ নগৰবাসীয়ে
অট্টালিকা অথবা দুৰ্গৰ ওপৰত উঠে গৈ
তাৰ শিৰচ্ছেদ চাবলৈ।

মথুৰাই হাঁহে
ইন্দ্ৰপ্ৰস্থ, যমুনা আৰু গঙ্গাৰ সৈতে
চিক্‌চিকীয়া ক'লা ৰাতি ফালি-ছিৰি
আৰু ফালি হিমৱন্তৰ হিম
কিন্তু আজি ইয়াত কোনো দীপ জ্বলা নাই
পথ-ঘাট সকলো নিৰ্জন
নিঃশব্দ আকাশত
জক্‌মকীয়া দুই এটা তৰা
দূৰত যমুনাৰ ক্ষীণ স্ৰোত
ৰাজঘাট, শান্তিবন আৰু কুশী[illegible]াৰা

দৰজা খিড়িকি চব বন্ধ কৰি
মনে মনে কাণ পাতি শুনো
সঙ্কেত বাজি উঠাৰ লগে লগে
উঠি আহিব মাটিৰ তলৰ পৰা
প্ৰাগৈতিহাসিক স্মৃতি
প্ৰভু যীশু, তোমাৰ দৰেই
মমবাতিৰ পোহৰত
আমি নিঃশেষ কৰো শেষ ভোজ।
তীক্ষ্ণ শব্দৰ ধুমুহাত
ছিৰি যায়
আকাশৰ নীল শাৰী
নীলাকাশ পুনৰ স্তব্ধ, মৃত, নীৰৱ
বেদনাত সঁচাকৈয়ে মৃত্যুমান।।

সৰুতে আমি কিতাপত পঢ়িছিলোঁ
তুমি কৈছিলা, "পৃথিবীলৈ নামি আহা
হে পোহৰ"
তাতে বাধ্য শিশুৰ দৰেই
তলমুৰা হৈ পোহৰ আহি থিয় হ'ল
পৃথিৱীৰ সন্মুখত
কিন্তু আজি আৰু পোহৰৰ
প্ৰয়োজন নাই
কাৰণ তোমাৰ পোহৰতেতো
পৰিষ্কাৰ দেখা যায় সকলো,
আম্বালাৰ গীৰ্জা, হস্পিটেল, গাওঁ
বজাৰ, নীলচীয়া সেউজীয়া
শস্যৰ পথাৰ, ঢৌ তোলা পৰ্বত,
আকাশ মাৰ্গৰ পৰা দেখা যায়
শিশুৰ হাতৰ পুতলা আৰু আধা হাঁহি
অনেক দিনৰ পৰিচিত মাটি
মানুহৰ খেলাঘৰ, জীৱন আৰু মৃত্যুৰ
অসমাপ্ত ভূমিকা।
ঈগলৰ চকুৰে চাই
শত্ৰু বিমানে বিচাৰি ফুৰে সন্ধেদ
আলোকে আমন্ত্ৰণ কৰি আনে
মানৱৰ শত্ৰু
ভাঙি পেলাবলৈ চৰাইবোৰৰ বাহ
কুউ কুউ, কাকলি শেষ কৰিবলে
একমুহূৰ্তত চব হাঁহি কলৰব শ্মশান।।
জোনৰ চুইচটো ক'ত?
হে প্ৰভু, নুমুৱাই দিয়া
জোন আৰু নক্ষত্ৰবোৰ
আনকি সূৰ্যৰ প্ৰাচীন পোহৰো
নামি আহক পৃথিৱীলৈ
অন্তহীন অন্ধকাৰ
নুমাই যাওক সকলো দেশ
মানুহৰ
অক্ষাংশ দ্ৰাঘিমা লৈ যত
ভগাভগি।
সকলো অন্ধকাৰৰ শেষত
তুমিয়ে তো থাকা
ত্বমেব ভাস্তম অনুভাতি সৰ্বম
চন্দ্ৰ, সূৰ্য, গ্ৰহ, তৰা
সকলোবিলাক
নুমাই পৰে
তমসাতে মন্বন্তৰ কাটি গ'লে
ভাসমান বটৰ পাতলৈ
আকৌ উভটি আহিব
হে আলোকপিণ্ড, হে অমৃত ৰশ্মি ঝৰ্ণা
অন্ধকাৰত ভাহি থক
স্মৃতিৰ সূতাবোৰ
স্মৃতিৰ আলনাত দুলি থকা
ফটা কাপোৰ, ফটা ধুতি
কংস পৰি গৈছে মঞ্চৰ পৰা
অষ্টাদশতম পৰাজয়ৰ পাছত
ব্যৰ্থ হৈ ঘূৰি আহিছে জৰাসন্ধ
সৈন্যবোৰৰ কবন্ধ আৰু বৰ্ম পোতা হয়
বিপাশাৰ বালিচৰত
টাইমুৰ, নাদিৰশ্বাহ, মাহমুদ
সিহঁতবোৰ ক'ত যে মিলি গ'ল।
গ্ৰীষ্মৰ প্ৰথম বৃষ্টিৰ ফোঁটাৰ দৰে।
কৃষ্ণৰ পাঞ্চজন্যৰ আবাজ

নন্দীঘোষৰ গুৰ্ গুৰ্ শব্দই
ডুবাই দিছে কামানৰ গৰ্জন
কোয়ান আৰু চাটোৰি
ধৰ্ম আৰু সংঘৰ আশ্ৰয়তকৈ
পোহৰত ক্ষীণ সন্দীপন
গংগাৰ উজান সোঁতত
ঋত্বিকৰ মন্ত্ৰ উচ্চাৰণ।।

এনেকুৱা লাগে এইবোৰ যেন
যোৱা কালিৰ কথা শাক্যমুনি!
নগৰত তোমাৰ ঘূৰাঘূৰি, তোমাৰ
চকুৰ আগতে
ৰোগ, বাৰ্দ্ধক্য, মৃত্যুৰ উপস্থিতি,
আৰু যন্ত্ৰণাৰ শিপা বিচাৰি
তোমাৰ ৰাজগৃহ ত্যাগ।
আজি ইয়াত ৰাস্তাত
অসংখ্য মৃতদেহ
ফুলৰ কলিবোৰে থেতেলা খালে
ভৰিৰ তলত
সিহঁতৰ পুতলা খেলা শেষ
আগুৱাই আহে মৰণ আৰু
আন্ধাৰৰ দৈত্যবোৰ
আজি মৃত্যুৰ প্ৰজ্ঞা
তাৰ ইস্পাতৰ হাঁহিৰে
নাচি উঠক
শান্তিৰ আশ্ৰমত
আকৌ ঘূৰি আহিব বেদমন্ত্ৰ
কোয়ান আৰু চাটোৰিৰ স্বৰ
ঘূৰি আহিব কৰুণাৰ বাণী
হোমাগ্নিৰ পবিত্ৰ শিখা
গীৰ্জাৰ প্ৰাৰ্থনাৰ ঘন্টা
মচজিদৰ নামাজ
ঘূৰি আহিব মানুহৰ পুৰণি সমাজ
আকৌ হাঁহিব মানুহৰ মাটি-ভেঁটিয়ে।

★★

## হাঁহ

সেই হাঁহবোৰ
অকলেই যায়
পানীৰ সোঁত কাটি কাটি
ইপাৰৰ পৰা পাৰ হয় সিপাৰলৈ
অনায়াসে।
পাৰ পায়েই আকৌ মুখ ঘূৰায়
সিপাৰলৈ
খেলা কৰি কৰি আকাশ আৰু মেঘৰ
লহৰীৰ লগত
নিজেই কথা কয়, নিজেই শুনে।
পোহৰত নষ্ট হয় আমাৰ চকুৰ কৰ্ণিকা
অন্ধকাৰত হাঁহবোৰ সন্মুখ পালেহি
মনৰ পুখুৰীত তাৰ
নিস্তৰঙ্গ ছায়া
ভাহি যায় মেঘৰ টুকুৰাৰ দৰে
নিৰ্জন আকাশৰ শূন্যতাত
না নক্ষত্ৰ না নীহাৰিকা
না জোনৰ হাঁহি
একোৰে লগতে তুলনা নহয়।
শব্দবোৰ শুনো যেন
আমাৰ নিজৰেই কণ্ঠস্বৰ
সেই হংস ধ্বনিৰ ৰক্তস্ৰোত
মোক বিষণ্ণতাত
বুৰাই পেলায়
জোকাৰি থাকে
স্নায়ুতন্ত্ৰবোৰ
নিজম অন্ধকাৰত সেই স্ফটিকৰ স্পৰ্শই
মোক কৰি পেলায় মূৰ্চ্ছিত
তৰা জ্বলা মৌন আকাশ
মানস সৰোবৰ নহয়
পানী আৰু শেলুক ফুলেৰে
শ্বাসৰুদ্ধ অকণি পুখুৰীত
তাৰ স্বপ্ন হ'ব পাৰে

অন্য দেশ, অন্য কাল
অন্য এক গান
পৃথিৱী তাত নেথাকে
ছায়া আৰু পোহৰৰ পৃথিৱী
পৃথিৱীয়ে গঢ়ি তোলে
ধকধকীয়া বগা পাখিবোৰ
যি পোহৰে নিচিনে, নিচিনে ছায়াও
পৃথিৱী, আকাশ কিম্বা মেঘ
আৰু মইও নেথাকোঁ তাত
সিহঁতো নেথাকে।
হেৰোৱা প্ৰতিধ্বনি
সহজে উভটি আহে
স্মৃতি আৰু আশঙ্কাৰ চেতনাত
বান্ধৰ ওপৰেদি
গধূলি প্লাবনে সহজেই
ঢউৰ ওপৰত ঢউ
ভাহি যায় শিপাবোৰ
পাতো অতীত
কোনে বা ৰাখিছে মনত
ক'ত সেই হ্ৰদ
কিম্বা সৰোবৰ,
সৰু এটা পুখুৰীত কোনো এটা হাঁহ
তাৰ স্বৰ, মেঘৰ ছায়া অথবা
একোটা গান।
আকাশ চিলাই কৰি
সৰু ৰুমালৰ দৰে
ভাঁজ হৈ সোমাই আহে
মোৰ পকেটত
তাৰ নীল-গভীৰতা
ভাঙি-ছিঙি
কেতিয়ানো আকৌ মনক দোলাব।
পৃথিৱী সঙ্কুচিত হয় সৰু ৰং পেঞ্চিলৰ দৰেই
আৰু পকেটত ৰয়।
অসীম সমুদ্ৰৰ
নিমখীয়া পানী শুহি লৈ
অগস্ত্য মই মোৰ সিৰা আৰু ধমনীত ৰাখোঁ
সূৰ্য সঙ্কুচিত হয়
আৰু শিয়ৰি উঠে
ৰয় আহি মোৰ চকুৰ কৰ্ণিকাৰ কাষত

মই সমুদ্ৰ অথবা সূৰ্য
কাকোৱেই নিচিনো,
নিচিনো আকাশৰ অসীম শূন্যতা
আৰু বেদনা
তুমি যদি কেতিয়াবা
গধূলিতে ঘূৰি আহা
সৰু পুখুৰীটোত ভাহি ৰ'ব
তোমাৰ ধ্বনি
সেই ধ্বনিয়েই চিনাই দিব
সূৰ্য, পৃথিৱী আৰু
আকাশ, সমুদ্ৰ
আজি যিবোৰ
একান্তই অজানা বা
অপৰিচিত।

★★

# দুটি চৰাই

চন্দ্ৰভাগাৰ স্থিৰ ঢউৰ বুকুত
নানা বৰণৰ আকাশ আৰু
মেঘৰ ছায়া
ঢৌ যেতিয়া কঁপে
প্ৰতিমা তেতিয়া চূৰ্ণ-বিচূৰ্ণ হয়
ভঙা-গঢ়াৰ ছেদেলি-ভেদেলি
ইতিহাস চিৰন্তন
ছিন্ন-ভিন্ন আকাশ আৰু মেঘ
সকলো অশান্ত
বনৰীয়া কোলাহলৰ মন্ত্ৰ সুৰত
সঁচাকৈয়ে কোনে
ওভোতাই দিলে সেই নীলিমা
কল্পলোকৰ গায়ত্ৰী আৰু
ওঙ্কাৰ প্ৰণৱমন্ত্ৰ
বাহৰ শূন্য গোলোকৰ অন্বেষণত
বৈ যায় বাঁহীৰ তাল, লয়
আৰু মূৰ্চ্ছনাৰ স্বৰ
ৰক্ত মাংস অস্থি মজ্জা স্নায়ুতন্তু
তন্ন তন্ন কৈ
অণুবীক্ষণত নিৰীক্ষণ কৰোঁ
বাৰে বাৰে।
অনুভূতি, শিহৰণ এই দেহৰ অৰ্থ
বিচাৰোঁ, মন্বন্তৰ সাৰটি বিচাৰোঁ
অপৈণত দেহ আৰু দুৱাৰ-ডলি
মথুৰা, বিদেহ, চম্পা
পুষ্পগিৰি, মৎস্যগন্ধাতৰী
চৌষষ্ঠি কামকলা- যত খোপা
আৰু কাঁচলিৰ বন্ধন--
অলেখ বিভিন্ন ৰাতি
জলকেলিৰ কত ভঙ্গী
অশেষ চুম্বন
সুসজ্জিত পালেঙত
কুসুমিত অভিসাৰত
চিত্ৰপটত, শিলৰ বুকুত
শত আৱাহন
অভিজাত সাউদৰ ৰূপজীৱী
গণিকাসকল
ভ্ৰষ্টা, পিঙ্গলা বেশ্যাবোৰ বুলি
কোনে জানো ক'লে
অৱশেষত ত্যাগ কৰিবলে
এই দেহৰ আৱৰণ যৌৱনৰ মদমত্ততা
কাণত পৰিল কিয় জানো
গুঞ্জৰণ, শ্ৰৱণৰ নিৰ্বাণ সূক্ত
ইন্দ্ৰনীল, মুকুতা, মাণিক, মৰকত, হীৰা
অমোঘ বৈদুৰ্য
অষ্টৰত্ন, অষ্টনিধি, বৈকুণ্ঠৰ সকলো
ঐশ্বৰ্য নাৱেৰে ভৰাই
সোঁত পাৰ হৈ
ননী গেন, তাম্ৰলিপ্ত, চেলি, তানো
চাৰি বন্দৰত
সুদূৰৰ সপোন দ্বীপ পোতাশ্ৰয়
পণ্য কোলাহল
হঠাতেই কিয় জানো হ'ল যে নীৰৱ
সাউদৰ চকু হ'ল চল্ চল্
সকলো ঐশ্বৰ্য পোৱাৰ পাছতো
কি ভাৱনাই তেওঁক কৰিলে আকুল?
এটি চকুৰে দেখিছোঁ মন্বন্তৰ
ঘূৰি ঘূৰি ছায়া সূৰ্যৰ দৰে
আৰু আনৰো চকুৰে দেখিছোঁ
শত কোটি চকু
কুৰুক্ষেত্ৰৰ পটভূমিত বল্লাল সেন
সত্য, তেজ, চকুলো শৌৰ্য-বীৰ্য
শুকান কবন্ধৰ, তেওঁ নীৰৱ দ্ৰষ্টা
অবীৰ্যময় তেওঁ মৌন সাক্ষী
কুৰুক্ষেত্ৰ ৰণাঙ্গনৰ অব্যৰ্থ তীৰসন্ধানী
সব্যসাচীৰ মন
এয়া কি কৰুণ বাণী
অলক্ষিতে মৰ্মৰিত হৈ উঠিল
সঁচাকৈয়ে

কলিঙ্গ সমৰথলীত
বিজয়ী অশোকে কান্দে
কি কৰিলো, কি কৰিলো বুলি
মূৰত হাত থৈ
বিজয় ৰণ-দুন্দুভিৰে শোভাযাত্ৰাৰ মাজত
কপালত লৈ বিজয়ৰ ফোঁট
মৃত্যুদায়ী তৰোৱালৰ শক্তি জুখি
কিয় কান্দে সেই মহাৰথীয়ে।
দেখা গ'ল অশ্ৰুভৰা চকু।
তৰোৱালৰ কৰুণ ভূমিকা
অপ্ৰশস্ত সৰু গলিত কুষ্ঠৰোগী।
অন্ধকাৰময় মন্দিৰ
লেলিহান জিভা
পাৰিষদ বৰ্গ
তাকে দেখি হয় বিপৰ্যস্ত
তেওঁ বোবা মুখা দেৱদাসী যেন
মৃত্যুৰ লহৰ,
তেও ঠন ঠন লম্বোদৰ
ধৰ্মাধিকাৰী
কোনে তাত জ্বলালে প্ৰত্যয়ৰ দীপশিখা
শক্তিৰ পোহৰ সঞ্চাৰিত কৰি
মন্দিৰৰ চূড়া আৰু উৰি থকা পতাকাই
বিচাৰে নক্ষত্ৰৰ সপোন
অজস্ৰ পিঙ্গল চকু আকাশৰ
ক্লান্ত নীলিমাত
কাজল সনা চকু ক'লা মণিত
মণি কৰ্ণিকাৰ ছবি
দশাশ্বমেধ জ্বলি উঠে
'চোল ৰাজন' নটৰাজনৰ
তাণ্ডৱ ভঙ্গীত
অপ্ৰতিহত সেই বিন্দু অনাহত বৃত্ত
পৰিধি সীমিত সেই শান্ত পটভূমিত
মহাকালৰ বিশ্ব বিধ্বংসী নৃত্য
ভূজপত্ৰ, শিলালিপি, তামৰ ফলি
মটিৰ তলত চৈত্য আৰু বিহাৰ
তালপাতৰ পুথি আৰু শ্ৰুতিৰ সম্ভাৰ

সকলো ইয়াত নীৰৱ
অসহায় ইতিহাস,
অসহায় সময়ৰ মানদণ্ড
অনন্ত শয়নত বিষ্ণু ধীৰ, স্থিৰ সাগৰত
যি আছে, সকলো আছে
সকলো ৰ'ব চিৰকালৰ বাবে,
ভূত-ভৱিষ্যত সকলো চিৰ বৰ্তমান
পুৰণি আকাশৰ তলত অসীম, অনন্ত সময়
ইয়াত চিৰদিনৰ কাৰণে শুই পৰিছে
পৰিচিত মাটি, ঘাঁহ, ফুলৰ হাঁহি
অন্তঃসত্বা পৃথিৱীৰ সেউজীয়া প্ৰীতি
তুলসী তলত তুমি নিজৰেই আৰ্তি
চাকিৰ শিখা, প্ৰাণ আৰু প্ৰীতি
অজস্ৰ হাঁহি কান্দোন
ইহকাল, পৰকাল
ইতিহাস ভৰি যোৱা ঘটনা প্ৰবাহ
সকলো কিন্তু তোমাৰেই
মাটিৰ আশ্ৰয়ত থাকি
বেচনাৰে পূৰ্ণ হৈছা
তুমি অন্য এক আকাশৰ ফালে
উন্মুখ
সীমিত এই পঙ্কিল বাস্তৱত
মানস সৰোবৰৰ যাত্ৰী
হে মোৰ ৰাজহাঁহ
মোৰ প্ৰথম প্ৰেম হে মোৰ ভাৰতবৰ্ষ।

★★

# ঘৰ (২)

অৰণ্যত আছিলোঁ মই,
নিৰ্বাসিত ৰাজকুমাৰ
লগত মোৰ আই।
ৰাজপাট গ'ল, প্ৰজাবোৰো গ'ল
নিয়তিৰ গানে ছিঙি লৈ গ'ল
প্ৰাসাদ আৰু সিংহাসন।
মোৰ পিতাৰ হত্যা
আৰু সেনাপতিৰ ষড়যন্ত্ৰ
ভয়ঙ্কৰ মুখা পিন্ধি
এইবোৰে দীঘল ছায়া পেলাই থৈ গৈছে।
জীৱন ৰক্ষাৰ কাৰণে
অৰণ্যৰ অন্ধকাৰ গুহাত
আশ্ৰয় লৈছিলোঁ মই আৰু মোৰ আইয়ে।
ৰাতিপুৱাৰ কুঁবলি আৰু অবসাদ
পাম্পহীন পেট্ৰমাক্স যত,
ফটা-ছিটা কাৰ্পেট আৰু ভগা বেঞ্চ
শ্মশান যাত্ৰী সাজি
সেই গুহাৰ পৰা লৈ গ'ল অন্য ঘৰলৈ
ৰঙ্গ মঞ্চৰ পৰা মৃত সৈনিকৰ দৰে।

মোৰ এনেকুৱা লাগিল
সেইটো মোৰ মামাৰ ঘৰ
আৰু সেই ৰাজগৃহ আৰু অৰণ্য
এটাও মোৰ ঘৰ নহয়।
এনে লাগিল গৰমৰ বন্ধত স্কুল বন্ধ
আৰু মামাৰ ঘৰত
মই এজন অতিথি
সেয়ে ঘৰলৈকে যাব লাগিব আকৌ।
পাৰ হৈ দূৰ পথ, সমতল ভূমি
তালবন, মথাউৰি আৰু ধানৰ পথাৰ
আকাশৰ নীলাত ছোঁ মাৰি
কোমল, উদাসীন, শব্দহীন চিলনী
সাদিনীয়া হাট আৰু অসংখ্য মহাপুৰুষ
তাৰ পাছত আমাৰ গাঁও
আৰু আমাৰ ঘৰ।

চোতাল পাৰ হৈ বৰ ঘৰ, মাজৰ ঘৰ
আৰু কোণৰ ঘৰ
সেই ভাদ মাহৰ কৃষ্ণ পক্ষৰ ৰাতি
ধাইবোৰৰ সান্ত্বনা
ওচৰ-চুবুৰীয়াৰ সহাযৰ হাত,
একোৰেই একো কৰিব নোৱাৰিলে
যন্ত্ৰণাৰ সেই নিৰ্জন জঞ্জালত
য'ত আমি দুজন অকলে আছিলোঁ
মই আৰু মোৰ আই
নিৰ্বাসিত ৰাজৰাণী আৰু দুৰ্ভগীয়া ৰাজকুমাৰ
এতিয়াও সেই কোণৰ ঘৰ
মাটি আৰু গোবৰেৰে লিপা
বেৰত দুলি আছে কড়িৰ শূন্য পেট
কোণৰ কুলুঙ্গিত বহি মা যষ্ঠীয়ে
বেৰৰ পিনে চকু টিপিয়াই যেন চাই আছে
যদিও আজি মই ইয়াত
ভৰ দুপৰীয়াৰ ভূত
য'ত মই এৰি আহিছোঁ
মোৰ খেলনা, টাকুৰি আৰু
চিলঠ-পেঞ্চিল
এৰি স্মৃতি আৰু চেতনাৰ বিন্দুবোৰ
নিৰাশ্ৰয় বেচাৰা হৈ
ঘূৰি ফুৰিছোঁ কটকৰ পৰা ছত্ৰপুৰ
কেতিয়াবা পুৰী, কেতিয়াবা ভুৱনেশ্বৰ
ক'তো নিজকে অপৰিচিত যেন নেলাগে
আকাশৰ তৰাৰ দৰে টিপ্ টিপ্‌কৈ জ্বলে
মুখবোৰ।
আকৌ মিলি যায় জোনাকীৰ দৰে
অন্ধকাৰত।
সকলোবিলাককে লাগে
চিনা-জনা যেন।
কোনোবাই চাই ৰয় অঁকৰাৰ দৰে
একো নকৈও যেন কয়

"কি অ' তই বাছা, ক'ত থাক তই
কোন বা তোৰ আয়েৰ?"
নাজানো কি উত্তৰ দিম!
কেৱল মনত পৰে স্কুলৰ প্ৰাৰ্থনা গানৰ কথা
হে প্ৰভু, এই আত্মীয় স্বজন সন্তান সন্ততি
পিতা-মাতা, বাই-ভনী, বন্ধু-বান্ধব,
সিহঁত সকলোবোৰ
তোমাৰে দযাৰে নিদৰ্শন
খঞ্জনীৰ ভঙা সুৰ গানো
মনলৈ আহে
"মৰি গ'লে ভূত হবি তই
একোবেই নাযায তোৰ লগত"
ঈশ্বৰৰ দযাত কেবল
অশ্ৰু ভৰি আহে
দুই হতভাগা চকুলৈ।
তথাপি সন্দেহ হয মই কি ইযাত
অপৰিচিত।
সৰা দাঁতবোৰ মযো জানো
পেলাই দিযা নাছিলোঁ নিৰ্গনিৰ গাঁতত?
জাঁপ মাৰি মযো জানো
পুখুৰীত সাঁতোৰা নাছিলোঁ?
থৰ থৰ্ কৰে কঁপি উঠি মই কি
চোৱা নাই
ছোৱালীজনীৰ মখমল ঘাঁহৰ সদৃশ দেহ?
নিৰুদ্দেশ হোৱা নাছিলোঁনে দুটি চকুৰ হ্ৰদত?
আৰু ক্লান্ত, ছিন্ন মই বুজা নাইনে চকু দুটি
নদীৰ পাৰত, নিৰ্জনত, অকলশৰীয়া
শোৱা নাছিলোনে সুখ নিদ্ৰাত?
সোঁ সোঁ মেঘৰ ছাযাত?
জিৰ জিৰ কৈ বলা বতাহৰ
টোপনি অহা গান শুনি?
মোৰ ঘৰত মই কাকো
ভয় নকৰোঁ
ভূত-প্ৰেত কিম্বা ডাইনী-প্ৰেতিনী
আকাশ সঙ্কুচিত হৈ যেন শূন্য বিন্দু
সাত সমুদ্ৰৰ ঢউ স্থিৰ
আৰু কোমল জোনাকৰ দৰে সুৰুযৰ শিখা।

খোলা আকাশৰ নিঃসঙ্গতা আৰু
চকুপানী
আজি কেৱল পিঞ্জৰাৰ
শবাধাৰৰ তলত
স্মৃতি আৰু সমুদ্ৰৰ উচ্ছ্বলতা
অশান্ত হৃদয়
স্মৃতি হ'ব সূৰ্যৰ অতৃপ্ত তৃষ্ণা
আৰু মৰুৰ বিলয।
মোৰ আই আৰু ইযাত নাই
আকাশৰ তৰাৰ দৰে
তেওঁৰ দুযো চকু
মোৰ পিতা তেওঁৰ কাযতে
আৰু এটি তৰা
নিঃশব্দে তৰাবোৰে কিৰণ বিলাইছে
যেনেকৈ তেওঁ সদায় বহি আছিল
বেৰত পিঠি দি
আজি মই ক্লান্ত, পৰিত্যক্ত
চেতনাৰ সূৰ্যাস্ত হোৱাৰ আগতেই
বিচাৰি ফুৰিছোঁ কঁড়ি আৰু শামুক
আৰু ষষ্ঠী দেৱীকো।
মই জানো মই কেতিয়াও
বিচাৰি নেপাওঁ নিজৰ ঘৰ
উভতি অহাৰ বাট ইযাত শূন্য
অনেক মথাউৰি, শ্মশান, নিৰ্জন পথ
চৰাচৰ
চেতন আৰু অবচেতনৰ আলি দোমোজা
থিয় হৈ
ইজনে সিজনক একে কথাবোৰকে
নিৰৰ্থক ভাবে সোধা
সন্ধ্যা হওঁ হওঁ
তুমি কি ভাই ক'ব পাৰা
মোৰ ক'ত সেই গাঁও, কোনটো আমাৰ ঘৰ
এদিন ইয়াত আছিলোঁ,
কোনোবা এটা দিন

এনেকুৱা কোনোবা এখন গাঁৱত
য'ত আছিল মাটি আৰু বালি
ৰ'দ আৰু তৰা

ক্ষীণ জলস্ৰোতৰ কাষত
নদীৰ পাৰত
মোৰ ল'ৰাই শৱদাহ কৰি
মোৰ অস্থি উলিয়াই লৈছে
আৰু বালিৰ ওপৰত
আঁক-বাঁক কৰি কৰি
চকুৰ পানী টুকিছে অকলে অকলে

তাৰ দেউতাক, ককাকৰ দৰেই
আৰু এই তৰাটোৰ দৰে
এতিয়া সিও অকলশৰীয়া
যন্ত্ৰণাৰ গভীৰ অৰণ্যত
একেবাৰে অকলশৰীয়া
কোনে জানে সেই কোণৰ ঘৰটোত
হয়তো এতিয়াও জ্বলি আছে
নুমাওঁ নুমাওঁ কৈ এটা চাকি
আৰু শেঁতা পোহৰত তাৰ
চিক্‌চিক্ কৰিছে
কড়িৰ ফোপোলা পেটটো।

★★

# একাষাৰ

চীন দেশৰ মহান প্ৰাচীন গ্ৰন্থ "তাও-তে-চিঙৰ" অনুবাদ মই এতিয়া কৰা নহয়। প্ৰায় দহ বছৰ মানৰ আগতে গুৱাহাটীৰ মেডিকেল কলেজত প্ৰায় ডেৰ মাহমান অসুস্থ হৈ থাকিবলগা হোৱাত আৰু ইংৰাজী অনুবাদৰ তাও-তে-চিঙ গ্ৰন্থখন হাতত থকাত মই কিতাপখনৰ বহুতো কবিতা অসমীয়ালৈ অনুবাদ কৰিলো। এইখন যদি পুৰা অনুবাদ কৰিছিলো, গধূলি অনুবাদ কৰিছিলো ৰাছিয়ান 'ৱাৰ পয়েট্ৰি' ইম্মৰ্টেলিটি নামৰ গ্ৰন্থখন। নিজকে পাহৰি থাকিবৰ এইবোৰেই একমাত্ৰ উপায়। হস্পিটেলৰ ঔষধ-ডেটল মিশ্ৰিত গোন্ধ, নাৰ্চ-ডাক্তৰ-ভিজিটৰৰ খদমদম্ খোজ, বিচিত্ৰ কথা যন্ত্ৰণা কান্দোন, বিয়োগৰ বিলাপ, নিজা শাৰীৰিক অসহায়তাৰ মাজতেই এই দুখন কিতাপ অনুবাদ কৰাৰ মাজে মাজে মই "নামঘোষা"খনো বাংলা ভাষালৈ ৰূপান্তৰিত কৰিছিলো। ইয়াৰ কাৰণ হ'ল দুবছৰমান আগতে "শান্তি নিকেতন"ত অনুষ্ঠিত হোৱা ইন্টাৰনেচনেল চেমিনাৰ এখনত "অসমৰ বৈষ্ণৱ গুৰু শঙ্কৰ-মাধৱৰ ধৰ্মৰ দাৰ্শনিক ভেটি"ৰ বিষয়ে ইংৰাজীত বক্তৃতা দিওঁতে Illustration কীৰ্ত্তন, নামঘোষাৰ পৰা গাই দিছিলো। তাৰ ইংৰাজী অনুবাদো চমু চমুকৈ দিয়া হৈছিল। মই ভাবিছিলো অসমীয়া পদ গাইছিলো যদিও বাংলা ভাষী মানুহে বুজিব। কাৰণ আমি প্ৰায়বোৰ অসমীয়াই বাংলা ভাষী মানুহে বুজিব। কাৰণ আমি প্ৰায়বোৰ অসমীয়াই বাংলা বা উৰীয়া ক'লে বুজি পাও। পাছত মোক অবাক কৰি বঙ্গদেশৰ শ্ৰোতাদৰ্শকে সেই পদসমূহৰ অসমীয়া ভাষা বুজি নাই পোৱা বুলি ক'লে (ইংৰাজী বক্তৃতা ঠিকেই বুজিছে)। মই অন্তৰত খোতযাই মনে মনে প্ৰতিজ্ঞা কৰিলো যে নামঘোষাখন অন্ততঃ বাংলা কৰিবই লাগিব।

সেইবাৰ হস্পিটেলত থাকোতে মুখ্যমন্ত্ৰী প্ৰফুল্ল কুমাৰ মহন্তই মোক খবৰ কৰিবলৈ হস্পিটেললৈ আহিছিল। তেওঁক কৈছিলো "নামঘোষাখন এয়া বাংলা কৰি আছো। প্ৰকাশ কৰা কাম তোমালোকৰ"। তেওঁ "হ'ব হ'ব বুলি হাঁহিৰে শলাগিছিল। কিন্তু আজি প্ৰায় দহ বছৰে তেওঁ একো খবৰ নল'লে। হয়তো কামৰ হেঁচাত পাহৰি গ'ল।

মই লিখা যিখন গৱেষণা পত্ৰৰ কাৰণে চীনদেশৰ ইউন্নান প্ৰদেশত ১৯৯০ চনত অনুষ্ঠিত হোৱা ইন্টাৰনেচনেল চেমিনাৰলৈ নিমন্ত্ৰণ লাভ কৰিছিলো সেই গৱেষণা পত্ৰত চীন দেশৰ 'তাও জিম' আৰু ভাৰতৰ বৌদ্ধ-তান্ত্ৰিক ধাৰা এটাৰ সামঞ্জস্য দেখুৱাই দুয়োখন দেশৰ সাংস্কৃতিক সমন্বয়ৰ বিচাৰ কৰিছিলো। এই গৱেষণা পত্ৰখনে ভূয়সী প্ৰশংসা লাভ কৰিছিল আৰু তাৰ গুণতেই কেনেকৈ আৰু চাৰিখন আন্তৰ্জাতিক আলোচনা চক্ৰলৈ নিমন্ত্ৰণ পাইছিলো সেই কথা কাকতে পত্ৰেই বাতৰি হিচাবে মই চীনদেশত থাকোতেই প্ৰকাশ হৈছিল। উল্লেখযোগ্য যে সেই চাৰিখন ঠাইৰ ভিতৰত আকৌ চীন দেশৰেই দুখন আন্তৰ্জাতিক আলোচনাচক্ৰ আছিল আৰু মোৰ সকলো ব্যয় বহন কৰিব বুলি কৈছিল।

যি নহওক ইউন্নান বিশ্ববিদ্যালয়ৰ ফৰেইন ষ্টাডিজ বিভাগত কাম কৰা ইংৰাজী জনা চীনা পণ্ডিত এজনৰ লগত "তাওজিম্" সম্বন্ধে কেইবাঘন্টাও আলোচনা কৰাৰ সুযোগ পাইছিলো আৰু মোৰ অনুবাদৰ বিষয়েও কথা হৈছিলো।

মই যিকেইটা ভাষা জানো তাৰ ভিতৰত ইংৰাজীও এটা। চীনা ভাষাৰ পৰা পোনপটীয়াকৈ ইংৰাজীলৈ অনুবাদ কৰা তাও-তে-চিঙৰ ইংৰাজী গ্ৰন্থখন হাতত থকা কাৰণে মই অন্য অনুবাদৰ লগত এই অনুবাদ মিলাই চোৱা নাই।

অনুবাদৰ কথা ইমানতে এৰি তাওজিম্ সম্পৰ্কে কিছুকথা এই প্ৰসঙ্গত কব লাগিব। ১৮৭১ চনতে আমেৰিকাৰ Bostonত প্ৰকাশিত James F Clarkeৰ Ten Great Religions, an essay in Comparative Theology নামৰ সুচিন্তিত গ্ৰন্থৰ আধাৰত ডঃ অৰ্চনা বৰুৱাই (অসমত প্ৰতিষ্ঠিত I.I.T.ৰ দৰ্শন বিভাগৰ অধ্যাপিকা) তাও সম্পৰ্কে আগবঢ়োৱা থুলমূল ব্যাখ্যা সন্নিবিষ্ট কৰিবলৈ পাই সুখী হৈছো।

সেই ব্যাখ্যা এনে ধৰণৰ ঃ চীন দেশৰ সভ্যতালৈ বিশেষ অৱদান আগবঢ়াইছে এই সুসংস্কৃত মহাদেশখনৰ স্বকীয় মূল্যৱান সম্পদ 'তাও' ধৰ্ম্ম বা 'তাও' মতাদৰ্শই। এই 'তাও' ধৰ্ম্ম সম্পৰ্কে বিশেষ ব্যাখ্যা আগবঢ়োবা সম্ভৱপৰ নহয়। আমাৰ ভাৰতবৰ্ষৰ উপনিষদে গ্ৰহণ কৰা 'ব্ৰহ্মবাদ'ৰ পৰিচায়ক যিদৰে 'নেতি নেতি', থিক সেইদৰেই 'তাও' সম্পৰ্কেও ইমানকেহে ক'ব পাৰি যে সমগ্ৰ বিশ্বব্ৰহ্মাণ্ড, গ্ৰহ-গ্ৰহান্তৰ যি এক অদৃশ্য 'ঋতু'ৰ দ্বাৰা নিয়ন্ত্ৰিত; তেনেদৰেই 'তাও' এই বিশ্বব্ৰহ্মাণ্ডৰ অলিখিত সংবিধানখনৰ অংশ বিশেষ। এই সত্য ধৰা পৰে যুগে যুগে, ৰূপে ৰূপে। লাও জে (Lao Tze)য়ে এই 'তাও' আৰু 'তেহ্'ক (Way and Virtue) কেন্দ্ৰ কৰি এই জ্ঞানৰ এক নতুন ৰূপ দিলে। এই গৰাকী ঋষিয়ে 'তাও' সম্পৰ্কে এনেধৰণৰে ব্যাখ্যা আগবঢ়াইছে ঃ নীৰৱে কৰ্ম্মৰতা হৈ থকা প্ৰকৃতিৰ পৰাই আমি 'তাও' সম্পৰ্কে জ্ঞান লাভ কৰিব পাৰোঁ। প্ৰকৃতিয়ে কোনো অভিযোগ নকৰাকৈ প্ৰতিবাদ নকৰাকৈ দান কৰি যায় নিজৰ সৰ্বস্ব অন্যৰ মঙ্গলৰ অৰ্থে। প্ৰকৃতিৰ বিভিন্ন দিশত সুচাৰুৰূপে সম্পন্ন হয় ভিন্ ভিন্ কাম কাজ। এই নিয়ত স্বাস্বত নীতি সমূহ প্ৰকৃততে অব্যক্ত 'তাও' ৰে মূৰ্ত প্ৰকাশ।

'তাও' নো প্ৰকৃততে কি? এই সম্পৰ্কে প্ৰসিদ্ধ ব্যাখ্যাকাৰ Huai Nan-Tzuৰ মত এনেধৰণৰ-- 'তাও' হৈছে আকাশৰ ধাৰক, পৃথিৱীৰো আৱৰণ। অসীম অনন্ত এই 'তাও'ৰ গভীৰতা সাধাৰণ বোধৰ বাহিৰত। সমগ্ৰ বিশ্ব ব্ৰহ্মাণ্ড এই 'তাও'ৰ গভীৰতা সাধাৰণৰ বোধৰ বাহিৰত। সমগ্ৰ বিশ্ব ব্ৰহ্মাণ্ড এই 'তাও'ৰ দ্বাৰা আচ্ছাদিত।

সূক্ষ্মাতিসূক্ষ্ম এই 'তাও' পৰ্বততকৈও উচ্চ, সমুদ্ৰতকৈও সুগভীৰ। 'তাও'ৰ নিয়ন্ত্ৰণত সৌৰমণ্ডল, গ্ৰহ-গ্ৰহান্তৰ চালিত, উৰণ-বৰষুণ-গজন-গমন আদি সঞ্জীৱিত।

বসন্তৰ মৃদু বতাহে কঢ়িয়াই অনা মিঠা বৰষুণজাকে যিদৰে সঞ্জীৱিত কৰে গছ-লতাক, সকলো সৃষ্টিৰ উৎস এই 'তাও'ৰ স্পৰ্শতেই জীৱনেও সৃষ্টি কৰে নতুন জীৱনক।

অদৃশ্য এই শক্তিয়ে সংগোপনে সম্ভৱপৰ কৰে সকলো কৰ্মৰাজি। নিৰাকাৰেও আকাৰ পায় এই অদৃশ্য 'তাও'ৰ স্পৰ্শত। এনে অৰ্থত 'তাও' প্ৰকৃতিৰে অন্য এক নাম। 'তাও' জীৱনৰ পূৰ্বত আৰু মৃত্যুৰো অন্তত বিৰাজমান। নীতি জ্ঞানৰ প্ৰদায়ক এই 'তাও' স্বয়ং সম্পূৰ্ণ অথচ সকলোৰে প্ৰতি স্নেহ আৰু কৰুণাবান হৈ সু-শাসন চলাওঁতা এই তাও অব্যক্তও ব্যক্তও। 'তাও'ক বিচাৰি পাবলৈ অন্তৰৰ ভিতৰত আন্ধাৰ কুঠৰি স্নেহেৰে , পৱিত্ৰতাৰে, বিষয়-বাসনাৰ উৰ্দ্ধলৈ গৈ আত্মাৰ আলোকেৰে আলোকিত কৰি তুলিব লাগিব, "তোমাৰ খোলা খিড়িকিখনেৰে বাহিৰলৈ চালে জানো 'তাও'ক দেখিবা? তুমি নিজৰ পৰা নিজে যিমানে আঁতৰিবা, 'তাও'ৰ পৰাও সিমানেই আঁতৰিবা"। অৰ্থাৎ বাহ্য প্ৰকৃতিৰ অন্তৰাত্মা, এই অদৃশ্য 'তাও'ক আমি নিজৰ অন্তৰাত্মাতেই বিচাৰি পাম। নিৰ্মোহ দৃষ্টিৰে শান্ত চিত্তত প্ৰতিবিম্বিত হোৱা 'তাও' আমাৰ দৃষ্টিগোচৰ হ'ব।

জ্ঞানীজনে জ্ঞানো ত্যাগ কৰে। পণ্ডিতে বিজ্ঞান, সৎ জনে ন্যায়-মানৱতা আদিকো অতিক্ৰম কৰি নৱজাত শিশুৰ নতুন দৃষ্টিৰে পুৰণা পৃথিৱীখন চাবলৈ শিকে। এনে জ্ঞানীয়ে বিনা অস্ত্ৰেৰে সকলোকে জিনে। নম্ৰতাৰে দহক বশ কৰ। সকলো ত্যাগ কৰাজনেই সকলো ভোগ কৰে। এয়ে মূল সত্য। এইদৰেই সততাৰ পৰাই অসৎ, নিস্ক্ৰিয়তাৰ পৰাই সক্ৰিয়তাৰ সৃষ্টি হয়। এই সত্য অৱগত হোৱাজনে নিস্ক্ৰিয়তাৰে 'তাও'ক লাভ

কৰে। শাক্য মুনিয়ে এই 'তাও' সদৃশ জ্ঞানেৰে অনিত্যতাৰ পৰা মুক্তিৰ অৰ্থে নিৰ্বাণৰ বাণী প্ৰচাৰ কৰিলে জীবৰ দুখ কষ্ট নিবাৰণৰ কল্যাণকামী মনোভাবেৰে। লাও জেই 'তাও'ৰ জ্ঞান ৰূপী শক্তি প্ৰাপ্তজনে নিজকেই শক্তিমান কৰিব পৰা পথৰ সন্ধান দিলে। যিহেতু 'তাও' সকলো বৈপৰীত্যৰ সমন্বয় সেয়েহে লাও জেয়ে নিষ্ক্ৰিয়তাৰ দ্বাৰা 'তাও'ৰ জ্ঞান লাভ কৰা পথৰ বতৰা দিছে। কিন্তু এই নিষ্ক্ৰিয়তাৰ দ্বাৰা ইয়াকেহে বুজোৱা হৈছে যে সকলো যেনে ধৰণেৰে কৰ্মৰত হৈ আছে তাৰ মাজতো সূক্ষ্ম এক অদৃশ্য শক্তি চালিকা শক্তি হৈ আছে। এই 'ঋতু'ক মানি লোৱা Passivity কেই নিষ্ক্ৰিয়তাৰ ৰূপ দিয়া হৈছে। এই যে স গোপন বাজি বৈছে প্ৰকৃতিৰ নিজা সঙ্গীত। সৎ-অসৎ, জীৱন-মৃত্যু, এই সকলোকে সামৰি, তাৰ প্ৰতি শ্ৰদ্ধাশীল হোৱাই তাও'ৰ প্ৰকৃত ব্যাখ্যা। অৱশ্যে 'তাও' প্ৰাপ্ত জনে অদৃশ্য শক্তি 'তাও' লাভ কৰি যিহেতু শক্তিমান হোৱাৰ ইঙ্গিত আদেশত দেখা যায়। 'তাও' বিচৰাজনে 'তাও'ক সময়ত যাদুকৰী শক্তিৰ ৰূপত গ্ৰহণ কৰাৰ উল্লেখো কেতিয়াবা পোৱা যায়। কিন্তু প্ৰকৃততে 'তাও'ৰ শক্তি ঐহিক ফলদায়ক হোৱাৰ পৰিবৰ্তে আত্মিক উৎকৰ্ষ সাধনৰ আৰু বিষয়ৰ উৰ্দ্ধত উঠাৰহে নৈসৰ্গিক বাৰ্তা বহন কৰে। 'তাও' কামনাবিহীন এক স্তৰ য'ত থাকে সকলো বৈপৰীত্যৰ সমন্বয়। তাও তেহ কিং (Tao-Teh-King)ৰ ভাষাত-

> Who his manhood shans
> And his womanhood knows
> Because the Empire's river
> All Came to him,
> Yea, all beneath the sky'

মোৰ নাতি জোন (সপ্তৰ্ষি ভট্টাচাৰ্য)ৰ আন্তৰিক আগ্ৰহত তাও তে চিঙৰ কবিতা প্ৰকাশ কৰিবলৈ এই কাৰণেই ওলালোঁ যে কাষৰীয়া মহাদেশখনৰ সাংস্কৃতিক দিশ এটাৰ সম্পৰ্কে যাতে আমাৰ কিছু কথা অৱগত হয় আৰু তাও কবিতা যে অসমীয়া পদত অনুবাদ হৈছিল তাৰো এটা স্বাক্ষৰ ৰয়।

মোৰ মৰমৰ ভাই শ্ৰীমান প্ৰদীপ বৰদলৈ (মুনু)ৱে কিতাপখনি ছপাবলৈ আগ্ৰহ কৰাত তেওঁৰ, জোনৰ আৰু ডঃ শ্ৰীমতী অৰ্চনাৰ অশেষ শলাগ ল'লো।

তাও তে-চিঙৰ কিছু কবিতা "গৰীয়সী" নামৰ অসমীয়া মাহেকীয়া আলোচনীখনত প্ৰকাশ পাইছিল। আলোচনীখনৰ সম্পাদক শ্ৰীযুত চন্দ্ৰ প্ৰসাদ শইকীয়াদেৱলৈও এইখিনিতে শলাগ যাচিলোঁ।

৩ জুন, ১৯৯৯ চন

নিৰ্মল প্ৰভা বৰদলৈ
'শ্ৰীময়ী"
গীতানগৰ
গুৱাহাটী-২১

# প্ৰথম অধ্যায়

যি তাও প্ৰকাশ কৰিব পাৰি
সি সনাতন তাও নহয়।
যি নামৰ সংজ্ঞা দিব পাৰি
সি অপৰিৱৰ্তনীয় নহয়
যি নাথাকে তাক স্বৰ্গ আৰু পৃথিৱীৰ
পূৰ্ব বৃতান্ত বুলি কোৱা হয়।
অস্তিত্বই সকলোৰে মাতৃ।
সনাতন নাস্তিত্বৰ পৰা সেই কাৰণে, বিশ্বৰ
ৰহস্যময
আৰম্ভণি আমি ধীৰ, স্থিৰ হৈ
নিৰীক্ষণ কৰোঁ,
আমি স্পষ্টকৈ দেখোঁ
সনাতন অস্তিত্বৰ পৰা হোৱা
উপৰুৱা পাৰ্থক্যবোৰ।
মূলতে দুযোটা একে
প্ৰকাশ পালেহে হয পৃথক
এই একত্বক বোলা হয়
গভীৰতা
অসীম গভীৰতাই দ্বাৰ
য'ৰ পৰা বিশ্বৰ
সকলো অংশৰ আৰম্ভণি।

★★

# দ্বিতীয় অধ্যায়

যেতিয়া গোটেই জগতে
সৌন্দৰ্যময় হ'বলৈ
সৌন্দৰ্য বুজি পায়
তেতিয়াই কুৎসিতৰ অস্তিত্ব।

যেতিয়া সকলোৱে মহত্বপূৰ্ণ হ'বলৈ
মহত্বক বুজি পায়
তেতিয়াই চয়তানৰ অস্তিত্ব।।

এনেকৈয়ে অস্তিত্বই নাস্তিত্বৰ
ইঙ্গিত দিয়ে
সহজে দিয়ে অসহজ, কঠিনতাৰ।

চুটি কথাষাৰ আহে
দীঘলৰ পৰা
তুলনাৰে,
তল জুখিব পাৰি
ওখৰ জোখত।

আগৰ পাছত পাছ
সেয়ে সাধুৱে কৰ্ম নকৰাকৈ
কৰ্ম সম্পাদন কৰে
আৰু তেওঁ শিকায়
কথা নোকোৱাকৈ।।

★★

## তৃতীয় অধ্যায়

উল্লাসিত নহৈ যোগ্যজনে মানুহক সমকক্ষ হোৱাৰ পৰা আঁতৰাই থয়। আপুৰুগীয়া বস্তুবোৰৰ মূল্য বিচাৰ নকৰি সেইবোৰ চুৰিৰ পৰা আঁতৰাই থয়। আকাঙ্খাৰ প্ৰকাশ নকৰি তেওঁলোকৰ অন্তৰবোৰ বিবুদ্ধিৰ পৰা আঁতৰাই থয়। সেয়ে সাধুৱে শিকায় ঃ তেওঁবিলাকৰ অন্তৰবোৰ পূণ্য কৰি উদৰ পূৰ্ণ কৰি আকাঙ্খাবোৰ দুৰ্বল কৰি হাতবোৰ সবল কৰি সদায় যিবোৰ বেয়া তাৰ পৰা, ভালটো বিচৰাৰ আকাঙ্খাৰ পৰা চতুৰজনক তেওঁ আঁতৰাই ৰাখে আৰু একো কৰিবলৈ সুবিধা নিদিয়ে। কৰ্মবিহীনতাৰ দ্বাৰা তেওঁ পৰিচালিত হয়। প্ৰকৃততে একোৱেই অপৰিচালিত হৈ নেথাকে।

★★

## চতুৰ্থ অধ্যায়

তাও, যাক শূণ্যতাৰ কাৰণে ব্যৱহাৰ কৰা হয়
পূৰ্ণ কৰিবৰ প্ৰয়োজন নাই
ইয়াৰ প্ৰগাঢ়তাই দেখুৱায় যে
ইয়ে সকলোৰে আৰম্ভণি
গভীৰতাত ই সদায় বিৰাজমান
মই নাজানো, ই ক'ৰ পৰা হৈছে
দেখাত ই প্ৰকৃতিৰ পূৰ্বপুৰুষ।।

★★

## পঞ্চম অধ্যায়

স্বৰ্গ আৰু পৃথিৱীৰ............
তেওঁবিলাকৰ কাৰণে সকলো বস্তু
খেৰেৰে সজা কুকুৰৰ দৰে।
সাধু ................................
তেওঁৰ কাৰণে সকলো মানুহ
খেৰে সজা কুকুৰৰ দৰে .........

স্বৰ্গ আৰু পৃথিৱীৰ মাজৰ ঠাইখিনি
কমাৰৰ ভাতীৰ দৰে
দেখাত শূণ্য, একোৰে অভাৱ নাই
ই যদি গতিশীল হয়
বহুতো উৎপন্ন হ'ব।

যি বেচিকৈ কয়, তেওঁ সোনকালেই
শেষ হৈ যায়
যি অন্তৰত থাকে
তাক অন্তৰতে ৰখা ভাল।

★★

## ষষ্ঠ অধ্যায়

উপত্যকা আৰু স্পিৰিটৰ
কেতিয়াও মৃত্যু নাই
সেইবোৰেই ৰচনা কৰে ৰহস্যময়ী মাতৃৰ
যাৰ দুৱাৰেদি তোৰণেদি জন্ম হয়
স্বৰ্গ আৰু পৃথিৱীৰ।।

এইটো চিৰদিনৰ ভোগৰ কাৰণে
ব্যৱহাৰত ইয়াৰ অন্ত নপৰে।

★★

## সপ্তম অধ্যায়

স্বৰ্গ স্থায়ী আৰু পৃথিবী ভোগৰ কাৰণে।
"স্থায়ীত্ব" আৰু "উপভোগ্য" এই দুযোটাৰে
কাৰণ এয়ে যে
সিহঁত সিহঁতৰ কাৰণে
জীয়াই নেথাকে
সেইকাৰণেই সিহঁত দীৰ্ঘজীবি।।
একেধৰণেৰেই সাধুৱে
নিজক পিছফালে আঁৰত ৰাখে,
আৰু তেওঁ থাকে সমুখত।
তেওঁ নিজক পাহৰি থাকে
আৰু তেনেকৈয়ে তেওঁ সংৰক্ষিত হয়।
তেওৰ আত্মস্বাৰ্থ নাই কাৰণেই নেকি
তেওঁৰ আত্মাস্বাৰ্থ প্ৰতিষ্ঠা হয়?

**

## অষ্টম অধ্যায়

সৰ্বশ্ৰেষ্ঠ মহানতা পানীৰ দৰে। পানী সকলোৰে কাৰণে দয়ালু কিন্তু ই পৰিতৃপ্ত নহয়। ই এনে ঠাইতো থাকে যাক আনে ঘৃণা কৰে। সেয়ে ই তাওৰ কাযৰ বস্তু।

স্থান নিৰ্ণয়তে ঘৰৰ মূল্য
গভীৰতাত মূল্য হৃদয়ৰ
মানৱতাৰ মূল্য থাকে দয়াত
কথাৰ মূল্য সত্যত
শান্তিত থাকে শাসনৰ মূল্য
প্ৰাণৰ সেৱাৰ মূল্য থাকে সামৰ্থ্যত
সময়ৰ মাজতহে শ্ৰমৰ মূল্য
মানুহ নিৰ্দোষ হৈ ৰ'বলৈ হ'লে
তেওঁ হ'ব লাগিব যন্ত্ৰহীন।

**

## নৱম অধ্যায়

পূৰাকৈ এটা বস্তু ধৰা আৰু ৰাখি থোৱা-ইয়াক
অকলে থাকিবলৈ দিয়াই ভাল।
এই কথা এৰা
এখন চোকা চুৰী ব্যৱহাৰ কৰা
আৰু তীক্ষ্ণ কৰি ৰখা
-- ই বেচিদিন নেথাকে।
যেতিয়া সোন আৰু মুক্তাৰে ঘৰ উপচি যায়,
কোনেও পহৰা দি ৰাখিব নোৱাৰে।
স্বাস্থ্য আৰু অহঙ্কাৰ যুক্ত সন্মানে
সিহঁতলৈ ধ্বংস আনে
কৰ্তব্য কৰি শেষ হোৱাৰ পাছত
নিজক আঁতৰাই আনিব পৰাটোৱেই
স্বৰ্গৰ পন্থ।

★★

## দশম অধ্যায়

আত্মাক অহৰহ ধ্যানস্থ কৰি--
ৰাখিব পাৰিবানে চঞ্চল নোহোবাকৈ?
শ্বাস-প্ৰশ্বাস নিয়ন্ত্ৰিত কৰি
কেঁচুৱাৰ দৰে লেউসেউ আৰু কোমল
হ'ব পাৰিবনে??
নিজকে পৰিষ্কাৰ কৰিব
অস্পষ্টৰ পৰা মুক্ত কৰিব
দোষৰ পৰা আঁতৰাই ৰাখিব পাৰিবনে??
মানুহক ভাল পাব পাৰানে?
অকৰ্মন্যতাৰে ৰাজ্যক শাসন কৰিব পাৰানে?
নাৰীৰ দৰে প্ৰকৃতিৰ দুৱাৰ বন্ধ কৰিব--
আৰু মেলিব পাৰানে?
আলোকিত হ'ব পাৰানে
জ্ঞান নোহোৱাকৈ
সকলোতে খুন্দিয়াব পাৰানে?

★★

## একাদশ অধ্যায়

ত্রিশদাল শলাখাৰে চকাটোৰ মাজৰ ডিলাটো
একো নথকা শূণ্যতা থকা কাৰণেই
আমি বাহনৰ চকাটো পাইছো
মাটিয়েই হয় পাত্রলৈ ৰূপান্তৰিত।
একো নথকা ঠাই আছে কাৰণেই
   আমি শত্রুৰূপে ব্যবহাৰ কৰিব পাৰো
ঘৰ এটাৰ বেৰত দুৱাৰ
   আৰু খিড়িকি কটা হয়
সেইবোৰ শূণ্য স্থান কাৰণেই
   ব্যৱহাৰ কৰিব পাৰি।
সেইকাৰণে এহাতে লাভ কৰিছো
   থকাৰ অস্তিত্ব
আনহাতেদি আমি নাস্তিত্বকো
   ব্যৱহাৰ কৰিছো।

★★

## দ্বাদশ অধ্যায়

মানুহ এজনৰ দৃষ্টি পাঁচোটা ৰঙে অন্ধ কৰে।
পাঁচোটা ধ্বনিয়ে এজন মানুহৰ
      শুনাৰ ক্ষমতা ৰুদ্ধ কৰে
পাঁচ ধৰণৰ জুতিয়ে এজন মানুহৰ
      জিভা কৰে নষ্ট
অন্বেষণ আৰু হত্যাই
      এজন মানুহক বন্য কৰি তোলে
যিটো বস্তু পাবলৈ কঠিন
      তেনে বস্তুৱে
         এজন মানুহৰ ব্যৱহাৰো
            বেয়া কৰে
সেয়ে সাধুৱে
উদৰৰ কাৰণে
      সুবিধা কৰি খয়
কিন্তু চকুৰ কাৰণে নখয়
তেওঁ পাছৰটো ত্যাগ কৰে
আগৰটোহে বাছি লয়।

★★

# ত্ৰয়োদশ অধ্যায়

অনুগ্ৰহ আৰু অসন্মান ভয়ৰ দৰে।

সৌভাগ্য আৰু চৰম দুৰ্ভাগ্য আমাৰ শৰীৰৰ নিচিনা।

অনুগ্ৰহ আৰু অসন্মান ভয়ৰ দৰে-- এই কথাযাৰে কি অৰ্থ কৰিছে? অনুগ্ৰহ ওপৰ খাপৰ বস্তু, অসন্মান তলখাপৰ বস্তু। যেতিয়া তুমি সেইবোৰ জয় কৰিবা, তুমি তেতিয়া অনুভৱ কৰিবা ভয়ত থকাৰ দৰে আৰু যেতিয়া সেইবোৰ হেৰুৱাবা তেতিয়াও তুমি অনুভৱ কৰিবা ভয়ত থকাৰ দৰে।

সেয়ে, অনুগ্ৰহ আৰু অসন্মান ভয়ৰ দৰে।

সৌভাগ্য আৰু দুৰ্ভাগ্য আমাৰ শৰীৰৰ নিচিনা-- এই কথাযাৰে কি বুজাইছে? আমালৈ সৌভাগ্য আৰু দুৰ্ভাগ্য আহে এই-- কাৰণেই যে আমাৰ এটা শৰীৰ আছে। আমাৰ শৰীৰ নাথাকিলে সৌভাগ্য বা দুৰ্ভাগ্য পতিত হ'ব কেনেকৈ?

নিজৰ দেহৰ সৌভাগ্যৰ দৰে পৃথিৱীখনক জ্ঞান কৰিলে পৃথিৱীখনকে শাসন কৰিব পাৰি। যিজনে পৃথিৱীখন নিজৰ দেহৰ দৰে ভাল পায়, তেওঁ পৃথিৱীত বিশ্বাস স্থাপন কৰিব পাৰে।

★★

# চতুৰ্দশ অধ্যায়

যিটো বস্তুলৈ চাওঁ আৰু অন্য একো নেদেখো
তাক কোৱা হয়-- 'সৰলতা'।
যিটো বস্তু শুনিব খোজো আৰু শুনিবলৈ
নেপাওঁ তাক কোৱা হয় "বিৰলতা"।
যাক বিচাৰি হাবাথুৰি খাওঁ আৰু নেপাওঁ তাক
কোৱা হয় "সুক্ষ্মতা"।
এই তিনিটা নিবিড়ভাৱে পৰীক্ষা কৰিব নোৱাৰি,
সেয়ে তিনিওটা সমন্বয় কৰি এটা কৰা হৈছে।
ই প্ৰকাশ্যমান, কিন্তু চকমকীয়া নহয়।
ই গুপ্ত হৈ থাকে, কিন্তু অন্ধকাৰ নহয়।
ই অনন্ত, ইয়াক ব্যাখ্যা কৰিব নোৱাৰি
ই নাস্তিত্বলৈ উভটি যায়
ইয়াকে কোৱা হয় অৰূপৰ ৰূপ
নাস্তিত্বৰ ই ৰূপকল্প
ইয়াকে কোৱা হয় ৰহস্য
ইয়াক লগ পায়ে থাকা, কিন্তু মুখ দেখা
নোপোৱা
ইয়াক অনুসৰণ কৰা
কিন্তু ইয়াৰ পিঠি দেখা নোপোৱা।
তুমি অতীতৰ তাওৰ লগত
লাগি থাকি
বৰ্তমানৰ অস্তিত্বৰ ওপৰত
প্ৰভুত্ব কৰিব পাৰিবা
অতীতৰ উৎসও জানিব পাৰিবা।
ইয়াকেই তাওৰ ৰহস্যৰ সূত্ৰ বুলি কোৱা হয়।।

★★

# পঞ্চদশ অধ্যায়

প্ৰাচীন দিনত তাও জনা শুদ্ধলোক জনৰ আছিল সূক্ষ্ম গভীৰ জ্ঞান। তেওঁৰ বিচাৰ শক্তি ইমান প্ৰগাঢ়, ইমান ৰহস্যময় যে তেওঁক বুজা সহজ নাছিল।

যিহেতু তেওঁক বুজা সহজ নাছিল সেয়ে তেওঁৰ বাহ্যিক ৰূপকে অঙ্কন কৰিববলৈ চেষ্টা কৰিছিল।

ঃ তেওঁ সচেতন জাৰকালিৰ জুৰি পাৰ হোৱা জনৰ দৰে।

তেওঁ ইতঃস্তুতঃকাৰী ওচৰ চুবুৰীয়াক ভয় কৰা জনৰ দৰে।

তেওঁ বিনয়ী - এজন অতিথিৰ দৰে।

তেও সমৰ্পনকাৰী গলি যাব খোজা বৰফৰ টুকুৰাৰ দৰে।

তেওঁ সৰল কেঁচা কাঠৰ টুকুৰাৰ দৰে.

তেওঁ শূণ্য শূণ্য উপত্যকাৰ দৰে।

তেওঁ অস্পষ্ট- ঘোলা পানীৰ দৰে।

লাহে লাহে নিজে পোহৰলৈ নহালৈকে আন্ধাৰক কোনে শুদ্ধ কৰিব পাৰে।

লাহে লাহে নিজে উন্নতিৰ পথত আগনেবাঢ়িলে স্থবিৰক কোনে গতি দিব পাৰে।।

যিজনে এইবোৰ নীতি অনুসৰণ কৰে তেওঁ পৰিপূৰ্ণতা নিবিচাৰে।

যিহেতু তেওঁ অসম্পূৰ্ণ সেয়ে তেওঁৰ ক্ষয় হয় নতুন হ'বলৈ।

**

# ষোড়শ অধ্যায়

চূড়ান্ত আত্মবিলোপ সাধন কৰা লাভ কৰা
মনটো সম্পূৰ্ণ শান্তিত ৰাখা।
সকলো বস্তুৱেই ৰূপ লয়
তাৰ আগৰ অৱস্থালৈ ঘূৰি যায়।

চোৱা যিটো বস্তুৱেই উজ্জ্বল হৈ আছে
সেইটো বস্তুৱেই নিজৰ স্থানলৈ উলটি গৈছে।
নিজৰ স্থানলৈ উভটি যোৱাতেই শান্তি।
ইয়াকেই কয় অদৃষ্টৰ পিনে প্ৰত্যাবৰ্ত্তন।
অদৃষ্টৰ পিনে প্ৰত্যাবৰ্ত্তনেই অনন্ততা (সনাতনতা)।
যি জনে অনন্তক জানে তেওঁক কোৱা হয় জ্ঞানী।
যিজনে অনন্তক নেজানে তেওঁ অন্ধভাৱে দুখতেই ঘূৰি ফুৰে।
অনন্তক জানি তেওঁ সকলোকে সামৰি লয়
সকলো সামৰি লৈ তেওঁ উদাস হয় বিৰাজমান হয়
সকলোতে বিৰাজমান হৈ তেওঁ প্ৰাধান্য লাভ কৰে।
প্ৰধান হৈ তেওঁ তাও লাভ কৰে
যি তাও লাভ কৰে তেওঁ সনাতন (চিৰঞ্জীৱি)
তেওঁৰ শৰীৰ ক্ষয় হ'ব পাৰে-- কিন্তু তেওঁৰ জীৱন নেহেৰায়।।

**

## সপ্তদশ অধ্যায়

মহান শাসনকাৰী মানুহে
তেওঁবিলাকৰ অস্তিত্ব লক্ষ্য নকৰে।
তাতোকৈ কমবোৰে--
তেওঁবিলাকৰ সৈতে ঘনিষ্ঠ হয় আৰু কৰে প্ৰশংসা।
তাতোকৈ কমবোৰে- তেওঁবিলাকক ভয় কৰে
তাতোকৈ তলৰবোৰে– তেওঁবিলাকক ঘৃণা কৰে
কাৰণ য'ত বিশ্বাসৰ অভাৱ
তাত বিশ্বাসেৰে সংযোগ স্থাপন কৰিব নোৱাৰি
এতিয়া শব্দবোৰক
কিমান মূল্য দিব পাৰি??

★★

## অষ্টাদশ অধ্যায়

যেতিয়া মহান তাও হেৰায়
তেতিয়াই মঙ্গল আৰু উচিতবোধ বিকশিত হয়
যেতিয়াই ইচ্ছা আৰু.....
জাগি উঠে
সেইবোৰ যেন ভণ্ডামিহে।
যেতিয়া পৰিয়ালৰ সম্বন্ধ
সুঠাম হৈ নেথাকে
আমি পাওঁ উছৃঙ্খল সন্তান
আৰু সুপিতৃ-মাতৃ
যেতিয়া এটা জাতি
বিপৰ্যস্ত অৱস্থাত থাকে
তেতিয়া দেশ প্ৰেমিকক স্বীকৃতি দিয়া হয়
য'ত তাও আছে, তাত সকলো আছে
য'ত তাও হেৰায়, বস্তুৰ সকলো ভিন্নতা
ওলাই পৰে।

★★

## ঊনবিংশ অধ্যায়

সাধুতা এৰা, ভালো এৰা, মানুহৰ উপকাৰ
হ'ব তেতিয়াহে।
মনুষ্যত্ব পৰিহাৰ কৰা
আৰু বিসৰ্জন দিয়া ন্যায় বিচাৰ
পুত্ৰই কৰাৰ দৰে ভক্তি
আৰু মাতৃয়ে কৰাৰ দৰে চেনেহ
মানুহে ঘূৰাই পাব তেতিয়াহে।
এই তিনিফাঁকি বচন যদি
মুখৰ কথা বুলি ধৰা,
আৰু যথেষ্ট নহয় বুলি ভাবা,
তেতিয়া আলম বুলি ল'বলৈ
কিবা এটা ল'ব লাগিব।
স্বভাৱসুলভ সৰলতাকে দেখুওৱা
আৰু সাৱটি লোৱা
স্বাৰ্থ ত্যাগ কৰা
আৰু মনৰ কামনা-বাসনা
দমন কৰা।।

★★

# বিংশ অধ্যায়

পঢ়াশুনা ত্যাগ কৰা
তেতিয়া চিন্তাভাৱনাৰ পৰা
আঁতৰি থাকিব পাৰিবা
'হয়' আৰু 'নহয়'ৰ মাজত
পাৰ্থক্য কিমান?
ভাল আৰু বেয়াৰ মাজত পাৰ্থক্য কি?
আনে যাৰে ভয় কৰে
তুমিও তাৰে ভয় কৰিবা, -- এনে
আলোচনাৰ ক্ষেত্ৰ যে কিমান ডাঙৰ কৈ শেষ
কৰিব নোৱাৰি।
যেতিয়া সকলো মানুহ
বসন্ত কালৰ আনন্দ উৎসৱত
মতলীয়া তেতিয়া মই ইমান
অকলশৰীয়া, ইমান নিশ্চল ঠিক যেনিবা
হাঁহিব নজনা শিশুহে এটি
ক'লৈকো যাবলৈ মোৰ ঠাই নাই
মই যেন পৰিত্যক্ত ব্যক্তি।
সকলোৰে আছে সকলোখিনি।
কেৱল মইহে নিসঙ্গ।
বুদ্ধিহীন মূৰ্খৰ দৰে মই, মোৰ জীৱন
অন্য সকলো, মানুহ, সুদক্ষ আৰু দূৰদৰ্শিতা
সম্পন্ন
মইহে বিভ্ৰান্ত, মইহে নিৰ্বোধ মই পমি অহা
জোনৰ দৰে, সৌঁতত যেনি-তেনি উঠি যোৱা
কুটাৰ দৰে।
সকলো হওক উদ্দেশ্য যুক্ত মইহে গাঁৱলীয়াৰ
দৰে গোঁৱাৰ। মই আনৰ লগত একে নহয়। মই
আইৰ ধ্যানতহে বেচি মূল্য দিওঁ।

**

# একবিংশ অধ্যায়

তাওৰ পৰাই মহৎ বস্তুৰ প্ৰকাশ। ইন্দ্ৰিয়ৰ দ্বাৰা জ্ঞাত নোহোৱা বস্তু হৈছে তাও। ই এক অস্পষ্টবস্তু। ই বৰ্ণনাৰ অতীত অথচ ইয়াতে সকলো বস্তুৰে কায়া আৰু ছায়া। ই অভেদ্য অথচ ইয়াতে আছে সকলো বস্তুৰে সাৰবস্তু। অতীতৰ পৰা এতিয়ালৈকে সৃষ্টিৰ উৎপত্তি বিচাৰি চোৱাত 'তাও' অপৰিহাৰ্য হৈ আহিছে। উৎপত্তিৰ সবিশেষ জানিব পাৰি তাওৰ পৰাই।

**

# দ্বাবিংশ অধ্যায়

যি মুৰ দোঁৱাব জানে তেৱেঁই হয় পূৰ্ণ
যি বেঁকা সিয়েই হয়গৈ পোন।
যাৰ ভিতৰ ফোপোলা, সিয়েই হয় পূৰ্ণ।
যাৰ ক্ষয় হৈছে, সিয়েই হয় নতুন।
যাৰ সামান্য থাকে, সিয়েই কৰে লাভ।
উভৈনদীকৈ থকাজনেই হয় প্ৰৱঞ্চিত
সেই হেতু সাধুজনে এককেই সাৰটি ধৰে আৰু
তাৰ শক্তিৰেই এখন আকাশৰ তলৰ আটাইকে
চায়
আত্মপ্ৰদৰ্শন নকৰাজনেই জ্যোতিৰ্ময়
তেওঁ অস্পষ্ট নহয়,
তেওঁ অস্পষ্ট নহয় সৃষ্ট ওফাইদাং নকৰা জনেই
হয় কৃতকাৰ্য
তেওঁৰ অহঙ্কাৰ নাই
সেয়ে তেওঁ হয় নেতা।
তেওঁ চেষ্টা নকৰে কাৰণেই
কোনেও তেওঁৰ লগত অৰিয়াঅঁৰিও নকৰে
কথাতেই আছে, যি মূৰ দোঁৱাব জানে
তেওঁৱেঁই হয় পূৰ্ণ। যি সকলে পূৰ্ণতা লাভ
কৰিছে তেওঁ বিলাক সকলোৰে কাৰণে এই
কথাই সাৰ।

★★

# ত্ৰয়োবিংশ অধ্যায়

কমকৈ কথা কোৱাটোৱেই
স্বাভাৱিক নিয়ম
ঘূৰ্ণী বতাহ গোটেই ৰাতি
নেথাকে।
ধুমুহা বতাহো নেথাকে
দিনৰ দিনটো।
এইবিলাক সংঘটিত কৰে কোনে?
আকাশ আৰু পৃথিৱীয়ে।
তেওঁবিলাকেই যদি
ধুমুহা বতাহ ধৰি ৰাখিব নোৱাৰে আনে ক'ত
পাৰিব??
সেইদেখি যিবোৰ কাৰ্যই
তাওক অনুসৰণ কৰে
সেইবোৰ তাওৰ লগত
এক হৈ যায়।
তাওৰ লগত মিলিলে সফলতা
নিমিলিলে ব্যৰ্থতা।
সফলতা, বিফলতা
সকলোতে সমান আনন্দ
তেওঁৰ।

★★

## চর্তুবিংশ অধ্যায়

ভৰিৰ আঙুলিৰ ওপৰত
থিয়দি থাকিব পাৰিনে?

পথালিকৈ ভৰি দুখন মেলিলে খোজকাঢ়ি আগুৱাই যাব পাৰিনে?

নিজক প্ৰদৰ্শন কৰোতাজন
প্ৰতিভাশালী নহয়।
নিজক প্ৰকাশ কৰিব খোজাজন
প্ৰকাশিত নহয়।
যি ওফাইদাং মাৰে তেওঁ কৃতকাৰ্য নহয়।
যিজন অহঙ্কাৰী তেওঁ নেতা হ'ব পাৰিবনে?

তাওৰ প্ৰসঙ্গত এই কথা কব পাৰি-- অতিৰিক্ত আহাৰ, অতিৰিক্ত কাম সদায় ঘৃণনীয়। যিজনে তাও আয়ত্ব কৰিব পাৰিছে তেওঁ এনে অতিৰিক্ততাৰ লগত একো সম্পৰ্ক নেৰাখে।

**

## পঞ্চবিংশ অধ্যায়

আকাশ আৰু পৃথিৱী সৃষ্টি হোৱাৰ আগেয়ে জলময় এটা অৱস্থা আছিল।

ই চাগৈ কিমান প্ৰশান্ত আছিল। কিমান শূণ্য আছিল।

ই আছিল নিসঙ্গ, অপৰিৱৰ্তনীয়।
ই অশ্ৰান্তৰূপে জগতখনত ব্যাপ্ত হৈ আছিল

আকাশে তলত সাৰটি থকা সকলোৰে ইয়াকেই জননী বুলিব পাৰি।

ইয়াৰ প্ৰকৃত নাম মই নাজানো। কিন্তু মই ইয়াৰ নাম দিছো 'তাও'। মোৰ শক্তি অনুসাৰে এই বস্তুৰ মহত্ব উপলব্ধি কৰি ইয়াক 'মহান' আখ্যা দিছো। "গৈ থাকা গৈ থাকা, দূৰলৈ, দূৰলৈ আৰু উভতি আহা...."।

তাও মহান, আকাশ মহান, পৃথিৱী মহান আৰু মহান হৈছে ৰজা। পৃথিৱীত যি চাৰিটি মহান বস্তু আছে তাৰ ভিতৰত ৰজা পৰৰ। ৰজাই পৃথিৱীৰ আদৰ্শ লয়, পৃথিৱীয়ে লয় আকাশৰ আদৰ্শ, আকাশে লয় তাওৰ আদৰ্শ আৰু তাওয়ে লয় প্ৰকৃতিৰ আদৰ্শ।।

**

# ষষ্ঠবিংশ অধ্যায়

গাম্ভীর্যৰ পৰাই চঞ্চলতাৰ উদ্ভৱ। নিস্তব্ধতাৰ পৰাই আহে উত্তেজনা। সাধুৱে বহুত দূৰলৈকে ভ্ৰমণ কৰে সঁচা, সেইবুলি নিজৰ সম্পত্তি থকা গাড়ীখন এৰি নুফুৰে। তেওঁ পজাঘৰৰ কেউকাষে প্ৰহৰী থাকিব পাৰে। কিন্তু তেওঁ নিজে উত্তেজনাবিহীন, নিস্তব্ধ।

দহহেজাৰ ৰথৰ মালিকে চঞ্চলতা অৱলম্বন কৰিলে মূলেই হেৰাব। তেওঁ উত্তেজিত হ'লে প্ৰভুত্বকে হেৰুৱাব।

★★

# সপ্তবিংশ অধ্যায়

যিজন সুপথিক তেওঁক পথ বা উপপথ নেলাগে। এজন সুবক্তাই প্ৰশংসা বা নিন্দালৈ কাণসাৰ নকৰে। এজন সুগণকে গণনা কৰিবৰ অৰ্থে বাঁহৰ কাঠীত চিন দিব নেলাগে। বন্ধ কৰিব জনাজনৰ কাৰণে দুৱাৰ দাং নেলাগে। তেওঁ শলখা নোহোৱাকৈয়ে এনেকৈ বন্ধ কৰে যে যাক খোলাটো একেবাৰে অসম্ভৱ।

যিজনে বান্ধিব জানে তেওঁ সূতাৰে পাক নিদিয়াকৈ বান্ধে। তেওঁ গাঁঠিও নিদিয়ে অথচ সেই বান্ধ খুলিব নোৱাৰি।

যিজন জ্ঞানী তেওঁ মানুহক অহৰহ ৰক্ষা কৰাত ব্ৰতী। বেয়া জনকেই বা কেনেকৈ বাদ দিব।

সকলো বস্তুকে ৰক্ষণাবেক্ষণ দিয়া তেওঁৰ কাম। তেওঁ কাকো অৱহেলা নকৰে। ইয়াকে বোলা হয় দ্বৈতজ্ঞান। যিজন ভালো নহয় তেওঁও সতৰেই উপাদান। যিমানেই জ্ঞানী নহওক তেওঁ যদি গুৰুৰ মূল্য নুবুজে আৰু নিজ উপাদান হাতধৰি ব্যয় নকৰে সেইটো মহা ভুল নহয়নে? এই কথাও এক পৰম বিস্ময়েই।

★★

# অষ্টবিংশ অধ্যায়

পুৰুষত্ব থাকিলেও নাৰীৰ প্ৰকৃতিহে লোৱা। তেতিয়া আকাশৰ তলৰ পৰ্বতৰ মাজৰ উপত্যকা যেন হ'বা। তেতিয়া হ'লে তোমাৰ শৰীৰৰ পৰা চিৰস্থায়ী শক্তি ওলাই নপৰে। শৈশৱ অবস্থালৈ ঘূৰি যোৱা। বগাক জানিলেও ক'লাকহে লোৱা।

তেওঁ সকলোটিৰে যেন মাপকাঠিহে আকাশৰ তলত যিমানবোৰ আছে সিমানবোৰৰ। সেয়ে তেওঁ চিৰস্থায়ী শক্তিৰে শক্তিমান। তেওঁ অসীম অৱস্থাত থাকে- য'ত মেৰুদেশৰ প্ৰশ্ন নাই।

যশস্যাৰ বিষয়ে জ্ঞাত হৈও কলঙ্কৰ অৱলম্বন কৰা। তেতিয়াই হ'ব পাৰিবা আকাশৰ তলৰ উপত্যকাৰ নিচিনা।

তেওঁ উপত্যকাৰ নিচিনা কাৰণেহে চিৰস্থায়ী শক্তিহে হেৰুৱায়। নচচা নেমেল কাঠৰ প্ৰকৃত অৱস্থাত থাকে তেওঁ। আৰু সেয়ে প্ৰধানজন হ'ব পাৰে। কাঠ ছিটা ছিটকৈ ফালি পেলোৱাৰ পাছত তাত সৰ্বোত্তম খোদাই কৰিব নোৱাৰি।

★★

# ঊনত্ৰিংশ অধ্যায়

আকাশৰ তলত থকা সকলো বস্তুকে যিজনে ধৰিবলৈ সক্ৰিয় হয় তেওঁবিলাকৰ দশা কেনেকুৱা হয় বাৰু?

সকলোবস্তুৱে আধ্যাত্মিক পাত্ৰ নিৰ্মাণ কৰিব পাৰিলেও নোৱাৰি। যিজনে এই কথা নেজানে তেওঁ সময় আৰু বস্তু নষ্ট কৰে।। ধৰিব খুজিলে হেৰায়হে।

সেইদেখি জ্ঞানী লোকসকলে নিষ্ক্ৰিয় হৈ থাকে। তেওঁ একো ধৰিব নোখোজে কাৰণে একো নেহেৰুৱায়।

সকলো বস্তু কেতিয়াবা আগবাঢ়ে, কেতিয়াবা পাছ পৰে। নিশ্বাসো লয় সেইদৰে কেতিয়াবা লাহে লাহে কেতিয়াবা খৰকৈ। বলীয়েই দুৰ্বল, দুৰ্বলেই বলী। কেতিয়াবা নকৈ আৰম্ভ হয়, কেতিয়াবা আৰম্ভ নহওঁতেই শেষ হয়।

অধিকত গুৰুত্ব দিয়াটো জ্ঞানীজনৰ কাম নহয়। তেওঁ অধিক ব্যয় আৰু আতিশয্যৰ পৰা আঁতৰি থাকে।

★★

# ত্ৰিংশ অধ্যায়

তাওক অনুসৰণ কৰাজনে শক্তিৰ বল দেখুৱাই (অস্ত্ৰ শস্ত্ৰৰে) আনক বশ নকৰে। কাৰণ তেনে কৰিলে অস্ত্ৰ উভটি আহি তেওঁৰ গাতে আঘাত কৰিবহি।

সৈন্যই বাহৰ পতা ঠাইতে বনৰীয়া গোলাপ আৰু কাঁইটৰ বাঁহ।

অভিযান ডাঙৰ হ'লে বেয়া সময় আহিবই। সেনাপতিজন যদি সুদক্ষ হয় তেওঁ অটল-অচল হৈ থাকে তেওঁ বলেৰে সাম্ৰাজ্য দখল কৰিবলৈ নেযায়। তেওঁ অটল যদিও গৰ্বহীন মিছাদণ্ডও তেওঁ নকৰে। তেওঁ অটলহে, উদ্ধত নহয়। তেওঁ অটল নহ'লেই নহয়। তেওঁ অটল হ'লেও হিংসুক নহ'ব।

★★

**মৰমৰ অকমানিহঁত,**

গীত গাই গাই তোমালোকে উমলিবৰ কাৰণে, এই গীতকেইটি লিখি তোমালোকৰ হাতত দিলোঁ। তোমালোকে ভালপালে মোক ক'বা, আৰু লিখি দিমদেই। মৰমেৰে

**নীলা বাইদেউ**

১। শামুক অ' শামুক
খাবা নেকি জালুক?
জালুক যদি নোখোবা
ওলাবহি ভালুক।।

২। হাঁহ হাঁহ হাঁহ
হৈছেনে কাহ?
দৰব বুলি খাবানে
বাৰীৰ এটা বাঁহ??

৩। জেঠী অ' জেঠী
কথা কওঁ এটি
আকিবানে বেৰত
মোৰ এখন ছবি?

৪। কু উ
খচ খচ খচ খচ খচ খচ
ডাঙৰ ৰেল,
সৰু ৰেল,
ক'ত বাৰু যায?
দিল্লী।
কলিকতা।
মুম্বাই।
মোকো লৈ যোৰা ভাই
মোকো লৈ যোবা ভাই।।

৫। অ' ঘোঁৰা, ঘোঁৰা
কাঠৰ সৰু ঘোঁৰা
নেজডাল খঁৰা
দাঁতবোৰ লৰা
কেনেকৈ খাবা বাৰু
বুটমাহ পোৰা??

৬। মেকুৰী আহ, আহ
মিউ, মিউ, মিউ
গাখীৰ আছে, মাছ আছে
আৰু আছে ঘিঁউ।।

৭। বে কৰে ছাগলীযে
মিউ মিউ মেঁৰে
কক্ কক্ কুকুৰাই
পেক্ পেক্ হাঁহে।।
লাক্ পাকুৰ্ কুৰ
কয পাৰবোৰে
তাকে দেখি ভলুকাই
ভুক ভুক্ কৰে।।

৮। নীলা গাড়ী
ক'লা গাড়ী
ৰঙা গাড়ী যায
ভোঁ ভোঁ কৰি গুচি যায
কোনে চলায়?
হৰ্ণ দি ভাইটিযে
নিযে চলাই
তিৰ্ত তিৰ্ত, পেঁট্ পেঁট
কৰি গুচি যায।।

৯। বেলি, বেলি, বেলি
ৰুটীৰ লগত খাবানে
আমৰ মিঠা জেলি??

১০। ৰ'দ দিছে ৰঙা
বৰশীৰ পুঙা
চুঙা পিঠা খাবলৈ
ক'ত আছে চুঙা??

১১। আইচক্ৰীম বৰ মজা
আইচক্ৰীম খাম
আবেলি শুই উঠি
ফুৰিবলৈ যাম।।

১২। টফি, টফি, টফি
দিয়াচোন মামণি
খাওঁ চুপি, চুপি।।

১৩। তিলপিঠা দীঘলীয়া
ঘিলাপিঠা গোল
বিহু হ'লে খাম দেই
বজাই এটা ঢোল।

১৪। ৰাতিপুৱাই কাউৰীয়ে
কৰে কা কা
কোমল চাউল, দৈ গাখীৰ
পকা কঠাল খা।

১৫। ভুক্, ভুক্ কিয় কৰ
অ' ভুক্ ভুক্
লৰ মাৰি যাওঁতে
ভৰিত পালো দুখ।।

১৬। ফুল, ফুল, ফুল
ফুলনিত ফুল
টাবত আছে ফুল
ৰঙা, বগা, বেঙুনীয়া
হালধীয়া, গুলপীয়া
বহুৰূপী ফুল
ফুলবোৰে হাঁহি থাকে
হৈ মছগুল।।

১৭। অ' মেকুৰী, অ' মেকুৰী
ক'ত আছিলা তুমি?
দিল্লীলৈ গৈছিলো
মিটিং আছে শুনি।
বক্তৃতা পাহৰি
গালো এটা গান
ইন্দিৰা পেহীদেৱে
মুচৰিলে কাণ।।

১৮। মৰমৰ গাইজনী
গাখীৰ আধেৰ দিয়া
আধাসেৰ গাখীৰ নাই
হাফ্ লিটাৰ নিয়া
তাৰে হ'ব পায়স, পেৰা
তাৰে সন্দেশ
বিয়াৰ ৰাইজে ক'ব
বেছ, বেছ, বেছ।।

১৯। জিকি আৰু মিকি
ৰুটি খায় সেকি
পানী পি খাওঁতে ভাগি গ'ল দাঁত।
গাখীৰকে দিয়া
দাঁত নাইকিয়া
মোকোৰা মোকোৰে খাব পাৰি কলপাত।।

২০। মিউ মিউ মিউ মিউ
মেকুৰী ক'লৈ গ'ল
চেঁকুৰি চেঁকুৰি মেকুৰীজনী
বজাৰখনলৈ গ'ল।
মাছ নেপালে, গাখীৰ নেপালে
ফেঁকুৰি, ফেঁকুৰি আহিল
বাটৰ মূৰৰ কেঁকুৰীটোৰ
ভেঁকুৰি গছত লাগিল।।

২১। ৰঙাবেলি ৰঙাবেলি
পুৱাতে উঠিলা
ফুৰি-চাকি আহি তুমি
মুখ-হাত ধুলা।
গোসাঁই নমো কৰি
কিতাপ পঢ়িলা
সা ৰে গা মা পা ধা নি সা
কিয় নিশিকিলা??

২২। ৰাতিপুৱাৰ ৰঙাবেলি
তোমাক প্ৰণাম
এক দুই তিনি চাৰি
আমি গালো গান
পাঁচ ছয় সাত আঠ
ফুল ফুলি গ'ল
ন দহ পখিলা
তাতে পৰি ৰ'ল।

২৩। গুড্‌মৰ্ণিং সুৰুযমামা
তোমাক প্ৰণাম
পুৱাতেই উঠা তুমি
ক'ত কি যে কাম!!
উম লগা ৰঙা ৰ'দ
ক'ত পোৱা তুমি
পুৱাতেই উঠি ৰ'বা
চাই থাকিম আমি!!

২৪। জোনবাই ঘূৰণীয়া
নাৰিকলৰ লাড়ু
নে লুচি ময়দাৰ
খাই চাম বাৰু।।

২৫। অ' পখিলা
উৰি আহিলা
ক'ত আছিলা?
কি দেখিলা?
কি শুনিলা?
মোক নিনিলা
কাইলৈ দেই
আহিবা দেই
উৰি যাম
উৰি যাম
দূৰণিলৈ।।

২৬। কট টপ্
কট টপ্
কট টপ্
কট টপ্
ক'ৰ ঘোঁৰা যায়
জিক্‌মিকে
ঘোঁৰাত উঠি
পাহাৰলৈ যায়
পাহাৰৰ
মইনা চৰাই
আনিবলৈ যায়।
মইনা চৰাই কইনা হ'ব
পুতলাৰ দৰা
আকাশত ধুনীয়াকৈ
জিলিকিব তৰা।।

২৭। কি যায়? উৰি যায়
ধুনীয়া চৰাই
নীলা নীলা আকাশ
গান গাই গাই

২৮। আয়ৈ দেহি, ধুনীয়া।
সেউজীয়া ধান!
বতাহৰ ভিৰ্ ভিৰ্
শুনিছানে গান??

২৯। এদিন এটা বগলীয়ে
মিছা কথা ক'লে,
ঠেং এটা চুটি হ'ল
মিছা মাছে খালে।।

৩০। ন জোনে ধান কাটে
কাঁচিখন লৈ
মাজু জোনে নাও বায়
আকাশত বৈ

বৰজোন ঘূৰণীয়া
পায়সৰ থাল
খাই দিম একেবাৰে
লাগি যাব ভাল।।

৩১। কি আহিছে, বতাহ আহিছে
মটৰত নে ৰেলত??
এৰোপ্লেনত হ'বলা
চাই থাকো দূৰত।।

৩২। পৰুবাবোৰ কেনি যায়?
বিয়ালৈ যায়
ৰসগোল্লা, বুন্দিয়া
দৈ সানি খায়।

৩৩। ৰুণুক জুনুক কৰি জোনে
ওলাল সাজি-কাচি
নামঘৰত ডুডুমডুম
দবা উঠিল বাজি।।

৩৪। গিৰিপ্ গাৰাপ্
গিৰিপ্ গাৰাপ্
বাওঁ সোঁ
বাওঁ সোঁ
লেফট ৰাইট
লেফট ৰাইট
কোন সেয়া যায়?
কান্ধত বন্দুক লৈ
জিক্মিক্ যায়
দেশ ৰাখিব লাগে
"জয়হিন্দ" "জয়হিন্দ"
ৰজন্জনাই।।

৩৫। আকাশৰ সাগৰত
জোনে নাও বায়
তৰাবোৰে জাক পাতি
লগতে ওলায়।
এটি তৰা দুটি তৰা
কত তৰা যায়
হাতে হাতে বৰশী
কোনে মাছ পায়।

৩৬। কি গাম? কি গাম? কি গাম? কি?
অ আ ই ঈ উ ঊ ঋ
এ ঐ ও ঔ অং আৰু অঃ
চকী নাই মূঢ়া নাই পাটী পাৰি বহ।।

৩৭। কেৰেলুবা, কেৰেলুবা
ৰেলগাড়ী ৰাখা
গাড়ীখন ৰাখিলেই
চকাটোহে পাবা।
সঁচাকৈয়ে গাড়ী নাই
মানুহ ক'ত গ'ল?
চাহ মিঠাই খাবলৈ
ক'ৰবাত ৰ'ল।

৩৮। হেৰি বিয়ৈ
থিয় থিয়ৈ
ক'লৈ বাৰু যায়?
আছে মিঠৈ
আছে আখৈ
যাওক আজি খাই।।

৩৯। খঁৰা শিয়ালৰ বিয়া হ'ল
নীলা কাপোৰ পিন্ধি
বান্দৰে মিঠাই খালে
গছৰ ডালত উঠি
এক ডজন দুই ডজন
তিনি ডজন লুচি
বিলাহীৰ টক্ খালে
নাছিল আলু ভাজি।।

৪০। কোমোৰা এটাৰ পাখি গজিল
ভোমোৰা এটা হ'ল
গুণ্ গুণ্ গুণ্ কৰি
উৰি গুচি গ'ল।।

৪১। আলু পটল সখী হ'ল
লাওৰ লাগিল গপ
মুখ ফুলাই বহি কৰিল
তিনি হেজাৰ জপ।।

৪২। ঘনচিৰিকা ঘনচিৰিকা
ক'ত গৈছিলা তুমি
বগলীয়ে খৰিচা খুন্দা
চাইছিলোঁগৈ জুমি।
বটলত সুমুৱাই
খৰিচাবোৰ থ'লে
মাছৰ আঞ্জাত দিবলৈ
মেকুৰীয়ে নিলে।।

৪৩। ক'লা কাপোৰ পিন্ধি মেঘ
হ'ল লৰা-ধৰা
লেপ লৈ শুই থাকিল
জোন আৰু তৰা।

৪৪। বৰষুণ, বৰষুণ, আহাঁ নামি আহাঁ
আমাৰ চোতালতে পাটী পাৰি বহা
খাবলৈ দিম চিৰা মুৰি খাবলৈ দিম দৈ
সেউজীয়া ৰংবোৰ যাবা দি থৈ।

৪৫। নমো কৰা, নমো কৰা, নমো কৰা ভাই
মায়ে নমো কৰে সদায় সদায়।।
দাঁত ঘঁহা, দাঁত ঘঁহা, দাঁত ঘঁহা ভাই
দেউতাই দাঁত ঘঁহে সদায় সদায়।।
গাখীৰ খোৱা, গাখীৰ খোৱা, গাখীৰ খোৱা ভাই
ভাল ল'ৰাই গাখীৰ খায় সদায়, সদায়।।
কিতাপ পঢ়া, কিতাপ পঢ়া, কিতাপ পঢ়া ভাই
দাদাই কিতাপ পঢ়ে সদায় সদায়।।
আৰ্হিৰে

৪৬। আকাশৰ কি ৰং
পাতলীয়া নীলা
নীলবোৰ দেখিছানে
আৰু বেছি নীলা।
কলপাত সেউজীয়া
সেউজীয়া বন
ভাল লাগে দেখি
পকা সুমথিৰা ৰং।
পকা কল হালধীয়া
জবা ফুল ৰঙা
বেঙুনীয়া বেঙেনা
আছে যদি ছিঙা।

৪৭। সোঁ হাত বাওঁ হাত
দুই হাত মিলি
পুৱাতেই নমো কৰে
ঈশ্বৰলৈ বুলি।
সোঁ ভৰি, বাওঁ ভৰি
এই দুই ভৰি
খোজ কাঢ়ে, বল খেলে
দুপ্‌দাপ্ কৰি।
মূৰত চুলি থাকে
দুই কাষে কাণ
দাঁত, জিভা, ডিঙি, ওঁঠ
মুখে গায় গান।
নাকে উশাহ লয়
চকুৱে চায়
গালত হাঁহি থাকে
ভিৰেবিৰাই।।

৪৮। (সুৰেৰে)
সা ৰে গা মা পা,
সা ধু কো ৱা মা,
মা পা ধা নি সা,
টোপনি তই, যা।
সা নি ধা পা
মা গা ৰে সা
ৰা তি হ' লে
ক বা নে মা?

৪৯। আমাৰ ওচৰতে
মাহীদেউৰ ঘৰ
তেওঁৰ পুতলাটোৰ
হ'ল এদিন জ্বৰ
পানী লগা জ্বৰ ....... হাঁচি ঔ।।

ডাক্তৰ, ডাক্তৰ
মাহীদেৱে ক'লে
ডাক্তৰ আনিবলৈ
দাদা লৰ দিলে।।
দৌৰ.....দৌৰ.....দৌৰ।
টক্ টক্ টক্।
দুৱাৰত ডাক্তৰে
কৰে টক্ টক্
পুতলাই ভয় খাই
কঁপে ঠক্ ঠক্।।
ভয় নাই, ভয় নাই
ডাক্তৰে ক'লে।
লাহেকৈ পুতলাক
বেজী এটা দিলে
...... আই ঔ।।

দৰৱ খালে, গাখীৰ খালে
জ্বৰ ভাল হ'ল
হাঁহি হাঁহি পুতলা
খেলিবলৈ গ'ল।।

৫০। বুঢ়াৰ আছিল এখন পাম
হয়নে, হয়নে, হয়।
'বিতোপন' পামৰ নাম
হয়নে, হয়নে, হয়।
পামত আছিল শিয়ালী
হোঁৱা কৰে গধূলি
কে কে হোঁৱা
কে কে হোঁৱা
শুনি লাগে ভয়
হয়নে, হয়নে হয়।।
ডাঙৰ এটা চিকা আছিল
চিক্ চিক্ চিক্ চিক্ চিক্ চিক্ চিক্ চিক্
তাকে শুনি জেঠীয়ে কয়
টিক্ টিক্ টিক্ টিক্ টিক্ টিক্ টিক্ টিক্
চিক্ চিক্ টিক্ টিক্
চিক্ চিক্ টিক্ টিক্
জেঠী, চিকাই কয়
হয়নে, হয়নে হয়।।
বুঢ়াৰ আছিল পুখুৰী
হাঁহ চৰে দুকুৰি
হয়নে, হয়নে হয়
ইফালে পেক্, সিফালে পেক্
পেক্ পেক্ পেক্ পেক্ পেক্ পেক্ পেক্
পেক্
হাঁহবোৰে কয়
হয়নে, হয়নে হয়।।
পামত আছিল কুকুৰা
হয়নে, হয়নে হয়।

আঙুলিবোৰ বেকোঁৰা
হয়নে, হয়নে হয়
কক্ কক্ কক্ কক্
কক্ কক্ কক্ কক্

কুকুৰাই কয়
হয়নে নহয়?
হয়নে নহয়?
হয়নে নহয়?
হয়।।

(আৰ্হিৰে)

★★

**মৰমৰ অকমানিহঁত,**

মোৰ 'অসমীয়া ওমলা গীত'ৰ পুথি আৰু 'সুৰদী মাত'ৰ পুথি দুখন ইমান ভাল পাবা বুলি মই ভাবিবই পৰা নাছিলোঁ। সেয়ে তোমালোকৰ মৰমতে পমি আকৌ 'নুতন ওমলা গীত' লিখি তোমালোকলৈ আগবঢ়ালোঁ।

এইবোৰ গাই গাই উমলিবা, দুলিবা, নাচিবা আৰু চাৰিওকাষ বেলেগ বেলেগ ধৰণে চাবলৈও শিকিবা। মনটো নতুন ৰঙেৰে নতুন উলাহেৰে ভৰি পৰিব। মাজে মাজে আচৰিত, আচৰিতো লাগিব।

মিলি মিলি যোৱা কথাবোৰ পঢ়িবলৈ, নজনা শব্দ শিকিবলৈও কি মজা! হয়নে নহয়? অশেষ মৰমেৰে

তোমালোকৰ

**নীলা বাইদেউ**

**শ্ৰীপঞ্চমী**

**শ্ৰীময়ী**

**গীতা নগৰ**

**গুৱাহাটী**

আকাশ আকাশ
ইমান আকাশ
লাগে ইমান ভাল
পৃথিৱী এখন ঘৰ
আকাশ তাৰে চাল।।
বেলি পৰিল বেলি পৰিল
পিছল খালে নেকি?
গছৰ আগৰ ৰঙা ৰ'দে
চালে জুমি জুমি।।
বতাহ আহে বেগেৰে
আলি হ'লে নাই।
নৈ যায় কোবেৰে
ভৰি পিছে নাই।।
হৈ চৈ নকৰিবা
পানচৈ যায়।
বৰদৈচিলা আহে
কৰদৈ খাই।।
নিয়ৰ সৰে ৰাতিপুৱা
নিয়ৰ সৰে ৰাতি
দিনত যায় আকাশলৈ
পড়িবলৈ বুলি
নিয়ৰবোৰে লয় ছাগে
ৰঙা-নীলা ছাতি।।
জোনাকবোৰ ক'ত থাকে?
সদায় চোন নোলায়?
হুমবৰ্ক কৰে চাগে
দুৱাৰ মাৰি সোমাই।
মা তুমি কৈ থাকা
পঢ়া মন দি
মনটো দিম, কোৱা
মন মানে কি?
থলামুৰি কি মুৰি?
খাই চাবা নেকি?
কৰ্ফাল খাইছানে
যায় পেট ভৰি।

শিং গজিলে ৰিং মাৰিবা
টিঙত খাবা হিং।
উজাই আহে চৰা নাও
উজাই আহে টিং।
পানী দেখি হালে জালে
বিৰিণাৰে মন
হালধীয়া পাখি মেলা
সৰিয়হ বন
তিৰ্বিৰ্ তিৰ্বিৰ্
বালিচন্দা জ্বলে
জিকমিক্ ৰ'দ দেখি
কাছ আহি শুলে
উগুল থুগুল বনৰ বকুল
তুলবুল্ বুল নাও
দোদোলদোল মইনা দোলে
উখল মাখল গাঁও।
লাও পুলি লৰাই ঝুলো
ফলা খৰি ফালি।
ঘটি, লোটাত পানী আনো
বুৰ যাব বেলি।।
মাছবোৰে পানীৰ তলত
তৰিছিলে তাঁত
তাকে দেখি বগলীয়ে
লগালেহি মাত।
"কি লগাইছা আইহঁত
মেখেলা নে চেলেং?"
"গামোছাহে মাহীদেউ
মোৰ নাম এলেং।"
"ফুল জানো বাচিছা?
শিকাই দিওঁ আহা।"
"নেলাগে মাহীদেউ
আঁচু নাইকিয়া।।"
থুনুকাৰ বৰ খং
কোনে নাম থ'লে?

কিমান জোৰ আছে
দেখুৱাম পালে।
এইবুলি কওঁতেই
লুটি খাই পৰিল।
মূৰ ভাগিল, কাণ ফাটিল
হাত-ভৰি ছিগিল।
ডাক্তৰ কবিৰাজ
ভাগে ভাগে আহিল
লগাব নোৱাৰি জোৰা
একেবাৰে কাহিল।
কোন বাৰু থুনুকা?
জানি থোৱাদেই
'কণী' তেওঁৰে নাম
ইংৰাজীত এগ্ বুলি
কয় তেওঁকেই।।

ৰ'দে বৰষুণে
খৰা শিয়ালৰ বিয়া।
ঘন চিৰিকাই
তামোল কাটে
আমাক এখন দিয়া।

অৰুণাচলত
কপৌফুল
দৰঙত দলং।
চিয়াঙত
গালং আছে
নগাঁৱত কলং।।

"উৰি যাওঁ, উৰি যাওঁ
অ মা, মা"
অকণি ডেউকা তোমাৰ
শুই থাকা মা।"

"লৰ মাৰো, লৰ মাৰো
অ মা, মা"
"অকমানি ভৰি দুটিৰে
বল হওক মা।"
ডেউকা ডাঙৰ হ'ল
ভৰি হ'ল বলী
বুলবুলে খেলে, উৰে
পাখি মেলি মেলি।।
(আৰ্হিৰে)

এঠেঙীয়া বগলী
নিতৌ নাচে গধূলি
তাৰে নাম বিচনী
তাৰে নাম ফেন।
আলু এটা ডাঙৰ হ'ল
ৰঙালাও যেন।।

গাহৰি এটাই
নাখাই নবৈ
চিকা এটা হ'ল।
চিক্ চিক্
চিক্ কৰি
দুৱাৰ চুকত ৰ'ল।।
তাকে দেখি
ভলুকাই
পালে বৰ ৰং।
মনৰ ৰঙত
খাই দিলে
এশ এটা লং।।

হৈ গুদু, হৈ গুদু
হৈ গুদু দু।
কুলিয়ে ডালত মাতে
কুউ কু, কু।।

কিট, কিট্ কিট্ কিট্
চুলো, চুলো, চুলো।
খেলত মৰিবা চুলে
কৈ দিলো, দিলো।।
দাৰিয়া খেলিম আমি
মাৰি তিনি জাপ।
ৰুমাল লুকুওৱা খেলিম
নিদিবা দেই হাক।

জৰি টনা খেলো আহাঁ
কাৰ কিমান বল।
বল যদি নাইকিয়া
খাম ভীম কল।।
কণীখেল বৰ ভাল
বাঘ-গৰু খেল।
ফুৰ্ ফুৰ্ গোন্ধ থকা
খাম পকা বেল।।

তগৰ উঠিল
ফুলি
ৰমক্-জমক্।
গছে গছে
কপৌ ফুল
তৰহ্-তৰহ্।।
ৰঙালী বিহুটি
আহিল
উলহ-মালহ গাত।
কুলি চৰাইৰ
মৌ মিঠা
শুনা গ'ল মাত।।

সৰিয়হ ফুলে উৰা মাৰে
পাট-মাদৈ হৈ।
কদম গছত পৰি মাতে
সখী, সখী কৈ।।

আহাঁ আহাঁ কুঁৱলি
জাৰ আদৰিম।
আহাঁ আহাঁ আবেলি
উমলি থাকিম।।

পকা ধানত টিয়াঁ ভাটৌ
পৰি পৰি খায়।
দাৱনীৰ খং দেখি
উৰি গুচি যায়।।

ব'লা যাওঁ ফুৰিবলে
হ'ল জাৰকালি।
আলিবাট নেলাগেই
যেনি তেনি আলি।।
দপ্ দপ্ দপ্ দপ্
মেজিৰ ৰঙা জুই
ৰঙাকৈ জ্বলি আছে
যেন আকাশ চুই।
মেজিৰ জুই জ্বলিছে
হৰি ধ্বনি কৰিছে
'কেঁচাই পকাই দংশি নিয়া'
অগনিক বুলিছে।
কবি আলু ভাজি খোৱা
মোৰা আলু পুৰি খোৱা
মাঘ বিহুৰ জুতি।
উফৰি ৰঙতে ফুৰো
নেখাওঁ উজুটি।।
ৰঙা ধানৰ
বগা চিৰা
বৰা চাউলৰ পিঠা
গুৰ-গাখীৰ
সানি লৈ
খাবলৈ মিঠা।।

পকা মিঠৈ, তিলৰ লাড়ু
    নাৰিকলৰ লাড়ু।
কোনটো বেছিকৈ ভাল
    কোৱাচোন বাৰু।।
কণী দি বাবৰি ভাজা
    ধনীয়া দি পালেং।
পোৱা যদি তাতে দিবা
    ভাঙোন আৰু এলেং।।
বৰ কাঁহীত
    সান্দহ আখৈ
        পাণধোৱাত পিঠা।
বাটিত আছে
    থমা দৈ
        ধুলে নেৰায় এঠা।

টিয়াঁ ভাটৌ সেউজীয়া
    বগলী যে বগা।
পাটমাদৈ হালধীয়া
    কাউৰীবোৰ ক'লা।।
কুলু কুলু কুলি নহয়
    কুলু কুলু নৈ।
ঢুলু ঢুলু চকুত থাকে
    চকুপানী বৈ।।
অ' পৰুৱা, অ' পৰুৱা
    কেনি যোৱা তুমি?
স্কুললে যোৱা নেকি?
    বাছ নাই নেকি?

ঝৰ্ণাই খেলে ঢউ
    জুৰিৰ খোজ লাহি।
নৈ বয় কুলু কুলু
    পাৰত পেঁপা, বাঁহী।।

ভাওনাত ভাও দিয়ে
    মুখত বচন।
আগে আগে ৰাম-সীতা
    পাছত লক্ষ্মণ।।

ঢউ দেখি
    হালে-জালে গা।
বাঁহীটোত
    বজোৱাচোন
    সা, ৰে, গা, মা, পা।।

সোৱণশিৰিত
    সোণ আছিল
        ধনশিৰিত ধন।
আশে-পাশে
    পিছে আছিল
        হাবি আৰু বন।।

আলহীক দেখিয়েই
    নমস্কাৰ দিম।
বহিবলৈ দি লৈ
    সুধিম-পুছিম।।
ৰাতিপুৱাৰ ৰঙাবেলি
    প্ৰণাম কৰিম।
মা-দেউতাৰ কথা
    সদায় শুনিম।।
প্ৰতিদিনে গা ধুম
    মিঠাতেল সানি।
নখ দীঘল হ'লে
    বৰ অশুৱনী।
পৰিষ্কাৰ সবাতোকে
    ভাল অলঙ্কাৰ।
সোণত সুৱগা চৰে
    ভাল ব্যৱহাৰ।।

**মৰমৰ অকমানিহঁত,**

গীত গাই গাই উমলিলা, নীলা বাইদেউৰ 'ওমলা গীত' খুব ভাল লাগিছে বুলি মোলৈ লেখিলা, মোক ক'লা, সেই কাৰণে নীলা বাইদেৱে এইবাৰ সুৰ লগাই মাতিব পৰা সাধু কেইটামান তোমালোকৰ হাতত দিছে পদ্যত। সাধুৰ মাজে মাজে অকণ অকণ সাঁথৰো আছে অ'ত ত'ত।

পঢ়াচোন বাৰু। পিৰপিৰ, সিৰসিৰ ভাল ভাল, স্ফূৰ্তি স্ফূৰ্তি, ঘিণ ঘিণ, বুজো-নুবুজো - এনে লাগিছেনে? নে কেনে লাগিছে? মোলৈ লেখাচোন, দেই।

মৰমেৰে

**নীলা বাইদেউ**

# শিয়ালী নাহিবি ৰাতি

সোণৰে আমনি শুবৰে পৰতে
তিৰ্‌বিৰ্ চকু জ্বলিছে, জ্বলে
টোপনি নধৰে ৰাতি এপৰলে
কিনো বাৰু হ'ব নামকে গালে!

বাঁহনিৰ ক'লা জোপোহাৰ পৰা
দীঘল ৰাতিটো ওলাই আহে
দীঘল ঠেঙৰ, দীঘল হাতৰ
দেখিলেই ইস্ ভয়েই লাগে।

গধূলি গধূলি পিৰালি কাষতে
ক'লা চুলি মেলি শিয়ালি ফুৰে
জাধলী আইতাৰ আঁচলৰ আঁৰতে
হাত মেলি মেলি টোপনি উৰে।

মূৰ তুলি তুলি টিপ চাকিটোৱে
ফিচ্ ফিচ্‌কৈ কিবাটো ক'লে,
দুৱাৰ চুকলৈ আইতাই দেখোন
ভয়ৰ চকুৰে এবেলি চালে।

ক'লা কিচ্ কিচ্ বেঙামেলা দ'ত,
দতুৱা পিছল ভূত নে বিৰা?
দীঘল নখৰ টেলেকা চকুৰ
যখিনী আৰু ঢেৰ লৰাধৰা।

কাণখোৱা মেও, ফেৰুৱানে ফেউ
লগতে বলিয়া জোলোঙা লোৱা
দুৱাৰত এয়া কিহে খুন্দিয়ায়?
মেৰ্‌মেৰ্ জেওৰা ভাঙিছে সেয়া।

ভুক্ ভুক্ কৰি ভুকিছে কুকুৰে
গহীন ৰাতিত কেনেবা লাগে
গাৰ নোম এয়া শিয়ৰি উঠিছে
পুখুৰী পাৰত বাঁকিনী নাচে।

হোঁৱা কে কে হোঁৱা চিয়ঁৰি চিয়ঁৰি
সোপাকে আনিছে ইয়ালৈ মাতি
যত মানে কলি পাখৰি শিয়ালী
তোৰে কাণে কাটি লগামে বাতি

কোঁচমোঁচ খাই বুকুত সোমাই
বিছনাত সোণে হ'লেই কাতি
আমনি নকৰে শুবই এতিয়া
ছুঃ ছুঃ শিয়ালী নাহিবি ৰাতি।

★★

# পণ্ডিত

পাটিদৈয়া গাঁৱতে আছে এক পণ্ডিত
যাৰে তাৰে চায় হাত নোলোৱাকৈ ধনবিত।
মৃত্যুৰ গণনা তেওঁৰ কিযে প্ৰামাণিক
যিহকেই কয় তেওঁ লাগি যায় ঠিক।
"কোনো এটা বছৰৰ কিবা এটা দিনত
মৃত্যু তোমাৰ আহিবই যি কোনো বাৰত
বুঢ়া হ'লে তোমাৰ চাবা চুলি পকিবই
নাতি যদি হয় তোমাক ককা বুলিবই।
লিখি থোবা এইবোৰ যদি হয় মিছা,
জুই দি পুৰিমেই পুথি পাঁজি সোপা।"
আৰু কত কথা জানে ভৱিষ্যত তত্ত্ব
দেশ কাল পাত্ৰৰ নাই আদি অন্ত।
পৃথিৱীত অচিৰেই হ'ব বেয়া ঘটনা
প্ৰত্যেকেই যদি নাখায় দুই কেজি বেঙেনা।
পঢ়া পুথি পাঁজিবোৰ, কুটি বান্ধি যদি খায়
কালিদাস হৈ যাব ততালিকে ভয় নাই।
দুয়ো কাষে বান্ধি লৈ পাঁচ ছটা কোমোৰা
পুহমাহৰ আউসীত যেয়ে মাৰে জোবোৰা
খালে হক ডোঙে হক তাত কোনো কথা নাই
ছকুৰি বছৰ আয়ু পাব সিয়ে টপৰাই।
সাতবাৰ লুটি খৰ মাৰি হ'লে ৰাওনা,
বাওনাইও পাই যাব দিপ্‌লিপ্ কইনা।
ভৱিষ্যত বাণী তেওঁৰ অদ্ভুত ফলিয়ায়
এনে জনা পণ্ডিত ভাৰতত নাই নাই।
গণনা কৰি কৰি পায় বৰ ৰং,
গণনাতে তেওঁ শুনা হৈ থাকে টং।
এইদৰে লাহে লাহে জ্ঞান হ'ল বেছি
স্বৰ্গৰ চিন্তাই বাহ ল'লে খলি পুতি।
কোনফালে আছে বাৰু সৰগৰ বাট
ভাবি ভাবি পণ্ডিতৰ শৰীৰ হ'ল পাত।
তিনিজোপা তামোল গছ এদিনাখন কাটি
দীঘে দীঘে বান্ধি ল'লে একাদশীৰ ৰাতি।
আগটোত বহি লৈ টালি টোপোলাৰে
এইবাৰ কোনে পায় মনতে ভাবিলে।
ঘনে ঘনে মন্ত্ৰ মাতি ওপৰলৈ চায়
তামোল গছ উৰাৰ খবৰেই নাই।
হয়তোবা খুঁত ৰ'ল মন্ত্ৰৰ পাঠত
হয়তোবা উৰা নাই নক্ষত্ৰৰ দোষত।
নহ'লেবা কলা হ'ল গছবোৰৰ কাণ
(পণ্ডিতে) টেটুফালি জুৰি দিলে মন্ত্ৰৰ গান
মানুহবোৰে সাৰ পালে, কি হ'ল এয়া?
আটায়ে কয়, "হায়, পণ্ডিতক চোবা।
পণ্ডিতক কৈ দিয়া বাট ভুল হ'ল
স্বৰ্গৰ বাটটো কোবা আনপিনে ৰ'ল।"
এইবুলি মালা পিন্ধাই পণ্ডিতৰ ডিঙিত
স্বৰ্গলৈ বুলি তুলি দিলে তেজপুৰৰ গাড়ীত।

★★

# পেহীৰ পিঠা

টিহিটি টলল, ধিনিকি ধিন্দাও ৰঙালী বিহুৰ দিনা,
গৈছিলানে বাৰু খাবলৈ হেৰা, পেহীৰ পিঠা-পনা?
পেহীয়ে হেনো ভাবিছিল পিঠা খাবলৈ বৰ মিঠা
নতুন ফেচনৰ কৰিছিল পিঠা, শুনাচোঁ মোৰ কথা--
"ঘিলা পিঠা" হৈছিল হেনো কলী মেকুৰীৰ কাণ,
টানি টানিও ছিঙিব নোবাৰি দাঁতে টানিলে গান।
"তিল পিঠা" কৰিছিল পেহীয়ে চূণৰ গুড়িৰ পৰা
এশটা শামুক সেয়েহে পেহীয়ে পুৰিছিল আগৰে
পৰা।
"ফেনী পিঠা" কৰিছিল হেনো মাছ বাকলিৰ পৰা,
লোভৰ পানী পৰিছিল ভাই, কথাটো শুনাৰে পৰা।
চৰুৰ ছাইৰেই বড়িয়াকৈ "তিলৰ লাড়ু" হ'ল,
এটা লাড়ু খালতে ৰুণুৰ ভোক বোলে গুচি গ'ল।
"সুতুলি পিঠা" কৰিবলৈ হেনো জুটুলি বুঢ়াৰ পৰা,
--
তেতেলি গুটি আনিলে পেহীয়ে চাৰিকুৰি চাৰি
অ'ৰা।

হাতীৰ শুড়ৰ "চুঙা পিঠা" বড়িয়া লাগিল খাই,
মুনুবে অলপ চেলেকি চাই টকালিত ৩৩ নাই।
চিকাৰ মূৰৰ ঘিউ উলিয়াই চুক ভেকুলী বাটি
"টোপা পিঠা" কৰিছিল পেহীয়ে উৰুকাৰ দিনা
ৰাতি।
অমিতাৰ এঠা জুইত পগাই ইলাচি, কাফুৰ দি,
"ক্ষীৰৰ লাডু" কৰিছিল পেহীয়ে খিচ্‌মিচ্‌ একোটা
দি।
কলী নিগনিৰ এপোৱা গাখীৰত জেঠীৰ ভঙা কণী
"মিঠা পায়স" পেহীৰ হাতৰ নালাগেই হেনো
চেনি।

কেৰেলুৱাৰে "ভুজিয়া" কৰি "খুৰ্‌মা" এন্দুৰৰ হাড়,
পইতাচোৰাৰে "চম্‌চম্‌" সাজিছিল, মস্ত কাৰবাৰ।
কেঁকোৰাৰ খোলা ৰুকি হেনো উলিয়ালে নাৰিকল,
"নাৰিকলৰ লাড়ু" কৰি পেহীয়ে লগাইছিল টলবল্‌।

পেহীৰ গুণৰ কথাই দেখোন এহাত এলেঙেত ভৰা
খাবলৈ যদিহে নাপালা এইবোৰ, বিহুটি মিছাই গ'ল।
তোমালোকলৈ দুটামান বাৰু পাওঁনে নিজৰ চাওঁ,
পেহী আমাৰ লেখি ওকণী কাণে কাণে কৈ যাওঁ।
শেষত শুনা তেনেই মিছা পেহীৰ পিঠা কথা,
সঁচা হ'লে কিযে হ'ব! মিছা হ'লেই মিঠা।

★★

## বেবেৰি বাং

ফুচুক্ ফাচাক্ কথা এটাই
চুচুক্ চামাক্ কৈ
জুপুক জাপাক্ বুঢ়াৰ পেটত
আছিল কথমপি ৰৈ।

পোলোক্ পালাক্ চকুৰে চাই
মোলোক্ দেউ আহিল
গুজুক্ গাজাক্ কথাৰ মেল
তিনিপৰ তাতে লাগিল।

ঘোট্‌ক ঘাটাক্ চাহপানী খাই
তামোল মটক্ মাটাক্
মোলোক দেউ যাবলৈ ওলাল
খৰম খটক্ খাটাক্।

ফুচুক ফাচাক কথাই ইফালে
ওলাব নোৱাৰা হৈ
ভাত উতলাদি উতলি আছিল
ভুতুক্ ভাতাক্ কৈ।

ভলভলীয়া বুঢ়া সলসলীয়া মুখ
এবাৰ সুৰুঙা পাই
ঢোলোক্ ঢালাক্ বাগৰি পৰিল
ফুচুক্ ফাচাক্ কাই।
টুপুক টাপাক্ বুটলি লৈ
পেটত ভৰালে ঠাহি
মোলোক দেউৱে বাট বুলিলে
মুচুক্ মাচাক্ হাঁহি।

জুনুক্ জানাক্ কৰি গ'ল
ওৰে বাটে বাটে
ফুচুক ফাচাক্ কথাটোৱে
দেউৰ পেটটোতে।।

ঘুনুক্ ঘানাক্ খবৰ ওলাল
এই কথাটিৰ,
উচ্‌পিচ্ লাগি গ'ল
অথিৰ-অবিৰ।।

কি কথা? বেং কথা
কি বেং? পাত
কি পাত? কচুপাত
খজুৱায় গাত।।

কথাই বোলে খজুৱায়
কথাৰ আছে শুং।
তেলৰ পুঙৰ দৰে
কথাৰ আছে পুং।।

পুং বুলি কওঁতেই
কথা উৰিল, ভুটুং
বতাহত পমি গ'ল
ফুং ফাং ফুং।।

★★

# অদ্ভুত অদ্ভুত

শুনাচোন কথা এটা
বৰ অদ্ভুত
কথাত হেনো কথা বাঢ়ে
লগায় জোটপোট।।
খৰিকাত কান বাঢ়ি
হ'ল কলপাত
বিয়াৰ ৰাইজখনে
খালে তাতে ভাত।।
তাকে শুনি ভেকুলীৰ
পিঠিত গজিল নোম
যেন এখন কাজিৰঙা
লুকাল তাতে জোন।।
শিয়ালৰ গজিল শিং
মাৰিল এশ ৰিং
লাজ পাই সিংহই
খালে এসেৰ হিং।।
গছত উঠিল গৰুৱে গৈ
পাহাৰ খহিল ভয়ত
পানীৰ পৰা মাছবোৰ আহি
সোমাল মানুহৰ ঘৰত।।
খবৰবোৰ বিয়পিলে
আকাশে বতাহে
হাত লুকাল, ভৰি লুকাল
পেটত ভয়তে।।
দমৰাবোৰ অমৰা হৈ
গছৰ ডালত লাগিল
কাবৈমাৰীত কাবৈ হেৰাল
তাবৈৰ চুলি পকিল।।
মধুৰীআমত আম হেৰাল
নাৰিকলত কল
নলবাৰীত গজি উঠিল
দীঘল দীঘল নল।।

আলিবাটৰ পোৱালি হ'ল
ঢেঁকীয়া হ'ল বেঁকা
খোজকাঢ়ি ঘূৰি ফুৰে
এশ এটা জিকা।।
অদ্ভুত! অদ্ভুত!
কিহে পালে, হয়??
কথাতহে কথা বাঢ়িল
সঁচাতো নহয়।।

★★

# জোঁৱাইৰ বিহু

কঁহুৱা গাঁৱৰ বহুৱা জোঁৱাইৰ
টাউনত শহুৰৰ ঘৰ,
ৰঙালী বিহুলে মাতিলে শাহুৱে
মনতে আনন্দ বৰ।
গাঁৱৰ বিহুতো সদায়ে দেখিছো'
জোঁৱায়ে মনতে গুনে,
টাউনীয়া বিহুও চাকি চাওঁ বাৰু
এইবাৰ লাগেনো কেনে।
আখৈ চিৰা পিঠা সান্দহ লাডু কল
কত যে খাবলৈ পাম
বিহুৰে শুৱনী টাউনৰ নাচনী
হেঁপাহ পলুৱাই চাম।
শাহু আইয়ে বোৱা ফুলামে গামোচা
মূৰতে মাৰিয়ে ল'ম,
দহ-পাঁচ খেলি গধূলি হ'লেই
হুচৰি চাবলৈ ৰ'ম।
জোঁৱাই ওলালে টাউনলে বুলি
ৰচক্ পচক্ কৰি,
গেৰোৱা লোটোৱা চুৰিয়াৰ থোৰে
আলিবাট নিলে সাৰি।
ৰঙালী বিহুৰে ৰাঙলী দিনতে
শহুৰৰ পদুলি পালে,
শাহু শহুৰক সেৱা জনাবলৈ
ভিতৰত বিচাৰি চালে।
ঘৰত কোনো নাই বিহু সম্মিলনী
চাবলে আটায়ে গ'ল,
দুৱাৰ মুখত বোন্দাপৰ দি
জোঁৱাই বহিয়ে ৰ'ল।
বছৰৰ বিহুতো ঘৰৰ ভিতৰ
লিপা মচা কিয় নাই
পিঠা-পনা কৰোতে, শাহু আইৰ
চাগে সময় নহ'ব পায়।

জোঁৱাইয়ে ইদৰে ভাবোতে গুনোতে
থিয় দুপৰীয়া হ'ল,
বিহুৰ দিনাও পেটত পোৰণি
হৰি হৰি কিনো হ'ল।
সিমানতে যেনিবা শাহু আই পালেহি
খেল পথাৰৰ পৰা,
জোঁৱাইক দেখি গামোচা নহয়
দিলে কাৰ্ড ছাপা কৰা।
জলপান দেখিও জোঁৱাইৰ চকু
অমৰাগুটিয়া হ'ল
শাহুৰ পিঠা-পনা ক'ত!
বিহু ৰসাতলে গ'ল।
দোকানৰ বিহু বজাৰৰ বিহু,
কিনা বিহু হৰি হৰি
ঘৰৰ মাজৰ লখিমী হেৰাল
দেশ দেউলীয়া কৰি।
হাতৰ জেতুকা, কণী কড়ি খেল
তাৰো উম্‌ঘাম নাই
ঘৰলৈ হুচৰি নাহে জাকি মাৰি
মিটিঙেহে বিহু গায়।
ইঘৰে সিঘৰে মাতবোল কৰা
বিহুৰ বিহুৱান দিয়া
ইয়াত দেখোন একোকে নাই
বিহুতো নহয় এয়া।
মনৰ বেজাৰত বিহুৱা জোঁৱাইয়ে
ঘৰলৈ উভতি গ'ল
অতি চেনেহৰ বহাগৰ বিহুটি
হাততে মলঙি গ'ল।

★★

# শালিকী ৰটৌ টৌ

শালিকী ৰটৌ টৌ ভাত শাক হ'ল সউ
বেলি বোলে বাৰ বাজি ডেৰ পৰ গ'ল
ৰাতিপুৱা চাহ খাই ফুৰি আহো বুলি ভাই
শালিকীৰ মাকজনী কেনিবাদি গ'ল!

খয়ৰঙী চোলা পিন্ধি হালধীয়া ফিটা বান্ধি
শালিকী জীয়েকজনী ফিটফাট হৈ,
মর্ণিং স্কুল কৰি খঙতে আছেহি বহি
"মাই আজি পাহৰিলে ঘৰখনলৈ।

ভেকুলী মাহীক চাগে বাটতেই লগ পালে
কথকী দুয়ো আজি একেলগ হৈ
বগলী পেহীৰ ভাত খাই চাগে দুয়ো ভাত
তামোলৰ বঁটাটিক সমুখত লৈ।

বামবন কাটি কৰি আছে চাগে মেল মাৰি
মাছৰ চৰচৰি বাৰু কেনেকুৱা পালে?
ভাল মাছ ওলালেই দেউতাকে আনিবই
নহ'লেহে দাইল আলু মাজে মাজে চলে।

আৰু চাগে কত কথা কথাতেই যত লেঠা
কথা হ'লে মাক আৰু নালাগে একোকে
ভাতপানী ৰান্ধি-মেলি খুৰিটি আছেযে বহি
ক'ত বাৰু গ'ল আজি নকয় একোকে।"

পদূলিত থিয় হৈ শালিকী জীয়েকে বৈ
মাকক চাওঁতে দেখে ইফালে-সিফালে
গোবৰত মুখ কৰি শালিকী আছেযে মৰি
কোনোবাই পাই হাঁয় ডিঙি মুচৰিলে।

★★

# ছুটিৰ বদনা

"দেওবাৰ ৰাতিপুৱা বতৰো যে ডাৱৰীয়া
কিবা এটা কৰিবৰ গৈছে অ মন
লুকাভাকু খেলো আহ কেৰম নেখেলা যাঃ
খেল যদি খেলো আহ অ' সোণকণ।"
"মোৰ হ'লে খেলিবৰ মন যোৱা নাই বৰ
সাধু কথা যদি কয় ককাদেউতাই
দুহাতত থৈ গাল শুনিম লাগিব ভাল
ওঁ ওঁ কৰি যাম মূৰ দুপিয়ায়।"
"ময়ো সাধু ভাল পাওঁ তেনেহ'লে ব'ল যাওঁ।
ককাদেউতা আছে সেয়া তাতে বহি
পিছে এটা কথা পাই এই হেন ৰাতিপুৱাই
ক'ত বাৰু সাধু ক'ব খেদা দিব আহি।"
"কিনো বাৰু কথা যায় সাধুকথা শুনা হায়
আমাৰ কপালত আৰু নহ'ব কিজানি"
"ককাদেউতা জবৰজং টিকিচ্ টিকিচ্ খং
ভয়তে থিয় হৈ থাকে মূৰৰ টিকনি।"
"ধপাত চিলিম পালে গধূলি সময় হ'লে
কেতিয়াবা কয় সাধু সিদিনাৰ দৰে
থোপোকা, দীঘল ক্ষীণ কত সাধু ভিন্ ভিন্
ককাৰ জোলোঙা ফাটি সৰি সৰি পৰে।"
"ইমান পেটুৱা পাই ককাৰ পেটটো ভাই
হৰি হৰি ধান থোৱা ডুলিটোৰ দৰে।"
"নহয় অ' নাজান তই পেটটো পুখুৰী হয়
সাধুবোৰে তাতে জান খলখলাই ফুৰে।"
"ইচ্ৰাম কেনেবাকে সাধুবোৰ পোৱা হ'লে
কি যে মজা হ'লহেঁতেন ভাই,
গধূলি ৰাতিপুৱাই যেতিয়া মন যায়
শুনিলোহেঁতেন আমি সদায় সদায়।"
"ৰ'চোন ৰ' তই নাথাকিবি কথা কৈ
বুধি এটা পাঙি আছো মই,
বৰশী আছেনে বাৰু টোপ এটা লাগে আৰু
একদম্ হৈ যাব টিলিকিতে ঐ।
কি যে অঁকৰা পাই কথাটো বুজাই নাই
দুপৰীয়া ককা শুব ধৰ,
মনে মনে আমি গৈ বৰশীটো পাতি থৈ
টোপ এটা গাঁথি দিম মলা ধপাতৰ।
ধপাতৰ গোন্ধ পালে সাধু চাগে লৰি আহে
ককাক ধপাত লাগে সাধু ক'বৰ হ'লে,
ধপাতৰ টোপ দিলে সাধু আহি লাগিবই
ককাৰ নাইটোতে বৰশীটো থ'লে।"
"ইমান ঠিক কথা কেনেকৈয়ে ভাব দাদা
এনেকুৱা বুধি মোৰ মনলৈকে নাহে,
ককা যদি সাৰ পায় সাধু তোলোতে হাঁয়
চিপ্ মাৰি তুলিলেহে এককোবে আহে।"
"সেইটোও সঁচা কথা সকলোতে মাথো লেঠা
তই বাৰু ভাবচোন কিবা এটা বুধি
মিছাকৈয়ে অতপৰে ভাবি চালো একেৰাহে
বুধিৰ টেকেলিটো হ'ল মোৰ উদি।"
"মই হ'লে কওঁ শুন কেনে দেখ কবিচোন
ককা যেতিয়া শুব আজি দুপৰীয়া
চেনি বা গুৰকে আনি ককাৰ ওঁঠতে সানি
থৈ দিম মনে মনে হ'ব যে বঢ়িয়া।
সাধুবোৰে লাহে লাহে মিঠা সোৱাদ পালে
ককাৰ পেটৰ পৰা আহিব যে উঠি
পৰুৱাৰ দৰে লাৰু মুখতে বান্ধিব আৰু
খালৈত ভৰাই ল'ম এটা এটা কৰি।
আমাৰ সিজিব কাম স্ফুৰ্তিতেই গাম গান
গমকে নাপাব জান ককা দেউতাই।"
"ঠিক ঠিক সোণকণ ৰঙতে নাচিছে মন
বল বল চেনি আনি থওঁ এতিয়াই।"

★★

# সোণমণিৰ ফাকুৱা

সোণমণিৰ কেলেণ্ডাৰত
ৰঙা চিয়াহীৰ চিন,
ইমানদিনে বাট চাই থকা
কাইলৈ ফাকুৱাৰ দিন।
স্কুলো বন্ধ ফাকুৱা বুলি
কি যে মজা ভাই!
মনটি নাচিছে সোণমণিৰ
তাক ধিনা ধিন গাই।
আকাশত ৰং, বতাহত ৰং
মদাৰ গছত ফাকু
সোণমণিৰ মনটি ৰাঙলী
মুখেৰে নকয় একো।
ৰঙত বলিয়া সোণমণিয়ে
সাজিলে নতুন প্লেন
ফাকুৱা পাতিম ধুনীয়াকৈ
নহ'ব যেন তেন।
চৰুছাই, আলকাতৰা
আনকেবাৰো সানো
এইবাৰ কিন্তু নহ'ব সেইবোৰ
বেয়া কথা বুলি জানো।
দেউতাই কয় ৰঙৰ দিনত
বেয়া ৰং জোৰেৰে সানি
মানুহৰ মনত দুখ দিয়া
বৰ বেয়া জানি শুনি।
ৰূপালী ৰঙে সৰায় চুলি
ছালো হেনো নষ্ট কৰে
ৰঙা ফাকুগুৰি এনেই ধুনীয়া
মনটিও ৰাঙলী কৰে।
বটল বেয়া নলওঁ এইবাৰ
সিবাৰ কাটিলে ভৰি
ৰঙৰ পানী মাৰিবলৈ
সাজি ল'ম ফিচ্‌কাৰী।
ভাল কাপোৰ বেয়া নকৰোঁ
সাৱধান মই হ'ম
ভাইটিটোৱে নাজানে একোকে
আচ্ছা, বুজাই ল'ম।
আন ৰঙৰ নকৰো যোগাৰ
ফাকু দুপেকেট কিনিম,
কাক কেনেকে দিব লাগিব
লিষ্টি এখনো কৰিম।
ৰঙা ফাকু মৰমৰ চিন
শিক্ষকে কৈছিল এদিন
কথাষাৰ কাণত মোৰ
বাজিছে ৰাতি দিন।
দন্ লগা মানুহেও হেনো
কাইলৈ ফাকুৱাৰ দিনা,
ফাকুসানি পাহৰি যায়
আগৰ কাজিয়া, ঘৃণা
ডাঙৰৰ ভৰিত ফাকু দি
সকলে ভক্তি জনায়
কাইলৈ ডাঙৰৰ ভৰিত মইও
ফাকু দিম ওপচাই।
ৰমেন, নেকিব, লিলিৰ লগত
দন মোৰ বহুত দিন
কাইলৈ মাতিম সিহঁতক
সানি মৰমৰ চিন।
ডিঙিত সাৰটি মুখত সানিম
ৰঙা ৰঙা ফাকুগুৰি
মৰম চেনেহৰ দোলেৰে বান্ধিম
আউতিযুগীয়া কৰি।
ৰঙা আনন্দৰ ৰঙীন দিনত
ৰঙত ৰাঙলী হ'ম
দেশৰ সকলো এক হৈ আমি
ৰঙা বোল সানি ল'ম।

**

## ৰ'দালি এ ৰ'দ দে

কুঁৱলি বুঢ়ী উঁৱলি যক
ৰ'দালি ৰ'দ দে
আমাব কঁপনি ককাৰ কেঁকনি
নহ'লে নমৰে যে।
ভৰি ঠক্ ঠক্ হাত ঠক্ ঠক্
আঙুলি সেঙেতা পৰা
মনটো তেনেই চেঁচা পানী যেন
জাৰতেই গোট মৰা।
লেপৰ তলৰ উমটি হেৰাল
মাৰ বকনিৰ তাপত
আওঁৰোবা পাঠ নপৰে মনত
গা ধোওঁ কেনেকৈ ভয়ত।
ককাৰ কঁকাল টাহ মাৰি আছে
কন্‌কনীয়া জাৰত
আইতাৰ আঙুলি উখহি পৰিছে
জাৰ-বাতৰ বিষত।
সেৰেঙা গোহালিত ঠেৰেঙা লাগিছে
দামুৰি পোৱালি কেটা
ৰ'দ নোপোৱালৈকে কেকুৰি থাকিব
মেকুৰী পোবালি দুটা।
ন' বাজিল ঘড়ীয়ে ক'লে
স্কুল যাবৰে হ'ল
বেলি বাইদেউ ওলোৱা বেগেতে
আমালৈ বেলি হ'ল। `
তুমি ওলালেই আদৰি আনিম
আঁৰি কাঠি দিম জ্বালি
বহিবলে দিম চামৰ পীৰাখনি
সজাইয়ে থৈছো কালি।
ৰ'দালি তোমাৰ হাঁহিটি মাৰা
ৰ'দময় হক ধৰা
জাৰৰ পেপুৰা, মনৰ এলাহ
গুচক আমাৰ পৰা।

★★

# বৰষুণৰ বুধি

বৰষুণ কিন কিন্ পেন পেন ৰাতিদিন
কই যায় কাণে কাণে অকণক কথা--
কুৰমুৰ চানাচুৰ কৰি লৈ তলমূৰ
মুৰ্মুৰ শবদেৰে খাবলৈ মিঠা।
জিভালৈকে পিছে ভাল পেটলৈ যমকাল
ধিনিকি ধিন্দাও কৰি নাচিব যে পেটে,
ককাইদেউ ডাক্তৰ খং উঠি যায় বৰ
বেজী দিব চল পালে, খাবা কোন সতে?
জুহালত বহি লৈ আইতাৰ আঁৰ কৈ
আলু পুৰি খোৱাচোন, কি যে অঁকৰা
মাই আক' গম পালে দিবহি সেকাটো হ'লে
নেলাগে নেখাবা ভাই, মিছাতে কেটেৰা।
আবকালি দুপৰীয়া বতৰো যে ডাৱৰীয়া
কি যে ভাল খেলিবলৈ বিছনাখনত
মিছা হ'ব পিছে ভাই বাইদেৱে আছে চাই
কাণমলা দিব আহি মিছাতে কাণত।
আতোতকৈ বলা যাওঁ কাগজৰ সাজি নাওঁ
উটুৱাই দিওঁগৈ পানীপোতা চাই,
পদূলিত টিলিঙায়ে' ছেঃ দেউতা বাহিৰতে
তিতা দেখিলেই ডাবি দিব থকিয়ায়।
চব প্লেন মিছা হ'ল গধূলি হ'বৰে হ'ল
গোসাঁই ঘৰত মায়ে উৰুলিকে দিলে,
কাপোৰ-কানি গাত লৈ কিতাপকে মেলো গৈ
ভাল ভাল সাধুকথা তাতে পাবা চালে।

★★

**মৰমৰ অকমানিহঁত,**

"অসমীয়া ওমলা গীত" তোমালোকৰ হাতত দিছিলো। অকল অসমতে নহয়, অসমৰ বাহিৰত থকা, বিদেশত থকা অসমীয়া অকনমানিহঁতেও ওমলা গীত শুনি শুনি শিকি, গাই গাই নাচি-বাগি ইমান ভাল লাগে যে মোলৈ কিমান যে চিঠি আহিল! কিমানে যে মোক চাবলৈ আহিল! তোমালোকৰ মৰমে মোক বুৰাই পেলালে।

ওমলাৰ পাচতে এতিয়া পঢ়াৰ সময় আহিল। সেয়ে এইবাৰ লিখিলো "সুৱদি মাত"। ইয়াৰে গাই গাই উমলিবও পাৰিবা, মনটো কল্পনাৰ লাহি পাখিৰে উৰণীয়া কৰিবও পাৰিবা, আৰু বেহা লগাই অসমীয়া আখৰবোৰ শিকি অসমীয়া ভাষাটো শিকাতো আগবাঢ়িব পাৰিবা।

সুৰেৰে, ছন্দেৰে কথাবোৰ শিকিবলৈ ইমান উজু, ইমান সোৱাদ! সুৱদি অসমীয়া মাতবোৰ শিকি কেনে পালা মোলৈ লিখিবাই দেই।

**মৰমেৰে**

**তোমালোকৰ**

**নীলা বাইদেউ**

**লক্ষ্মীপূর্ণিমা**

**"শ্রীময়ী"**

**গীতানগৰ**

**গুৱাহাটী-২১**

# অ-ফলা

## স্বৰবৰ্ণ

**অ**টো উঠিল **অ**মিতা গছত
পকা **অ**মিতা খোবাৰ লোভত।
**আ**ই বোলে মই **আ**মহে খাম
এনে মিঠা **আ**ম ক'তনো পাম।
**ই** উঠিল **ই**টাৰ পিঠিত
বোকাপানী আছে মাটিত।
**ঈ** নামৰ **ঈ**গল চৰাই
ছো মাৰি আকাশ বনায।
**উ** নামৰ **উ**ঘাবোৰে
সূতাবোৰ মেৰাই ধৰে।
**ঊ**ৰ আছে বহুল **ঊ**ল
**ঊ**লেৰেই সাজে ফুল
**ঋ** নামৰ **ঋ**ষিজন
গোসাঁই সেৱাত বৰ মন।
**এ** আছিল **এ**জাৰ গছত
**এ**মুঠি ফুল লৈ হাতত।
**ঐ** এটা **ঐ**ৰাৱত
হাতী বোলো মৰমত।
**ও**ল কচু **ও**ৰে খাই
কান্দে ডিঙি খজুৱাই।
**ঔ**টেঙা গছত **ঔ**
পকিবৰ হ'লনে নৌ।

**

# ক-ফলা

## ব্যঞ্জনবৰ্ণ

**ক**ই খায বহুত **ক**ল
গাত **ক**ৰ বৰ বল।
**খ**ই নতুন **খ**ৰম পাই
**খ**টক্ **খ**টক কৰি যায।
**গ** থাকে **গ**ছৰ তলত
বতাহ খাই **গা** শকত।
**ঘ**ৰ আছে ধুনীয়া **ঘ**ৰ
চালে চকু লাগে থৰ।
ন**ঙ**লা মুখত দাৰোৱান
মূৰত পাগুৰী **ঙ** নাম।
**চ**ই বহাঁত **চ**ৰাই আঁকে
উৰি যায জাকে জাকে।
**ছা**তি মেলি **ছ** যায
বৰষুণে বাটতে পায।
**জ**ক লাগে **জ**লকীয়া
আমাৰ হাতত নাইকিয়া।
**ঝ**ৰ হাতত **ঝা**ওবন
নকৰিবা এনেই দন।
**এঞ**ৰ হাতত টোপোলা
কে**এঞা** আঙুলি লেৰেলা
**ট**ৰ মূৰত থিয **টু**পী
মানুহ চায জুপি জুপি।
**ঠ** আছে **ঠ**গাৰ কাষত
পঢ়িবানে মহাভাৰত?
**ড**ক লাগে **ড**লাখন

বগৰীটো খাবৰ মন।
**ঢ**ই হ'লে বায় **ঢোল**
ধিন্দাওদাও ৰোল।
**ণ** থাকে কা**ণ**ৰ লগত
টুপী পিন্ধা জাৰৰ দিনত।
**ত**ই তামোল পালেই খায়
পাণ-চূণ **তাত** নাই।
**থ**ই খায় **থা**লত ভাত
পীৰাত বহি ক**থা** পাত।
**দ** নামৰ **দ**ৰ্জ্জী এটা
কাপোৰ সিয়ে ফটাফটা।
ধৰ মূৰত ধানৰ ঠোক
পথাৰতে লাগিছে ভোক।
নই নাখায় নাৰিকল
লাগে হেনো পকাকল।
**প** নামৰ **প**খিলা
ক'ৰ **প**ৰা আহিলা?
**ফ**ৰ হাতত **ফ**ণিখন
ক'লা চুলি ডাঠ ঘন।
**ব** নামৰ **ব**গলী
মাছ খায় গধূলি।
**ভী**ম কলৰ গছত **ভ**
লাখুটিডাল তাতে থ।
**ম** লাগিল **ম**কৰা ডালত
নুফুৰিবা ৰ'দৰ তাপত।
**য**ই ঘূৰায় **যাঁ**তখন
ঘূৰি থাকে হাতখন।
**ৰ** নামৰ **ৰ**বাব টেঙা
লাহেকৈ এটা ছিঙা।
**ল** নামৰ **ল**'ৰা এটি
**লা**ড়ু খায় খুজি খুজি।
**ৱ** থাকে ধোঁ**ৱা**ৰ লগত
গাটো তাৰ সদায় তপত।

**শ** নামৰ **শ**গুণটি
ঠোঁট দীঘল চৰাইটি।
**ষ** এটা **ষাঁ**ড়গৰু
ওখপাখ দেখাত বাৰু।
**স**ক লাগে **সু**মথিৰা
আনি দিয়া কোনে পাৰা।
**হ**ৰ বাৰীত **হা**চ্‌নাফুল
নাৰে কৰে তুল্‌বুল্‌।
**ক্ষ**ৰ হাতত **ক্ষু**ৰখন
দীঘল দাড়িৰ মানুহজন।
**ড়** থাকে গ**ড়**ৰ লগত
বিচাৰিলে পাবা বনত।
**ঢ়**ৰ হাতত বা**ঢ়**নী
নকৰিবা আমনি।
**ৎ**ৰ বৰ নাম
তৎক্ষণাৎ কৰে কাম।
**ং**ৰ চোৰা ৰং
কাঁহ বজায় টং টং।
**ঃ**ই কৰে দুঃখ
মনত হেনো নাই সুখ।
ঁয়ে কয় যাওঁ
পঢ়ে যেয়ে ভাল পাওঁ।

# অ - ফলা

অ আ ই ঈ

উ ঊ ঋ

এ ঐ ও ঔ

## ক - ফলা

| | | | | |
|---|---|---|---|---|
| ক | খ | গ | ঘ | ঙ |
| চ | ছ | জ | ঝ | ঞ |
| ট | ঠ | ড | ঢ | ণ |
| ত | থ | দ | ধ | ন |
| প | ফ | ব | ভ | ম |

| | | | |
|---|---|---|---|
| য | ৰ | ল | ৱ |
| শ | ষ | স | হ |
| ক্ষ | ড় | ঢ় | য় |
| ৎ | ং | ঃ | ঁ |

# প্ৰথম পাঠ

বৰ ঘৰ ৰঙ কৰ
কল তল নল দল
জৰ্জৰ্ সৰ্সৰ্
ধৰ্ফৰ্ ঘৰ্ঘৰ্

# দ্বিতীয় পাঠ + আ

পকা পাণ জহা ধান
ধান বান আম আন
কল পাত পাৰা
আই ভাত আনা।

# তৃতীয় পাঠ

অমল অনল চৰণ কমল
তপন পৱন বৰণ শয়ন
অজলা বতৰা কজলা দমৰা
আদৰ সাদৰ ইমান নকৰ
গছৰ পৰা অমৰা এটা পাৰা

## চতুৰ্থ পাঠ

অধৰম অকৰম অগণন অভগন
খৰ্ধৰ্ ধৰ্ফৰ্ ঘৰ্ঘৰ্ ঘৰ্গৰ্
অগণন ল'ৰা। খৰধৰ কৰা।

## পঞ্চম পাঠ + ই

জিৰ্জিৰ্ তিৰ্বিৰ্ হিৰ্হিৰ্ গিৰ্গিৰ্
জিকিমিকি তৰাজাক ধৰি আনি দিম মাক।
আজি আমি লানি পাতি, কল খাম ভাগ বাতি
লিহিৰি লিহিৰি গছৰ পাতটি
ৰিণিকি ৰিণিকি সাঁজৰ তৰাটি

## ষষ্ঠ পাঠ + ঈ

নদী পানী ৰাণী ভনী
ধীৰ বীৰ নদী তৰী
জননী শুৱনী হৰিণী নয়নী
মিচিকি হাঁহি কাঁহৰ কাঁহী
হৰীতকী জলকীয়া
খৰাহিত নাইকিয়া

## সপ্তম পাঠ + উ

উষা খাৰু গাৰু আৰু

চকু বুকু লাড়ু বাৰু

বুকুৰ কুটুম চিকুণ লাটুম

জুনুকা ফাগুন ঘুনুচা অৰুণ

জুনুকা আহঁা। বকুল ফুল আনা।

## অষ্টম পাঠ + ঊ

ঊল সূতা দূৰ পটা

মূৰ এটা হাত দুটা

দূৰৰ শাহু মাছৰ বাও

হুৰমূৰ নকৰিবা। মূৰত দুখ পাবা।

## নৱম পাঠ + ঋ

ঋষি ঋণ

ঋতু দিন

নৃসিংহ নৃপতি

আকৃতি বিকৃতি

ঋষিজনা বৰ ভাল।

শৰত ঋতু আহিল।

## দশম পাঠ + এ

এটা এজনী এখন বিচনী
আথে-বেথে লাহে-ধীৰে
খালে-বিলে মাছে খেলে
এখিলা পাণ এডৰা ধান
কেৰেলা বেঙেনা জেওৰা সেৰেঙা।

## একাদশ পাঠ + ঐ

ঐনিতম বিহুগীত
গাবা ঐ বহাগত
ভোগদৈৰ পাৰতে
ওলাব ঐৰাৱত
আখৈ দৈ লাহেকৈ
এঠা দৈ আনাগৈ
ৰংদৈ ক'ত? তালৈ যাবানে?

## দ্বাদশ পাঠ + ও

ওল কচু ৰোৱা কাম
দোৱা ভজা চিৰা খাম
বাঁহৰ সাঁকো ছবি আঁকো
দোধোৰ মোধোৰ কৰি থাকোঁ
লোদোৰ পোদোৰ ল'ৰা।
মোকোৰা মোকোৰে ভাত নাখাবা।
লাহে লাহে খাবা।

## ত্ৰয়োদশ পাঠ + ঔ

হেৰি ঔ শুনিছানে
ঔ টেঙা পকিছেনে
সৌখন মৌচাক
মৌগুটি জাক জাক
অলৌগুটি তলৌগুটি -
জলৌ-জপৌ হলৌ এটি
নবৌ কৌপাত দেখিছানে?
চৌ চৌ কৰে পানী পৰিছে।

## চতুৰ্দ্দশ পাঠ + ং

খং থোৰা ৰং কৰা
লং গুটি খাই লোৰা
মধু সোলেং টেঙা শাক
কলং নদীত হাঁহৰ জাক
ভালুক পুং দৰঙত
দাদা আছে আলঙত
হেংদান দেখিছানে?
কামত এলেং এঠেং নকৰিবা।
দলং সাবধানে পাৰ হ'বা।

# পঞ্চদশ পাঠ + ঃ

বাঃ বাঃ কি মজা
তপত ৰঙা আলু ভজা
উঃ উঃ পুৰিল জিভা
যাঃ নেখাওঁ আজিৰ পৰা।
দুঃখ নকৰিবা।
ইঃ তেওঁ বোকাতে পৰিল।
ছেঃ চৰাইটো উৰি গ'ল।

# ষষ্ঠদশ পাঠ + ঁ

কুঁহি পাত মিঠামাত
কাঁহৰ কাঁহী বাঁহৰ বাঁহী
টিয়া ভাটৌ সেউজীয়া
গাঁৱৰ পৰা আনি দিয়া।
ফেঁচাই উৰুলি দিয়ে
শিয়ালে দিয়ে হোৱা। কিছুমান
মেঘৰ বৰণ ধোঁৱাবৰণীয়া।

# বাৰে মিহলি

অজলা বাঢ়ৈ উখুৰা আঁৰৈ।
হ'লনে নৌ মাণিকী মৌ
ঈষৎ হাঁহি বাজিল বাঁহী
সোণটি আমৈ ক'ত?
ছৈ দিয়া গাড়ী য'ত।
ৰাংঢালী আইকণ
সোণামুৰা ল'ৰাকণ
ৰঙা ৰিহা বিহুৱান
সোণপখুৰা আকাশীলতা
জিক্‌মিকনি ফৰিংফুটা
শদিয়ালে নেযাবা সটফুল নেখাবা
কেঁচাপাতত নাবান্ধিবা লোণ
উপজিয়েই বুঢ়া হয় কোন?

# ওমলা গীত

(১)

বগলী এ সবাহলে নগলি কিয়?
গৈছিলো গৈছিলো বাটতে বৰষুণে পালে
এঘৰৰ ঘৰতে সোমাব খুজিলো
পখৰা কুকুৰে খালে।
ছেই কুকুৰ ছেই, নাহিবি জপনা দেই।
বাঁহৰ মুঢ়া বগৰীৰ গুড়া
ক'ৰ পৰা আহিছ চকু চেলোৱা বুঢ়া?

★★

# ওমলা গীত

(২)

ৰ'দালি এ ৰ'দ দে
আৰিকাঠি জ্বালি দিম
চামৰ পীৰা পাৰি দিম
তাতে বহি ৰ'দ দে
ৰ'দালিৰ মাকৰ তিনিডাল চুলি
গৈ গৈ পালেগৈ যমুনাৰ বালি।

★★

# সাধু এটা কোৱা আমাক

## (১)

এজাক ল'ৰা-ছোৱালী ঃ
সাধু এটা কোৱা আমাক
সাধু কোৱা কোবা
এজন ডাঙৰ মানুহ ঃ সাধু ক'লে মোক বাঁ
কি দিবা কোবা?
ল'ৰা-ছোবালী ঃ টফি?
ডাঙৰ-মানুহ ঃ উঁহো।
ল'ৰা ছোবালী ঃ চকলেট?
ডাঙৰ মানুহঃ উঁহো।
চুমা চুমা চুমা
ল'ৰা-ছোবালী ঃ দিম, সাধু কোবা।
ডাঙৰ মানুহ ঃ শুনা, এখন গাঁবত এটা ল'ৰা আছিল
ল'ৰাটোৰ গাত এটা চোলাও নাছিল
লাগিলে তাৰ জাৰ .
অহহ, অহহ, জাৰ জাৰ, বৰ জাৰ।
সি আনিলে কুঠাৰ
কাটিবলৈ গ'ল দি গছ যে এজোপা
জুই ধৰি পলুবাব জাৰ
ঘেকেচ....ঘেচেক . ঘেচ্ শব্দ যে দাৰ।।
হৰিণে দেখি ক'লে-- গছ কাটিছাহি কাৰ??
ময়ূৰে ক'লে আহি-- হৰি, হৰি, এই গছ বন
ৰজাৰ।।
শিয়ালে সুধিলে আহি
"ক্যা হুৱা হুৱা"?
এনেতে ওলাল বাঘ
খঙৰ চকুৰে ক'লে-- "হেৰেই অমুকা
মোৰ গছ কাট কিয়?
হাও, মাও, খাওঁ, তোক খাওঁ, তোক খাওঁ
ল'ৰা-- নাখাবা, নাখাবা মোক
সখি পতি যাওঁ।।
মোৰ ঘৰত আছে
বাইদেউজনী
ভাজিব বহুত পিঠা
তিলগুৰ সানি
পিঠা খাবলৈ তুমি
যাবানে মোক কোৱা??
বাঘ-- কোন দিনা হ'ব পিঠা
কোৱা মোক কোৱা।।
ল'ৰা-- যি দিনা দেখিবা ধোঁৱা
আমাৰ ঘৰত
পিঠা ভাজিছে বুলি
আহিবা ৰঙত।।
শিয়ালে ক'লে-- আচ্ছা হুৱা হুৱা।।
পিঠাৰ নাম শুনি
ওলালে বান্দৰ
লোভতে হেঁকটি আহে
হেকৰ্ হেকৰ্
লোভৰ পানী পৰে
টপৰ টপৰ।।
হুফালে ল'ৰাটো
ঘৰলৈ গ'ল
শুনা শুনা বাইদেউ কথা এটা হ'ল
কথা শুনি বায়েকে
ক'লে, ভয় নাই
ৰ খুৱাম পিঠা
জোৰাই, জোখাই।।
পাছদিনা পিঠা হ'ল
কত তৰহৰ
তিল পিঠা, কচুপিঠা,
চুণপিঠা, বৰ।।
পদূলীত তিলপিঠা
ঘিলা তাৰ পাছত, কচুপিঠা মাৰলত
চুণপিঠা শেহত।।
খেৰৰ ধোৱা দিলে
চোতালত গৈ
ধোঁৱা দেখি বাঘ আহে
লৰালৰিকৈ।।
ল'ৰা-ছোৱালী ঃ আইও, আইও
বায়েক ভায়েক দুযো

থাকিল লুকাই
খাই গ'ল পিঠা বাঘে
বৰ জুতি পাই
ল'ৰা-ছোৱালী-- হা হা হায় হায় (হাঁহি হাঁহি)
কচুপিঠা খালে যেতিয়া বপুৰাই
চিঞৰি থাকিল বাঘে ডিঙি খজুৱাই
আই ঐ, আই ঐ।
ল'ৰা-ছোৱালী-- হাঃ হাঃ হাঃ
গাখীৰৰ পিঠা বুলি
চূণ পিঠা খালে
ঘা লাগি গ'ল ডিঙিত
তেজ বতিয়ালে।।
ল'ৰা-ছোৱালী-- বাঃ বাঃ বাঃ
বাঘ বপুৰা হায়
ইদৰে ছিগিল
বলতকৈ চোৰা ভাই
বুদ্ধি জিকিল
ল'ৰা-ছোৱালী-- বুদ্ধি জিকিল
বুদ্ধি জিকিল।

(২)

ডাঙৰ মানুহ-- এখন গাঁৱত এটা
শিয়াল আছিল
তাৰ লগতে এটা
বান্দৰো আছিল
এদিন শিয়ালে ক'লে ঃ
শিয়াল-- আহাঁ সখী পাতো
সখী পাতি দুয়ো আমি
সুখে-দুখে থাকো।
বান্দৰ-- "বাৰু
খেক্ খেক্ খেক্
ডাঃ মানুহ-- সখী পাতি দুয়ো হাঁহে
ঢেক্ ঢেক্ ঢেক্।।
এদিন এখন বিয়া
সেই গাঁৱেদি
গৈছিল দূৰলৈ
ঢোল, পেঁপা দি
ধিনিকি ধিন্দাও দাও
দাও দাও দাও
পেঁ পেঁ পোঁ পোঁ
খিত তাওঁ তাওঁ
শিয়ালে ক'লে ঃ
শিয়াল--- "সখী
খেক্ খেক্ কোৱা
মই ক'ম
কে কে হোঁৱা হোঁৱা"
ডাঃ মানুহ-- কোৱামতে কাম হ'ল
খেক্ খেক্, হোঁৱা
ভয় খাই বিয়াখন
পলাই গ'ল চোৱা।।
এৰি গ'ল চিৰা দৈ,
এৰি গ'ল গুৰ
এৰি গ'ল নাৰিকলৰ
মিঠা লাডুবোৰ
এৰি গ'ল কল আৰু
এৰি গ'ল কঠাল
এৰি গ'ল গাড়ী, ঘোঁৰা
ঢোল, পেঁপা, তাল।।
বান্দৰে ক'লে ঃ
বান্দৰ-- আহা আ হা আ হা
কত কিযে খোৱা
বহুদিনলৈ হ'ব
সখী চোৱা, চোৱা।।
মজাচে পেটুৱা
পেট ভৰি খা
কেনে মজা খাবলৈ
চিৰা পিঠা মিঠা।।
বান্দৰে বুলিলে
সখী বুলি এটা দিওঁ
গছৰ ওপৰলৈ খোৱাবোৰ নিওঁ
নহ'লে পাবহি আহি

আন কোনোবাই
তোমালৈ দিম সখী
খোবা পঠিয়াই।।
ডাঃ মানুহ-- শিয়ালে হাঁহি হাঁহি
খোবাবোৰ নিলে
বান্দৰে বগাই নি
ওপৰত থলে
গছত উঠি বান্দৰে
চিৰা দৈ খালে
শুদা শুদা টেকেলি
পঠিয়াই দিলে
লাড়ু খালে, পিঠা খালে
কলবোৰ খালে
বাকলিকে কল বুলি
পঠিয়াই দিলে।।
লাড়ু খালে, পিঠা খালে
কলবোৰ খালে
বাকলিকে কল বুলি
পঠিয়াই দিলে।।
বান্দৰ-- সখী গৈছে ধৰিবা, ধৰিবা ধৰিবা
ডাঃ মানুহ-- শিয়ালে ফেঁকুৰি ক'লে ঃ
শিয়াল-- কি হ'ল? শুদা শুদা টেকেলিহে দিলা
অ সখী, কল বুলি বাকলিহে দিলা।।
বান্দৰ-- কি হ'ল? তেনেহ'লে
খালে মাটিয়েই
মাটিতে তিনিটা ভুকু
মাৰা আজিয়েই।।
ডাঃ মানুহ-- শিয়ালে বেজাৰতে
গুচি গ'লগৈ
কোদোৰ বাঁহ এটা
ৰাখি থাকিলেগৈ
বান্দৰে বিচাৰি গৈ
বান্দৰ-- কি কৰিছা সখী
কোৱা মোক দেই।
শিয়াল-- নাই নুচুবা ইয়াক
ৰজাৰ এয়া ডবা।

বান্দৰ-- বজাওঁ দিয়া চোন
এবাৰ বজাম মই
লাহেকৈ চাবা।।
ডাঃ মানুহ-- কোদোৰ বাঁহত দিলে
বান্দৰে গৈ হাত
কোদোৱে খণ্ডতে দিলে
বহুৱাই দাঁত
বিষতে বপুৰা
ঠাইতে মৰিলে
ঠগ কৰা বান্দৰে
ঠিক মজা পালে।
শিয়াল-- কে কে হোঁৱা। কে কে হোঁৱা
বান্দৰক কেনেকৈ
মজা দিলো চোৱা।।

★★

# অ' মোৰ তিঁয়হৰ পুলি

অ' মোৰ তিঁয়হৰ পুলি
অ' মোৰ নাচপতি পুলি
বাঢ়ি যোৰা বাঢ়ি যোৰা
   পোখা মেলি মেলি
   পানী দিম, সাৰ দিম
   আলফুলি ঢালি।।
নাচপতি লাগিব
   বৰ বৰ ডাঙৰ
ৰঙা লাও যেন এটা
   আমাৰে পামৰ
বৰ এটা বৰ এটা
   তিঁয়হবোৰ হ'ব
ঢোল বুলি ভাবি
   মানুহে কিনিব।
বাঢ়ি যোৰা
বাঢ়ি যোবা
   পোখা মেলি মেলি।।
আম পুলি, জাম পুলি
   অ' কল পুলি
মধুৰি আমৰ পুলি
   নাৰিকলৰ পুলি
ৰুই দিছো মাটিতে
   উঠা মূৰ তুলি
   অ' নাচা হালি-জালি
বাঢ়ি যোৰা বাঢ়ি যোৰা
   পোখা মেলি মেলি।।

★★

# অ' মা,ময়ো যাওঁ স্কুললে

অ' মা, ময়ো যাওঁ স্কুললে
ল'ৰাৰ সতে তাত পঢ়িবলে
শিক্ষকে কি কয় তাকো শুনিবলে
অ' মা, ময়ো যাওঁ স্কুললে
চাফা কপোৰ পিন্ধি
   হাতত লৈ ছাতি
ল'ৰা যায়
   জোতা-মোজা পিন্ধি
   (গাড়ী-ৰিক্সাত উঠি)
ময়ো যাম, ময়ো যাম পঢ়াশালিলৈ
কিমান কৰিম কাম
   ৰাতিপুৱাৰে পৰা ৰাতি দুপৰলৈ।।
ধুনীয়া পঢ়াশালি তাত পঢ়িবলৈ
ৰাতিপুৱাই খাম ভাত
   হাতত টিফিন
ঘূৰি আহি ভালকৈ
   খাম প্ৰতিদিন
কাগজ পেঞ্চিল দিবা
   বহুত কিতাপ
ডাঙৰ মানুহ হ'ম বহুত খিতাপ
মোক নাৰাখিবা সঁজাত ভৰাই
হাত ভাঙি ভৰি ভাঙি নথ'বা সঁচাই
মনে মোৰ মুকলি বিচাৰে
ডাঙৰ গছৰ দৰে হ'ম আগলৈ
অ' মা ময়ো যাম পঢ়াশালিলৈ।।

★★

## শিশুৰ গীত
## অ' মা, বহি বহি ভাবো মই

অ' মা, বহি বহি ভাবো মই
বহি বহি ভাবো
ইয়াতকৈ ভালকৈ
থাকিব মই খোজো।।
খেলাধূলা গীত মাত
সকলোবোৰ লাগে
শাৰীৰিক, মানসিক
বিকাশৰ বাবে
কত যে কথা আমি
জানিবই লাগে
সুন্দৰ ভৱিষ্যতৰ
ছবিখন আঁকো
মা বহি বহি ভাবো।।
নিৰাপত্তা লাগে আমাক
শান্ত পৰিবেশ
হাড ভঙা পৰিশ্ৰম
নিদিবা অশেষ
মানুহৰ অধিকাৰ
শিশুৱেও পায়
তাকেই বিচাৰো
আন নিবিচাৰো একো।।

**

## আহিল, আহিল, আহিল

সমবেত ঃ আহিল, আহিল, আহিল।
এটা কণ্ঠ ঃ কি আহিল?
সমবেত ঃ নতুন বছৰ, অ', ইংৰাজী লেখৰ
আজিযে শেষৰ দিন ডিচেম্বৰ
ঊনৈশ শ তিৰানব্বৈ চনৰ।
এটা কণ্ঠ ঃ হয়তো! হয়তো!
সমবেত ঃ আহিল আহিল আহিল নতুন বছৰ
এটা কণ্ঠ ঃ বাঃ বাঃ বাঃ বাঃ
কি যে মৰমৰ Happy New Year'
ডাঙৰ মানুহঃ অঙ্গীকাৰ কি হ'ব এই বছৰৰ?
Promise নতুন নতুন
Promise নৱ বৰষৰ?
বেলিটোৱে
প্ৰতিদিনে আনিব পোহৰ
জোনে জোনাক দিব কি যে মনোহৰ
আকাশে বতাহে দিব উলাহ ৰঙৰ
তুমি দিবা কি?
কি? কি? কি?
এটা কণ্ঠ ঃ নতুন বছৰক
নতুনৰ নাচ দিম
মই গীত দিম, এই অসমৰ
বিহুগীত উলাহৰ ইস্মান ৰঙৰ
এটা কণ্ঠ ঃ মই এটি নাচ দিম
মণিপুৰৰ
এটা কণ্ঠ ঃ নাচ আছে, গীত আছে
অৰুণাচলৰ
এটা কণ্ঠ ঃ বেম্ব নাচ আছে
দিম মিজোৰামৰ
বিতোপন নংক্ৰেম
মেঘালয়ৰ
দেখিছানে নাই
বিতোপন নাচ
আছে মেঘালয়ৰ

এটা কণ্ঠ ঃ ত্ৰিপুৰাৰ বৌ নাচ
কি যে মনোহৰ
এটা কণ্ঠ ঃ যুদ্ধ নৃত্য-- কিমান তেজাল চোৱা
নাগালেণ্ডৰ
সমবেত ঃ আমি সকলোৱে মিলিজুলি
এক ভাৰতৰ
সাহ দিম
ৰং দিম
নৱ বৰষৰ
অকণিহঁতৰ
এইটো যে উপহাৰ
Happy New Year
Welcome '94.

★★

# ঈশ্বৰ ক'তনো থাকে

ঈশ্বৰ ক'তনো থাকে
ঈশ্বৰ থাকেনো ক'ত
নীলা আকাশত?
ঈশ্বৰ থাকে নেকি
পৰ্বত টিঙত?
ঈশ্বৰ আছে নেকি
ঘোৰ অৰণ্যত
ঈশ্বৰ আছে নেকি
প্ৰতিমাবোৰত?
জানিবৰ মন যায়
ক'ত তেওঁ থাকে
তেওঁ আমাক দেখে
নেদেখো তেওঁকে
সহস্ৰ নয়নে তেওঁ
সকলোকে দেখে
তেওঁৰ এনে যে গুণ
সকলোবোৰ শুনে
কোটি সূৰ্যৰ দৰে
তেওঁৰ হেনো জ্যোতি
তেওঁৰে সকলো সৃষ্টি
দিন আৰু ৰাতি
তেওঁৰ নামেই আল্লা
তেওঁৰেই নাম "গদ"
তেওঁৰ প্ৰাৰ্থনাতে
মন হওক ৰত।

★★

## একে একে দুই হ'লে

মাক-- একে একে দুই হ'ল
দুয়ে দুয়ে কি?
ল'ৰা-ছোৱালী-- চাৰি
মাক-- অ-ৰ পাছত আ হ'লে
ই-ৰ পাছত কি?
ল'ৰা-ছোৱালী-- ঈ
মাক-- চৰাইটো সেউজীয়া ঠোঁটটো ৰঙা
শিকালেই কথা কয়
নামটো কি জানা?
ল'ৰা-ছোৱালী-- ভাটৌ
মাক-- ৰাতিপুৱা পুৱাতে কি উঠে ফুলি?
ল'ৰা-ছোৱালী--বেলি, বেলি, বেলি।।
মাক-- মিছা মাছৰ ঠেং চুটি
মিঠা কথা কৈ
কি গীত আছে বাৰু
বগলীক লৈ?
ল'ৰা-ছোৱালী-- বগলী এ সবাহলে
নগলি কিয়?
গৈছিলো গৈছিলো
বাটতে বৰষুণে পালে
এঘৰৰ ঘৰতে
সোমাব খোজেতে চেংদৈ কুকুৰে খালে
ছেই কুকুৰ ছেই, নাহিবি জপনা দেই
বাঁহৰ মুঢ়া, বগৰীৰ গুড়া
ক'ৰ পৰা আহিলা চকু
চেলোৱা বুঢ়া
মাক-- চকু চেলোৱা বুঢ়ী
ল'ৰা-ছোৱালী-- হিঃ হিঃ হিঃ হিঃ হিঃ।।

**

## এখানি পখীটি হৈ

এখানি পখীটি হৈ
মন যায় উৰিবলৈ
ওখ আকাশত
এখানি তৰাটি হৈ
জিল মিল কৰি ৰ'ম
সন্ধিয়া পৰত।।
নিয়ৰ টোপালটো
বুটলি আনিবলৈ
কি যে মন যায়
চুলেই কিয়নো বাৰু
ভাগি ভাগি যায়
হাঁয় হাঁয় দুবৰি বনত।।
মন যায়
নাচি থাকো
পদুমৰ পাহি হৈ
বিলৰ মাজত
গোলাপৰ কলি হৈ
ফুলনিবোৰত
মন যায়
দুলি থাকো দোলনাখনত
চুমা খাওঁ আইতাৰ গালত
চকু দুটা
জপাই হাতত।।

**

## কপৌ কু কু কু কু

কপৌ কু কু কু কু
লৰে চৰে পাত
ক'ত আছে বাহ তোৰ
কেনি আছে বাট?
কপৌ কু কু কু কু
কপৌ নে কুলি?
পাটমাদৈ, সখীয়তী
ক'ত আছ খেলি?
লেকেচী বাঁহৰ আগত
আছনেকি দুলি
জাৰণিৰ গছে পাতে
জিলমিল্ বেলি
কৃষ্ণ চৰাই তোৰ
কিযে মিঠা মাত।।
ছিটিকালৈ ভয় নেকি
থৈ দিলো চা
গছে গছে বিচাৰিম
খেলি কুক্-ভা
কাঠৰোকা, হেট্টুলুকা
টোকোৰা চৰাই
ক'ত আছ একেলগে
আহচোন ওলাই
বালিমাহী নাচোনৰ
দিওঁ এটাপাক।।

**

## গান গাবলৈ ভালপাওঁ

গান গাবলৈ ভাল পাওঁ
নাচিবলৈ মই ভাল পাওঁ
গামনে, নাচিমনে কোৱা
বাজনা বাজিব লগত
গাম মই ধুনীয়া সুৰত
মোৰ লগতেই গোৱা।।
কুউ কুউ কুলিৰ মাতটো
ভালপাওঁ, পখিলাৰ নাচটো
উৰি যাওঁ উৰি যাওঁ, দূৰণিলে
পৰীৰে দেশৰে পৰীয়ে
মোৰ লগত উৰিছে
উৰি যাওঁ নীল নীল আকাশলে
উৰিছো নাচিছো চোৱা।

**

## জোনবাই এ বেজী এটি দে

জোন বাই এ
বেজী এটি দে
সোণে মোৰ গায়নে
নেগায়
ধুনীয়া ঘোঁৰাতে
পৰীৰে দেশলে
সোণে মোৰ যায নে
নেযায় ?
আনিছো তোমালৈ
চোলাটি ফুলামকৈ
আহাঁ সোণ পিন্ধাহি আহাঁ
কাজলৰ এটি ফোঁট
দিওঁ কপালতে
এতিয়া, এতিয়া হাঁহা
পৰীৰে দেশখন
কি যে বিতোপন
ডাৱৰৰ সিপাৰে
জিকেমিকে কৰে
সোণৰ পালেঙতে
শোৱে ৰাজকন্যা
পদুম ফুলি ফুলি যায়
কুঁৱৰীৰে খোজতে
সেই ৰাজকুঁৱৰীক
আনিবলৈ
সোণে মোৰ
যায়নে নেযায়।

★★

## জিৰিজিৰি নৈ

জিৰিজিৰি নৈ
যায় ক'লৈ ?
অ' যায় ক'লৈ ?
শিলে শিলে
নাচি নাচি
কোৱাচোন মা
যায় ক'লৈ ?
জিল্‌মিল্‌
দুপাখিৰ
ফুটুকী পখিলা
উৰি উৰি
যায় ক'লৈ ?
কোৱাচোন ক'লৈ ?
ইমান ৰহণ
ফুলে ফুলে
গছে বনে
কোৱাচোন কেলেই ?
ইমান মৰম
কিয় লাগে
তোমালৈ মোৰ
কোৱাচোন কেলেই ?

★★

## দেউতা দেউতা ঐ

দেউতা দেউতা ঐ
মোকো পঢ়ুৱাবা স্কুলত থৈ
ময়ো পঢ়িম স্কুলত গৈ।
পঢ়িলে শুনিলে দুকথা শিকিম
জীৱনটো ভালকৈ চলাব জানিম।।
বেমাৰ আজাৰ হ'লে বুজিব পাৰিম
কি ক'ত খুৱামে তাকো যে জানিম।
খেতি-বাতিৰ কথাও কিতাপত আছে
কিতাপ পঢ়ি ল'লে ভালকৈ শিকে
সিদিনা মিটিঙত শুনিলো তাকে
সাধাৰণ জ্ঞানবোৰ জীৱনত লাগে
নপঢ়া নুশুনাই কণা হৈ থাকে।।
মানুহৰ অধিকাৰ ছোৱালীৰ আছে
পঢ়াৰো অধিকাৰ জন্মতে থাকে
ছোৱালী বুলি আই নেপাৰা গালি
আমিও নহওঁ আই ভৰিৰে ধূলি
আমিও সমানে যাম আগবাঢ়ি
আমাক নেভাবিবা পুতলা বুলি
দেউতা শিক্ষা লাগিব আমাৰ
নহ'লে গলগ্রহ হ'মযে তোমাৰ।

★★

## ন ফাগুনৰ ন বহাগৰ

ন ফাগুনৰ ন বহাগৰ
মই এটি কুঁহিপাত
থৌকি বাথৌ মোৰ দেহ মন
অজানাৰ অপেক্ষাত।।
পুৱ সুৰুযৰ জিল মিল ৰ'দে
জীৱন জগাই যায়
এই পৃথিৱী বৰ মোহনীয়া
পুৱাৰ পখীয়ে গায়
সোণ বৰণীয়া এনে বতৰা
তিৰবিৰ মোৰো গাত
বতাহে বতাহে নাচি থাকো মই
ফুলৰে সুৰভি লৈ
দেহা কুমলীয়া নাচি থাকে মোৰ
সেউজীয়া মন লৈ
পৃথিৱীত দুখ আছে যদি থক
সেই দুখ ক'ৰবাত।।

★★

## নীলা আকাশ ইমান বহল

নীলা আকাশ ইমান বহল
বিতোপন এই বেলি
নৈ, জুৰি, জান ইমান আপোন
ল'ম যেন আকোঁবালি।
ৰ'দ সোণোবালী জোন ৰূপোবালী
গছৰ সেউজী ছাঁ
ধানৰ বুকুত ঢউ খেলি যোবা
ৰিব ৰিব ৰিব বা
পকাধানৰ সুৰভি বিয়পে
মন যায যে ভৰি।।
নদীৰ গতি বৰ বিতোপন
আমিও তাকে ল'ম
উমাল, তেজী পোহৰ দিয়া
আমিও সূয হ'ম
আশীবাদ দিয়া আই
জয় হোবা বুলি।।

**

## নীলা আকাশৰে ৰূপোৱালী পৰী

নীলা আকাশৰে ৰূপোৱালী পৰী
জিএগৰে দুখনি পা'খ
আলফুলে উৰি আহে
লগতে তৰাৰে জাঁক
আমাৰে পাখিতে উৰাৰে বতৰা
ৰ'দ জোনাকৰে সতে
জিকেমিকে ফুলে ফুল
আনাৰ নাচোনতে।।
ফুল? ক'তা?
ফুল দেখোন দেখা নাই?
ফুল কি কেৱলেই
ফুলি ৰয বনতে
ফুলি ৰয গছৰে গাতে?
ফুল যে ফুলি ৰয
মিঠাকৈ হাঁহিতে
ফুলে ফুল মিঠা মাততে
অত ফুল ৰঙৰ মেলাতে।।
আমাৰেই হাঁহিতে
পুৱাৰে বেলিটি
আমাৰে সুৰতে নদী
জিৰি জিৰি জিৰি বয়
বুকুৰে সুৰভি যাচি
আমাৰ চকুতে
পোহৰৰে শিখা
মনটি এগছি বন্তি
সিঁচি সিঁচি আমি যাওঁ
সৰগী নতুনে জেউতি।।
(শ্ৰীমতী মহিমাময়ী কথাছবিৰ গীত)

**

# পখিলা পখিলা

পখিলা পখিলা
নাচোন নাচিলা
দিম সেই জুনুকা কিনি
ৰুণ্ জুন্ জুন্
জুন্ জুন্ জুন্
ভৰিতে পিন্ধিবা আনি।।
ধুনীয়া ৰঙা
ফুল এটা দিম
চুলিতে ল'বাগৈ আঁৰি
বিহুৰ দিনা
তগৰ ফুলৰ
দিম দেই মালাধাৰি
চিক্ মিক্ মিক্
চিক্ মিক্ মিক্
ডিঙিতে পিন্ধিবা মণি।।
দিম দেই জেতুকা
হাততে লগাবা
নাচিবা পখিলা তুমি
ফুলে ফুলে পৰি
নাচিবা নাচিবা
ফুলৰে মউকে চুহি।।

★★

# বগা বগা শেৱালী

বগা বগা শেৱালী
পাতলীয়া কুঁৱলি
উমসনা ৰ'দালি
চউদিশে মুকলি
জিল্‌মিল্ সোণালী
থাকোঁ আহা উমলি।।
খেলিবানে হেতালি?
পাচেকৈ আবেলি
এতিয়া বলা যাওঁ
চৰাইকে বিচাৰি
শালিকী এ ৰটৌ টৌ
ভাত হ'ল শাক হ'ল
শালিকীৰ মাকজনী
কেনিবাদি গ'ল
সেইফালে, সেইফালে
দূৰৰে বননিত
কপৌৰে কুৰুলী
সেউজীয়া পথাৰত
বগাকৈ বগলী।।
কপৌ কু কু আহ
খুদ খাহি আহ
নলগাওঁ শিকলি
যাবিগৈ বিয়লি
এতিয়া আহ অ'
থাকিমে উমলি।।

★★

# মা মা খেলিবানে তুমি

সৰু ল'ৰা ঃ মা মা খেলিবানে তুমি
দেউতা খেলিবানে তুমি?
আহাঁ, আহাঁ আহাঁ
আমি খেলোঁ
আহাঁ আহাঁ
লুকা-ভাকু খেলোঁ
মাক ঃ বাৰু বাৰু খেলা হ'ব
অকমানি সোণ মোৰ
ৰজা-ৰাণী, লুকা-ভাকু
হৈ গুদু গোলাচুৰ
দেউতা ঃ পিছে এটা কথা হ'লে
ৰাখিব লাগিব মোৰ
ঠিকমতে লাগিব
লেখা পঢ়া কথাবোৰ
মাক ঃ হ'ব হ'ব ডাঙৰ মানুহ হ'ব
অকমানি সোণ মোৰ
ল'ৰা ঃ কুক্ কুক্ কুক্ কুক্
আহাঁ, লুকাওঁ, নৰওঁ
মাক ঃ ক'ত আছোঁ কেনি আছোঁ
নকওঁ, নকওঁ।।
দেউতা ঃ কোনে ক'ব কোনে ক'ব পাৰা?
ল'ৰা ঃ বাঃ বাঃ কি যে মজা খেলা।
মাক ঃ লু লু লু লুকাভাকু
শ শ শ শেষ কৰি
আ আ আ আহা আমি প প পঢ়া-শুনা কৰোঁ।

**

# মাঘবিহু আহিছে

মাঘবিহু আহিছে
মেজি জুই জ্বলিছে
ধম্ ধম্ ধম্ ধম্
পানী হিলৈ ফুটিছে।
জয়, হৰি বোলা
জয়, ৰাম বোলা
কেঁচাই পকাই
দংশি নিব লাগে।।
তিলপিঠা ঘিলাপিঠা
আৰু কত কিযে পিঠা
লাড়ু আখৈ সান্দহ
আৰু চিৰা
পৰমান, ক্ৰীম, দৈ
ভোগালীয়ে ৰৈ ৰৈ
দি যায়, ভোগৰ বতৰা
জয় হৰি বোলা
জয় ৰাম বোলা
ভোগালীত মাথো
খাব লাগে।

**

# ময়ূৰ ময়ূৰ

ময়ূৰ ময়ূৰ
খেলো আহাঁ
পেখম ধৰি নাচিম
বাৰিষাৰ
ডাৱৰক
পৃথিৱীলৈ মাতিম
আমি পেখম ধৰি
নাচিম।।
সেউজীয়া ক'লা, নীলা
ক'ত কি যে বৰণ
ময়ূৰ পাখিত থাকে
কিনো বিতোপন
কৃষ্ণ গোসাঁই হৈ
শিৰতে পিন্ধিম।
চৰাই নে আমি বাৰু
ফুলৰ বাহাৰ?
ৰাজহাঁহ, বগলীয়ে
নানাচে এবাৰ
আকাশৰ ৰামধেনু
নিতে আদৰিম।।

★★

# মাৰ ৰিহাখন

মাৰ ৰিহাখন
মেৰিযাই লওঁ গাত
দেখিছেনে ভাল?
বাইদেউৰ লিপষ্টিক
ওঁঠতেই সানি লওঁ
লাগিছেনে ভাল?
অকমানি মাইনাৰ
চকুত লগোৱা
কাজল সানি লওঁ
মোৰ দুচকুত
কিয়নো হাঁহিছা বাৰু
হ'ল নেকি বৰ অদ্ভুত?
বাইদেউৰ ৰুজ সানি
ললো দুয়ো গাল।
মাই দেখিলে আহি
ধুৱাই মচি দিব
সকলো যে ৰং
বৰ উঠে খং
ৰং ঘঁহিলে বোলে
নষ্ট হয় ছাল
মোৰ ক'তো সুখ নাই
আনে ঘঁহিব পায়
মইহে নাপায়
বাউদেউৰ বিয়া হ'ব
তাৰ পাছত হ'ব
মোৰেই ৰং ঘঁহা পাল।।

★★

# মই হ'ম বহুৰা ডায়মণ্ড চাকার্চৰ

মই হ'ম বহুৰা
　　　　ডাইমণ্ড চাকার্চৰ
এফালে দীঘল পেন্ট
　　　　আনফালে চুটি
　　　　কি সুন্দৰ
　　　　বহুৰা চাৰ্কাচৰ।
এফালে গালত ৰং
　　　　আনফালে নাই
এই হঁহা, এই কন্দা
　　　　একো ঠিক নাই
　　　　লোকে মাৰে হাই জাম্প
　　　　মই মাৰো ভেকুলী জাপ
　　　　আধা ফুট ওখ
　　　　এই দেখ দেখ বাঃ বাঃ।।
চাইকেল লৈ যাওঁ
　　　　ৰচিৰ ওপৰেৰে
　　　　মানুহে হাঁহিত বাগৰে
কয় চবে, এনেকুৱা খেলা
　　　　ক'তো দেখা নাই।।

**

# ৰঙা সুৰুযৰ সোণালী কাঁড়ত

ৰঙা সূৰুযৰ
সোণালী কাঁড়ত
　　　　জাৰৰ কুঁৱলি উৰি গ'ল
নতুন উমেৰে
আমাৰ পৃথিৱী
　　　　কি যে ভাললগা হৈ গ'ল।।
ৰ'দে খেলি থকা
বননিত বহি
　　　　আমি একেলগে গান গাম
কত খেলা খেলি
দৌৰি ঢাপৰি
কৰিম আমাৰ
　　সজীৱ প্ৰাণ
দুখ বা বেজাৰ
যদি কিবা আছে
　　　　সেইবোৰ দূৰত পৰি ৰ'ল।।
বেলিৰে সোণালী
জোনেৰে ৰূপালী
　　　　জিল্‌মিল্‌ এই দিনবোৰ
ক'ত যে থ'ম
ক'ত যে নথ'ম
　　　　বুকুৰ মাজতে থ'ম মোৰ
ৰঙে ৰঙে ভৰি
সদায়, থাকিম
　　　　মন আলসুৱা হৈ ৰ'ল।।

**

# লাড়ুৱা গোসাঁই অ'

লাড়ুৱা গোসাঁই অ'
লাড়ুৱা গোসাঁই
দিয়া মোকো লাড়ু এটা
মই পোৱা নাই।।
মাই দিয়া চিৰা-পিঠা
নেখাওঁ নেখাওঁ,
তোমাৰ লাড়ুহে ভাল
দিয়াচোন খাওঁ
ইমান ধুনীয়া লাড়ু,
খাই পোৱা নাই
দিয়াচোঁ গোসাঁই।।
নাৰিকলৰ লাড়ু নে
বুন্দিয়াৰ লাড়ু?
সদায় খোৱা কিয়
নুঢুকায় বাৰু?
দিয়াচোঁন এনে লাড়ু
দুহাত ভৰাই
গোসাঁই গোসাঁই।।

★★

## স্কুলীয়া ল'ৰা আমি

স্কুলীযা ল'ৰা আমি
দুখে কষ্টে পঢ়োঁ
বহী কিনাৰ টকা নাই
কিতাপ কিনাৰ টকা নাই
লোককে খোজোঁ মাগো।

থাকো ভগা ঘৰত আমি
পেটত নাই ভাত
পেটৰ ভোকত পঢ়া নহয
মুখৰ নোলায মাত
আজিৰ প্ৰতিযোগিতাত
কেনেকৈ পঢ়োঁ?
(আমাক) ভাত দিয়া দুযোবেলা
থাকিবলৈ ঠাই
কাপোৰ দিয়া অভয দিয়া
য'ত জীযাই থকাৰ অধিকাৰ
মানুহ হৈ পাব
শিশু, আমাক দিয়া বিকাশ
ভৱিষ্যত গঢ়োঁ।।

**

## সোণ সূৰুযৰ সোণালী ৰহন

সোণ সূৰুযৰ
সোণালী ৰহন
সানি ললো গালে মুখে
উখল-মাখল
আমাৰ মনটি
পোহৰৰ বাটে বাটে।
জিৰজিৰকৈ
দুলি থাকিব যে মন
আগলৈ যাম
আগলৈ যাম
মনৰ হ'ব যে পণ
শিলৰ দৰে
অচল নহওঁ
আগুৱাম দিশে দিশে।।
ফুলৰ দৰে সুবাস বিলাম
ধুনীয়া ধুনীয়া কামেৰে
নদীৰ দৰে
বৈ যাম আমি
সোণ সূৰুযৰ উলাহিত গতিৰে
সোণালী ৰহন
সানি ল'লোঁ
গালে মুখে।

**

## হ'লনে নৌ

হ'লনে নৌ
হ'লনে নৌ
কি হ'ল?
যাবৰ হ'ল?
ক'লা ডাৱৰ সৌ?

গ'ল গ'ল
শুকাই গ'ল
লুইতৰে
বাঢ়ি অহা ঢৌ।।

হ'লনে নৌ
নিয়ৰ পৰাৰ নৌ
বকুলৰে সময় গ'ল
নিয়ৰৰে নৌ।।

হ'ল হ'ল আহিবৰ
পূজাৰ বতৰ
হ'ল হ'ল ফুলিবৰ
শেৱালী ফুলৰ
হ'ল হ'ল মন হ'ল
থৌকি বাথৌ।।

★★

## শিশুৰ গীত

বিহুটি হাঁহিনে
বিহুটি নাচোনে
বিহুটি পিন্ধনে
বিহুটি খাৱনে
মিলি হয় বিহুটি শুনা
নতুনে শকতি
পাওঁ তাতে গতি।

বিহু থাকে বনত
বিহু থাকে মনত
বিহু থাকে পণত ঐ
আমাৰ নতুন পণত

বিহু থাকে গামোচাত
বিহু থাকে জেতুকাত
বিহু থাকে সেৱাটি কৰাত
মাহ আৰু হালধিৰে
গাটো ঐ ধোৱাত
জলপানৰ কাঁহী লৈ
সকলোটি মিল হৈ
বিধে বিধে চিৰা-পিঠা খোৱাত
পিঠা পনা
লাডু মিঠৈ খোৱাত।

★★

# পূজা

পূজা আহিল পূজা আহিল
ৰিহিনাৰিণ, ৰিহিনাৰিণ
মাদল মাজে দূৰণিত
ৰিহিনাৰিণ, ৰিহিনাৰিণ।।
নাচে দেহে
নাচে মনে ৰঙৰ মেলাত
দোলা লাগে
লাগে দোলা
কিহৰ মায়াত
আহা ...... আহা .......
কহুঁৱাৰে ফুল
হায় হায়
আজি বিয়াকুল জোনৰ জোনাকেও নাচিছে
ভৰিৰে নেপূৰ
উঠে কিনো সুৰ
মন্থৰাৰে মায়া ওপচে।
ঝুমুৰ নাচো
একেলগে পূজাৰ দিনত
জবা ৰঙা শাৰী পিন্ধি
শ্যামল দেহত
জবা ফুলৰ
মালা পিন্ধি
সেউজী বনত।।

★★

# অসম দেশ

ঢোল বায় ক'ত-- অসম দেশত
পেঁপা বায় ক'ত -- অসম দেশত
ঢোলে পেঁপাই আছে ক'ত
নতুন বছৰ
অসম দেশত
এই
অসম দেশত।।
বিহুবান দিয়ে ক'ত
অসম দেশত
ৰঙালী বিহুটি ক'ত
অসম দেশত
ক'ত পাবা এনে বিহু
এই জাতিত
কেবল আমাৰ আছে
অসম দেশত।।
কুলিৰ মাতত মউ বৰষেণো ক'ত
বিহুৰ দিনত এই অসম দেশত
পলাশৰ ৰঙা ফুল বাছে বাৰু ক'ত
আমাৰ অসমত
মুখৰ ৰঙিলী হাঁহি
ফুলে বাৰু ক'ত
জেতুকা বোলেৰে ৰঙা
আমাৰ হাতত
এই অসম দেশত।।

★★

# গছ

সেউজীয়া গছ, গছ
সেউজীয়া লতা
বৰ ভালপাওঁ চাই
এই কথা সঁচা।

ঘৰটো অকলে আছে
দেখি অশুৱনী
গছ-লতা দিয়া ৰুই
দেখিব লাৱনী।

সেউজীয়া দেখিলেই
মনে মোৰ নাচে
গছৰ মান ধুনীয়া
আৰু কিনো আছে!

গছে গছে পাতি দিলে
ফুলৰে শৰাই
ইমান যে মোহনীয়া
থাকে তাকে চাই।

ৰঙচুৱা, গুলপীয়া, হালধীয়া ফুল
ফুলে ৰং ক'ত পায়?
কোৱাচোন বকুল।

সোণাৰু ফুলৰ ৰং
সোণ বৰণীয়া
কৃষ্ণচূড়াৰ ৰঙা পাহি
অতিকে ধুনীয়া।
বৰষুণৰ বতৰত
এইবোৰ ফুলে
বতাহৰ ছেঁৱে ছেঁৱে
হালে-জালে, দোলে।

গুলচৰ ফুল অ'
গুলচৰ ফুল
তোমাৰ সুৰভিয়ে
কৰে যে আকুল।

শেৱালী ফুলিলেই
বতৰ কোমল
জোনেও আকাশত
কৰে জ্বলমল।

সৰিয়হ ফুল ফুলে
পথাৰে পথাৰে
হালধীয়া নৈ যেন
ইপাৰে সিপাৰে।

পলাশ, মদাৰ আৰু
শিমলুৰ ৰঙে
মন ৰঙাই যায়
ফাগুনে, ফাগুনে।

কপৌ, তগৰ আৰু
নাহৰ, কেতেকী
বিহুৰ বেলিকা ফুলে
যেন ৰৈ থাকি।

আমাৰ গছতে
আমে মলিয়ায়
কুলিৰ মাতকে শুনি
জোপোহা গছৰ
শীতল ছাঁয়াত
বহি থাকে ঋষি-মুনি।

জিৰ্ জিৰ্ জিৰ্ জিৰ্
গছে দিয়ে বা
ছাঁত বহি গাম দেই
সা ৰে গা মা পা।

লিচু গছ শুৱনী
সেউজীয়া বননি
ছাঁত বহি তাতে
কিতাপ পঢ়িম দেই
ছবিও আঁকিম দেই
আমি লগে-ভাগে।

আঁহত আৰু জৰি
পাত সৰি সৰি
লঠঙা নহয়
দুৰণিৰ পখী
আহে জাক পাতি
তাতে বাহ লয়।

দেবদাৰু গছবোৰ
থাকে শাৰী পাতি
'গাৰ্ড অব অনাৰ' দিয়ে
সকলোৰে প্ৰতি।
আম খাম
জাম খাম
আৰু খাম কল
তেহে আমি
পাম বোলে
তেজ আৰু বল।

বেল গছৰ
পকা বেল
গোন্ধ কিযে ভাল
খাম দেই
গাখীৰেৰে ৰঙা হ'ব গাল।

বাঁহৰ আগত
বগলী নাচে
ধান পকিবলৈ
কেইদিন আছে।

কাতি বিহুৰ আহিলে দিন
তুলসী গছ কম
কলপাত পাৰি তাতে
চাকি, শৰাই দিম।

পলাশবাৰীত পিক্‌নিক্ হ'ব
পলাশ গছৰ তলত
চাঁদডুবিত ডুবিব জোন
চাম উঠি নাৱত।

শালনিত শাল গছ
হাফলঙত লং
বৰতলত বৰ গছ
যদি নাই, খং।

ঋষিয়ে নকয় কথা
নীৰৱ, মগন
শান্ত, গম্ভীৰ কি যে
আদৰ্শ পৰম।

মানুহে গছক কাটে
তথাপিতো গছে
ছাঁ দিয়ে, ফুল দিয়ে
মুখেৰে নেমাতে
গছে ক্ষমা কৰে
গছৰ আছে জীৱ
সেয়ে গছ কল্পতৰু,
(যেন) ভোলানাথ, শিৱ।
গছৰ শিপাই ......
মাটিকেই ধৰি
গছ নহ'লে মাটি
যাব উটি, বুৰি।

গছ আমাৰ বন্ধু জানা
বৰ মৰমৰ
বিপদত তৰি আছে
নাৰাখো খবৰ।
বেয়া বায়ু শুহি লয়
ভাল বায়ু দিয়ে

গছ নহ'লে মানুহ
থাকিব নোৱাৰে।

সেৱা কৰো, সেৱা কৰো
অৰণ্য বননি
গছ ৰুম সৰু, বৰ
মিলি ভাই-ভনী
গছ ৰুম, গছে দূৰ
কৰিব বিঘিনি।

কলমৌত ........
কলমৌ লতা
নাৰিকলত .......
খাবলৈ মিঠা।

আম, জাম, কঠাল জানা
বাৰিষাৰ ফল
আটাই ঋতুতে পাবাই
নানাবিধ ফল।

আঠিয়াৰ গুটি থাকে
জাহাজী দীঘল
মালভোগ, মনোহৰ
কলৰ যুগল।

আগলি কলাপাত
লৰে কি চৰে
আইৰ ঘৰলৈ
মনতে পৰে।

কলগছৰ দোনা সজা
বিয়াই শৰাধে
কিমান কামত আহে
অতি সহজতে।
কলগছৰ কত গুণ
পচলাৰ জুতি
কলডিলো কিযে ভাল
খাম খুজি খুজি।

কলপাত কাটি লোৱা
তাতে গৰম ভাত
গৰু ঘিউ দি লোৱা
অতিকে সোৱাদ।
ভীমকলৰ বাকলি
পুৰি খাৰ কৰা
মিঠাতেল দি খাই
মাত ভাল কৰা।
নাচপতি আমলখি
ৰঙাকৈ ডালিম
ৰুই দিবা সযতনে
সোনকালে আহিম।

তুলসী দিবা ৰুই
কাতি বিহুৰ দিনা
জোনৰ বুকুতে তেহে
দেখিবা হৰিণা।

লাই, লফা, ধনীয়া
জাৰকালি কৰোঁ
গছ বুলি নকওঁ তাক
হালি কুৰি ধৰোঁ।

মাটিকাদুৰী মানিমুনি
এইবোৰ বন
অসুখত এইবোৰে
আচলৰ ধন।

ৰঙালাও, পানীলাও
আৰু যে কোমোৰা
জিকা, ভেন্দি, তিয়হ আৰু
পকাকৈ ঠেকেৰা
মৰিচা, চজিনা আৰু
বিলাহী, বেঙেনা
পটল, স্কোৱাচ খেতি
ঘৰতে কৰানা।
শিলিখা, ভোমোৰা
আৰু আমলখি

'ত্ৰিফলা' বুলি কয়
এই তিনি সখী
ঔষধৰ গছ এয়া
বহু অসুখৰ।
ঘৰৰ বাৰীত ৰুবা
পাৰ্হবি ভাগৰ।

ঔটেঙা, তেতেলী
আৰু নিমগছ
বাৰীত থাকিলে ভাল
লাগে প্ৰয়োজন ত

নাহৰ সুকাঠী গছ
আঁহত আৰু জৰি
শাল, সৰল, মঙ
এজাৰ
দেবদাৰু, সোণাৰু
অগৰু, চন্দন
শিমলু, পলাশ মদাৰ
কিবে বিতোপন।

লহপাহ নাহৰৰ
ৰঙা কুহিপাত
বিহ আহি পালেহিয়েই
তত নাই গাত
বাহ গছ দেখাত যদিও
শুৱনী নহয়
বাঁহৰ কিমান কাম
জানিবা নিশ্চয়
জেওৰা জপনা হয়
দলং আৰু চাং
ঘৰ সাজোঁ বাঁহেৰেই
কাঠি, কামী, খাং।

কিমান শুনিবা আৰু
অৰণ্যৰ গান
ওলাবা এদিনা হাবি
চাবলৈ যাম।
গছ চাম, বন চাম আৰু ফুল লতা
গছৰ ছাঁযানে যেন [illegible]কা।

অমৰা, মধুৰী, কৰ্দৈ
কমলা, বগৰী
মিৰিকা টেঙাৰ ৰং
চাম চকু ভৰি।

গছ নহ'লে মানুহ
থাকিব নোৱাৰে
শুদ্ধ বায়ু বিয়পায়
কেবল গছেহে।

★★

# ৰজা

[মঞ্চসজ্জাঃ গছ-গছনিৰে এখন অৰণ্য, গছবোৰ নানা ৰঙৰ ফুলেৰে সুশোভিত, দূৰত দেখা যাব পাহাৰ। ভিতৰত টেপৰেকৰ্ডাৰৰ সহায়ত বিভিন্ন চৰাইৰ কিচিৰ মিচিৰ মাত বজাই থাকিব।

ময়ূৰ, ৰাজহাঁহ, কপৌ, ভাটৌ, কাউৰী, বগলী, বৰটোকোলা আদি সৰু-ডাঙৰ চৰাই আৰু হৰিণা, শহা, বান্দৰ আদি জন্তুৰ দৰে মুখা আৰু সাজ পিন্ধি ল'ৰা-ছোৱালী কিছুমানে মঞ্চত ইফাল-সিফাল কৰি থাকিব। এনেতে মেঘৰ গুৰু গুৰু গুৰু ধ্বনি শুনা যাব। মেঘৰ গুৰু গুৰু মাতৰ লগে লগে তিনিটামান ময়ূৰে পেখম ধৰি ধৰি নাচিব।]

## ময়ূৰ নৃত্যৰ গীত

কাজল মেঘে কৰে গুৰু, গুৰু
 সেযা গুৰু, গুৰু
উলাহতে মন উৰু উৰু
 মন উৰু উৰু
ফুলাম পাখিৰে আহাঁ ধুনীয়া পেখম তুলি
 আকাশলৈ আহা
 উৰা মাৰোঁ।।
নাচে নাচে মন নাচে নাচে
বৰষাক ওলগনি যাচে, যাচে
 সেউজীয়া হ'ব ধৰা
 সোণাৰু, কৃষ্ণচূড়া
 ফুলিব যে গছে গছে
 মৌ মাখি উৰিবহি আৰু
 কাজল মেঘে কৰে গুৰু গুৰু

[ময়ূৰ তিনিটাই নাচি নাচি আঁতৰি যোৱাৰ পাছত ফৰিঙৰ দৰে সেউজীয়া সাজ পিন্ধি অকণমানি তজবজীয়া ল'ৰা এটা জপিযাই জপিযাই আহি ক'লে।]

ফৰিং ঃমই ফৰিং ৰিং ৰিং ৰিং
 ফোন এটা কৰো ক'ত
 কিৰিং কিৰিং
 বনতে মুখ দি কওঁ
 হেল্ল, হয়নে চাৰিং?
 ইজ ইট্ চাৰিং?
 চাৰি বজাত তোমাক
 লগ পাব পাৰিম??

[কৈ কৈ ফৰিং আঁতৰি গ'ল। সখিয়তী চৰায়ে হাতত বেহেলা লৈ গীত গাই গাই আহিল।]

সখিয়তী ঃ সখী ক'ত সখী ক'ত
মই সখিয়তী
বিচাৰি ফুৰিছো সখীক
মই দিনে ৰাতি
সখীক নেপাই হিয়া
হাঁয় ছাটি ফুটি
বিনাও গছে গছে
সখীকেই মাতি
সখী ক'ত সখী ক'ত
মই সখিয়তী।।

[সখিয়তীয়ে গীত গাই গাই আঁতৰি যোৱাৰ পাছত বুঢ়ী এজনীৰ বেশত এজনী চৰায়ে নাতিনীয়েক কেতেকীক মাতি মাতি আহিব।]

বুঢ়ী চৰাই ঃ অ' কেতেকী, অ' কেতেকী
ভাত হ'ল নেকি??

[বুঢ়ী চৰাইজনীয়ে তিনিবাৰমান মাতি মাতি ভিতৰলৈ যাব। সৰু সৰু শহা আৰু পোবালী চৰাই কেইটামান এনেতে ওলাই আহি মঞ্চত গীত গাই উমলি থাকিবহি।]

অলং দলং কৰিছে, আমাৰ ঘৰ লৰিছে
আমৰ কলি সৰিছে, কেঁচা কঠাল পকিছে
বিদ্যা আমাৰ বন্ধু।।

[এনেতে চশমা আৰু কোট পিন্ধি, লাখুটি হাতত লৈ বগলী ওলালহি। শহা আৰু সৰু সৰু চৰাইবোৰে বগলীক দেখি "ছাৰ আহিছে", "ছাৰ আহিছে" বুলি "নমস্কাৰ", "নমস্কাৰ" কৰি চিঞৰিবলৈ ধৰিলে, বগলীয়ে ক'লেঃ।]

বগলী ঃ কি কৰিছ তহঁতবোৰে?
চৰাই ঃ ছা, নেওঁতা মাতিছো সুৰে সুৰে
বগলী ঃ সাঁথৰ এটা সোধো ৰ,
কোনে পাৰ বেগাই ক।।
ধৰি ল, মোৰ হাতত আম
পাঁচটা আছে, এটা খাম......
পাতিহাঁহ ঃ কি ধৰিম? ক'ত ধৰিম?
শহা ঃ কোনটো আম?
মই খাম।।
বগলী ঃ নহ'ব সাঁথৰ, বাদ দে।
অৰ্থ সোধো, উত্তৰ দে
ভাতৰ তিতা খাব পাৰি
মাতৰ তিতা খাব নোৱাৰি......

চৰাই ঃ ছাৰ, বৰষুণত তিতা নে নিয়ৰত তিতা?
বহুতদিন নিয়ৰ নাই, বৰষুণনো ক'তা??
বগলী ঃ একো নোৱাৰ তইঁতে
বেঞ্চৰ ওপৰত উঠ
তিনিঘন্টাৰ কাৰণে
বন্ধ কৰহঁত মুখ।।
[এনেতে ডিঙিত ভঙা টিন এটা আঁৰি বান্দৰে মঞ্চত প্ৰৱেশ কৰিব।।]
বান্দৰ ঃ ৰাইজ শুনক শুনক
খবৰ আছে আমোদজনক
কাইলৈ আবেলি পৰত
সভা হ'ব এই বনত
দলে দলে যোগ দিয়ক, ৰাইজ শুনক শুনক।।

## ২য় দৃশ্য

[চৰাইবোৰে সভা পাতিছে। মৃগা বা চকীত আটায়ে সাজপাৰ কৰি বহিব।।]
চেক্রেটাৰী ভাটৌ ঃ আৰম্ভণি হক সুৰেৰে
বন-কুকুৰাৰ গীতেৰে।।
বন কুকুৰা ঃ পুৱালে ৰজনী, উঠা বন্ধু তুমি
টোপনি সামৰি থোৱা
জাগিলে আকাশ জাগিলে বতাহ
উঠা উঠা সাৰ পোৱা।
ভাটৌ ঃ হ'ব আৰু গান
সভাৰ বিষয়ে কওঁ শুনা পাতি কাণ
বগলী ডাঙৰীয়াই
চলাওক আজিৰ সভাৰ
সভাপতিৰ কাম।।
[ফেঁচাই উৰুলী দিলে, বাকীবোৰে হাত-চাপৰি দিলে, চশমাযোৰ পিন্ধি বগলী আগলৈ আহি বহিলহি।।]
বগলী ঃ চকুৰ কাম কৰি কৰি
চকুৰে নমনো,
ৰাইজৰ আদেশনো
কেনেকৈ নামানো!
ভাটৌ ঃ ৰাইজ এটা দুখৰ কথা
পালো ভাবি চাই

ৰজা এজন চৰাইবোৰে
পাতি লোৱা নাই।
পশুৰ ৰজা আছে
সিংহ মহাৰাজ
পখীৰ ৰজা নাই
এযা বৰ লাজ
কাক আমি ৰজা পাতো
হওক আলোচনা
অভিষেক পাতি তেওঁক
কৰিম বন্দনা।।

[চৰাইবোৰৰ কোঢাল বাঢ়িল। কথা কটাকটি হ'ল। তাৰ পাছত কপৌৰে উঠি ক'বলৈ আৰম্ভ কৰিলে।।]

কপৌ : সভাপতি মহোদয়, মই কপৌ
শান্তিৰে হ'ব লাগে কামবোৰ নিতৌ
ভোট লোবা বেযা হ'ব এটা নাম কওক
ভাল পখী যি তাকে ৰজা পাতি লওক।

এটা চৰাই : ভাল মানে কি?

অন্য এটা চৰাই : ধুনীযা আমাৰ মাজত
যি আছে সি।

শগুণ : ৰূপ থকা হ'লে ময়ে ৰজা হ'লো হয়,
পিছে আটায়ে ক'ম হাঁয, শগুণটো যেন বুলি কয়।

বৰটোকোলা : পৰিপাটী জকমক্ তেলীয়া সাৰেং
ৰজা হ'লে শুৱাব ঠিক ৰজাৰ কাৰেং
কি বোলে ৰাইজসব, নহ'বনে ঠিক?
অশুৱনী ৰজাক সবে কৰে ধিক ধিক।

সভাপতি : তেলীয়া সাৰেং ৰজা হ'ব
নহ'লে আপত্তি
হাত চাপৰিৰে ৰাইজ
জনাওক সন্মতি।

[আটাইবোৰৰে হাতচাপৰি ।]

**সৰু সৰু শহা আৰু চৰাইবোৰৰ গীত :**
তেলীয়া সাৰেং, তেলীয়া সাৰেং
আগলৈ আহাঁ
কাৰেঙত চাৰেং বাজে
ৰাজপাটত বহা।

**[তেলীয়া সাৰেং হৈছে অসম্ভৱ ধুনপেচ মৰা চৰাই। তেলীয়া সাৰেঙে ছোৱালীৰ দৰে থিয় হৈ নমস্কাৰ দিলে।।]**

ভাটৌ ঃ ৰাইজসকল,
পৰহিলৈ তিনি বজাত ৰজা পতা হ'ব
আনন্দ-উৎসৱ কৰি ভোজ-ভাত খাব
ৰাইজসকল, দিহাদিহি কামত লাগক
ৰিহার্চেল নিমন্ত্ৰণ সকলো কৰক।।

বগলী ঃ সভাৰ কাম আজি শেষ হ'ল তেনে জাতীয় সঙ্গীত গাওঁ আমি আটাইখনে-

[আটাইবোৰ থিয় হৈ জাতীয় সঙ্গীত একান্তমনে গালে।]

জাতীয় সঙ্গীতঃ অ' মোৰ মৰমৰ বন
অ' মোৰ বুকুৰে ধন
এনেখন ধুনীয়া, এনে সেউজীয়া
এনেখন অৰণ্য বন।।
অ' মোৰ গছৰে ফল
তোকে খাই গাতে পাওঁ বল
আমি মিলিজুলি থাকিম সকলোটি
আহিলেও বাৰিষা ঢল।।

## ৩য় দৃশ্য

[এখন চকীত বহি মেজ আগত লৈ কাঠৰোকাই খট্ খট্‌কৈ টেলিগ্ৰাম কৰিছে।]

কাঠৰোকাঃ টৰে টক্কা, টৰে টক্কা
আনন্দৰে বাজে ডঙ্কা।।
তেলীযাসাৰেং ৰজা হ'ব
মিটিঙলৈ আহিব যাব।।

[সিফালে আন এটা মূৰত চকীত বহি মেজ আগত লৈ এটা হেতুলুকা চৰায়ে হিকটিয়াই হিকটিয়াই চিঠিৰ খামত নাম লিখি থাকোতে মুখেৰে গাই গৈছে।]

হেটুলুকাঃ আমেৰিকা, বার্লিন
জীজী, নেঘেৰিটিং
আফ্ৰিকা, মঙ্গলদৈ
মেক্সিকো, ডিগবৈ
জাপান, ভালুকপুং
ৰুচিয়া, হাতীচোং
নিমন্ত্ৰণ চিঠি যায
ৰ'বৰ সময় নাই।

[মঞ্চৰ এমূৰৰ পৰা চট্ চট্‌কৈ ঘনচিৰিকা সোমাই আহোঁতেই ঠিক ইফালৰ পৰা ভাটৌৱে কাউৰী, ৰাজহাঁহ, বালিমাহী, গেদগেদী মাছ, চেঙেলী মাছ আৰু গঙ্গাটোপ মাছক লৈ সোমাই আহিল। ঘনচিৰিকাক দেখি ভাটৌৱে ক'ব ঃ]

ভাটৌ ঃ ঘনচিৰিকা, ঘনচিৰিকা
কেনি তুমি যোৱা
ঘনচিৰিকা ঃ তামোল কটা হোৱাই নাই
মেল মৰা থোৱা।।
[ঘনচিৰিকা প্ৰস্থান]
[ভাটৌৰ তেতিয়া ইবোৰক ক'ব।]
ভাটৌ ঃ ষ্টেজ ৰিহার্চেল ইয়াতেই কৰা
এটা ৰাতি আছে চব ৰেডী কৰা।।
[ভাটৌৰ কথা শুনি কাউৰীয়ে হাৰমনিয়াম লৈ বহিব, শালিকী চৰায়ে তবলা ল'ব। গলগলীয়া মাতেৰে কাউৰীয়ে গাব ঃ]
কাউৰী ঃ কা, কা,
বাছাইঁত গলা সুৰলা কৰি
মোৰ দৰে গা, গা।
কা, কা,
বালিমাহীৰ টুইষ্ট নাচ
চা চা-
[কঁকাল ঘূৰাই ঘূৰাই বালিমাহীয়ে 'টুইষ্ট' দিব।]
কাউৰী ঃ কা কা
এইবাৰ ৰাজহাঁহ
আহ, আহ
'কোৰাচ'টো তইঁতে
গলাখুলি
গা, গা
[ৰাজহাঁহে টেঁট টেঁটকৈ সমস্বৰে চিঞৰিব। তাৰ পাছত সা ৰে গা মা পা ধা নি সা সমস্বৰে গায়। ঘূৰাই পকাই দুবাৰমান গোৱাৰ পিচত কাউৰীয়ে ক'ব ঃ]
কাউৰী ঃ চমৎকাৰ, চমৎকাৰ
গলাবোৰ আৰু অলপ
কৰ পৰিষ্কাৰ।
নাটকৰ দৃশ্যটো
এইবাৰ চাওঁ
[ঘড়ী চাই।] ভাতৰ সময় হ'ল
ঘৰলৈ যাওঁ।
ষ্টাৰ্ট, কুইক্ কুইক্
নকৰিবি লাজ
বেয়া হ'লে মাৰ দিম
আছে বাঁহ গাজ।।

[নাটকৰ দৃশ্য আৰম্ভ হ'ব। গেদগেদী মাছে ওৰণি টানি ঘৰ সাৰি থাকিব। ইফালৰ পৰা চেঙেলী মাছে সুহুৰিয়াই আহি ক'ব ঃ]

চেঙেলী ঃ কি খবৰ, গেদ্‌গেদী বাই
সবাহ'লৈ যায় নে নেযায়?
[মুখ জোকাৰি গেদ্‌গেদীয়ে ক'ব]

গেদ্‌গেদী ঃ মাতিছহি গেদ্‌গেদী বুলি
আহ বুঢ়ীমাৰে ছিঙো চুলি

[চেঙেলী মাছে দৌৰ মাৰিব। অলপ পাচতে পেটুৰা, চাপৰ গঙ্গাটোপ মাছ ফোঁপাই জোপাই আহিব আৰু লেনীযাই মিনতিৰ সুৰত ক'বঃ]

গঙ্গাটোপ ঃ কাঞ্চনমতী বাই, কাঞ্চনমতী বাই
নাম ধৰিবলৈ যাব নে নেযায়??

[গেদ্‌গেদীয়ে এইবাৰ ৰাংঢালী হৈ উলাহতে ক'ব]

গেদ্‌গেদী ঃ গুণীয়েহে জানে গুণীৰ মোল
বোলো, গঙ্গাধৰ বোপানে কোন!
ব'লা ব'লা সবাহলৈ যাওঁ

[দুয়ো যাবগৈ]

কাউৰী ঃ চাবাচ, চাবাচ,
ঠিক আছে
দুয়ো মাছ।
এতিয়া ছুটি
ঘৰে ঘৰে ৰুটি।।

[আটাইবোৰে "স্কুল ছুটি, ঘৰে ঘৰে ৰুটি" বুলি চিঞৰি চিঞৰি উলাহ মনেৰে যাবগৈ।]

## ৪ৰ্থ দৃশ্য

[তেলীয়াসাৰেঙৰ ঘৰ। ইপিনে সিপিনে দ'ম দ'ম কাপোৰ-কানিৰ খেলি-মেলি। তেলীয়াসাৰেঙে ঘঁহি পিহিয়েই তৎ পোৱা নাই। কেঁচি হাতত লৈ নাপিতে তেলীয়াসাৰেঙক সুধিছে ঃ]

নাপিত ঃ গোঁফত কওক 'ছাৰ'
কোন 'কাট' দিম?
ফ্রেন্স কাট? গাইমুৰা কাট?
নে ভীম কাট দিম??

তেলীয়াসাৰেং ঃ নতুন লাগিছে শুনি
গাইমুৰা কাট
দিয়া তাকে নচুৰাম
গোঁফত দি হাত।

গোমচেং, টেৰীলিন
পিঙ্কো কোনসাজ
এচেঞ্চ কোনটো ল'ম
ৰুমালৰ ভাঁজ।
[এনেতে গুবৰুৱাই ভোঁ ভোঁ কৰে হেলিকপ্টাৰ চলাই পালেহি]
গুবৰুৱা ঃ হ'লনে 'ড্ৰেচ' কৰা
সময় আৰু নাই
ভোঁ ভোঁ কৰি মোৰ
হেলিকপ্টাৰ যায়।
তেলীয়াসাৰেং ঃ কিহৰ হেৰা লৰালৰি
কিহৰ সময় নাই?
ৰজাৰ তৰোৱালে
সময় কঁপায়।
চুলিত কলপ মোৰ
লগোৱাই নাই
মুখৰ 'পেইন্ট' মোৰ
শুকোৱাই নাই
কৈ দিয়া ৰাইজক
হ'ব মোৰ দেৰি
ৰজা যাব যেতিয়া নাই লৰালৰি।
[তেলীয়াসাৰেঙৰ কথা শুনি গুবৰুৱা গ'লগৈ ]
তেলীয়াসাৰেঙৰ ঘৰৰ লগুৱা-লিকচৌবোৰক কাঢ়া হুকুম দিছে
নখৰ জেতুকা ক'তা?
এই লৈ আন।
জোতাত ৰং মোৰ
সানিছনে? সান।
কাপোৰ ইস্ত্ৰি নাই
মাতি আন মিস্ত্ৰি
চিৰতাৰ পানী খুৱাই
দে তাক শাস্তি।।
[গুবৰুৱা আকৌ ওলালহি- তেলীয়াসাৰেঙক নিবলৈ]
গুবৰুৱা ঃ হ'লনে নাই, হ'লনে নাই
সময় নাই, সময় নাই
তিত্ তিত্ বাজে 'হৰ্ণ'
ৰাইজৰ উঠিছে খং।।
তেলীয়াসাৰেং ঃ এহ্ এহ্ থোৱা থোৱা

দেৰী হ'ব, যোৰা যোৰা
পাগুৰী নে ষ্ট্ৰহেট?
মুকুট নে গান্ধীকেপ?

গুবৰুৰা ঃ মই তেনে যাওঁগে
ৰাইজক কওঁগে।।

## ৫ম দৃশ্য

[চৰাই সকলোবোৰে বহি আছে। শহা আৰু বান্দৰো বহিছে। আটায়ে ঘনে ঘনে বাটলৈ চাইছে। ৰাইজৰ মাজত কথা-বতৰাৰ নানান আলোচনা চলিছে। ভাটৌ চেক্ৰেটাৰীয়ে চুৰীয়া পাঞ্জাবী চোলা পিন্ধি মাজে মাজে সকলোকে মনে মনে থাকিবলৈ কৈছে। ভেকুলীয়ে টোৰোক টোৰোক কৰি হোঁকা খাইছিল। ভাটৌৱে বন্ধ কৰি দিলে।]

ভাটৌ ঃ হোকা খাইছে কোনে?
থাকা সবে মনে মনে।
ৰজা আহি পাবহি
নাচ গান চাবহি।

[কোনোবাই হাঁচিযাইছে, কাৰোবাৰ কেঁচুৱাই কান্দিছে।]

ভাটৌ ঃ চুপ্ চুপ চুপ্ চুপ
জ্বলোৱা নাই কিয় ধূপ?
মটৰ আহিলেই সৌৱা [বাহিৰলৈ চাই]
অ' ৰজা দেখোন নাইকিযা।।

[এনেতে গুবৰুৰা ঘামি-জামি সোমালহি]

গুবৰুৰা ঃ ৰজা অহাত আছে দেৰি
গ'লোঁ এনেই পেট্ৰল পুৰি।

[সকলোবোৰে উচ্‌পিচ্ লগাব। গণ্ডগোল, খেলিমেলি হ'ব]

ভাটৌ চেক্ৰেটাৰী ঃ ৰাইজ অলপ ধৈৰ্য ধৰক
নৃত্য-গীতেৰে চকু জুৰাওক।।

[আটায়ে তেতিয়া হাত-চাপৰি দি বহিল]

ভাটৌ ঃ প্ৰথমে নৃত্য
বজোৱা বাদ্য।।

[ভাটৌৰ কথাৰ লগে লগে ভিতৰত নৃত্যৰ বাদ্য বাজিব। পখিলা দুটা অথবা চাৰিটা ওলাই আহি 'বাগুৰুম্বা' (বড়ো নৃত্য) নৃত্য দিব।]

ভাটৌ ঃ এতিয়া অতিথি শিল্পী মেকুৰী
দিয়া, হাত চাপৰিৰ জাউৰি।।

[আটায়ে হাতচাপৰি দিব। মেকুৰীয়ে সাজিপাৰি আহি আহি অঙ্গী-ভঙ্গীৰে ধুনীয়াকৈ প্ৰকাশ কৰি গীত গাব]

মেকুৰী ঃ চুচুক-চামাক খোজেৰে
পিৰালীৰে দাঁতিৰে
মজিযালৈ দিওঁ খোজ
কতনো হেঁপাহেৰে।।
মেলাহিকৈ কাঁহীত ঐ
ভজা মাছ দেখো ঐ
লোভৰ পানী টপ্ টপ্
বাগৰে মোৰ জিভাৰে
চুচুক চামাক খোজেৰে
মুখৰ জুতি লওঁতেই
ৰান্ধনীয়ে হেতাৰেই
দিলে কোব কঁকালতে
কচকা ৰ'ল জীৱনতে
কঁকালৰ বিষত হাঁয
মালিচ কৰি তৎ নাই
ঢেক্কুৰুচ খোজেৰেই
পিৰালীৰে কায়েৰেই

[আটাইৰে "চাবাচ চাবাচ" হাত চাপৰি]

ভাটৌ ঃ এইবাৰ, এইবাৰ
নিচুকণি গীত হ'ব
ঘৰচিৰিকাৰ।

[ঘৰচিৰিকা চৰায়ে আধুনিক মহিলাৰ সাজ পিন্ধি, হাতত পুতলা এটা লৈ খিচিৰী সুৰত গায ]

ঘৰচিৰিকা ঃ চি, চৈ, চি, চৈ, ঐ, চিঁচৈ, চিঁচৈ
চেণ্ডইচ কফি আছে, নাই মিঠৈ
আজ কালমে চল গিযা
বেবী ডন্ট ক্ৰাই, শো যা।

[ঘৰচিৰিকাই গীত গাই থাকোঁতেই গুবৰুৰাৰ হেলিকপ্টাৰ আকৌ পালেহি]

ভাটৌ ঃ পাইলট আহি গ'ল
মিটিঙৰ সময হ'ল

গুবৰুৰা ঃ বজাৰ হোৱাই নাই
সাজোন-কাচোন

পুৰোহিত চৰাই ঃ লগ্ন যায যায, কি কৰোঁ কোৱাচোন??

[ঘড়ী চাই] দুই মিনিট পাছতেই লগ্ন আৰু নাই।

ভাটৌ [বিতত হৈ] ঃ কি হ'ব, তেন্তে কি হ'ব উপায়??

বগলী [গহীনকৈ] ঃ কথা এটা কোৱা মই উচিত ভাবিলোঁ
বুঢ়া হ'লো জীৱনত বহুত দেখিলোঁ।।
সময়ৰ জ্ঞান যিজনৰ নাই, খুনপেচ মাৰিয়েই সময় নিয়ায়
তেওঁ ৰজা হ'লে দেশ তললৈ যায়।।
বিলাসীতা মাথো জানে জ্ঞান একো নাই
সেইজনক মই হ'লে ৰজা পতাত নাই।।

[চৰাইবোৰে সমৰ্থনত চিঞৰি ক'বঃ ঠিক, ঠিক, ঠিক, তেলীয়াসাৰেং ধিক্ ধিক ধিক্]

বগলী ঃ তজবজীয়া, বুধিযক ফেঁচু ৰজা হওক
গুণৰ আগত ৰূপ ৰসাতলে যাওক
ফেঁচুৰ ৰংহে ক'লা তাত দোষ নাই
ৰূপে কৰিব কি গুণেহে তৰায়।।

চৰাইবোৰৰ জয়ধ্বনিঃ জয় ফেঁচুৰ জয়, আমাৰ ৰজাৰ জয়, ফেঁচু ৰজা জিন্দাবাদ।।

[ফেঁচুক পুৰোহিতে মুকুট, মালা পিন্ধাই ফোঁট দিব। ফেঁচাই উৰুলী দিব। ফেঁচুক নমস্কাৰ দিব। আনন্দত আটাইবোৰে গাব, নাচিব]

সমস্বৰে গীত ঃ জয়, জয় ফেঁচুৰজা, প্ৰণামো চৰণ
জয়, জয়, পখীকুলৰ, জয় আমাৰ বন।।

[পশু-পক্ষীবোৰে আনন্দতে যাৰ যি ধৰণৰ মন যায় গীত গাই, নাচ দি ভিতৰলৈ ভোজ খাবলৈ যাব। মঞ্চত অকলে বগলী বহি থাকোঁতে ভাটৌৱে মাতিব ঃ]

ভাটৌ ঃ বলক ছাৰ, আছে ভোজ-ভাত
বগলী ঃ নধৰিবা বোপা, পিত্ত আছে গাত

[ভাটৌ গ'লগৈ]

তেলীয়াসাৰেং ঃ মোৰ গোৱা নাই বন্দনা
কোনো ক'তো নাই।
আহাচোঁ বেগাই।
মন্ত্ৰী কোন আছ কটোৱালক মাত
সময় নুবুজাবোৰৰ ডিঙিবোৰ কাট।

বগলীঃ [গল হেকাৰি মাৰি] ৰজা পতা হৈ গ'ল
ঘৰলৈ যোৱাগৈ
নিজৰ ডিঙি নিজে কাটি
ৰজা বোলোৱাগৈ
অবাবতে যিজনে
সময় নিয়ায়
সময়ে ইদৰে ঠগে
জানিবা সদায়।।

[তেলীয়াসাৰেঙৰ ঘৈণীয়েকে ভেনিটি বেগ হাতত লৈ সাজি-কাচি আহিছিল ৰজা নোহোৱা বুলি শুনি চকুত ৰুমাল দি কান্দিবলৈ ধৰিলে ঃ]

ৰাণী হোৱা নহ'ল ঐ

ফেঁচী ৰাণী হ'ল ঐ

[তেলীয়াসাৰেঙে ঘৈণীয়েকক "নেকান্দিবা ডাৰ্লিং, নেকান্দিবা" বুলি কৈ কৈ নিজেও ফেঁকুৰি ফেঁকুৰি তাৰ পাছত ডাঙৰকৈ কান্দিবলৈ ধৰিলে এনেতেই পট পৰিব।]

★★

# বন্ধু

(বহাগ বিহুৰ উৰুকাৰ দোভাগ ৰাতি। মামনিহঁতৰ পাকঘৰৰ দৃশ্য। বহল কোঠাটো দুভাগ কৈ আছে এখন চাপৰ বেৰেৰে। এফালে আখল। তাত চৌকা পানীচাং। বেৰত ডলা চালনী, কেৰাহী ওলমি আছে। আওজাই থোৱা, আছে দুই এখন পীৰা। পানীচাঙৰ টেকেলি আৰু টিনত চিৰা, সান্দহ, আখৈ, তিলপিঠা ঘিলাপিঠা, লাওপিঠা, নাৰিকলৰ লাড়ু, তিলৰ লাড়ু, পকামিঠৈ, এটা ডাঙৰ চৰুত ফেনীপিঠা আৰু জেলেপী। বস্তুবোৰৰ পৰিচয় দিবলৈ টেকেলি, টিন আৰু চৰু প্ৰতিটোৰে গাত ডাঙৰ ডাঙৰ আখৰেৰে স্পষ্টকৈ লিখা 'লেবেল থাকিব চিৰা, সান্দহ এনেকৈ। মঞ্চত দেখুৱাওঁতে, প্ৰথমেই প্ৰতিটো টেকেলি আৰু টিনত বিশেষ পোহৰ' এবাৰ এবাৰ পেলাই দেখুৱাই যাব। পাকঘৰৰ কোঠাটোৰ ইটো ভাগত আছে জালৰ সৰু মিটচেফ এটা। তাত বিভিন্ন টিন আৰু মলাত আছে কেক, কৰ্দৈ, নানখাতা চিঙাৰা, ভুজিয়া, ৰসগোল্লা। মিটচেফৰ ওপৰত কাপ প্লেট, টি পট, চামুচ। এই সকলোবোৰতে চিৰা-পিঠাৰ টিনত লগোৱা লেবেলৰ দৰেই ডাঙৰ ডাঙৰ লেবেল থাকিব। পাকঘৰটোৰ মাটিত আছে কেইখনমান কাঁহী, কেইটামান বাটি, দুটামান ঘটি আৰু কলহ। দূৰত শিয়ালৰ হোঁৱা। খিৰিকিৰে মাজ-ৰাতিৰ জোনটোও দেখা যাব। ওচৰতে ক'ৰবাত পেঁপাৰ মাত, শুচৰি আওঁৰোৱাৰ সুৰো শুনা যাব। এক যেন বিহু বিহু পৰিবেশ। আঁৰকাপোৰ উঠাৰ লগে লগেই টিন, টেকেলিবোৰৰ গাত কাপ-প্লেট আদিৰ গাত, কাঁহি বাটিৰ গাত এফালৰ পৰা পোহৰ পৰি যাব। তাৰ পাচতেই শুনা যাব দুটা কণ্ঠ ঃ)

তিলপিঠাৰ কণ্ঠ ঃ হেৰা ঘিলা, তোমাৰ দেও ইমান টোপনি।

ঘিলাপিঠাৰ কণ্ঠ ঃ ৰ'বাচোন তিলেশ্বৰ, গৃহস্থ শুইছেগৈহে, নিদিবা আমনি।

তিলপিঠাৰ কণ্ঠ ঃ এহ শুলে দিশা অতপৰে, বহুত ৰাতি হ'ল

আকাশৰ জোনো সৌৱা ভটীয়াই গ'ল

আহাঁ আহাঁ নামি আহাঁ পুৱাবই ৰাতি

বং ৰইইচ কৰো আহাঁ বিহু গুলি আজি।

(পানীচাঙৰ পৰা লাহেকৈ বগা সাজ মানে চোলা-চুৰীয়া পিন্ধা দীঘল ল'ৰা তিলপিঠা, চকলেট বৰণৰ মেখেলা-চাদৰ পিন্ধা ঘুটমুটিয়া ছোৱালী ঘিলা নামি আহিব। দুয়োটাই নামি আহি বিহুনাচৰ ভঙ্গীত মঞ্চত ৰ'বহি। ৰাইজে দেখিলেই চিনি পাব পৰাকৈ সিহঁত দুয়োটাৰ পিঠিত 'তিলপিঠা' আৰু 'ঘিলাপিঠা' বুলি লেবেল ডাঙৰ আখৰেৰে মৰা থাকিব।)

তিলপিঠা ঃ (গাই গাই কঁকাল ঘূৰাব)

ধিনিকি ধিন্দাও দাও

অ' আইতা আঁহত পাত

ঢোলৰে মাততে

অ' আইতা আঁহত পাত

পেঁপাৰে টিহিটি মাতে আইতা

আঁহত পাত,

আমি নাচোঁ জৰিৰ ছাঁত

চ'তৰ বিহু লাগিছে গাত।

ঘিলাপিঠা ঃ ইঃ জৰি গছ নাইকিয়াই।

তিলপিঠা ঃ তুমি বৰ বেৰসিক, ঘিলা

খাব জানিলে চাউলেই চিৰা।

ঘিলাপিঠা ঃ বাৰু বাৰু

আমিলো সমনীয়া

বিহুৰে লগৰীয়া

ৰঙেলো পিৰপিৰাইছে গাতে মোৰে নাচি ঐ

দিলো যাওঁ সুৰীয়া মাতে মোৰ ঐ কলিহিটি

বজোৱাচোন পেঁপাটি মুখত বান্ধি

গামোচাৰ পাগ মোৰ ঐ লগৰী

পাইছোঁ ঐ আইৰ, দিয়ে যাওঁ

নাচোনৰ পাক।।

তিলপিঠা ঃ নাচিবি, নাচিবি
ভালকৈনো নাচিবি
হাততে ৰঙাকৈ
জেতুকা সানিবি
লাহৰী খোপাতে
কপৌফুল আঁৰিবি
ফুলামকৈ ৰিহাৰে
দেহাকে সজাবি
নাচোনৰ মাজতে
মিচিকাই হাঁহিবি
ঘিলাঃ এনেকৈ

(এইবুলি তাই খিট্‌খিটাই হাঁহি দিয়ে। ঘিলাৰ হাঁহিত সান্দহ খুৰাই সাৰ পাই যায়। কাঁহি কাঁহি বুঢ়াই এখন এৰি-চাদৰ গাত লৈ কুঁজা-কুঁজকৈ উঠি আহিল পানীচাঙৰ পৰা। তেওঁৰো পিঠিত 'সান্দহ' বুলি লেবেল মৰা থাকিব।)

সান্দহ ঃ ভাবিছিলো ক্ষন্তেক কঁকালটো পোনাওঁ
পিছে, ইহঁতৰ খিকিন্দালিত ক'ত তত পাওঁ!
ঘিলা ঃ ভাবিছিলো ক্ষন্তেক কঁকালটো পোনাওঁ
পিছে, ইহঁতৰ খিকিন্দালিত ক'ত তত পাওঁ
ঘিলা ঃ (আনন্দত চিএঞৰি) ঃ এ সান্দহ খুৰা।
তিলপিঠা ঃ সান্দহ খুৰা, সান্দহ খুৰা
আহিল আপুনি ক'ৰপৰা??
সান্দহ ঃ ঢেকী নামৰ বাছখন
পাৰ নহয় চিনি
খুৰলি গাঁৱৰ পৰা
তাতে টানি-মুনি
আহিলো এই ঘৰখন
কেনেকৈনো এৰো।।
বোলো, বিহুৰ মাতষাৰকে
দিওঁ যদি পাৰো।।
ঘিলা ঃ হেজাৰমুখী বাইদেউ
আহিছেনে লগত?
তিলপিঠা ঃ চুঙাপেহাক নিশ্চয়
পাইছেই বাটত
সান্দহ ঃ চুঙাপেহাৰ কোঙা বিষত
বৰকৈ নুফুৰেই
হেজাৰমুখীয়েও কাপোৰ নাই বুলি
বৰকৈ নোলায়েই
চিৰা ককায়েৰ, দৈ-বৌবেৰ
আহিল মোৰেই লগত
(ভিতৰলৈ চাই) হেৰ, তহঁতেও ভাগৰ বাদ দে
এই হেন বিহুৰ দিনত।
আহ, উঠি আহ, পোৱালীকেইটাকো
দে হুক হেৰ জগাই
হেৰৌ আখৈ, লাডু, মিঠৈ
আহ বিহু গা সোপাই।।

(চিৰাই ডেকা ল'ৰাৰ সাজ চোলা চুৰিয়া পিন্ধি, মূৰত গামোচা মাৰি, আঠ-দহ বছৰীয়া ছোৱালী আখৈয়ে ফুটফুটীয়া মেখেলা চাদৰ পিন্ধি, তিলৰ লাডু, নাৰিকলৰ লাডু, পকামিঠৈয়ে এধানি এধানি ল'ৰা হৈ সৰু ল'ৰাৰ সাজ গামোচা-চোলা পিন্ধি, লাওপিঠা, সুতুলী পিঠাই ছোৱালী হৈ মুগাৰ ৰিহা-মেখেলা পিন্ধি সেউজীয়া চাদৰৰ ওৰণি লৈ (কলপাত বুজাবৰ কাৰণে) পানীচাঙৰ পৰা নামি আহি শাৰী পাতি থিয় দিবহি। প্ৰতিটো চৰিত্ৰৰে পিঠিত পৰিচয়সূচক লেবেল মৰা থাকিব। প্ৰতিটো চৰিত্ৰই খোজকাঢ়ি আহোতে ভিতৰত বেলেগ বেলেগ ধ্বনি, উদাহৰণ স্বৰূপে ঃ ঢোল, টকা, পেঁপা, গগণা, তাল এইবোৰৰ মাত খৰতকীয়া ছেওত দিব পাৰিলে ভাল।)

তিলপিঠা ঃ আটাইবোৰ লগলাগি হুচৰিকে এটা গাওঁ
সান্দহ ঃ মই বাৰু ঘৰৰ বুঢ়াই তহঁতৰে ৰং চাওঁ।।
চিৰা ঃ আইতাৰ আখলত বিহুৰে মাধুৰী
গোন্ধতে আমোলমোল ঐ গোবিন্দাই ৰাম।
তিলপিঠা ঃ জোঁবায়ে টিপতে পিঠাগুড়ি খাওঁতে
টেকেলিয়ে স্বত বান্ধি থ'লে ঐ গোবিন্দাই ৰাম
নাচ তিলৰ লাডু নাচ,
তয়ো ক'লা, ময়ো ক'লা
একেখন বিলৰে মাছ।

(তিলৰ লাডুৱে ঘূৰি ঘূৰি নাচিব। তাৰ পাচত থিয় হৈ গাব ঃ)

তিলৰ লাডু ঃ নাৰিকলৰ লাডুৱে আই ঐ পকামিঠৈ

নাচিব নেজানে আই ঐ পকামিঠৈ

চোতালখনহে বোলে বেয়া পকামিঠৈ

নাচ ঐ ভনী আখৈ

নেথাক থিয় হৈ হৈ

বিহু দুদিনতে যায়।।

(এইবোৰ গোৱা শুনি নাৰিকলৰ লাডুৱে লাওপিঠা সুতুলীপিঠা আৰু আখৈক টানি আনি গীত জুৰি নাচিব ঃ)

নাৰিকলৰ লাডু ঃ আখৈ খৈ

পখিলাটি হৈ

নাচ ঐ নাচ ঐ

গগণাটি লৈ।

পকামিঠৈ ঃ হেৰা লাওপিঠা

গৰুৱে খোৱাকৈ

তুমি হেনো মিঠা??

লাওপিঠা ঃ চা, বাই ঘিলা

কেনেকৈ জোকাই ই

ধৰি-বান্ধি কিলা।

পকামিঠৈ ঃ আই ঐ, চেনেহৰ সুতুলী

জুটুলী-পুটুলি

চুলিৰ চং নেপালি

থাকিল খোপা খুলি।।

সুতুলী পিঠা ঃ পথাৰৰ চপৰা

পকামিঠৈ ফপৰা

আমালৈ চোৱাচোন

তেলে টুপটুপীয়া।।

চিৰা ঃ টেকেলি শুৱনি-- আই ঐ মোৰ দৈজনী

ঘৰৰে লখিমী-- আই ঐ মোৰ দৈজনী

চাইনো চাই নালাগে ভাগৰ হেৰ দৈজনী

অহাবেলি মেলালৈ নি

জেলেপী মিঠাই দিম কিনি

তিনি সিকিৰ চেনি কিনি

খুৱাম তোকেই পাট-ৰাণী

নুটুকিবি, নুটুকিবি চকুৰে পানী।।

নাৰিকলৰ লাডু, তিলৰ লাডু আৰু মিঠৈ ঃ

জুইশলা পাত

পেপৰ পাত

বিহু বিহু লাগিছে গাত।

দৈ ঃ বাদামীক লগত লৈ- মোৰ কিমান এঠা

বাটত গা খেলাব- মোৰ কিমান এঠা

মোলৈ তোৰ নপৰে মনত কিমান এঠা

ক'লৈ লাগে লেঠা, চিৰা ঐ, চেনাই ঐ

মোলৈ তোৰ নাইকিয়া বেথা।

(এনেতে কোনোবাই বাহিৰৰ পিনৰ দুৱাৰ এখন মেল খালে। আটাইবোৰ ভয়তে মনে মনে ৰ'ল। দুৱাৰ খুলি সোমাই আহিল এখন ফুলাম গামোচা, এখন ডাঙৰ টাৱেল, কিউটেক্স এটা আৰু জেতুকা পাত এটা। এওঁবিলাকৰ সাজ-পোছাক খাপ খোৱা হ'ব লাগিব। গামোচা এজনী গাভৰু ছোৱালী। গাত পিন্ধিব বগা ৰঙা ফুল দিয়া মেখেলা-চাদৰ। গাত ল'ব এখন ৰঙাফুলৰ গামোচা। টাৱেল মডাৰ্ণ ছোৱালী। নাইট গাউনৰ দৰে দীঘল ফ্ৰক পিন্ধিব। টাৱেলৰ ফ্ৰক হ'লে বেছি ভাল। নহ'লেও টাৱেল এখন স্কাৰ্ফৰ দৰে ডিঙিত ল'ব। কিউটেক্সে পিন্ধিব ৰঙা ফ্ৰক। টাৱেল আৰু কিউটেক্সৰ ভৰিত জোতা। জেতুকাই পিন্ধিব সেউজীয়া মেখেলা-চাদৰ। এওঁবিলাকৰ পিঠিতো লেবেল মৰা থাকিব।)

গামোচা (অভিমান কৰি)ঃ তোমালোকে আনন্দতে

আছা বিহু গাই

মোৰনো কি হৈছে তাৰ

খবৰেই নাই।

সুতুলি পিঠা ঃ গামোচা বাই, গামোচা বাই

কিয় ইমান দুখ কৰিছা

কি খবৰ নাই?

গামোচা ঃ মৰমৰ দীঘ দিয়া

চেনেহৰ বাণী

হেঁপাহে ফুলাম হোৱা কিহবানখনি

শালত ফুলালো মই ওলগ বিলাই

তাকে দেখি এওঁ কিয় (টাৱেললৈ চাই)

থাকে খেচখেচাই??

সান্দহ ঃ এঃ কাঁহটোবেই ডিঙিত মোৰ
থাকে সুৰসুৰাই
কোৱাচোন গামোচা
কি হৈছে বিলাই?
গামোচা ঃ বাছি পলাশৰে ফুল
বিহুৰে বতৰত বিলাইছো বিহুৱান
এওঁ মোক ধৰিছে ভুল
বিহু অহা শুনি ৰ'বকে পৰা নাই
খৰকৈ চলাইছোঁ মাকো
ষ্টাইল কৰি এওঁ, নিন্দা মোক কৰিছে
বোলে, তোমাৰ নাইকিযা একো।
টাৰেল ঃ বৰ নকৰিবা বিহু বিহু
বিহু বুলি ক'লে উঠি যায় গাত
তিনিটা ডাঙৰ খহু।
ঘিলা ঃ তুমি জানো অকলশৰীয়া পহু?
টাৰেল ঃ 'ন', মাই নেম ইজ 'মিছ টাৰেল ব্ৰাউন'
দেখা নাই পিন্ধি আছোঁ কেনে 'নাইট গাউন'?
মোৰ ড্ৰেচ ফিট-ফাট্ তেওঁৰ গাঁৱলীয়া
একোকে নাজানে কয়, "মই অসমীয়া"
নহয়নে সখি কিউটেক্স, ইজ্ ইট্ নট চ'?
কিউটেক্স ঃ অৱকৰ্'চ! জেতুকায়ো মাৰে জিত
হ' হ' হ' (হাঁহি)
কি নেষ্টি চোৱাচোন, কি জঙ্ক-পঙ্ক
পকা পাণ, থেৰেজুৰে কৰে তেওঁৰ অঙ্ক।।
ঢেকীত খুন্দি, কাপোৰ বান্ধি থ'লে ওলায় ৰং
পুৰণিকলীয়া সোপাৰ কিনো চাবা ঢং।।
জেতুকা ঃ জেতুকা মই সেউজীয়া লুকুৱাই থওঁ ৰং
মিছাকৈয়ে দন্ কৰিলে বৰকৈ উঠে খং
মই তোমাক হঁহা নাই মোক কিয় হাঁহা?
লাগিব খুজিছা যদি ভালকৈ লাগো আহাঁ।
তোমাৰনো কি আছে আৰু মোৰনো কি নাই?
কিউটেক্স ঃ 'চাট্ আপ্', একেচৰে দিম বগৰাই।।
(অলপ চিঞৰ-বাখৰ হয়। 'নাপায়', 'নালাগিবি', 'নালাগিবি', বুলি আটায়ে কয়। হুলস্থূলত মিটচেফত গৈ কোনোৱে খুন্দা খায়। কেক্, ৰসগোল্লা, নানাখাতাই তেতিয়া সাৰ পাই উঠি আহে। লগতে চিঙাৰা আৰু ভূজিয়াবোৰেও।)
কেক্ (পোচাক চাহাবৰ দৰে, মূৰত টুপী। ভঙা-ভঙা অসমীয়াত কথা কয়)ঃ
হেল্ল ৰসগোল্লা,
কিস্লিয়ে এত্না হাল্লা গোল্লা?
চিভিক্স চেপ্ঞ নাই আছে।
নেবাৰ্কে ডিচটাৰ্ব দিছে!
ৰসগোল্লা (পেটুৱা, এওঁৰ পোচাক চুৰীয়া, পাঞ্জাবী চাৰ্ট, কান্ধত চাদৰ)ঃ
গুড মৰ্ণিং চাহাব,
এৰা সব গ্ৰামেৰ, কিছু নাজানিছে।
কৰ্দৈ (এওঁৰ পোচাক শাৰীঃ আঁক আঁক পৰা। এওঁ নাকেৰে মাতে)ঃ
পুলিচ। পুলিচ! হেল্প, হেল্প!
চিঙাৰা (এওঁৰ পোচাক ডবল লেংটি মৰা চুৰীযা, কামিজ, মূৰত পাগুৰী, ডেকা বা আদহীয়া ৰূপ। গল্‌গলীয়া মাতেৰে চিঞৰি কয় ঃ)
আৰে বেটা ভুজিয়া।
লাঠী চণ্ডালকে ৰাখ,
ক্যা হো গযী দুনীযা!
নান্‌খাতা (পোচাক ফ্ৰক পিন্ধা। মেমৰ দৰে। পিঠিত লেবেল)ঃ
লাঠী?
ন', টিয়েৰ গেচ-পুলিচ! পুলিচ
(পিঠিত লেবেল থকা কেক্, ৰসগোল্লা, কৰ্দৈ, চিঙাৰা, নানখাতাই ভয়ত দৌৰাদৌৰি কৰি হুলস্থূল লগায়। চিৰা আৰু তিলপিঠাই সাহসেৰে আগবাঢ়ি আহে।)
চিৰা ঃ এই, এই কোনে মাতিছে তইঁতক
ওলা ইয়াৰ পৰা।
তিলপিঠা ঃ ভাগিলিনে হিয়াছে, মাউৰত মৰা।
ৰসগোল্লা ঃ আমাৰ নিজে
চিঙাৰা ঃ নাই আহিছে

ভুজিয়া ঃ হামলোককো বুলাইছে
কদৈ ঃ আমালোকক ডাকি আনিছে
কেক ঃ হামিলোগক ইনভাইট্ কৰিছে
ইচ্‌লিযে আহিছে
নানখাতা ঃ তোমলোগকা দাম কমি গৈছে, জংলী আছে।
চিঙাৰা ঃ হামলোগকো সব আদমী বলে ঃ চিঙাৰাজী নমস্তে! আযিযে, পধাৰিযে, আযিযে, পাধাৰিযে।।
ৰসগোল্লা ঃ আমৰাকতো বলেই- আপ্নাৰা কি চমৎকাৰ
মশাই শুনুন, শুনুন
আসুন বসুন, আসুন, বসুন।।
ভুজিয়া ঃ হামলোগ গৰম সস্তা
মুৰ মুৰ খাস্তা
বস্তাকে বস্তা
খুবসুৰৎ নাস্তা।।
পকামিঠৈ ঃ ভালৰি বোলাবৰ
কৰে চোৰা চেষ্টা
ভুজিয়া ঃ ভালৰি
এ ক্যা অসমীয়া ফুলৰি?
তিলপিঠা ঃ এই, কেপকেপাই নেথাকিবি
খাবি থলামুৰি।
কৰ্দৈ ঃ মুড়ি? আমি বড় ভালবাসি
আমি খাব মুড়ি।
চিৰা ঃ খাবিনেকি আহ তেনে
এইটো থলামুৰি।
(এইবুলি থলামুৰিযাই দিযে। কৰ্দৈযে গৈ মিটচফটোত খুন্দা খায।)
দৈ ঃ হে হৰি, এইখন কৰিছা কি
কাজিযাখন কৰি?
তিলপিঠা ঃ নকৰিব কিযহে, সিহঁতে আমাক সদায় বেযা বুলি হাঁহে।
সান্দহ ঃ বোলোঁ, তহঁতৰ দেশত তহঁত ভাল
আমাৰ দেশত আমি
চোঁৰা, আমাক জন্তুঘলী বোলে
সিহঁতহে বোলে দামী।

(কাপ এটা, ডাঙৰ টি পট এটা, কাঁটা এডাল, চামুচ এখন আলমাৰীটোৰ পৰা ওলাই আহে। এই আটাইবোৰৰে সাজ চাহাবী ধৰণৰ বৰ স্মাৰ্ট।)
টিপট ঃ আই এম টি-পট্
তপত গৰম হট
কৌন শান্তি ভঙ্গ কিযা?
এই কাঁটা, এই চামুচ
হাল্লা কৰা আদমী চব
পাকড়াও ফটাফট।
কাঁটা ঃ বতাও জৰুৰ
চামুচ ঃ কাৰ কি কচুৰ?
ৰহৰ, মচুৰ।
টি-পট ঃ ক্যা ৰহৰ-মচুৰ?
চামুচ ঃ চবে পদ্যত কৈছে
মযো পদ্য কৰিছো হজুৰ।।
টি-পট ঃ দেম ফুল্।
গামোচা ঃ ইযাত নাই দেম ফুল
লাগে যদি দিব পাৰোঁ বাৰীৰ কপৌফুল।
কাপ ঃ এক্সকিউজ মি, জাষ্ট এ মিনিট চাব
হামি ক'ব খোজে মাই নেইম ইজ কাপ।
আই থিংক, ফৰগেট এণ্ড ফৰগিভ
এহি বাত ভাল হ'ব, বিলকুল চাফ।
অউৰ, নিউ ইযেৰ্স কা ইভ আজ
কৰ্ দিজীযে চব মাফ।।
(এনেতেই ফেনী পিঠাই ধুনীয়াকৈ পাটৰ ৰিহা মেখেলা পিন্ধি ৰাণী ৰাণী ভাবত নামি আহিল।)
ফেনী পিঠা ঃ মই ফেনী, পিঠাৰ ৰাণী
জেলেপী সখীৰ লগত
চেনিৰসত সাঁতোৰ টানি
সকলোবোৰ আছিল শুনি।
এবাৰ কথা কওঁ মই
ঘৰতেই দন্ কৰা
বৰ বেয়া শুনি।
জেলেপী ঃ মোৰ নাম জেলেপী মিঠাই
কথা কওঁ অকাই-পকাই
হাতত ধৰা-ধৰি কৰি থাকে বাৰু কোনে?

তিলৰ লাড়ু ঃ ভাইটি-ভনীটি বা সখি হ'লে মানে
সাঁথৰ ক'ব স্কুলত পাৰোঁ, এইটো হৈছেনে??
জেলেপী ঃ চাবাচ্ বেট্টা, বুদ্ধিত পক্কা।
হে সঙ্গীবৃন্দ, ফেন্নী এই দেশৰ
মই বিদেশৰ, তথাপি একে ৰসৰ পাত্রতে আছোঁ মছগুল পিছে আপোনালোকে কৰিব খুজিছে কিয় বিৰাট এক ভুল?
(এনেতে ডাঙৰ কাঁহী এখন গহীন গম্ভীৰ হৈ আগবাঢ়ি আহি ক'লেহি)
কাঁহী (পদ্যৰ সুৰত ক'ব) ঃ তোৰ কথা শলাগি ময়ো কওঁ শুন,
মই কাহৰ কাঁহী আটায়ে বোলেযে মাহী
দোষবোৰ এৰি থৈ
ল'ব লাগে গুণ।।
চিৰা, আখৈ, লাড়ু, পিঠা অসমত বৰ মিঠা
জেতুকা আৰু ফুলাম গামোচা
তাক আনে হঁহা বেয়া বেয়া আনক দুখ দিয়া
দুখ দিলে দুখ পায় সঁচা
চিঙাৰা, কেকক ধৰি ৰসগোল্লাত শেষ কৰি
ইহঁতৰো আছে বহু গুণ
আলফুল পমি যোৱা সুবাসেৰে মতলীয়া
ইহঁতৰো গুণ লচোন।।
ইটোৱে সিটোৰ গুণ শিকি বুজি লবিচোন
দন-হাইত মাথো ভাগে ঘৰ
সদায় অকলশৰে থাকিব নোৱাৰে কেঁৱে
ভাব হ'লে বেয়া আপোন-পৰ।।
বিহুৰ দিনা মই আটাইকে বুকুত লৈ
বতৰৰ ওলগ জনাওঁ
নিমাতে-নীৰৱে মই আহিঁ দেখুৱাই আছো
আজিও মই তাকেই দড়াওঁ।।
সান্দহ ঃ ঠিক কৈছা আইটি দন-হাই এৰি
মিল হোৱা আটাইবোৰে
হাতত ধৰি ধৰি।।
কাপ ঃ হিপ্ হিপ্ হিপ্ হুৰ্ৰে
ৰসগোল্লা ঃ কি মজা বাপ্ৰে
টি-পট্ ঃ ওৱান, টু, থ্রি
চবকো দিল হো গয়া ফ্রী
তিলৰ লাড়ু, ঘিলাপিঠা, পকামিঠৈ ঃ জুইচলা পাত, পেপৰ পাত, বিহু বিহু লাগিছে গাত।
ভুজিয়া, চিঙাৰা (বিহাৰী সুৰত) ঃ মছগুলকো দিন আয়েগী ৰে
আৰে ছোট্টিসী বুন্দিয়া।
কেক্, নানাখাতা, চামুচ, কাঁটা (ইংৰাজী সুৰত) ঃ
উই আৰ ইন্দি চেইম্ ব'ট ব্রাদাৰ
উই আৰ্ ইন্ দি চেইম্ ব'ট ব্রাদাৰ।।
তিলপিঠা, চিৰা, আখৈ আদি (বিহুনামৰ সুৰত) ঃ
সকলোটি বুকৰ বান্ধৈ
চিঙাৰা, ভুজিয়া, কৰ্দৈ
কেক্, চিৰা, পকামিঠৈ
ৰসগোল্লা, লাড়ু, আখৈ
কিউটেক্স ঃ হেল্ল' মিছ টাবেল!
টাৱেল ঃ নাচিবানে? ভেৰী ৱেল।।
কেক্ ঃ ওৱান, টু, থ্রি, ফ'ৰ্
ওৱান, টু, থ্রি, ফ'ৰ্
(ষ্টেপ মিলাই মিলাই বল্ নাচ দিব। কোনোবাই টুইষ্ট নাচ দিব আৰু বিহু নাচৰ লগত বল নাচ, টুইষ্ট নাচ মিলি মিলি যাব— আনন্দময় পৰিবেশ হ'ব। এনেকৈ গোটেইবোৰেই বিভিন্ন ভঙ্গীত নাচি থাকোঁতেই নেপথ্যত ঘৰৰ বুঢ়ী-আইতাই ঘৰৰ ল'ৰা-ছোৱালীবোৰক চিঞৰি জগাব- "বিহুৰ দিনা হেৰ ইমানপৰলৈকে শোৱহঁকনে? উঠ উঠ। ৰাতি পুৱাল। গৰুৰ গা ধুৱাব লাগিব চাক সাজিব লাগিব। উঠ, উঠ। ৰীতা, ৰাজ, মিতুল— উঠ, উঠ। ৰান্ধনি ল'ৰাটোক জগাই দে পাকঘৰৰ দুৱাৰখন কালি তলা নামাৰিলে নেকি? মেল খাই আছে দেখোন! অ' হৰি! পিঠা-পনা মিঠাই গোটেইখন লণ্ডভণ্ড! ৰাতি চোৰ সোমাইছিল ছাগে— চাহিহঁক ঔ, চাহি। আটাইবোৰ মাটিত কোনোবাই সিঁচি থৈ গ'ল।" বুঢ়ীয়ে নেপথ্যত চিঞৰি কোৱা মাত শুনিয়েই পিঠা-পনা, মিঠাই-কেক্

আটাইবোৰ জঠৰ হৈ ষ্টিল ফটোৰ দৰে ৰৈ আছিল। বুঢ়ীয়ে পাকঘৰৰ দুৱাৰত কালি তলা নামাৰিলে নেকি"-- বুলি কোৱাৰ লগে লগেই আটাইবোৰ মাটিত মৰাৰ দৰে পৰি দিলে বুঢ়ীয়ে সোমাই আহি মূৰে-কপালে হাত দি 'হৰি, হৰি' বুলি কোৱাহিৰ লগে লগে আঁৰকাপোৰ নামি আহিব।

অপেৰাখনৰ আদিৰপৰা অন্তলৈ নেপথ্যত অসমীয়া ঢোল, বাঁহী, পেঁপা, গগণা তাল আদিৰ মাত থাকিব। ঠাই বুজি ইংৰাজী গানৰ সুৰ, বিহাৰী গানৰ সুৰ, বঙালী গানৰ সুৰো বাজিব, কথাবোৰ সহজ অসমীয়া বিহুনাম, বিয়ানাম, পদগোৱা, গৰখীয়া নামৰ সুৰত ভিতৰৰ পৰা সুকণ্ঠী ল'ৰা-ছোৱালীয়ে গাব। বাহিৰত ভাও দেখুওৱাসকলে তাৰ লগে লগে মুখেৰে গাই যোৱাৰ দৰে কৰি ভাও দি যাব। মুঠতে সাধাৰণ কথা কোৱা ধৰণত একো নহয়। আটাইবোৰ একোটা সহজ সুৰত থাকিব। আনকি খোজকাঢ়ি যাওঁতেও ভিতৰত টুংটুংকৈ বিভিন্ন ধেমেলীয়া সুৰ বজাব পাৰিলে ভাল। নাচৰ লগৰ বাজনাৰতো কথাই নাই।)

★★

# জগন্নাথ দৰ্শন

এক আছিল বুঢ়া-বুঢ়ী
নাছিল সিহঁতৰ ল'ৰা-ছোৱালী
বুঢ়াই বোলে "বুঢ়ী শুন
কত মানুহে তীৰ্থলৈ গৈছে
আমিও এবাৰ যাওঁ,
বুঢ়ীয়ে ক'লে ঠেহেৰ্ কৰি
"বুঢ়া তোৰ পৰকিতি লৰিল,
বুঢ়া কালত পইচাকেটা
কিয় পানীত পেলাওঁ?
বাৰী ভৰি জিকা ফুলিছে
ছাল ভৰি কোমোৰা লাগিছে
এইবোৰ কোনে চাব।
ইহ্ এওঁ তীৰ্থলৈ যায়
অমিতাৰ কলি গছ ভৰি
এই সোপাকে
মলুৱা বান্দৰবোৰৰ
পেটলৈহে যাব।"
তেনেহ'লে থাক তই
মযে যাওঁ অকলৈ
তোকে ৰখি থাকিলো মই
আজি অতকালে
বুঢ়ায়ে খালে ভয়
কিজানিবা কণা-মুনা বুঢ়াটোৰ
তীৰ্থলৈ গৈ অকলশৰে
আলাই-আথানি হয়।।
ভাবি-গুনি বুঢ়ীয়ে ক'লে
"ঠিক আছে যাম, মযো যাম
এতিয়া ঘৰ ৰখীয়া মানুহ এটা
খবৰ কৰি আন
নামঘৰৰে ভকত এজন
তেওঁকে আনি থম
তীৰ্থৰ পৰা চন্দন আনি
ভগাই-বটাই ল'ম।

বুঢ়ীয়ে বোলে ভাল কথা
দিন-বাৰ এটা চা
ৰাতিপুৱাই যাম ওলাই
কাউৰীবোৰে যেতিয়া
কৰিব কা কা
'উষা-যাত্ৰা' তাকেই বোলে
বুজিছনে বুঢ়ী
যাত্ৰা মঙ্গল হ'ব আমাৰ
যদিও আমি বহুদিন জুৰি
ফুৰিম ঘূৰি পকি।
কোমল চাউলৰ টুপলি
পানী পালেই মুকলি
লোণ-আদাৰ টুপলিও ললে
'শুকান থেকেৰাৰো
দুপাহমান লগত ল'
বুঢ়াই সোঁৱৰাই দিলে
বুঢ়া-বুঢ়ী ৰেলত উঠিল
গাঁৱৰ লোকক মাত লগাই
আওজি বহিল।
ঘৰত এৰি অহা
লাও, জিকা, কোমোৰাবোৰলৈ
ঘনে ঘনে বুঢ়ীৰ দেহি মনত পৰিল।
হে প্ৰভু ৰাখিবা ঠিকে ঠাকে
চোৰে নিনিয়াকৈ আৰু
পোকে নুকুটাকৈ
মলুৱাই নোখোৱাকৈ একো।
বুঢ়ীয়ে কৰিলে সেৱা
ঘৰৰ পিনে চাই
চকুলোৰেই বৈ গ'ল দেখো।
উঁকিয়াই উঁকিয়াই
ঝক ঝক ঝক ৰেল চলি গ'ল
গৈ গৈ গৈ গৈ
তীৰ্থস্থানখনি পালেহি হ'ল।।
জগন্নাথৰ ক্ষেত্ৰ এইয়া
মহাতীৰ্থ পুৰী
সোমাল মন্দিৰ দুয়ো
সাগৰত ডুব এটা মাৰি।।

পাগুাৰ দেখি কোব
তবধ মানিলে
পাগুাই ঠেলি হেঁচি
আগলৈ নিলে
হৰি! হৰি!
পাগুাই মাৰেও দেখোন
মূৰত এচাটি
"দেখ দেখ বলভদ্ৰ
সুভদ্ৰা জগন্নাথ।"
ক'ত আছে জগন্নাথ ক বুঢ়া ক
সমুখতে আছে দেখোন চা চাই ল।।
বুঢ়ীয়ে কয়, জগন্নাথ মই দেখা নাই
কি দেখিছ তেনেহ'লে
চকুৰ আগত সেইবোৰ
জিকা, লাও, অমিতা
হৰি! হৰি! বুঢ়ী তই
কি কাণ্ড কৰিলি?
"জগন্নাথৰ ঠাইত তই
কোমোৰা দেখিলি।"

★★

# সৰু ল'ৰা-ছোৱালীৰ ওমলা গীত

ভৰিৰ ওপৰত তুলি দোলাই দোলাই মাক-
দেউতাকে অকণমানিটোক দোলাব--

১) দোলে মাইনা দুলিলে
বনৰ বকুল ফুলিলে
পখিলাবোৰ উৰিলে
ৰুণুক জুনুক কৰিলে
জোনবাই ওলালে
তৰাবোৰে হাঁহিলে
আন্ধাৰবোৰ কেনি গ'ল?
কাযলতিৰ তলত
(কুট্‌কুটাই) চাওঁ চাওঁ চাওঁ উৰি গ'ল
উৰি গ'ল
ফুৰুৎ .............

সোঁ সোঁ সোঁ সোঁ
বতাহ বলিল
ৰুণুক জুনুক কৰি
ফাগুণ আহিল
পাতে পাতে উৰি গ'ল
লাহতী আচল
চৰাই গীতৰ যেন
উখল-মাখল।।

পলাশ ফুলত আছে
গেৰুৱা ৰহন
মদাৰ ফুলত ৰঙা
তেজৰ বৰণ।
তৰাৰ লাহি পাখি
আকাশতে উৰে
জোনাকীয়ে বননিতে
তিনি পাক মাৰে।।

★★

# সন্তান শুৱাওঁতে মাক বা আইতাকে গোৱা নিচুকণি গীত

১) লাই হালে জালে
আবেলি বতাহে
লফা হালে জালে পাত
আমাৰ মইনা
হালিছে জালিছে
টোপনি ধৰিছে চাগে।
জিলমিল চকুহাল
মুদ খাই আহিছে
সপোন দেখিবৰে হ'ল
পৰীৰে ডেউকা
দুখনি আঁৰি লৈ
সপোনৰ দেশলৈ গ'ল।

২) আমাৰে মইনা
শুব এ
বাৰীতে বগৰী ৰুব এ
বাৰীৰে বগৰী পকি সৰিব
মইনাই বুটলি খাব।

৩) টোপনি টোপনি
হাৰলি টোপনি
তোৰে কলে তলত ঘৰ
সকলো ৰাইজৰ টোপনি আহি
মইনাৰ চকুতে ধৰ।।

৪) চুম চুম চুম
কপালতে চুম
দুচকুতে চুম
শুন পাৰ শুন
নিদিবি তই ঋণ
সাৰ পাই যাব সোণ
হ'লে গুণ গুণ
চুপ চুপ চুপ
শুন পাৰ দিম তোক
তিনি টকা ৰূপ
মনে মনে থাক হেৰ
ৰ'দৰে চাই ৰূপ।।

দোলে মাইনা
দুলিলে, হালি জালি পৰিল
গুলঞ্চ ফুল
ফুলিলে
মাইনাই বুটলিলে।
এক দুই তিনি চাৰি
পখিলাবোৰ গ'ল উৰি
জিৰি জিৰি জিৰি জিৰি
জিৰ জিৰ জিৰ

# বিহু নিমন্ত্ৰণী

টঙালি গাঁৱৰ ৰঙিলী ভনীয়ে
ৰঙালী বিহুলে' বুলি
নাহৰ পাতৰ তুলাপাতখনিত
চিঠি লিখিছিলে কালি।
"বাইদেউ তুমি দূৰতে থাকানে
ঘৰলে' জানো নাহা?
টাউনৰ বিহুত কিটোনো দেখিবা
আহাঁচোন ইয়ালৈ আহাঁ।
আইতাই সাঁচিছে বিহুৰে গামোচা
দুকাষে ফুলৰে পাৰি
দেউতাই আনিছে থমা দৈৰ টেকেলি
আখলতে শাৰী শাৰী।
মায়ে কৰিছে কত কিচিমৰ
সান্দহ আখৈ লাডুবোৰ
কেক্ বিস্কুট সোপাই কোৱাচোন
পাব জানো তাৰ জোৰ?
কাইটিৰ লগত ভাইটি গৈ
দাইটিৰ ঘৰৰ পৰা
জেতুকা পাতো বহুত আনিছে
হাত ৰঙচুৱা কৰা।
খুৰীয়ে কৈছে জেকুতাই হেনো
ছালৰ বেমাৰো মাৰে
বজৰুৱা ৰঙে নখ শুৱালেও
চকুৰ পৰালি পৰে।
গাঁৱত বিহুৰ উদুলি মুদুলি
ফুলেৰে আমোল মোল,
ধিনিকি ধিন্দাও খিতি খিতি তাও
টিহিতি তলৰ্ণ ৰোল।
মনৰ মাজতে ৰঙৰে কিৰিলি
এলাহো কেনিবা ভাগে,
বিহুৰ কথা ভাবি ইমান ভাল লাগে
নাচি দিম নাচি দিম লাগে।
ভাইটিয়ে তোমালৈ লিখিব খুজিছিল
পেঞ্চিল কেনিবা গ'ল,
চুটি-মুটিকৈ ময়ে লিখি দিওঁ
কথাটো হ'লেই হ'ল।
বাইদেউ আহাঁ দহ-পঁচি খেল
বিহুৰ দিনা খেলিম,
সেয়া কণীও আনিয়ে থৈছো
কণীৰ যুঁজতো জিকিম।
বিহু সন্মিলন ঘৰে ঘৰে হ'ব
ককাইদেউৰ মতে কাম,
বাৰে বজৰুৱা চিনেমা কিয়নো
আমাৰে হুঁচৰি চাম।
কঁকালত টঙালি মূৰত গামোচা
ডিঙিত আৰিছোঁ ঢোল,
মনত আঁৰিছো ৰঙৰ মাদলি
হাতত চেনেহ ডোল।
তুমি আহিলেহে পাকে পতি পতি
পিঠা খাবলৈ পাম?
আহিবা দেইবা ন বছৰত
ৰঙৰে গগনা বাম।

★★